# লুইত পাৰৰ কণ্ঠ




স্বৰ্ণ বৰা

সুনীল প্ৰকাশ

# LUIT PARAR KANTHA

An Assamese novel based on the world famous Assam Movement from 1979 to August, 1985.

Written by : Ms. Swarna Bora,
Govt Girl's H.S School,
Nagaon (Assam)

Published by : SUNIL PRAKASH
ANANDA BHAWAN
Kachalukhowa
Nagaon-782001

প্ৰকাশক: সুনীল প্ৰকাশ, কচলুখোৱা, নগাঁও

প্ৰথম সংস্কৰণ: এপ্ৰিল ১৯৮৯

বেটুপাতৰ ছবি: সুনীল প্ৰকাশৰ সৌজন্যত

পৰিবেশক: অসম বুক ডিপো, গুৱাহাটী-৭৮১০০১

মূল্য: ৪৫.০০ ( পঞ্চল্লিশ ) টকা
৭০.০০ ( সত্তৰ ) টকা [ পকাবন্ধা, পুথিভঁৰাল সংস্কৰণ ]

মুদ্ৰক: শ্ৰীসৰযু প্ৰিণ্টিং ৱাৰ্কছ
শ্ৰীৰামপুৰ, হুগলী

লুইতৰ প্ৰবল বানক কোনেও ভেঁটা
দি ৰাখিব নোৱাৰাৰ দৰে
অসমবাসীৰ উদাত্ত কণ্ঠস্বৰো
যাতে কোনেও বোধ
কৰিব নোৱাৰে
সেই উদ্দেশ্যৰে
তেলৰ সলনি তেজ দিয়া অসমৰ
সমূহ আন্দোলনকাৰী ৰাইজৰ হাতত
মোৰ "লুইত পাৰৰ কণ্ঠ"
উছৰ্গা কৰিলো।

॥ লিখিকা ॥

## আগকথা

অসম মাতৃৰ কল্যাণৰ কাৰণে মাত মাতি অহা অ-ৰাজনৈতিক আৰু শক্তি-শালী সংগঠন বুলিলে সদৌ অসম ছাত্ৰসন্থাৰ নামটো আমি প্ৰথমে লব লাগিব।

স্বাধীনতাৰ পিছৰ পৰাই অসম অৰ্থনৈতিক, সাংস্কৃতিক আদি সকলো দিশতে পিছ পৰি আহিছে, এশ-এবুৰিৰ সমস্যাৰ জন্ম হৈ অসমীয়া জাতিৰ মেৰুদণ্ড বেঁকা হৈ পৰিছে। সকলো সমস্যা সমাধানৰ সময়ত সদৌ অসম ছাত্ৰসন্থাই আন্দোলন চলাব লগা হৈছে, কাৰণ কেন্দ্ৰৰ দ্বাৰা অৱহেলিত অসমৰ সমস্যাৰাজি আন্দোলন নকৰিলে সমাধান নহয়। সেইহে হয়তো ৰাজ্য সমূহৰ পুণৰ্গঠনৰ ভিত্তিত ১৯৬০ চনতে অসমীযা ভাষা আন্দোলন, ১৯৬৮ চনত তেল শোধনাগাৰ, ১৯৭২ চনত পুনৰ ভাষাৰ মাধ্যম আন্দোলন, ১৯৭৪ চনত খাদ্য আন্দোলনৰ নেতৃত্ব বহন কৰিছিল সদৌ অসম ছাত্ৰসন্থাই। তাৰ পিছত আহিল অসমৰ বিদেশী বহিষ্কৰণ আৰু চিনাক্তকৰণৰ আন্দোলন। অসমৰ জাতীয় অস্তিত্ব ৰক্ষাৰ ওপৰত ভিত্তি কৰি সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদে যি ঐতিহ্যমণ্ডিত পৃথিৱী বিখ্যাত অহিংস আন্দোলন গঢ়ি তুলিছিল, সেই আন্দোলনত অসমৰ সমূহ জনতাই স্বতঃস্ফূৰ্ত্ত-ভাৱে অংশগ্ৰহণ কৰিছিল। এই আন্দোলনৰ সময় ছোৱাত শ শ জন শ্বহীদ হৈছিল, হাজাৰজন পঙ্গু হৈছিল, শ শ মাতৃৰ বুকু সুদা হৈছিল, শত গৰাকী বোৱাৰীৰ কপালৰ সেন্দুৰ মচা গৈছিল। আমাৰ ঐক্য, সংহতি আৰু প্ৰীতিৰ মাৰল ঘৰত এচাম দুষ্কৃতিকাৰীয়ে বিভেদকামী বিষাগোম কাল-ফেঁটি মেলি দিছিল, যাৰ ফলত অসমত বাস কৰা বিভিন্ন জাতি, ধৰ্ম্ম, ভাষাৰে পৰিপুষ্ট ৰাইজে অবিশ্বাস, সন্দেহৰ বিহ পান কৰি জুলা-কলা হৈ ভায়ে ভাযে কটা-কটি কৰিছিল, ইটোৰ ঘৰত সিটোৱে জুই দিছিল, অসমৰ পবিত্ৰ আকাশ-বতাহ জুই, ছাই আৰু ধোৱাঁৰে চাটি ধৰিছিল। কিছুমান পুলিচ, চি. আৰ পি. এফ.ৰ দ্বাৰা নিজৰ চকুৰ আগতে বাই-ভনীৰ ধৰ্ষণ, ভাই-ককাইৰ ওপৰত পুলিচৰ অত্যাচাৰ, গুলিচালনা আদি বিভৎস ৰূপ দেখিও অসমৰ আন্দোলন-কাৰীয়ে হিংসাৰ আশ্ৰয় লোৱা নাছিল, কিয়নো অহিংসাৰ পথেই হ'ল সত্যৰ পথ।

এই অস্তিত্ব ৰক্ষাৰ আন্দোলনত জড়িত থাকি মোৰ যি অভিজ্ঞতা হৈছিল তাৰ ফলশ্ৰুতি হিচাপে নগাঁও জিলাক কেন্দ্ৰ কৰি আন্দোলনৰ পটভূমিক লৈ "লুইত পাৰৰ কণ্ঠ"ৰ জন্ম। ১৯৭৯ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা ১৯৮৫ চনৰ ২১ আগষ্টলৈকে আন্দোলন সংক্ৰান্তত সংঘটিত হোৱা বিভিন্ন ঘটনাৱাজি এই কিতাপখনিত সন্নিবিষ্ট কৰা হৈছে। কিতাপখনিৰ কিছুমান চৰিত্ৰ সঁচা যদিও বেছিভাগেই কাল্পনিক। কিন্তু বৰ্ণনাৰ প্ৰাসঙ্গিকতাত মোৰ অজ্ঞাতে আন্দোলনত বিশেষভাৱে জড়িত থকা বহু সঁচা চৰিত্ৰ আৰু বিশেষ ঘটনাৱাজি যদি বাদ পৰি গৈছে তাৰ বাবে ক্ষমা বিচাৰিছোঁ।

কিতাপখনি লিখাৰ ক্ষেত্ৰত সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ সদস্য সকলকে ধৰি যিসকল শুভাকাঙ্ক্ষীয়ে মোক উপদেশ, পৰামৰ্শ দি উচ্ছাহিত কৰিছিল তেখেতসকলক মই আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। তাৰোপৰি এই কিতাপখনিৰ পাণ্ডুলিপি লিখি সহায় কৰি দিয়া তুলু কাকতি, স্বৰ্ণ ভূঞা, হৰী মজুমদাৰ, ৰায়মোহন বৰদলৈ আৰু যজ্ঞ বেজবৰুৱাক মই ধন্যবাদ জনাইছোঁ। তাৰোপৰি "অসম বুক ডিপো"ৰ স্বত্তাধিকাৰী শ্ৰীবিপুল গুহই কিতাপখনি অতি কম সময়ৰ ভিতৰতে ছপাই দিয়া বাবে তেওঁ আমাৰ শলাগৰ পাত্ৰ। সদৌ শেষত মৰমৰ পাঠক সমাজে কিতাপখনি আদৰি ললে মোৰ কষ্ট সফল হৈছে বুলি ভাবিম।

ইতি—

২২ মাৰ্চ, ১৯৮৯ স্বৰ্ণৰেখা
নগাঁও

## আমাৰ প্ৰকাশিত গ্ৰন্থসমূহ

| | | | |
|---|---|---|---|
| ১। | ডিয়ুং নদীৰ গীত | ঃ | স্বৰ্ণ বৰা |
| ২। | পাগলাদিয়াৰ সোণালী ৰং | ঃ | ,, |
| ৩। | চিমচাং নদীৰ হাঁহি | ঃ | ,, |
| ৪। | লুইত পাৰৰ কণ্ঠ | ঃ | ,, |
| ৫। | সোৱণশিৰিত ৰেলৰ উঁকি ( যন্ত্ৰস্থ ) | ঃ | ,, |

সুনীল প্ৰকাশ
আনন্দ-ভৱন
কছুলুখোৱা, নগাঁও

॥ ১ ॥

১৯৭৮ চনৰ অক্টোবৰ মাহৰ এটা আবেলি। মেছটোৰ নাম "ভঙাঘৰ"। পুতুলে নিজৰ বিছনাখনতে বহি চিন্তা কৰিলে। চিন্তাৰ যেন পাৰ নাই। চিন্তা মহাসাগৰৰ ঢৌবোৰ যেন এটাৰ পাছত এটাকৈ আহিবই লাগিছে। বিছনাখনৰ কাষতে লগাই থোৱা টেবুলখনৰ ওপৰত কাগজৰ এটা দ'ম।

পুতুলে উচ্-পিচ্ কৰি উঠিল। দিগেনহঁত তেতিয়াও আহি নাপালেহি। ধূমকেতু মেছৰ পৰা দিগেন আৰু প্ৰভাত দুয়োটা আহি পালেহে পুতুল ওলাই যোৱাৰ কথা আছিল। সি এবাৰ থিয় হ'ল আৰু দুৱাৰমুখৰ ফালে আগুৱাই গ'ল। নাই, সিহঁতৰ দেখা-দেখিযেই নাই।

সিহঁতৰ কথামতেই পুতুলে আজি অপেক্ষা কৰি আছে। নগাওঁ কলেজৰ নতুন ইউনিয়ন চেক্ৰেটাৰী পাতিব লাগে। এই পদটোৰ কাৰণে এজন উপযুক্ত প্ৰাৰ্থী লাগে। দিগেন, প্ৰভাতহঁতে বোলে এটা ল'ৰা বিছাৰি পাইছে। নতুনকৈ কলেজলৈ অহা ল'ৰাটোৰ নাম গিৰীন্দ্ৰ কুমাৰ বৰুৱা।

সন্ধ্যা নামি আহিছে। ভিতৰত আন্ধাৰ হৈছে। পুতুলে দিযাচলাইটো মাৰি লেমটো জ্বলাই দিলে। নিমিষতে মেছৰ সৰু কোঠালিটোত আন্ধাৰ আৰু পোহৰৰ মিলন ঘটিল। কলং নদীৰ পাৰৰ বতাহ এজাকে হঠাতে মেছৰ বেৰ কেইখনত হেঁচা এটা মাৰি গ'ল আৰু দুৱাৰখন কঁপাই তুলিলে। সেমেকা বতাহজাকৰ মাজত দিগেনহঁতৰ মাত শুনা গ'ল। সিহঁত আহিল। দুৱাৰখন খুলি প্ৰভাত আহি পুতুলৰ বিছনাখনতে বহি ওপৰলৈ চালে। —দেৰি কৰিলা। —গম্ভীৰ মাতেৰে পুতুলে কথাকেইটা কৈ মিচিকিয়া হাঁহি এটাৰে প্ৰভাতলৈ চালে।

—এৰা, অলপ দেৰি হ'ল! পিছে তোমাৰ মেছৰ ওপৰত দেখোন খেৰেই নাই। ৰাতি পানী নপৰে জানো?

—নপৰিবনে? সেইকাৰণে বিছনাৰ কাপোৰবোৰ সামৰি থৈছোঁ। পুতুলৰ কথা শুনি দিগেনে ক'লে—সেইকাৰণে মই কৈছোঁ নহয়, আমাৰ তালৈকে ব'লা!

—নাযাওঁ দিযা, তোমালোকৰ মেছটোৰ নাম শুনিলেই বাইজে ভয় খায়।

—ধূমকেতু! —দিগেনে নামটো উচ্চাৰণ কৰি হাঃ হাঃ কৈ হাঁহিলে আৰু অকণমান সময়ৰ পাছত ক'লে—বাৰু নালাগে দিয়া যাব, তাতে তোমাৰ বন্ধু ইন্দ্ৰনীল অকলশৰীয়া হ'ব।

পুতুলে হাঁহি মাৰি ক'লে—ব'লা ব'লা, দেৰি হ'ল। সিহঁত আহি ছাগৈ বৈ আছেহি।

সিহঁত তিনিযোটা বাহিৰলৈ ওলাই আহিল আৰু কলংপাৰৰ সৰু আলিটোৰেদি খোজ ল'লে।

গ্ৰেণ্ড হোটেল। পিছফালৰ এটা কোঠালি। সিহঁত সোমাই যোৱা দেখি ল'ৰা এটাই টেবুলখন মচি দিলেহি। পুতুল বহিল আৰু কাগজবোৰ টেবুলৰ ওপৰতে থ'লে। প্ৰভাত আৰু দিগেনে ইন্দ্ৰনীল আহিছে নেকি চাবলৈ বুলি পকা ৰাস্তাৰ কাষতে ইফাল-সিফাল কৰিলে। সময়বোৰ পাৰ হ'ল। পুতুলৰ আমনি লাগিল। কাগজৰ টোপোলাটোৰপৰা কাগজ এটুকুৰা উলিযালে আৰু কলমটোৰে লিখিলে—"সোণৰ অসম গঢ়িব লাগিব।"

দিগেনহঁত সোমাই আহিল। দিগেনে কাগজখন চাই হাঁহি মাৰি ক'লে—সোণৰ অসম কেনেকৈ গঢ়িবা, আগতে এইবুলি কৈ কাগজখনত লিখিলে—"বিদেশী বহিষ্কাৰ কৰিব লাগিব।"

প্ৰভাতে কাগজখন টান মাৰি নি ক'লে—এইবোৰ কৰিব লাগিলে আমি আন্দোলন আৰম্ভ কৰিব লাগিব।

সেইসময়তে ইন্দ্ৰনীলে গিৰীণৰ সৈতে আহি সিহঁতৰ ওচৰত থিয় হ'ল আৰু কাগজখন দেখি খুউব হাঁহিলে—অ' তোমালোকে হোটেলত বহি বহি আন্দোলন কৰিছা? বাৰু, এতিয়া মোৰ কাম শেষ। এইটো ল'ৰা মই আনি দিলোঁ। এৰেঁই হ'ল গিৰীন্দ্ৰকুমাৰ বৰুৱা। পুতুলে গিৰীন্দ্ৰলৈ স্থিৰ দৃষ্টি ৰাখি চালে। তাৰ পিছতে গুৰু-গম্ভীৰ স্বৰেৰে ক'লে—তোমাক আমি নগাওঁ কলেজৰ ইউনিয়ন চেক্ৰেটাৰী পাতিব খুজিছোঁ। তুমি নিশ্চয় আপত্তি নকৰিবা।

গিৰীণে তললৈ মূৰ কৰি কিছু সময় তলকা মাৰি থাকি ক'লে—মহজ্জা, মই যদি চেক্ৰেটাৰী হৈ পঢ়া-শুনা ঠিকমতে কৰিব নোৱাৰোঁ মা-হঁতে বেয়া পাব।

ইন্দুই গিৰীণৰ কথা শুনি গৰগৰাই উঠিল—হেৰ গিৰীণ তেনে কথা নকৰিব

বুজিলি ! অসমদেশৰ ডেকা ল'ৰা ইমান দুৰ্ব্বল হ'লে নচলিব। পঢ়িবও লাগিব, লগে লগে দেশৰ কামো কৰিব লাগিব। বুজিছ পুতুল, এইবাৰ ইয়াৰ সাৰণ নাই। ইয়াক চেক্ৰেটাৰী বনাই ল'বই লাগিব আৰু তাৰ পাছত, তাৰ পাছত গ্ৰেণ্ড হোটেলৰপৰা আমাৰ কাৰ্য্যালয় নগাওঁ কলেজলৈ স্থানান্তৰিত কৰিব লাগিব।

ইন্দ্ৰৰ কথাবোৰ শুনি পুতুলহঁতে হাঁহিলে। গিৰীণে একো নামাতি মনে মনে থাকিল। ক্ষীণ, লাহি মৰম লগা গিৰীণলৈ চাই পুতুলে মিঠা হাঁহিৰে ক'লে—তেনেহ'লে এতিয়া সভা ভঙ্গ।

পুতুল গ'ল ভঙাঘৰ মেছলৈ, ইন্দ্ৰই গিৰীণক থ'বলৈ আমোলাপট্টিলৈ গ'ল আৰু দিগেন, প্ৰভাত গ'ল ধুমকেতুলৈ।

পকেটৰপৰা চাবিটো উলিয়াই লৈ পুতুলে মেছৰ দুৱাৰখন খুলি কাগজৰ টোপোলাটো মেজৰ ওপৰত থৈ দীঘলকৈ হুমুনিয়াহ এটা কাঢ়িলে আৰু বিছনাখনত দীঘল দিলে। তাৰ কিন্তু টোপনি নাহিল, মনলৈ আহিল হাজাৰ-বিজাৰ চিন্তা। স্বাধীনতাৰ পাছৰ পৰাই অসমৰ অৰ্থনৈতিক, সাংস্কৃতিক আদি সকলো দিশৰপৰাই অসমদেশ পিছ পৰি গৈছে। ঐতিহ্যমণ্ডিত অসমীয়া জাতিৰ মেৰুদণ্ড উপনিবেশ শাসনৰ শোষণত বেঁকা হৈ পৰিছে। অসমৰ নেতাসকলে নিজৰ স্বাৰ্থৰ কাৰণে চিন্তা কৰোঁতে কৰোঁতে পাহৰি পেলালে অসমৰ সমাজৰ উন্নতিৰ কথা। অসমৰ সকলো সম্পদ কেন্দ্ৰই লুটি নিলে, তাৰোপৰি স্বাধীনতাৰ পিছৰপৰাই বিদেশীসকলক অসমলৈ আমদানি কৰি অসমৰ ভাষা-সংস্কৃতিৰ চিৰদিনৰ কাৰণে বিলুপ্তি সাধন কৰিবলৈ বিচাৰিছে। যদিহে অসমৰ সন্মুখত দেখা দিয়া বৃহৎ সমস্যাৱলী সমাধান কৰিব পৰা নাযায় তেনেহ'লে অসমীয়া জাতি অতি শীঘ্ৰেই সংখ্যালঘুত পৰিণত হ'ব।

পুতুলে বেৰখনৰ ফালে মুখ ধুৰালে আৰু চকুকিটা মুদি টোপনি যাবলৈ চেষ্টা কৰিলে। হঠাতে সি অনুভৱ কৰিলে তাৰ ক্লান্ত-পৰিশ্ৰান্ত দুচকুত যেন নিমিষতে নামি আহিছে এজাক আন্ধাৰ।

বাহিৰৰ দুৱাৰত খট্-খটনিৰ শব্দ শুনি পুতুলে ধৰ্মৰ্ খাই সাৰ পাই উঠিল আৰু দুৱাৰখন খুলি আচৰিত হ'ল।

—ইন্দ্ৰ তই। ইমান ৰাতি ক'ৰ পৰা আহিলি ?

—ধেৎ, তোক এৰি মই ক'তো থাকিব নোৱাৰোঁ পুতুল! তোৰ হ'বলা টোপনি আহিছিল?

—এৰা, এইমাত্ৰ!

ইন্দ্ৰই বাল্টিটোৰপৰা পানী এমগ নি ভৰিখন ধুলে আৰু ভিতৰলৈ সোমাই আহি ক'লে—বুজিছ, তাক মই বাটে-বাটে বুজালোঁ।

—পিছে সি কি ক'লে?

—কি ক'ব আৰু মনে মনে আছে। ল'ৰাটোৰ কিন্তু দক্ষতা আছে, গঢ়িলে-পিতিলে উজ্জ্বল হ'ব। এইবাৰ তাক সাধাৰণ সম্পাদক পাতি ছাত্ৰ ফেদাবেচন ওফোৰাব লাগিব। দেখা নাইনে, বিশ্ববিদ্যালয়ত একেৰাহে তিনিজন সম্পাদক হ'লেই, আৰু নোৱাৰিব। ছাত্ৰ সন্থাক জীয়াই ৰাখিবলৈ হ'লে বিশ্ববিদ্যালয়ত খুটি পুতি ল'ব লাগিব।

—বাৰু হ'ব দে ইন্দ্ৰ, মোৰ টোপনি ধৰিছে, এতিয়া শুই থাক।

—বাৰু দে। ইন্দ্ৰই কথা কোৱা বন্ধ কৰি পুতুলৰ কাষতে বাগৰ দিলে। তেতিয়া ক'ৰবাত শিয়ালিয়ে হোৱা দিছিল।

—শুনিছনে পুতুল শিয়ালিয়ে হোৱা দিছে, তৃতীয় প্ৰহৰ চলিছে।

তৃতীয় প্ৰহৰ ৰাত্ৰি অতি বিতোপন
ৰাস ক্ৰিয়া কৰিবাক কৃষ্ণৰ গেল মন।

বেৰৰ ফালে মুখ কৰি থকা পুতুলে হাঁহি দিলে। পুতুলৰ হাঁহিটো ঠাইতে বেৰাখনত ঠেকা খাই মন্দভাৱে প্ৰতিধ্বনিত হ'ল।

* * *

॥ ২ ॥

নগাওঁ কলেজৰ নিৰ্বাচনত গিৰীন্দ্ৰকুমাৰ বৰুৱা ছাত্ৰ সন্থাৰ সাধাৰণ সম্পাদকৰূপে নিৰ্বাচিত হ'ল। লগে লগে নগাওঁ কলেজত ছাত্ৰ-সন্থাৰ কাৰ্য্যালয় নিগাজিকৈ পতা হ'ল। ইয়াৰ দুদিনমানৰ পিছতে পুতুলে নিজৰ গাওঁ উলুৱনীলৈ বুলি যাত্ৰা কৰিলে। কলিয়াবৰৰ কলং নদীৰ পাৰৰ এখনি সৰু গাওঁ উলুৱনী। পুতুলে ৰাতিপুৱাতে শুই উঠি নদীৰ পাৰ পালেগৈ। তাৰ

চকুৰ আগত ভাঁহি উঠিল শস্য-শ্যামলা অসমী আই। অতীত গৌৰৱেৰে গৌৰৱান্বিতা। বাণ, ভগদত্ত, চুকাফা জাতিৰ সি নাতি, লাচিতৰ তেজেৰে পিৰ্-পিৰাই থকা তাৰ দুটা সবল বাহু। সি পানীলৈ নামি গ'ল। আজি-কালি কলং নদীৰ উচ্ছল যৌৱন নাই। ক্ষীণাঙ্গি কলং। হঠাতে পুতুলৰ কলংপাৰৰ কবিলৈ মনত পৰিল—ভালপাওঁ কিয় মই, কিমতে বুজাম হেবা, ভালপাওঁ কিয়নো তোমাকে ? সৃষ্টিৰ মাধুৰী ৰাশি, জীৱনৰ মৌকোঁহ আছে দেখোঁ লুকাই তোমাতে।

পুতুলে এককাল পানীত থিয়হৈ নিজে নিজে হাঁহিলে। সময় পাৰ হ'ল, পুতুল নদীৰ বুকুলৈ, আৰু বুকুলৈ নামি গ'ল। সি শীতল পানীৰ কলু-কলনিত শুনিবলৈ পালে—জীয়াই থকাৰ মৃদু গান। পবিত্ৰ পানীৰ সোঁতে চিৰদিন সাঁতোৰ দিয়া পুতুলক বহুদূৰলৈ উটুৱাই লৈ গ'ল। অলপ দূৰ নিজকে সোঁতৰ লগত এৰি দি পুতুল পাৰলৈ উঠি আহিল। গাৰ তিয়নিখন আঁঠুৰ ওপৰতে চেপি গাৰ'ৰ কেঁচা আলিটোৰেদি সি ঘৰলৈ খোজ দিলে। পানীৰ পৰা উঠি আহোতে প্ৰথমে তাৰ যিটো চেঁচা লাগিছিল, সেই চেঁচা হঠাতে তাৰ নাইকিয়া হ'ল। সি দৌৰিলে। তিতা গাৰে দৌৰি-দৌৰি সি গাই গ'ল—আহ আহ ওলাই আহ, অসমীয়াৰ দল, দুবাহুত তই গোটাই ল বীৰ লাচিতৰ বল।

ৰাতিপুৱাৰ নিৰ্জান আলিত খোজ দি সি পুনৰ ভাবিলে—সি অসমী আইৰ কাৰণে কৰিব লাগিব মুক্তি পণ। সি জিনিব লাগিব অবিবেচক-স্বেচ্ছাচাৰী চৰকাৰৰ কূটনীতি, আনিব লাগিব অসমী আইৰ বুকুলৈ ঐক্য, শান্তি আৰু প্ৰগতিৰ নতুন প্ৰতিশ্ৰুতি।

সি কোন সময়ত ঘৰৰ চোতাল আহি পালেহি গমকে নাপালে। তিতি-বুৰি অহা পুতুলক দেখি মাকে মিচিকিয়াই হাঁহিলে। মাকে জানে, নদীত গা ধোৱাটো পুতুলৰ আজিৰ কাম নহয়। সৰুৰেপৰাই পুতুলে পানীত সাঁতুৰি ভাল পায়।

—তই হ'বলা ব্ৰহ্ম পুৱাতে গা ধুবলৈ গলি ?

—অ' মা। নদীত গা ধুই বৰ ভাল লাগে অ'।

—বাৰু বাৰু হ'ব দে, এতিয়া কাপোৰ-কানি সলাই ল, জলপান খাব লাগে।

—তোমাৰ জানো গোসাইঘৰৰ কাম হ'ল মা ?

—অ' ইমানপৰে নহ'বনে ? এতিয়া বেগেতে আহ !

পুতুলৰ মাক লক্ষ্মীদেৱীযে কথা কৈ কৈ ঠাইতে বাপেকে কাম কৰি থকা কোঠালিটোলৈ সোমাই গ'ল।

পুতুলৰ দেউতাক প্ৰাইমাৰী বিদ্যালয়ৰ হেডপণ্ডিত। গাম্ভীৰ্য্যপূৰ্ণ আৰু ব্যক্তিত্বসম্পন্ন দেৱকান্ত মহন্তক সকলোৱেই মহন্তচাৰ বুলিযেই মাতে। শ্ৰদ্ধা কৰে, ভক্তি কৰে। পুতুলৰ মাক সোমাই অহা দেখি মহন্তচাৰে সুধিলে— পুতুলনো ক'লৈ গৈছিল ?

কথাষাৰ কৈযেই মহন্তচাৰে মাহেকীযা দৰমহাৰ বিলখনত চকু ফুৰালে, বিলখন সোনকালে নিদিলে মাষ্টৰজাকে নাখাই মৰিব।

—কিয, একো নামাতিলা দেখোন ?

—আপোনাৰ জানো মোৰ কথা শুনিবলৈ সময় আছে ?

—অ' সেইটো কথা। কোৱা, কোৱা। মই বিলখন চাই দিছোঁ বুজিলা, পিছে কি হ'ল ? পুতুল ক'লৈ গৈছিল ?

—সি নদীত গা ধুবলৈ গৈছিল।

মহন্তচাৰে খেক্-খেকাই হাঁহি ক'লে—বৰ ভাল কথা বুজিলা নদীত গা ধুৱাটো বৰ ভাল কথা। নদীৰ বুকু ভৰা পানী, মন-প্ৰাণ ধালি গা ধুব পাৰি। নদীৰ প্ৰাণৰ কথা শুনিব পাৰি। নদীযে কিমান কথা কয।

—আপুনিও মানুহ ! নদীযে জানো কথা কয ?

—কয লক্ষ্মী, কয। আমি বুজি নাপাওঁ দেখিহে।

—বাৰু হ'ব দিযক, এতিয়া ভিতৰলৈ আহক মই জলপান জোগাৰ কৰোঁগৈ।

লক্ষ্মীদেৱী যোৱাৰ পিনে ব' লাগি চাই থাকি মহন্তচাৰে ভাবিলে, লক্ষ্মী সঁচাকৈযে লক্ষ্মী। তেওঁলোকৰ বিবাহিত জীৱনৰ পাঁচ বছৰ অতিক্ৰম কৰাৰ পাছত বৰদোৱা থানত বন্তি এগচি দিযাৰ পাছত পুতুলৰ জন্ম। মানুহে কৈছিল, শঙ্কৰদেৱ আহিছে। মহন্তচাৰে অকলে-অকলে হাঁহিলে। পুতুল জন্ম হোৱাৰ পাছতে যেন ঘৰখনত শান্তিৰ ফুল সৰি পৰিল। তাৰ পিছতে আহিল বীণা, দিলীপ, বিপুল। ঘৰখন হাঁহিৰে ভৰি গ'ল। প্ৰাইমাৰী বিদ্যালয়ৰ কণ-কণ ল'ৰা-ছোৱালী গটি-পিটি মানুহ দাযিত্ব যেন আৰু দুগুণে

বাঢ়িল। তাৰ পিছত? তাৰ পিছত সময়ৰ চকৰীটোত জোট লাগিল—ভাষা, খাদ্য, বিদেশীৰ মাজত টনা-আজোৰা লাগিল।

—দেউতা। মায়ে পাকঘৰলৈ মাতিছে।

বিপুলৰ কথাত মহন্তচাৰ চক্ খাই উঠিল।

—অ' মাৰে মাতিছে ব'ল, ব'ল। পুতুলৰ দেউতাকে কাগজ-পত্ৰবোৰ সামৰি-সোতৰি টেবুলখনৰ ওপৰতে থৈ ভিতৰলৈ চাই চিঞৰি মাতিলে—পুতুল, বিপুল আহ।

পুতুলে দেউতাকৰ মাত শুনি লৰালৰিকৈ চুলিখিনি ফণিয়াই দেউতাকৰ ওচৰ পালেগৈ।

—মোক মাতিছিল দেউতা?

—অ' মাৰে জলপান খাবলৈ মাতিছে, আহ।

এটা এটাকৈ তিনিটা ল'ৰা ৰান্ধনিশালৰ সৰু কোঠালিটোত পাৰি থোৱা চাৰিখনতে বহিলগৈ। জলপান খাই থাকোতে মহন্তচাৰে সুধিলে—অহতৰ অধিবেশন কেতিয়া হ'ব?

—এই মাহতে হ'ব দেউতা।

—ক'ত হ'ব?

—শিৱসাগৰত।

—কি বিষয়ৰ ওপৰত অধিবেশনত গুৰুত্ব আৰোপ কৰা হ'ব?

—বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ ওপৰত বিশেষকৈ গুৰুত্ব আৰোপ কৰা হ'ব। যোৱা '৭৭-'৭৮ চনৰ সভাপতি ললিতচন্দ্ৰ ৰাজখোৱা আৰু সম্পাদক নগেন শৰ্মাৰ নেতৃত্বত সদৌ অসম ছাত্ৰ সন্থাই অসম চৰকাৰৰ লগত আলোচনা কৰিছিল। কিন্তু সেই সময়ৰ চৰকাৰে বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কাৰৰ বাবে কিছু সময় বিচাৰিলে। ছাত্ৰ সন্থাই সময়ো দিছিল, যিখিনি সময় দিছিল, সেইখিনি সময়ৰ ভিতৰত কোনো কাম নকৰাৰ কাৰণে পুনৰ ছাত্ৰ সন্থাই আন্দোলন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছিল।

১৯৭৯ চন সোমাল। জানুৱাৰি, ফেব্ৰুৱাৰী মাহো গ'ল, তথাপিও চৰকাৰৰ ফালৰপৰা কোনো সঁহাৰি নাই। গতিকে, শিৱসাগৰ অধিবেশনত বিদেশীৰ সমস্যাটোকে বেচিকৈ অগ্ৰাধিকাৰ দিয়া হ'ব।

কথাখিনি কৈ পুতুলে পুনৰ জলপান খোৱাত লাগিল। মহন্তচাৰে কিছু

সময় মনে মনে থাকি পুতুললৈ চাই ক'লে—এৰা, সোনকালে কামবোৰ কৰ, নহ'লে বিপদ আহি আছে। বৰ্ত্তমানে অসমৰ অস্তিত্ব ৰক্ষা কৰিবলৈ হ'লে এটা অৰাজনৈতিক, বলিষ্ঠ আৰু নিঃস্বাৰ্থ সংগঠনৰ প্ৰযোজন। আমাক আদৰ্শবান, নিষ্ঠাবান এজন নেতাৰ প্ৰয়োজন হৈছে পুতুল!

—হয় দেউতা। অসমৰ ৰাইজক এনে এজন নেতাৰ প্ৰযোজন হৈছে, যিজনে অসমীয়া ৰাইজক বাট দেখুৱাই নিব পাৰিব।

মহন্তচাৰে ক'লে—বুজিছ পুতুল, পৃথিবীত সত্যও আছে ধৰ্মও আছে, মাত্ৰ আমি কামত আগবাঢিব লাগে।

ইমানপৰ মনে মনে জলপান খাই শেষ কৰা বিপুলে থৰ্ হৈ দেউতাকলৈ চাই ক'লে—দেউতা,

মানৱতাৰ দাৰুণ দুৰ্ভিক্ষত
এতিয়াও আমি পীড়িত
পথ নিৰ্দেশহীন
অতিক্ৰম আমাৰ।

ওচৰতে থকা মাকে হাঁহি মাৰি ক'লে—এওঁৰ আৰু কাম নাই, কেৱল কবিতা, কবিতা।

পুতুলে মাকলৈ চাই মিঠা হাঁহি এটা মাৰি পুনৰ বিপুললৈ চালে। বিপুলে লাজতে এখন্তেকো নবৈ ৰান্ধনি ঘৰৰপৰা দৌৰ মাৰিলে। তাৰ যোৱাটোলৈ লক্ষ্য কৰি আটাইকেইটাই এবাৰ হাঁহিলে। পুতুলে চিৰা আৰু দৈৰ জলপানখিনি জুলীযা মিঠৈৰে সানি খাবলৈ ধৰি ক'লে—দেউতা, মই পৰহিলৈকে শিৱসাগৰলৈ যাম বুলি ভাবিছোঁ।

—এৰা, যা। পিছে মাৰক কৈছ নে নাই?

—নাই কোৱা, ক'ম।

—এৰা মাৰক কবি। সকলো কবি। বৰ্ত্তমান নাৰীজাতিযে সকলো বুজি পাব লাগিব। প্ৰতি ঘৰে ঘৰে নাৰী জাগৰণ হ'ব লাগিব। নাৰীযেই হৈছে পৃথিৱীৰ আদিম শক্তি।

কথা শেষ কৰি তেওঁ লবালৰিকৈ জলপানৰ বাটিটোত মন দিলে। ইতিপূৰ্ব্বে পুতুলৰ খোৱা শেষ হৈছিল। ঘটিটোৰপৰা পানীখিনি ঘট্ ঘট্

কৈ পি সি ক'লে—দেউতা, মই আজি সন্ধিয়া স্কুলঘৰতে এখন মিটিং দিওঁ বুলি ভাবিছোঁ।

—কিহৰ কাৰণে?

—ভাবিছোঁ গাৱঁৰ ৰাইজক আমাৰ সংকল্পৰ বিষয়ে কিছু কথা অবগত কৰা ভাল। সকলো ঠাইতে এইদৰে মিটিং দিয়াৰ ব্যৱস্থা কৰা হৈছে।

—ঠিকেই ভাবিছ পোনা। ৰাইজে সকলো কথা জানিব লাগে।

—তেনেহ'লে মই যাওঁ দেউতা, মিটিঙৰ বাবে ৰাইজক মাতিব লাগে।

—অ' যা বাৰু।

পুতুল বহাৰ পৰা উঠিল আৰু ভিতৰত থকা মাকক চিঞৰি মাতি ক'লে—মা, মই আহিলোঁ।

দুৱাৰমুখতে ৰৈ থকা বীণাই চিঞৰি ক'লে—দাদা, সোনকালে আহিবা।

॥ ৩ ॥

ৰাতিলৈ উলুৱনী গাৱঁৰ প্ৰাইমাৰী স্কুলত মিটিং বহিব। দিনৰ দিনটো অলো-তলোকৈ গাৱঁৰ মাজে মাজে মানুহবিলাকক খবৰ দি পুতুল সন্ধিয়াপৰত ঘৰ পালেহি। মাকৰ শুকান মুখখনলৈ পুতুলে এবাৰ চাই নিজৰ কোঠালি-টোলৈ সোমাই গ'ল আৰু কাগজ এসোপা উলিয়াই ল'লে।

মাকে ওচৰলৈ আহি সুধিলেহি—দিনৰ দিনটোনো ক'লৈ গৈছিলি, ভাত সজোৱাতে থাকিল।

—অ' মা। ঘৰলৈ আহিবলৈ আজি সময়কে নাপালোঁ।

—কিহৰনো ইমান কাম ওলাল?

—আজি গাৱঁৰ প্ৰাইমাৰী বিদ্যালয়খনতে এখন সভা আহ্বান কৰা হৈছে।

—কিয়?

—আমাৰ দেশৰপৰা বিদেশী বহিষ্কাৰ কৰিব লাগিব মা। কাকতি ফাকিঙৰ দৰে বিদেশী আহি আমাৰ দেশখন চানি পেলালে। যদি আমি এই বিদেশীবোৰ বহিষ্কাৰ কৰিব নোৱাৰো আমাৰ ভাষা-সংস্কৃতি লোপ পাব

আৰু দেশৰ অস্তিত্ব হেৰাই যাব। এই সকলোবোৰ কথা আলোচনা কৰিবলৈকে বাতিলৈ সভাখন পতাৰ দিহা কৰা হৈছে।

—সঁচানে পোনা! দেশৰ অস্তিত্ব ৰক্ষা পৰিবনে? বন্তুৰ চৰা দামকে আদি কৰি দেশৰ বিভিন্ন সমস্যাৰ সমাধান কৰিব পৰা যাবনে?

মাকৰ মুখত দেশৰ সমস্যাৰ কথা শুনি পুতুলে ভাবিলে তাৰ চেনেহী মাকজনীয়ে সকলো জানিছে, সকলো বুজিছে। সি অভিভূত হ'ল। অসমৰ প্ৰতি গৰাকী মাতৃ তেনেহ'লে সচেতন হৈ পৰিছে। মিছিককৈ হাঁহি এটা মাৰি পুতুলে মাকলৈ চাই ক'লে—মা, দেশৰ মঙ্গল হ'বই লাগিব। দেশৰ বিভিন্ন সমস্যাৰ সমাধান কৰিবই লাগিব।

—তই জানো অকলে পাৰিবি পোনা?

—মই অকলে নহয় মা, হাজাৰ হাজাৰ অসমৰ ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰী দেশৰ কামৰ কাৰণে ওলাই আহিছে। আৰু ওলাই আহিব লাগিব আবাল বৃদ্ধ-বনিতা, তোমাৰ নিচিনা অলেখ মাতৃ।

মাকে পুতুললৈ একেথৰে চাই থাকি ক'লে—বাৰু, ব'ল এতিয়া কিবা এটা খাই লগৈ দিনৰ দিনটো একো খোবাই নাই নহয়।

—মোৰ ভোক নাই মা। তোমাৰ লগত কথাপাতি থাকিলে মোৰ ভোক কোনিবা পলাই যায়।—পুতুল থিয় হ'ল আৰু কোঠালিটোৰ ভিতৰতে থিয় হৈ ক'বলৈ লাগিল—

—চোৱা মা, স্বাধীনতাৰ পিছৰ পৰাই কেন্দ্ৰই আমাক শোষণ কৰি আহিছে। অসমৰ প্ৰতি যেন কেন্দ্ৰৰ কোনো দায়বদ্ধতা নাই, সদায় আমি কেন্দ্ৰৰ দায়বদ্ধতাৰ অভাৱ লক্ষ্য কৰি আহিছোঁ। প্ৰতি কথাতে কেন্দ্ৰই আমাক অৱহেলা কৰা হৈছে। সেইকাৰণে আমাৰ স্বাৰ্থৰক্ষাৰ হকে আমি এটা আন্দোলন গঢ়ি তুলিবই লাগিব। য'ত সকলো অসমৰ লোকে জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্বিশেষে জঁপিয়াই পৰিব লাগিব আৰু যাৰ নীতি হ'ব ঐক্য-সংহতিৰ মাজেদি দেশৰ অস্তিত্ব ৰক্ষা কৰা।

পুতুলে লক্ষ্য কৰিলে—মাকৰ দুগালেদি চকুপানী বৈ আহিছে। হঠাতে মাকৰ চকুত চকুপানী দেখি পুতুলে আবেগ বিহ্বল হৈ চিঞৰি উঠিল—মা, তুমি কান্দিছা? নাকান্দিবা মা! —পুতুলে মাকৰ চকুপানী হাতেৰে মচি দি ভাবিছে, সি আজি কাৰ চকুপানী মচিছে?

বিহাৰ আঁচলেৰে দুগালৰ চকুপানী মচি মাকে পুতুলৰ ওচৰ চাপি গৈ কপালতে চুমা এটা খাই ক'লে—পোনা, সত্যত থাকিবি। অহিংসাৰ বাণীৰে আগবাঢ়িবি—জয় তোৰ হ'বই হ'ব।

পুতুলে মাকৰ কপালৰ আগৰ চুলি কেইদাল আঁতৰাই দি এবাৰ স্থিৰ দৃষ্টিৰে মাকৰ মুখলৈ চালে আৰু ভিতৰৰপৰা ওলাই গুচি গ'ল।

সি যোৱাৰ ফালে সতৃষ্ণ নয়নেৰে চাই থাকি মাকে মনতে ক'লে—পোনা, তই একো নাখালি— ।

* * *

উলুবনী গাৱঁৰ প্ৰতি ঘৰে ঘৰে সন্ধিয়াৰ বন্তি জ্বলিল। ৰূপনাৰায়ণ সত্ৰৰ ভবাত কোব পৰিল।

পুতুলে কেঁচা আলিৰ দুয়োৰি বন গছকি থৰ খোজেৰে আগবাঢ়িল উলুবনী গাৱঁৰ প্ৰাইমাৰী স্কুলটোৰ পিনে। আঁতৰৰপৰা লেমৰ পোহৰ দেখি পুতুলে মনে মনে হাঁহিলে। মানুহ গোট খাইছে বুলি সি বেগাই খোজ দিলে।

স্কুলঘৰৰ গেটটো খুলি পুতুল সোমাই গ'ল। ভিতৰখন মানুহৰে ঠাহ খোৱা। অধ্যাপক গুণীন হাজৰিকাই পুতুললৈ চাই ক'লে—দেৰি কৰিলা। পুতুলে হাঁহিলে। স্কুলঘৰত মানুহৰ গুণ-গুণনি শুনা গ'ল। অধ্যাপক হাজৰিকাই সভাপতিৰ আসন গ্ৰহণ কৰাৰ পিছত ছাত্ৰনেতা অভিজীতে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে। তাৰ পাছত নিৰ্দিষ্ট বক্তাৰ আসনৰপৰা বক্তব্য ৰাখিবলৈ পুতুল থিয় হ'ল।

ৰাইজ নিচুপ।

—শ্ৰদ্ধাষ্পদ ৰাইজ!

আজি আপোনালোকে জানিব পাৰিছে যে অসমত বিদেশী নাগৰিকৰ অবৈধ প্ৰবজন বাঢ়িছে, গতিকে তাক ৰোধ কৰিবৰ কাৰণে এটা সুদৃঢ় ব্যৱস্থাৰ প্ৰযোজন হৈছে। সেই ব্যৱস্থা কাৰ্য্যকৰী কৰিবলৈ হ'লে অসমৰ বুকুত হ'ব লাগিব এক অভূতপূৰ্ব জনজাগৰণ। এই জনজাগৰণ হ'ব লাগিলে কণ কণ ল'ৰা-ছোৱালী, ছাত্ৰ-ছাত্ৰী, জীয়াৰী-বোৱাৰী, মাতৃসকল ৰাজপথলৈ ওলাই আহিব লাগিব। আমি সকলোটি একেমুঠে থিয় হ'লে নিশ্চয় আমাৰ জয় হ'বই। দীঘলীয়া বক্তৃতাৰ পিছত পুতুল বহিল—চাৰিওফালৰ পৰা হাত চাপৰিৰ পৰিল। হাত চাপৰিৰ মাজতে অধ্যাপক গুণীন হাজৰিকাই ৰাইজক উদ্দেশী

ক'লে—বিদেশী নাগৰিকৰ সমস্যাৰ সমাধান বিচৰাৰ উপৰিও ৰাইজে বিচাৰিব লাগিব এটা ৰাজনৈতিক পৰিৱৰ্তন। প্ৰতিজন অসমীয়াৰ বুকুত জন্ম দিব লাগিব পুৰণি অসমক নকৈ এবাৰ চোৱাৰ হাবিয়াস।

ৰাইজে হাত চাপৰি দিলে। সকলোৱে একেমুখে ক'বলৈ ধৰিলে—এৰা, আমাক এটা পৰিৱৰ্তন লাগে।

সভা ভঙ্গ হ'ল। সকলো ঘৰাঘৰি গ'ল। সকলোৰে শেষত দুজনমান ছাত্ৰনেতাৰ সৈতে পুতুলে যেতিয়া স্কুলঘৰৰ দুৱাৰত তলা মাৰি আলিবাটলৈ ওলাই আহিল, তেতিয়া ওচৰৰে আমগছ জোপাত কোনোবা নাম নজনা চৰাই এটাই কিৰিলিয়াই উঠিছিল।

বহল আকাশৰ তিপ্ তিপ্ তৰাৰ পোহৰত পুতুলে গাৱঁৰ কেঁচা আলিটোত খোজ পেলাই ভাবিছিল—

এতিয়া আৰু ৰবৰ সময় ক'ত ?

॥ ৪ ॥

সদৌ অসম ছাত্ৰ সংস্থাৰ বাৰ্ষিক অধিবেশনত যোগদান কৰিবলৈ পুতুল শিৱসাগৰলৈ ৰাওনা হ'ল। লগত গ'ল—দিগেন বৰা, গিৰীন্দ্ৰকুমাৰ বৰুৱা, পৰাণ গোঁহাই, ইন্দ্ৰনীল, প্ৰভাত, জীৱন আৰু বিমল বৰা।

অতীতৰ গৌৰৱেৰে ভৰপূৰ শিৱসাগৰৰ প্ৰতিনিধি শিবিৰত পুতুলে লগ পালে অসমৰ আটাইকেইখন জিলাৰপৰা যোৱা ছাত্ৰনেতাসকলক। ললিত ৰাজখোৱা, ভৃগুকুমাৰ ফুকন, ভৰত নৰহ, ধ্ৰুৱ বৈশ্য, অতুল গোস্বামী, নগেন শৰ্মা, জয়নাথ শৰ্মা, নুৰুল হুছেইন, দেৱকুমাৰ বৰা, যতীন মালী আৰু বাৰ্কিপ্ৰসাদ তেলেঙ্গাকে ধৰি আটাইবোৰ সদস্যই পুতুলহঁতক লগ পাই আনন্দ পালে।

নিশা গোপন বৈঠক বহিল। সকলোৱে সভাপতিৰ পদটো পুতুলকে দিয়াৰ সিদ্ধান্ত কৰিলে। সম্পাদক হ'ব ভৃগুকুমাৰ ফুকন।

তৃতীয় দিনা মুকলি অধিবেশন আৰম্ভ হ'ল। জয়নাথ শৰ্মাই মুখত উদ্‌দিগ্নতা লৈ প্ৰথমে আৰম্ভ কৰিলে—স্বাধীনতা লাভৰ আজি ডেৰ কুৰি

বছৰৰ পাছত আমি এক ভয়াবহ সমস্যাৰ সম্মুখীন হৈছোঁ। আজি অসমৰ নেতাসকলে অসমক বিদেশীৰ হাতত তুলি দিছে, অসমৰ ভাষা-সংস্কৃতি বিপদাপন্ন হৈছে। অসমৰ ৰাজনৈতিক নেতাসকলে নিজৰ স্বাৰ্থত বলিয়া হৈ ক্ষমতাৰ বাঘজৰী হাতত লৈ অসমৰ সন্তানৰ ভৱিষ্যত ধ্বংস কৰিবলৈ ওলাইছে। আজি আমি অসমৰ সন্তানসকলৰ ভৱিষ্যত যাতে ধ্বংস নহয়, তাৰ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ ওলাইছোঁ। —ভাষণ শেষ কৰি জয়নাথ শৰ্ম্মাই মঞ্চৰ পৰা নামি আহি পাৰি থোৱা চকিখনত বহিল। লগে লগে মঞ্চলৈ উঠি গ'ল ধ্ৰুৱকুমাৰ বৈশ্য। তেওঁ বক্তৃতা দি ক'বলৈ ধৰিলে—অসমবাসীয়ে প্ৰতিটো ন্যায্যদাবীৰ কাৰণে আন্দোলন কৰিবলৈ বাধ্য হৈ আহিছে। ১৯৬০ চনত অসমত অসমীয়া ভাষা চলাবলৈ প্ৰবল জনমত সাপেক্ষে আন্দোলন চলোৱা হৈছিল। ১৯৬৮ চনত তেল শোধনাগাৰ, ১৯৭২ চনত পুনৰ ভাষাৰ মাধ্যম আন্দোলন, ১৯৭৪ চনত ২১ দফীয়া দাবীৰ ভিত্তিত খাদ্য আন্দোলন আৰম্ভ কৰা হৈছিল। তাৰোপৰি, বিদেশী নাগৰিকৰ অবৈধ প্ৰব্ৰজনৰ বিষয়ে ছাত্ৰসন্থা, পূৰ্ব্বাঞ্চলীয় লোক পৰিষদ, জাতীয়তাবাদী দল, অসম যুৱক সমাজ আদি বিভিন্ন গোষ্ঠীয়ে এই বিষয়ে বিভিন্ন মঞ্চৰ প্ৰস্তাৱ গ্ৰহণ কৰি চৰকাৰক কাৰ্য্যপন্থা হাতত ল'বৰ কাৰণে সঁকিয়াই দি আহিছে।

১৯৭৩ চনত ৯ অক্টোবৰ তাৰিখে ছাত্ৰ সন্থাৰ সাধাৰণ সম্পাদক প্ৰসন্নলাল চৌধুৰীৰ নেতৃত্বত এটা সজাতীদলে ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰাগান্ধীৰ হাতত অসমলৈ অহা বিদেশী প্ৰব্ৰজনৰ বিষয়ে স্মাৰক-পত্ৰ দাখিল কৰিছিল।

সেইসময়ত চৰকাৰে একো নকৰিলে যদিও আজি অসমীয়া বাইজে সকলো বুজিছে আৰু ৰাইজৰ চকুত অস্বাভাৱিকভাৱে 'বাঢ়ি অহা ভোটদাতাৰ ভয়াবহতা জিলিকি উঠিছে। এতিয়া আমি দৃঢ় সংকল্প ল'ব লাগিব। নিষ্পেষিতসকলৰ মুক্তিৰ বাবে আমি আজি জনতাক আহ্বান জনাব লাগিব।

ভৃগুকুমাৰ থিয় হৈ মুক্তকণ্ঠে আৰম্ভ কৰিলে,—১৯৭৯ চনৰ মাৰ্চ মাহত মঙ্গলদৈ লোকসভাৰ সমষ্টিৰ সংসদী সদস্য হীৰালাল পাটোৱাৰীৰ মৃত্যু হৈছিল। তেখেতৰ মৃত্যুত উক্ত সমষ্টিত ভোটাৰ তালিকাৰ খচৰা প্ৰস্তুত কৰোঁতে সহস্ৰজন বিদেশীলোকৰ নাম অন্তৰ্ভুক্ত হৈছে বুলি দাবী উপস্থাপন কৰা হয়। আৰু ভোটাৰ তালিকাত থকা বিদেশীৰ বাবে ৪৭, ৬৫৭টা অভিযোগ চৰকাৰী আবেদন-

পত্ৰৰ যোগেদি দাখিল কৰা হয়। এই অভিযোগৰ ৩৬,৭৮০টাৰ বিচাৰ হয় আৰু এই বিচাৰত ২,৬৭৮০জন লোকক বিদেশী বুলি চিনাক্ত কৰা হয়।

এই ঘটনাই চাৰিওফালে আলোড়নৰ সৃষ্টি কৰিছিল। আৰু এতিয়া আমি এইক্ষেত্ৰত সবল আৰু সুদৃঢ় পদক্ষেপেৰে আগুৱাই যাব লাগিব।

এইবাৰ পুতুল মণ্ডলৈ উঠি গ'ল আৰু গম্ভীৰ স্বৰেৰে ক'বলৈ ধৰিলে—অসমত জন বিস্ফোৰণ ঘটিছে আৰু এই বিস্ফোৰণৰ কণিকাই অসমৰ ভাষা-কৃষ্টি, অৰ্থনীতি, অসমৰ অস্তিত্ব আদি সকলো দাহ কৰিবলৈ ওলাইছে। ইয়াৰ উপৰিও কেন্দ্ৰই আজি অসমক ভিক্ষাৰী কৰাৰ চক্ৰান্ত কৰিছে। অসমত নাই কি? খাৰুৱা তেলকে ধৰি সকলো সম্পদ থাকিও আজি একো নাই। দিল্লীযে অসমক চুঁহি চুঁহি চেপেটা কৰিছে, যাৰ ফলত অসমৰ বুকুত হাজাৰ হাজাৰ নিবনুৱা যুৱক-যুৱতীয়ে হতাশাত প্ৰমাদ গণিছে। আনফালে হাজাৰ হাজাৰ অনা-অসমীয়াই অসমৰ সম্পদৰাজি লুটি শেষ কৰিব লাগিছে। আমি এই অন্যায়ৰ বিৰুদ্ধে যুদ্ধ দিব লাগিব। কিন্তু এই যুদ্ধ হ'ব অহিংসাৰ যুদ্ধ।

মানুহৰ গুণ-গুণনিৰ মাজতে বাৰ্কি প্ৰসাদে মণ্ডলৈ উঠি গৈ আৰম্ভ কৰিলে,—৭৫১খন অসমৰ চাহ বাগিছাত আমাৰ বনুৱা ভাইসকলে ১,৮৭,৪৯৫ হেক্টৰ মাটিত অক্লান্ত পৰিশ্ৰম কৰি চাহ খেতি কৰিছে, কিন্তু তাৰ ফল ভোগ কৰিছে বাহিৰৰ লোকসকলে। তৰোপৰি সদৰ কাৰ্য্যালয় পাতিছে কলিকতা, লণ্ডনত। আৰু তাত দৰমহা পাই আমোদ কৰিছে বাহিৰৰ কৰ্ম্মচাৰীসকলে, ৰয়েলিটি পাইছে বঙ্গদেশে। ইয়াতকৈ আৰু কিবা পৰিতাপৰ কথা আছেনে? অসমৰ ৪১টা প্লাইউদ ফেক্টৰীৰ পৰাই বছৰি অসমৰ বাহিৰলৈ ৬০০ কোটি টকা লৈ যোৱা হয়। আৰু ৰেলৰ চাকৰি? ৰেলৰ চাকৰিত কেইটা অসমীয়া ল'ৰা আছে? তাৰোপৰি ৰেলৰ আলিৰ দাঁতিত ৰেলৱেৰ মাটিৰ সুবিধালৈ ধুবুৰীৰ পৰা ডিব্ৰুগড়লৈকে হাজাৰ হাজাৰ বিদেশী আহি চানি ধৰিছেহি।

ইয়াৰ আমি ব্যৱস্থা কৰিব লাগিব। সোণ গজা অসমৰ মাটিৰপৰা বিদেশীৰ নিষ্পেষণ মুক্ত কৰিবলৈ আমি আজি শৃঙ্খলাবদ্ধ হৈ কাম কৰি যাব লাগিব।

এইবাৰ মণ্ডলৈ আগুৱাই গ'ল যতীন মালী—

—অসমক সকলো ফালৰপৰাই বঞ্চিত কৰা হৈছে। সাধাৰণ পিয়ন চাকৰি এটাৰ বাবেও অসমৰ ডেকা-গাভৰু বঞ্চিত হৈছে। বাহিৰৰ পুঁজিপতিয়ে

কোটি কোটি টকা লুটি নিব লাগিছে। অসমত ৰাস্তা-ঘাটৰ অভাৱ, এখন দলগুৰ কাৰণেও অসমীয়া বাইজে আন্দোলন কৰিব লাগে। ইফালে কিন্তু গঙ্গানন্দীত চৈধ্যখন দলং আৰু আনহাতে অসমৰ বিশাল লুইতৰ ওপৰত দুখন দলং সাজিবলৈকো কেন্দ্ৰৰ ক্ষমতা নাই। তেল আৰু গেছ আয়োগত অসমীয়া ল'ৰাৰ চাকৰি নাই। এফালে অৰ্থনৈতিক শোষণ আৰু আনফালে লাখ লাখ বিদেশীয়ে অক্টোপাছৰ দৰে অসমক গ্ৰাস কৰিবলৈ অগ্ৰসৰ হৈছে। এই সন্ধি-ক্ষণত আমি আজি একগোট হৈ কাম কৰিব লাগিব।

বন্ধুসকল, আজি আমাৰ প্ৰতিজন সদস্যই হ'ব লাগিব নিঃস্বাৰ্থ দেশপ্ৰেমিক আৰু একো একোটা জ্বলন্ত অগ্নিৰ ফিৰিঙতি।

আকৌ হাত চাপৰিৰ পৰিল। বভাতলিত গুণ-গুণনি উঠিল। সভা ভঙ্গ হ'ল। চাৰিওফালে সন্ধিযাৰ বন্তি জ্বলি উঠিল। বন্তিৰ শিখাই যেন কঢ়িয়াই আনিলে—অসমলৈ এক নতুন জাগৰণৰ আহ্বান।

॥ ৫ ॥

ৰেডিঅ' যোগে আঞ্চলিক বাতৰিত দেৱকান্ত মহন্তই বাৰ্তাৰটো পাইছিল—তেওঁৰ পুত্ৰ প্ৰফুল্লকুমাৰ মহন্ত ( পুতুল ) সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি ৰূপে নিৰ্বাচিত হৈছে। সাধাৰণ সম্পাদক ভৃগুকুমাৰ ফুকন। ৰেডিঅ'টো বন্ধ কৰি একে ঠাইতে বহি আছিল দেৱকান্ত মহন্ত। ভাৱিছিল ইমান গধুৰ দায়িত্ব তেওঁৰ পুত্ৰই পালন কৰিব পাৰিবনে ?

—কি হ'লনো ? কিবা বাতৰি পালে নেকি ? এনেকৈ যে থৰ লাগিল।

দেৱকান্ত মহন্তই পুতুলৰ মাকলৈ চাই একো উদ্বিগ্নতা প্ৰকাশ নকৰাকৈ ক'লে —তোমাৰ পুতেৰা সদৌ অসম ছাত্ৰসন্থাৰ সভাপতিৰূপে নিৰ্বাচিত হৈছে।

—অ' সেইটো কথাতে ইমান গহীন হ'ব লগা হ'লনে ?

—এবা কৈছাহে। ইমান গুৰু দায়িত্ব সি বহন কৰিব পাৰিব জানো পুতুলৰ মাক ?

—কিয় নোৱাৰিব ? সি মোৰ ল'ৰা। মাতৃ হিচাপে মই তাক চিনি পাবলৈ বাকী নাই। সি পাৰিব, নিশ্চয় পাৰিব। আপুনি চিন্তা নকৰিব, সকলো ঈশ্বৰৰ ইচ্ছা।

পুতুলৰ মাকে কথা কৈ কৈ গোঁসাইঘৰলৈ সোমাই গ'ল আৰু গোঁসাইৰ থাপনাৰ আগত এগছি বন্তি জ্বলাই দিলে। বন্তি গছৰ উজ্বল দীপশিখাৰে গোটেই ঘৰটো উজ্বলি উঠিল। পুতুলৰ মাকে থাপনাৰ আগত সেৱা জনাই ল'ৰাহঁতৰ মঙ্গলৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালে।

—বোলো, মহন্ত ঘৰত আছেনে ?

—আছোঁ আহা। অ গোস্বামী আহিলা।

—এৰা, ৰেডিঅ'ত শুনিলোঁ তোমাৰ ল'ৰা বোলে সভাপতি হৈছে।

—মযো তোমাব নিচিনাকৈ ৰেডিঅ'তহে শুনিলোঁ।

—বৰ ভাল হৈছে মহন্ত, বব ভাল হৈছে।

এইবাৰ ল'ৰাহঁতেহে যদি পাবে, নহ'লে দেশ গ'ল বুজিলা মহন্ত। সেই তেতিযাব কথা ভাবাচোন মহন্ত, সুদূৰ কলিকতাত থাকিও আমাৰ ল'ৰাহঁতে ১৮৮৮ চনতে "অসমীয়া ভাষা উন্নতি সাধিনী সভা" পাতিছিল।

—তুমি ঠিকেই কৈছা গোস্বামী তেতিযাৰ লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা ৰমাকান্ত বৰদলৈ, চন্দ্ৰকুমাৰ আগৰৱালা, কনকলাল বৰুৱা আদি সকলো ছাত্ৰই আছিল।

ৰঘুমলাৰ দৰে শিপাই পৰা বঙালী ভাষা এসময়ত তেওঁলোকেই অসমৰ ৰজাঘৰৰ পৰা বহিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছিল।

—আজি আকৌ তেনেকৈয়ে অসম চানি পেলাইছেহি বিদেশীয়ে—অসমক চাৰিওফালৰপৰা চেপি-শুহি পঙ্গু কৰাৰ উপক্ৰম কৰিছে। আজি ৩০ বছৰে কি পালোঁ, গোস্বামী। গালো বালো সকলো খোলাকটিৰ তাল হ'ল। বান্দৰে গছত উঠি কল খাই বাকলি দিয়াৰ দৰে কেন্দ্ৰই অসমক বাকলিহে দিলে, কলটো নিদিলে।

—সেইবুলি আমি বহি থাকিম নে ?

গোস্বামীয়ে হাঁহিলে। হাঁহি হাঁহিযেই তেওঁ ক'লে—এতিযা আৰু ক'ত বহি থাকিবা মহন্ত ? ল'ৰাহঁতক আগুৱাই দি আমি বহি থাকিলে পাপে খুলি খুলি খাব।

—বুলিছা গোস্বামী, কেৱল প্ৰগতিৰ পথত খোজ পেলাবলৈ হ'লে বিভিন্ন জাতিৰ কৃষ্টি-সংস্কৃতিৰ বিষয়ে গভীৰ অধ্যয়ন থাকিব লাগিব। সকলোৰে প্ৰাণৰ কথা বুজিবলৈ অহৰহ চেষ্টা চলাই যাব লাগিব।

—সেই সিদিনাখন ছাহমিলান আহি আমাৰ অসম পাইছিল। তাৰ পিছত তেওঁ আমাৰ অসমৰ অসমীয়া ছোৱালী বিয়া কৰাই হাড়ে-হিমজুৱে অসমীয়া হৈ আজান ফকিৰ নাম লোৱা নাছিল জানো? শঙ্কৰ-মাধৱৰ নিচিনাকৈ জিকিৰ-জাৰি তেৱেঁই লিখা নাছিল নে?

—হয়। হয়। গোস্বামী, ভাল কথাটো মনত পেলাই দিলা—

"হায় আল্লা কৰিম ঐ
কোনে কৰে দৰিয়াৰ পাৰ।"

দেৱকান্ত মহন্তই জিকিৰটো সুৰ লগাই গোৱাত গোস্বামীয়ে হাঁহি ৰখাব নোৱাৰিলে।

তেওঁলোকৰ হাঁহি শুনি ভিতৰৰ পৰা লক্ষীদেৱী ওলাই আহি দেখিলে মহন্ত জিকিৰ গোৱাত ব্যস্ত।

অলপ পৰ জিকিৰ গোৱালৈ ৰ'লাগি চাই থাকি লক্ষীদেৱীয়ে ভাবিলে—উস্ মানুহটোৱেনো নাজানে কি? ঘোষা, পদ, পয়াৰ, মুক্তাৱলী, বিহুগীত, বৰগীত—এতিয়া আকৌ জিকিৰ। বাহী বিয়াৰ দিনাই লক্ষীদেৱীয়ে ভিতৰত দেৱকান্ত মহন্তই গুণগুণাই গোৱা গীতটো আজিও মনত আছে। মনত পৰিলেই দেখোন তেওঁৰ কিবাকিবি লাগি যায়—

"নাহৰ ফুলে নুশুৱাই
তগৰ ফুলে শুৱাব

লক্ষীদেৱীৰ লাজ লাগি গ'ল। হঠাতে যেন বয়সটো পিছুৱাই গৈ কুৰি বছৰৰ দুৱাৰখনত ঠেকা খালেগৈ।

মহন্তচাৰ উঠি গৈ দুৱাৰৰ গুৰিতে লক্ষীদেৱীক দেখি হাঁহি মাৰি ক'লে—অ', তুমি হ'বলা মনে মনে বৈ জিকিৰ শুনি আছা?

—ক'তনো শুনিলো, মই জলপান খাবলৈহে মাতিবলৈ আহিছোঁ। —লক্ষীদেৱীয়ে আঁচলেৰে মুখখন ঢাকি ধৰিলে।

—হেৰা গোস্বামী শুনিলা নহয়, ব'লা এতিয়া জলপান মুঠি খবাহে কাম।

—ব'লা, ব'লা—মই জানোৱেই নহয়, বোলো মহন্তৰ ঘৰলৈ গ'লে ক'ত আৰু শুদামুখে আহিব পাৰিম।

কথাকেইটা কৈ কৈ গোস্বামীয়ে হাঁহি ভিতৰলৈ সোমাই গ'ল।

॥ ৬ ॥

বগা এম্বাচেডৰ গাড়ীখন তীব্ৰবেগে চলিছিল। পাৰহৈ আহিছিল বংঘৰ, সন্মুখৰ বহল মুকলি পথাৰ, শিলৰ সাঁকো, ধনশিৰিৰ বহল দলং, দুয়োফালে সেউজীয়া চাহপাতৰ বাগান আৰু পাৰহৈ আহিছিল কাজিৰঙাৰ মনোৰম হাবি।

পিছৰ চিটত বহি আহিছিল পুতুল, দিগেন, ইন্দ্ৰনীল, জীৱন আৰু সন্মুখৰ চিটত বহি আহিছিল গিৰীন্দ্ৰ কুমাৰ।

দুবৈৰ হেডলাইটৰ পোহৰলৈ লক্ষ্য কৰি পুতুলে নতুন অসম গঢ়াৰ চিন্তা কৰিছিল। নতুন কৰ্ম্ম পন্থাৰ কাৰ্য্যসূচী মনতে পাঙিছিল।

সিহঁতে প্ৰথমে অৰ্থনৈতিক আৰু সামাজিক জীবনৰ পৰিবৰ্তন আনিব লাগিব। বৃহৎ পুঁজিবাদী পন্থা ধ্বংস কৰিব লাগিব।

গাড়ীৰ ভিতৰত অলসভাবে গা এৰি দি দিগেনে জীৱনলৈ লক্ষ্য কৰি ক'লে—ঐ জীৱন, টোপনিয়াইছ নেকি অ'?

—নাই অ', কি শুৰি, টোপনি বিলাক ক'ৰবালৈ পলাল।

—তই ঠিকেই কৈছ জীৱন, আমি আৰু কোনো দিনে শুব নোৱাৰিম কি জানি!

—হোঁ, কি শুৰি—মাৰ বা কি হৈছে।

—মাৰৰ আকৌ কি হ'ল?

—কিয় আজি চাৰিমাহ মানেই বিছনাত, ভনী জনীয়েবা অকলে অকলে কি কৰিছে!

—এতিয়া চিন্তা কৰি লাভ নাই জীৱন।

মনে মনে চিন্তা কৰি বহি অহা পুতুলে মাত লগালে—ড° বৰকাকতিদাৰ চিকিৎসা কৰাইছনে নাই ?

—কৰাইছোঁ—বৰকাকতিদা নথকাহ'লে মা কেতিয়াবাই মৰিলহেঁতেন মহন্তদা।

—বাৰু চিন্তা কৰিব নালাগে, আমি কালিলৈকে কিবা ব্যৱস্থা কৰি হস্পিতালত থোৱাৰ ব্যৱস্থা কৰিব লাগিব।

- মা হস্পিতাললৈ নাযায়।

—অ', হয় নেকি ? —পুতুলে হাঁহিলে। —এৰা, আমাৰ আকৌ পুৰণি মানুহখিনিয়ে সহজে হস্পিতাললৈ যাব নোখোজে।

পুতুলৰ কথাত ইন্দ্ৰনীলে ক'লে—কি কৰিবি—নীতি-নিয়ম মানি চলা মানুহ।

ইন্দ্ৰনীলৰ মাত শুনি পুতুলে লাহেকৈ সুধিলে—ইমান পৰে বা ইন্দ্ৰনীলে কি চিন্তা কৰি আছিছে !

—অ', মহন্তদাই নাজানেই হ'বলা, ইন্দ্ৰনীলে আৰু কাৰ চিন্তা কৰিব—মনোৰমাৰ চিন্তা, এফালে দেশ আৰু আনফালে প্ৰেমিকা। মন তাৰ থিৰ নাইকিয়া।

—জীৱন, য'তে ত'তে ধেমালি নহয় দেই।

—বাৰু নকও° দে।

—মহন্তদা ! সি লাজ পাইছে।

পুতুলে হাঁহিলে। মুখখন কান্ধৰ গামোছা খনেৰে মচি আগৰ চিটলৈ চাই এইবাৰ পুতুলে ক'লে—আমাৰ গিৰীন্দ্ৰকুমাৰে বা কি ভাবিছে !

গিৰীন্দ্ৰই পাছৰ ফালে চাই হাঁহি মাৰি ক'লে—মহন্তদা, দেশৰ গধুৰ বোজা কেনেকৈ বহন কৰিম, তাকেই ভাবিছোঁ।

—প্ৰাণেৰে আৰু আত্মাৰে গধুৰ বোজা বহন কৰিব লাগিব।

দিগেনে এইবাৰ ক'লে—মোৰ কিন্তু এইবোৰ ভাব-প্ৰৱণতা নাই, কেতিয়াবাই বিসৰ্জন দিলোঁ। —মোৰ কথা হ'ল—কাম কৰি যাব লাগে—।

দিগেনে কথাষাৰ কৈ গিৰীনলৈ চালে—মোৰো সেই একেই কথা।

দুই ডেকা ল'ৰাৰ কথা শুনি পুতুলে নিৰৱে হাঁহিলে আৰু মনতে গুণ-গুণালে—

"প্ৰচুৰ দায়িত্ব মোৰ। দুখবোৰ
তুলি-তালি মানুহ কৰাৰ গধুৰ দায়িত্ব,
একমুঠিতে জুবুৰি-জুপুৰি নবীয়া
দেহা।"

—বাঁচিবা, পুতুল বাঁচিবা। আমাৰ সন্মুখত আজি গধুৰ দায়িত্ব আহিছে। আমাৰ দাবীসমূহ কেন্দ্ৰই মানিবই লাগিব। নহ'লে আমি আৰু জীয়াই থাকিব নোৱাৰিম।

ইন্দ্ৰনীলৰ কথা শুনি পুতুলে পিছৰ চিটটোত গা এৰি দি ইন্দ্ৰনীললৈ চাই ক'লে—ছাত্ৰসন্থাৰ দাবীসমূহ থকা কাগজখন আকৌ এবাৰ উলিয়াই পঢ়চোন ইন্দ্ৰ।

গাড়ীৰ 'বডি লাইট' জ্বলি উঠিল।

লাইটৰ পোহৰত ইন্দ্ৰনীলে জেপৰ পৰা কাগজখন উলিয়াই পঢ়ি গ'ল—

(১) বিদেশীক চিনাক্তকৰণ আৰু দেশৰপৰা বহিষ্কাৰ কৰিব লাগিব।

(২) অসমত যিকোনো নিৰ্বাচন পতাৰ আগতে যাৱতীয় ভোটাৰ তালিকাৰপৰা বিদেশীৰ নাম বাদ দিব লাগিব।

(৩) অনুপ্ৰৱেশ সম্পূৰ্ণ ৰূপে ৰোধ কৰিবলৈ ওচৰ-চুবুৰীয়া দেশবোৰৰ লগত থকা ভাৰতৰ সীমান্ত সম্পূৰ্ণৰূপে সুৰক্ষিত কৰিব লাগিব।

(৪) অসমত থকা ভাৰতীয়সকলক আলোকচিত্ৰ সহ পৰিচয়-পত্ৰ প্ৰদান কৰিব লাগিব।

(৫) অঞ্চলটোৰ খিলঞ্জীয়া লোকৰ পৰিচয় ৰক্ষাৰ্থে অহা ১৫/২০ বছৰৰ বাবে প্ৰয়োজনীয় সাংবিধানিক ৰক্ষণা-বেক্ষণৰ ব্যৱস্থা কৰিব লাগিব।

(৬) পশ্চিমবঙ্গ আৰু ত্ৰিপুৰা চৰকাৰে বিদেশীসকলক প্ৰদান কৰা যিকোনো প্ৰমাণ-পত্ৰ নাকচ কৰাৰ অধিকাৰ ৰাজ্য চৰকাৰৰ থাকিব লাগিব।

(৭) নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ প্ৰদান কৰা ৰাজ্যসমূহৰ কৰ্তৃত্ব কেন্দ্ৰীয় চৰকাৰে অতি সোনকালে নিজৰ হাতলৈ আনিব লাগিব।

পঢ়ি উঠাৰ পিছত ইন্দ্ৰই কাগজখন ভাঁজ কৰি পকেটত ভৰাই থলে।

পুতুলে ক'লে—এতিয়া আমি কঠোৰ পৰিশ্ৰমৰ মাজেদি আগবাঢ়ি যাবলৈ নিজকে প্ৰস্তুত কৰিব লাগিব। স্বাধীন ভাৰতৰ বুকুত যদি আমাৰ অসমীয়া জাতিটো পঙ্গু হৈ পৰে, তেনেহ'লে ভৱিষ্যতৰ আন্ধাৰে আমাক গিলি

পেলাব ইন্দ্ৰ। এতিয়াৰপৰা আমি এলাহ কাটি কৰি থৈ মাৰ বান্ধি থিয হ'লে আমাৰ ডেকা শক্তিক কোনে ৰোধ কৰিব পাৰিব? তই ভয় নকৰিবি পুতুল, তোৰ পিছত ৰাইজৰ সমস্ত শক্তি থাকিব।

গাড়ী চলিবলৈ ধৰিলে, আগলৈ আৰু আগলৈ—। সন্মুখত যেন সিহঁতৰ প্ৰচণ্ড প্ৰতিজ্ঞাৰ শিখা জ্বলিছে। চাৰিওফালৰপৰা নিশাৰ নিৰৱতা ভঙ্গ কৰি ভাঁহি অহা কণ্ঠস্বৰ সিহঁতে যেন শুনিবলৈ পালে—

"জয় আই অসম বোল," "জয় আই অসম বোল"

॥ ৭ ॥

বিছনাতে ইকাটি-সিকাটি কৰি জীৱনে এক অস্থিৰতা অনুভৱ কৰিলে। হিয়াৰ ভিতৰত যেন একুৰা প্ৰচণ্ড জুইহে জ্বলিব লাগিছে। সেই জুই—অসমৰ অস্তিত্ব ৰক্ষাৰ জুই। বিদেশী বহিষ্কাৰ আন্দোলনৰ জুই। সি মনতে ভাবিলে, ২৫ মাৰ্চৰ দিনা আনন্দৰাম ঢেঁকিয়াল ফুকন কলেজত সদৌ অসম ছাত্ৰসন্থাৰ নব নিৰ্বাচিত কাৰ্য্যনিৰ্বাহক সদস্যসকল বহি এক দাৰুণ সিদ্ধান্ত লৈছে,—

ছাত্ৰসন্থাই বিদেশী বহিষ্কাৰ আন্দোলন চলাই যাব। শৰীৰত শেষ বিন্দু ৰক্ত থকালৈকে ছাত্ৰসন্থা ক্ষান্ত নাথাকে।

ৰাতিপুৱাবলৈ আৰু বেছি সময় নাই। ৰাতিপুৱাৰ সোণালী ৰ'দৰ পৰশলৈ নতুন দিনৰ আশীৰ্ব্বাদেৰে সি আজি ১২ ঘণ্টীয়া অসম বন্ধ পালন কৰিবলৈ ওলাব। ৮ জুন,—১৯৭৯ চনৰ এটা প্ৰসিদ্ধ দিন। বন্ধ যাতে সুকলমে পাৰ হৈ যায তাৰ কাৰণে প্ৰতিজন ছাত্ৰই অতি নিষ্ঠাৰে কাম কৰিব লাগিব।

টক্ টক্ টক্—দুৱাৰত টোকৰ পৰিল। সি বিছনাৰপৰা একেচাবে উঠি দুৱাৰখন খুলি দিলে। পৰাণ গোহাঁই লাহেকৈ ভিতৰলৈ সোমাই গ'ল।

—ব'ল জীৱন, দেৰী হৈছে। ৰাতিপুৱাবলৈ এতিয়া বেছি সময় আৰু নাই।

—অ', তই আহিলিয়েই পৰাণ?

—এৰা জীৱন, গোটেই ৰাতি শুবই পৰা নাই। মহন্তদা নাই, গুৱাহাটীলৈ গৈছে। গতিকে আমি এই বন্ধ সফল কৰি তুলিব লাগিব জীৱন।

—এতিয়া ক'লৈ যাবি?

—নগাঁও কলেজলৈ। তাতে সকলো ছাত্র নেতা গোট খাবহি। তাৰ পৰা বিভিন্ন জনক দায়িত্ব ভগাই দিয়া হ'ব।

—অলপ পৰ বহ। মই লংপেণ্টটো পিন্ধি আহো। —জীৱনে পৰাণক বাহিৰৰ কোঠাটোতে বহিবলৈ দি ভিতৰৰ কোঠালিটোৰপৰা লেমটো আনি তাৰ আগত থলেহি। পৰাণে লাহেকৈ অথচ টানকৈ ক'লে—লেমটো ক'ত দিলিহি? নাজাননে পুলিচ-চৰ্তাৰ মখাই পিন্‌পিনাই ফুৰিছে।

—এৰা দে, মযো কিবা পাগলহে হৈছোঁ।

জীৱনে আকৌ লেমটো লৈ ভিতৰলৈ গ'ল আৰু দাঁৰডালত লংপেণ্টটো বিচাৰিলে। আজি প্ৰায দহ-পোন্ধৰদিনমান হ'ল পেণ্টটো ধুৰই পৰা নাই। সময়ৰ অভাৱ, চাবোনৰ অভাৱ তাৰ মাত্ৰ এটাই পেণ্ট। আৰু এটা ল'ব পৰা হ'লে। সি পেণ্টটো পিন্ধি পিন্ধি চিন্তা কৰিবলৈ ধৰিলে। মাকৰ যক্ষ্মা বেমাৰ,—বিছনাত পৰি আছে। এইটো বেমাৰতে তাৰ বাপেকে মৃত্যুক আঁকোৱালী ল'ব লগা হৈছিল। সেইয়া তিনিবছৰৰ আগৰ কথা। বাপেক মৰাৰ লগে লগে সি যেনিবা বাপেকৰ চাকৰিটো পালে আৰু ৰাতিৰ কলেজত পঢ়িবলৈ আৰম্ভ কৰিলে। সি জনাবেপৰা সিহঁতৰ অভাৱ। সি যিকেইটা দৰমহা পায তাৰে আধা টকা মাকৰ ঔষধ কিনোতেই যায। লোকৰ নিচিনাকৈ টকাটো-সিকিটো লৈ কাম কৰি দিয়া চাকৰিয়াল সি নহয।

সি চাকৰি কৰে যদিও এফালে সি ছাত্ৰ। গতিকে ছাত্ৰ হৈ সি সেই দুৰ্নীতি কৰিব নোৱাৰে।

লংপেণ্টটো পিন্ধি উঠি গেঞ্জিটো আনি সি পিন্ধিবলৈ লৈ দেখে এফাল নাযেই। এটাই মাত্ৰ গেঞ্জী, ৰ'দে-বৰষুণে আৰু কিমান দিন যাব?

—জীৱন হ'লনে, বৰ দেৰী কৰিছ?

—হবি হৈছে, কিবা চাহ-তাহ খাবি নেকি?

—নাই নাথাওঁ দে, দেৰী হ'ব। আন্ধাৰ হৈ থাকোতেই আমি কলেজৰ ভিতৰত সোমাব পাৰিলে ভাল।

জীৱনে কান্ধত পুৰণা গামোছা এথন লৈ পৰাণৰ ওচৰত ৰ'লহি।

—ব'ল।

—অ', ব'ল ব'ল। —পৰাণ বহাৰ পৰা থিয় হ'ল। জীৱনে দুৱাৰখন জপাই দি পদূলিলৈ ওলাই গ'ল।

পৰিৱৰ্ত্তি নিশাৰ কোমল বতাহজাকে সিহঁতৰ গা মন চুৱাই লৈ গ'ল।

সিহঁতে মিলনপুৰৰ দলং পাৰ হৈ শিখ মন্দিৰৰ কাষেদি কলেজ অভিমুখে খৰ খোজেৰে আগবাঢ়িল। বাটত সিহঁতে একো কথা নাপাতিলে। চাৰিওফালে বতাহৰ সোঁ-সোঁৱনিৰ মাজেৰে সিহঁতে বিহঙ্গৰ কলৰৱ শুনিবলৈ পালে। জোতাৰ আগত উফৰি যোৱা শিলগুটিবোৰৰ শব্দবোৰে সিহঁতৰ কাণত একোটা একোটা বৰটোপৰ গুলিৰ শব্দৰ দৰে ধৰা দিলেহি। পাথলগা ঘোঁৰাৰ পিঠিত উঠি প্ৰহৰবোৰ যেন সিহঁতৰ আগে আগে দৌৰি পলাল।

নগাঁও কলেজ। চৈধ্য (১৪) নম্বৰ কোঠালিটোত ছাত্ৰৰ ভিৰ। দিগেন, গিৰীন, কন্দৰ্প, অতুল মেধী, অতুল শৰ্ম্মা, জয়ন্ত বৰা, প্ৰভাত আহি ইতিমধ্যে পাইছেহি। সিহঁতে ছাত্ৰবিলাকক নিজৰ নিজৰ কাম ভগাই দিছে।

—প্ৰতি চাৰিজনকৈ ছাত্ৰ স্কুলবিলাকৰ গেটত থাকিব। কছাৰী ঘৰৰ চৌহদত যাতে কোনো কৰ্ম্মচাৰী সোমাব নোৱাৰে তাৰ বাবে প্ৰথমে অনুৰোধ কৰিব, তাতো যদি ফলৱতী নহয় তেনেহ'লে মাটিত শুই দিব।

সকলো স্বেচ্ছাসেৱকে দিগেনলৈ চকুৰ পতি নমৰাকৈ চাই থাকিল।

কি চাইছা? —মই যি কৈছোঁ সেইযে। —কথা নামানিলে মাটিত শুই যাবা। কোনোবা তোমালোকৰ ওপৰেদি যদি পাৰহৈ যায় যাব।

এইবাৰ ল'ৰাবোৰে বুজিলে। কোনোবা কৰ্ম্মচাৰী সিহঁতৰ ওপৰেদি পাৰ হৈ যায যদি যাব। স্বেচ্ছাসেৱকসকলে বেজবোৰ নিজৰ নিজৰ চোলাত মাৰি ল'লে। সোনকালে কৰ্ম্মস্থানলৈ যাব লাগিব, কিযনো কোনোবা কৰ্ম্ম-চাৰী ৰাতিপুৱাতে আহি অফিচ খুলিব পাৰে।

গিৰীনে ক'লে—আজি অসম বন্ধ নগাঁওতে সফল কৰি তুলিব লাগিব। এই দায়িত্ব তোমালোকৰ হাতত। আমি আশা ৰাখিছোঁ তোমালোক যাতে এই কৰ্ত্তব্যৰপৰা পিছলি নপৰা। পুলিচৰ লাঠিৰ কোবলৈ ভয় কৰিলে নচলিব। —তোমালোকে ভয কৰিবা নিকি?

গিৰীনৰ কথাৰ উত্তৰ দি ছাত্ৰ নেতাসকলে চিঞৰি উঠিল—নকৰোঁ, আমি ভয নকৰোঁ, মনত আমাৰ ভয় নাই। মাতৃপুজাৰ বলি হ'বলৈ আমি আগবাঢ়ি আহিছোঁ—।

—বেচ্, বেচ্, হ'ব। তোমালোকক আমি যেনেকৈ নিৰ্দেশ দিছোঁ তেনেকৈ কৰ্ত্তব্য পালন কৰিবা।

দিগেনৰ কঠোৰ নিৰ্দেশ শুনি ছাত্ৰসকলে আকৌ এবাৰ মুৰ তুলি ওপৰলৈ চালে।

—পৰাণ।

—মিশ্যেনৰ মাত্তত পৰাণে তালৈ চালে।

ছোৱালীবিলাক আহি পাবৰ হৈছে, সিহঁতৰ কাৰণে বেজবোৰ বেলেগে ৰাখিবি। সিহঁত ৭ বজাৰ লগে লগে আহি পাবহি লাগে। কলেজৰ অফিচৰ দায়িত্বত থাকিবি পৰাণ। মই আৰু ইন্দ্ৰনীলে কছাৰী ঘৰৰ পূব ফালৰ গেটত থাকিম আৰু গিৰীনে সকলোবোৰ চাই ফুৰিব লাগিব। উত্তৰ-দক্ষিণ ফালে অতুল শৰ্ম্মা, প্ৰভাত, জয়ন্তহঁত থাকিবি।

সময় ওচৰ চাপি আহিল। সকলো ছাত্ৰ নেতা আৰু স্বেচ্ছা সেৱকসকল—ছাত্ৰসংস্থাৰ পতাকাৰ তলত থিয় হ'ল।

গিৰীনে ক'লে—মই "জয় আই অসম" বোলাৰ লগে লগে তোমালোকেও "জয় আই অসম" কৰা।

"জয় আই অসম"

"জয় আই অসম"

—অ', এতিয়া আগবঢ়া। নিজৰ নিজৰ কৰ্ত্তব্য কৰিবলৈ আগবাঢ়ি যোৱা—আগবাঢ়ি যোৱা। স্বেচ্ছা সেৱকসকল আগবাঢ়িছিল। দহ বজাৰ লগে লগে স্বেচ্ছা সেৱকবিলাকে স্কুল-কলেজ-অফিচৰ মুখে মুখে পিকেটিং কৰিলে।

—আজি আপোনালোক অফিচলৈ নাযাব, অনুগ্ৰহ কৰি ফিৰি যাওক। এইয়া আমাৰ বিদেশী বহিষ্কাৰৰ দাবীত কৰা আন্দোলনৰ প্ৰথম পদক্ষেপ।

—আপুনি জানো অসমীয়া নহয়? তেনেহ'লে কিয় আহিছে অফিচ কৰিবলৈ? যাওক ফিৰি যাওক। আমাৰ অস্তিত্ব ৰক্ষাৰ বাবে আপোনালোকেও সঁহাৰি জনাওক, ফিৰি যাওক, ফিৰি যাওক—

—নোসোমাব, অফিচলৈ নোসোমাব। যদি সোমাবলৈ ইচ্ছা কৰিছে তেনেহ'লে আমাৰ ওপৰেদি পাৰ হৈ যাওক।

কোনো কৰ্ম্মচাৰীয়েই স্বেচ্ছা সেৱকসকলৰ অনুৰোধ উপেক্ষা কৰি অফিচলৈ সোমাব নোৱাৰিলে। কোনেও ছাত্ৰ-ছাত্ৰীৰ গাৰ ওপৰেদি পাৰহৈ যাবলৈ সাহ কৰিব নোৱাৰিলে। ছাত্ৰ-ছাত্ৰীৰ উদাত্ত কণ্ঠৰ চিঞৰৰত সকলো দোকান-পোহাৰ বন্ধ হ'ল। মাত্ৰ চলিল পুলিচৰ গাড়ী।

লাহে লাহে বেলি লোহিয়ালে। অসম ছাত্ৰসংস্থাই দিয়া আন্দোলনৰ প্ৰথম আহ্বান কৃতকাৰ্য্য হ'ল।

সন্ধিয়াৰ পিছত জীৱন যেতিয়া ঘৰলৈ আহিল, মাক তেতিয়া মৰীয়া পাতিত পৰি চট্‌ফটাই আছিল। হোলোকা-হোলোকে তেজ-বমি কৰা মাকক দেখি ভনীয়েক বন্তিয়ে চিঞৰি চিঞৰি কান্দিছিল।

জীৱনে মাকৰ ওচৰলৈ গৈ সাৰ্‌টি ধৰিছিল আৰু কোলাত তুলি লৈ মুখৰ তেজবোৰ গামোছাৰে মচি মচি আবেগেৰে চিঞৰি দিছিল—মা—মা—মা ।

॥ ৮ ॥

মহন্তচাৰ কলং নদীৰ পাৰ পালেগৈ। তেতিয়া আবেলিৰ ৰ'দজাক কলং নদীৰ পাৰৰ মদাৰ গছ কেইজোপাৰ আগত ওলমি আছিল। সেন্দুৰীয়া আভাবোৰ নদীৰ পাৰৰ কহুঁৱা ফুলবোৰত পৰি ৰঙিযাল হৈ পৰিছিল। গৰুবোৰে মুখৰ ভিতৰতে থকা ঘাঁহবোৰ পাগুলি পাগুলি গাঁৱৰ কেঁচা আলিবাটেদি ঘৰমুৱা হৈছিল।

মহন্তচাৰক আজি নিৰিবিলি পৰিবেশ এটা লাগে—ভাবিবলৈ, চিন্তা কৰিবলৈ। সেযেহে তেওঁ আহি নদীৰ পাৰ পাইছেহি।

—আজি ৮ জুন। ছাত্রসন্থাই দিয়া প্রথম কাৰ্য্যসূচী—১২ ঘণ্টীয়া অসম বন্ধ পালন কৰা হ'ল। সদৌ অসম ছাত্রসন্থাৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ প্রথম আহ্বান। তেৱোঁ আজি বন্ধ পালন কৰিছে। তেওঁৰ সৰু প্রাইমাৰী স্কুলখনলৈ এটিও ল'ৰা-ছোৱালী নাহিল, এজনো শিক্ষক নাহিল। তাৰবাবে হযতো চৰকাৰৰ ওচৰত কৈফিয়ৎ দিবলগীয়া হ'ব। হ'লেও কোনেও এই বিষয়ে চিন্তা কৰা নাই।

কিছুদূৰ গৈ মহন্তচাৰ নদীৰ পাৰতে বহিলগৈ। মনতো তেওঁৰ পাতল পাতল লাগিল। গোটেই দিনটো তেওঁ বৰ অস্থিৰতাত কটাইছে। এই অস্থিৰতাৰ কথা তেওঁ কাকো ক'ব নোৱাৰে। হাজাৰ হলেও তেওঁ এজন পিতৃ। পিতৃ হ'লেও তেওঁ এজন তেজ-মঙহৰ জীয়া মানুহহে—ল'ৰা-ছোৱালীৰ প্রতি কৰ্ত্তব্য থকাৰ উপৰিও তেওঁৰ চিন্তা, আবেগ, অনুভূতি আছে। এই আবেগিকতা বাদ দি মানুহ চলিব নোৱাৰে।

তেওঁৰ চিন্তা হৈছে—ল'ৰাহঁতে বা কি কৰিছে। এই গধুৰ দায়িত্ব

পালন কৰাত নিশ্চয় ভগৱানৰ সহায় লাগিব। জনতাক জাগ্ৰত কৰিব লাগিব। আৰু সেই জাগ্ৰত কৰিব পৰা শক্তিটোৱেই হ'ল মহান শক্তি। সেই শক্তি অসমৰ আছিল। জয়মতীয়ে গাৰে লাচিতে চিঞৰিছিল—"লৈ ব'ল, সোনকালে মোক লৈ ব'ল নাৱলৈ, মই যুদ্ধ কৰিম।" লাচিতে নবীয়া গাৰে যুদ্ধ কৰিছিল। তাকে দেখি অসমীয়া সেনাৰ গাত দেওধনী উঠিছিল—মোগলক কচু কটা দি মানাহ পাৰ কৰি ৰামসিংহক খেদি পঠাইছিল অসমীয়া সেনাই।

অজানিতে দুগালেদি চকুলো বৈ আহিছিল মহন্তচাৰৰ। —কিহৰ এই চকুপানী? তেওঁ সচকিত হৈ উঠিল আৰু লবালৰিকৈ চকুহাল মচি বিক্ষুব্ধচিত্তে চিঞৰি উঠিল—অসমক বিদেশীৰ হাতত কোনে বিক্ৰি কৰিলে? আমাৰে এচাম স্বাৰ্থান্বেষী মণ্ডল, মাটিৰ হাকিম, নেতা, পাতিনেতা, মন্ত্ৰী, বিধায়কেই নহয়নে? যাৰ ফলত আজি সোণত সুৱগা অসমভূমিৰ বুকুত অসমীয়াই নিজেই বিদেশী হ'ব লগা হৈছে। —কিছুসময় মহন্তচাৰ নদীৰ পাৰত বহি থকাৰ পিছত লাহে লাহে ঘৰৰ ফালে আগবাঢ়িল, তেতিয়া উলুবনী গাঁৱৰ প্ৰতি ঘৰৰ পদুলিমুখত ফুলা মাধৱীলতাৰ সুগন্ধিয়ে আমোল-মোলাই আছিল।

চুৰিয়াৰ আগটো সোঁহাতেৰে ধৰি খোজকাঢ়ি যাওঁতে তেওঁ ভাবিছিল—স্বাধীনতা পোৱাৰ পিছত আমাৰ কংগ্ৰেছী নেতাসকলে কি কৰিলে? হাজাৰ হাজাৰ জনতাৰ ত্যাগেৰে স্বৰাজ, অথচ সেই দৰিদ্ৰ, চাললগা শোষিত জনতালৈ পিঠি দি নিজৰ ঐশ্বৰ্য্য-বিভূতিৰ পিছে পিছে নেতাসকল ঘূৰিব লাগিছে। অসমত অসমীয়া বুলি জীয়াই থকা মানুহখিনিৰ কোনো পৰিবৰ্তন আনিবলৈ তেওঁলোকে চেষ্টা নকৰিলে। দুৰ্ভিক্ষৰ মাজত জীৱন কটাবলগীয়া হোৱা শিশুৰে পুষ্টিহীনতাই অসমৰ শিশুসকলৰ ভৱিষ্যতৰ আকাশ হতাশাৰ ক'লা ছায়াৰে আচ্ছন্ন কৰি তুলিছে। আজি অসমীয়া ৰাইজ শুই থাকিব নোৱাৰে —মহন্তচাৰে খৰকৈ খোজ দিলে।

—দেউতা!

—বিপুল। গৰু কেইটা আনিলিনে?

—আনিলো দেউতা। গৰু কেইটা বান্ধিয়েই মই তিনি আলিলৈ গৈছিলোঁ।

—কিবা খবৰ পাইছ নেকি?

—এতিয়ালৈকে একো খবৰ পোৱা নাই। সমগ্ৰ অসমতে বন্ধ পালন কৰিছে।

ঘৰ পাই বিপুল ঘৰৰ ভিতৰলৈ সোমাই গ'ল—মহন্তচাৰেও নিজৰ কোঠালিটোলৈ গৈ গাৰ পাঞ্জাৰী চোলাটো খুলি আলনা ডালত থৈ বাহিৰলৈ ওলাই আহি চোতালতে পাৰি থোৱা চকীখনতে বহিলহি আৰু বিছনীখন লৈ ভিতৰলৈ চাই মাতিলে—বিপুল, অ' বিপুল।

—গৈছোঁ দেউতা।

—অ', আহ। ক'চোন, আমাৰ ল'ৰা-ছোৱালীবিলাকৰ মতি-গতি কেনে ?

—ভাল, সকলোৱে কাম কৰিছে। অহা কাৰ্য্যসূচীলৈ চাব দেউতা—মুনিহ-তিৰোতা সকলো ওলাই আহিব।

—আহিব লাগিবটো, নাৰী জাগৰণ লাগিব। নাৰী জাগৰণ নহ'লে বিদেশী খেদাটো সম্ভব নহ'ব। উস্, ইমানবোৰ বিদেশী আহি অসমত ঠাহ খালেহি, কাৰো কাণসাৰ নহ'ল নে বাৰু ?

—কিয়নো নাছিল দেউতা, অসমৰ নেতা সকলেইটো বিদেশীক অসমৰ মাজিযাত স্থান দিছিল। মুখ্যমন্ত্ৰী চলিহাৰ দিনতে দেখোন গোৱালপাৰাত ৬০,০০০, দৰঙত ৩৫,০০০ আৰু নগাঁওত ৩০,০০০ পূব পাকিস্থানৰ ভগনীয়াক স্থাপন কৰিছিল। ১৯৭১ চনলৈ মুঠ ৪৯ লাখ বিদেশীয়ে অসমত অনুপ্ৰৱেশ কৰিছিল দেউতা।

বিপুলৰ কথাখিনি শুনি মহন্তচাৰ আচৰিত হ'ল। পুতেকৰ মুখলৈ চালে। স্কুলত পঢ়ি থকা ল'ৰা এটাই ইমানবোৰ কথাৰ খবৰ ৰাখিছে বুলি তেওঁ ভবাই নাছিল।

তেওঁ বিপুলৰ মুখলৈ চাই ক'লে—হয় বোপাই, তই ঠিকেই কৈছ—বিদেশী অহাৰ গুৰিতে হ'ল—আমাৰ প্ৰাক্তন নেতাসকল। এনেকৈ হ'লেনো আমাৰ ভাষা-কৃষ্টি কেনেকৈ ৰ'ব ?

—আপুনি চিন্তা নকৰিব দেউতা। এনেকুৱা সংগঠন আমি কৰিম যে কোনো অসমীয়াই আৰু আমাৰ মাজত থাকি অসমক বিক্ৰি কৰিব নোৱাৰিব !

—ঠিক কৈছ বিপুল—ঠিক কৈছ।

মহন্তচাৰে ভিতৰলৈ চালে আৰু চিঞৰি মাতিলে—হেৰা, পুতুলৰ মাক।

মহন্তচাৰৰ মাত শুনি লক্ষীদেৱীয়ে হাঁহি মাৰি ক'লে—চিঞৰিব নালাগে, মই ওচৰতে আছোঁ।

—অ', তুমি ওচৰতে আছা। মই আকৌ ভাবিছিলোঁ তুমি চৰুৰ তলত জুই দিবলৈ গ'লা বুলি। পুত্ৰসকলৰ কাৰণে তুমিটো দিনটো ব্ৰতেই কৰিছিলা—।

—কি মা—তুমি দিনটো একো খোৱা নাই।

—তয়ো ভাল কৈছ—ল'ৰাহঁতক যুঁজলৈ পঠাই মাকবোৰে ভাত খাব পাৰেনে? এনে কথা ক'ত শুনিছ? আমিও ওলাই যাম বিপুল—ঘৰত আৰু বহি থাকিব নোৱাৰি।

—ইস্। ওলাই গৈনো কি কৰিবা?

—কিয়, তহঁতক পিছত থৈ আমি আগত যাম। আৰু অফিচ, স্কুলৰ সমুখত পিকেটিং কৰিম। দৰকাৰ হ'লে আদালতৰ সন্মুখত দীঘল দি পৰি কৰ্ম্মচাৰীসকলক বন্ধ পালন কৰিবলৈ বাধ্য কৰাম।

—বাঃ দেউতা দেখিলা—নাৰী জাগৰণ হৈ গৈছে।

—এইয়া স্বতঃস্ফূৰ্ত্ত জাগৰণ বোপাই। আজি এই জাগৰণ ঘৰে ঘৰে হৈছে, অসমৰ চুকে-কোণে হৈছে। এতিয়া আৰু বৈ থাকিবৰ সময় নাই।

মহন্তচাৰে কথা কৈ কৈ বহাৰপৰা উঠিল আৰু পদুলীমুখলৈ ওলাই গ'ল। পৃথিৱীখন আন্ধাৰে ঢাকি ধৰিছিল। সময়বোৰ আগবাঢ়িছিল। বিপুলে ধূসৰ আকাশখনলৈ চাই গালে—

জ্যোতি, গতি আৰু সুউচ্চতাৰে সমাদৃত
হওক জীৱন, ফলিত হওক জীৱন

তাৰ কণ্ঠভৰি আহিছিল—আবেগ-অনুভূতি ভৰা ছন্দ। হৃদয়ৰ বিস্তৰ্ণ পথাৰত তাৰ কুমলীয়া আত্মাটোৱে তেতিয়া চট্‌ফটাই উঠিছিল।

॥ ৯ ॥

দিনবোৰ আগবাঢ়িল। অসম বন্ধৰ পিছত ১০ জুনত সংহতি দিৱস। ২১ জুনৰ দিনা ভোটাৰ তালিকাৰপৰা বিদেশীৰ নাম কৰ্ত্তন আৰু বহিষ্কাৰৰ

দাবীত ছাত্ৰসকলহাই সংজাতী দলৰ দ্বাৰা নিজহপুৰৰ নিৰ্ব্বাচনী আয়ুক্তক স্মাৰক-পত্ৰ প্ৰদান কৰিবলে। তদুপৰি ১৫ আগষ্টৰ চৰকাৰী কাৰ্যসূচী ব্যাজহুবাভাৱে বৰ্জ্জন কৰা হ'ল।

৬ চেপ্টেম্বৰ। নগাঁও কলেজৰ ছাত্ৰসকলৰ কাৰ্যালয়ত পুতুলে কথা-বোৰ চিন্তা কৰি অস্থিৰভাৱে ইফাল-সিফাল কৰিবলৈ ধৰিলে। আজি আৰু কাইলৈ অৰ্থাৎ ছয় আৰু সাত চেপ্টেম্বৰ—এই দুটা দিনত গণ অৱস্থান হ'ব। ছাত্ৰ-ছাত্ৰীবোৰে প্ৰশাসনীয় কাৰ্যালয়বোৰৰ সন্মুখত গণ অৱস্থান কৰি বিদেশী বহিষ্কাৰ আন্দোলনৰ প্ৰতি সমৰ্থন দি অফিচ, কছাৰী বন্ধ কৰিবলৈ আগুৱাই যাব। পুতুলৰ চিন্তা হ'ল—যদি পুলিচে অৱস্থানকাৰীসকলৰ ওপৰত মাৰ-ধৰ কৰে! আন্দোলনৰ প্ৰথম পৰ্য্যায়ত দেশৰ উঠি অহা ল'ৰা-ছোৱালীজাকক মাৰ খুৱাব নোৱাৰি। বাৰে বাৰে চিন্তামগ্ন হৈ ইফাল-সিফাল কৰিলে পুতুলে। সেই মুহূৰ্ত্তে সোমাই আহিল গিৰীন। গিৰীনক দেখি পুতুলে গহীন হৈ ক'লে—গিৰীন তুমি আহিলা—ইন্দ্ৰনীল, অতুলহঁত অহা নাই নেকি?

—আহিছে।

—ঠিক আছে, তোমালোকে চাবা যাতে কোনো দুষ্ট প্ৰকৃতিৰ ল'ৰাই পুলিচৰ গালৈ শিলগুটি নামাৰে। দেখিছাই নহয়, গোটেইখন পুলিচে আগুৰি পেলাইছে। শিলগুটি দলিয়ালে পৰিস্থিতি হয়তো বেয়াৰ ফালে যাব পাৰে।

—দৰকাৰ হ'লে সকলো ছাত্ৰ-ছাত্ৰীক কলেজৰ চৌহদলৈকে সুমুৱাই আনিব লাগিব মহন্তদা।

—ওঁ, সেইটোৱেই হ'ব। মই প্ৰিন্সিপাল চাৰক ক'ম যাতে কলেজৰ গেটখন খুলি ৰাখে।

—গেট খুলিলে জানোচা পুলিচ সোমাই আহে।

—কেনেকৈ আহিব? অধ্যক্ষৰ অনুমতি নাপালে শিক্ষানুষ্ঠানত পুলিচ সোমাব পাৰে নেকি?

পতুলৰ কথাৰ উত্তৰলৈ লক্ষ্য কৰি গিৰীনে কিছু সময় মনে মনে থাকি ক'লে—তেন্তে সেয়ে হ'ব—অৱস্থাৰ জটিলতালৈ লক্ষ্য কৰি ছাত্ৰ-ছাত্ৰীসকলক কলেজৰ চৌহদলৈ সুমুৱাই অনা হ'ব।

পুতুলে পুনৰ ক'লে—এৰা, আনিব লাগিব। নহ'লে কুকুৰ-মেকুৰীৰ নিচিনাকৈ পুলিচে সিহঁতক মৰিয়াই মাৰিব। মই সেইটো হ'বলৈ দিব

সোমাবোঁ। ২ আগষ্ট তাৰিখে বিদেশী দুৰ্বৃত্ত আৰু পুলিচৰ সহযোগত কেনেকৈ হৰমোহন দাসক নৃশংসভাৱে হত্যা কৰিলে, আমিচোন নিজেই দেখি আহিলো সেই ধুমাৰকুৰৰ পুলিচৰ থানাখন।

—মহন্তদা, এখন পুলিচ থানা, য'ত মানুহে নিৰাপত্তা বিচাৰে তাতেই সিহঁতে নিৰ্মমভাৱে প্ৰহাৰ কৰি এজন কলেজৰ ছাত্ৰক হত্যা কৰিলে, কি আচৰিত ?

—কি আচৰিত অ' গিৰীন ?

—দিগেনে গিৰীনৰ কথাষাৰ মুখপাতি লৈ সুধিলে।

—সেই যে হৰমোহনক মাৰিলে।

—অ', তাত আচৰিত হ'ব লগা কিটো আছে ? সিহঁতে হৰমোহনক মাৰিয়েই ক্ষান্ত থাকিব বুলি ভাবিছ নেকি গিৰীন, সিহঁতে সুবিধা পালে তোক, মোক আৰু অসমৰ সকলো ল'ৰাকে মাৰি পেলাব।

হঠাতে চাৰিওফালৰপৰা অহা "জয় আই অসম" ধ্বনি সিহঁতে শুনিবলৈ পালে। পুতুল, গিৰীন, দিগেন, কন্দৰ্প, পৰাণ, প্ৰভাতহঁত তৎক্ষণাত আলি-বাটলৈ ওলাই আহিল।

নগাঁও চহৰৰ অলিয়ে-গলিয়ে ছাত্ৰ-ছাত্ৰীবোৰ দলে দলে আগুৱাই আহিছে। —"আমাৰ দাবী মানিবই লাগিব" ধ্বনিয়ে আকাশ-বতাহ কঁপই তুলিছে। গিৰীন, পৰাণহঁতে আগুৱাই গৈ ল'ৰা-ছোৱালীবিলাকক উত্তেজিত নহ'বলৈ বাৰে বাৰে অনুৰোধ কৰিছে। ধৈৰ্য্য আৰু সংযমেৰে আগুৱাই গৈ কছাৰী ঘৰৰ মেইন গেট, অফিচ-আদালতৰ দুৱাৰমুখত অৱস্থান কৰিবলৈ সিহঁতক নিৰ্দেশ দিলে, সিহঁতৰ নিজৰ নিজৰ দলৰ দলপতিয়ে। কিন্তু যায় কেনেকৈ—পুলিচ, চি আৰ পি বাহিনীয়ে হাতে হাতে বন্দুক-ৰাইফল লৈ প্ৰতি ঠাইতে পহৰা দি আছে।

তথাপিও যাবই লাগিব। প্ৰতিটো দলৰ দলপতিয়ে চিঞৰি চিঞৰি হাত দাঙি ক'লে—আগুৱাই আহা—আগুৱাই আহা—পিছলৈ যাবৰ সময় নাই।— —আগবঢ়া—আগবঢ়া।

ল'ৰাহঁত আগুৱালে। সিহঁতৰ যে গাত আজি মাতৃপূজাৰ বাবে ৰণধ্বনি উঠিছে—সিহঁতে পুলিচৰ কোবলৈ ভয় কৰিলে হ'বনে ? —সিহঁত আগবাঢ়িল —যেদি আহিল পুলিচ, চি. আৰ. পি.ৰ দল। কৰিলে লাঠি চালনা, এৰি দিলে টিয়েৰ গেছ।

গিৰীন, ইন্দ্ৰ, কন্দৰ্প, দিগেনহঁত পুলিচৰ আগত থিয় হৈ চিঞৰি চিঞৰি ক'লে—বন্ধ কৰা তোমালোকৰ লাঠি চালনা। কিয় মাৰিছা ল'ৰা-ছোৱালী বিলাকক ?

মেজিষ্ট্ৰেট কাকতিয়ে হাঁহি মাৰি গিৰীনলৈ চাই ক'লে—মাৰিব নালাগে যদি সিহঁতক গুচি যাবলৈ কওক।

দিগেনে কাকতিলৈ চাই ক'লে—কংগ্ৰেছৰ বহতীয়া চাকৰিয়ালৰ মুখত বৰ বৰ কথাই শোভা নাপায়।

কন্দৰ্প আগবাঢ়ি গ'ল—আৰু ল'ৰা-ছোৱালীবিলাকক কলেজৰ ভিতৰলৈ সোমাই যাবলৈ নিৰ্দ্দেশ দিলে।

কিন্তু সিমানতো পুলিচ, চি আৰ পি ক্ষান্ত নাথাকি কলেজৰ চৌহদলৈ টিয়েৰ গেছৰ চেল দলিয়াবলৈ ধৰিলে।

ডেকা অধ্যাপক প্ৰদীপ শৰ্ম্মা দৌৰি গ'ল প্ৰিঞ্চিপালৰ অফিচলৈ—চাৰ, গেট বন্ধ কৰক—বন্ধ কৰক—নহ'লে

গেট বন্ধ কৰিবলৈ সময় ক'ত ? সোমাই আহিল পুলিচ, চি আৰ পি ৰ দল কলেজৰ ভিতৰলৈ। কলেজৰ ভিতৰত থকা ল'ৰাহঁতক লাঠিৰে মুৰত কোবা-বলৈ ধৰিলে। লাঠিৰ কোব খাই লুটি খাই পৰিল পতুল, গিৰীন, ইন্দ্ৰ, পৰাণ। কলেজৰ পকা মজিয়া তেজেৰে ৰাঙলি হ'ল। মাৰ খাই জ্ঞান হেৰুৱালে কলেজৰ Bearer ভুবাৰাম শইকীয়াই। জ্ঞান হেৰুৱালে কলেজৰ প্ৰদৰ্শক ( Demonstrator ) বলীন শইকীয়াই, লগতে মহেশ ভট্টইও।

চাৰিওফালে হুলস্থুল লাগিল। পতুলহঁতক পুলিচ, চি. আৰ. পি য়ে মৰাৰ খবৰ বনজুইৰ দৰে বিয়পি পৰিল। ডেকা অধ্যাপক প্ৰদীপ শৰ্ম্মা কোনোমতে কলেজৰ ভূগোলৰ পৰীক্ষাগাৰৰ কোঠাত সোমাই ৰক্ষা পৰিল।

মাৰপিট কৰি পুলিচ, চি আৰ. পি গুচি গ'ল। প্ৰদীপ শৰ্ম্মাই লৰালৰিকৈ আহি পতুলহঁতক তুলি ধৰিলে। যেতিয়া প্ৰদীপে পতুলক তুলি ধৰিছিল, তেতিয়া পতুলে সেহাই সেহাই ক'লে—সোনকালে আহতসকলক হস্পিতাললৈ নিয়াৰ ব্যৱস্থা কৰক। মোক চাব নালাগে। আপুনি যাওক—ডি. চি.লৈ Phone কৰক। এনে নৃশংসভাৱে অত্যাচাৰ কৰিবলৈ সিহঁতক কোনে অনুমতি দিলে—যাওক দেখি নকৰিব। —তেজেৰে লুটুৰি-পুতুৰি হোৱা পতুলৰ মুৰটো প্ৰদীপে কোলাৰপৰা মাটিত নমাই থৈ অফিচলৈ দৌৰ মাৰি গৈ দেখিছিল,

কলেজৰ অধ্যক্ষ মহিৰাম শইকীয়াচাৰে তেঁওক S. P.ৰ লগত উত্তেজিত হৈ কথা পাতিছে।

আপোনালোকক কোনে অনুমতি দিলে—এইদৰে নিৰ্দোষী ল'ৰাহঁতক মাৰ-পিট কৰিবলৈ। মোৰ অনুমতি নোলোৱাকৈ শিক্ষানুষ্ঠানত সোমাবলৈ এনে দুঃসাহস ক'ৰ পৰা পালে ?

—অ',—No—শইকীয়াচাৰৰ চিঞৰত প্ৰদীপ বৈ গ'ল।

শইকীযাচাৰে প্ৰদীপক দেখি হাতৰ Phoneটো নোথোৱাকৈ অস্থিৰভাবে ক'লে—এইমাত্ৰ এম্বুলেন্স আহিব।

॥ ১০ ॥

আজি ৬ নভেম্বৰ, ১৯৭৯ চন। গুৱাহাটীৰ জজ খেলপথাৰত সদৌ অসম ছাত্ৰসন্থাৰ সৌজন্যত সদৌ অসম ভিত্তিত হোৱা বৃহৎ জন সমাবেশত সভাপতিত্ব কৰিছে প্ৰতুলে।

এই সমাবেশত হাজাৰজন অসমপ্ৰেমী ৰাইজৰ আগত নিবাৰণ বৰা, গিৰীন বৰুৱা, ধ্ৰুব বৈশ্য, খগেন মেধি, যতীন মালী, জয়নাথ শৰ্ম্মা, বৃন্দাবন গোস্বামী, ললিত ৰাজখোৱা, বীৰেন বৈশ্য, গিৰিধাৰী জৈন, ছগনলাল জৈন, নগেন শৰ্ম্মা, প্ৰসেনজিৎ ব্ৰহ্ম, গোলাম মুৰ্তাজা আদিয়ে বিভিন্ন সংগঠনৰপৰা ভাষণ দিলে আৰু অসমৰ সমস্যাৰ ভয়াবহতা সম্বন্ধে জনসাধাৰণক বুজাবলৈ চেষ্টা কৰিলে।

প্ৰথমে মঞ্চলৈ উঠি আহিল বৃন্দাবন গোস্বামী। তেওঁ আৰম্ভ কৰিলে— আজি জনতাই অসমৰ সংস্কৃতি ৰক্ষা কৰিবৰ কাৰণে অপূৰ্ব্ব অভিযান আৰম্ভ কৰিছে। এই অভিযানৰ শেষত আমি বিজয়ৰ বৈজ্যয়ন্তী মালা পিন্ধিব লাগিব।

আজি আপোনালোকে গম পাইছে যে অসমত বিদেশী সোমাইছে, মানে অ-ভাৰতীয়ই অসমভূমি ঠাহ খাই পৰিছে। অতি ৰহস্যৰ বিষয় ১৯৭৯ চনৰ ভোটাৰ তালিকা সংশোধন নকৰাকৈ সংসদৰ নিৰ্ব্বাচন পাতিবলৈ কেন্দ্ৰই পাং পাতিছে। কিন্তু আমি ভোটাৰ তালিকাৰপৰা অবৈধ বিদেশীৰ নাম আঁতৰ নকৰা পৰ্য্যন্ত নিৰ্ব্বাচন পাতিবলৈ নিদিওঁ। দৰকাৰ হ'লে প্ৰাণ দিম। কিন্তু বিদেশী বহিষ্কাৰ কৰিবই লাগিব। —তেওঁৰ মুখৰ অপূৰ্ব্ব হাঁহিৰ মাজেৰে কৈ

গ'ল—অসমৰ হাজাৰ বিজাৰ সমস্যাৰাজিৰ কথা, জনসাধাৰণৰ মনৰ কথা, প্ৰাণৰ কথা, তিল-তিলকৈ জীয়াতুভোগা অসমী আইক উদ্ধাৰ কৰাৰ কথা।

তেওঁ কৈ গ'ল—বৃটিছ আমোলত অসমৰ আটাইবোৰ গোষ্ঠীয়েই পূৰ্ব-বঙ্গৰপৰা অবাধ জনস্ৰোতত ভীষণভাৱে আতঙ্কিত হৈ পৰিছিল, কিন্তু সেই সময়ত ভবিষ্যতৰ সুৰক্ষাৰ কাৰণে মুছলীম লীগৰ ওচৰত আত্মসমৰ্পণ কৰিছিল আৰু চাৰ ছাদুল্লা চাহাবৰ সহযোগিতাত বৃটিছে অসমলৈ লাখ লাখ পমুৱা আহিবলৈ সুবিধা কৰি দিছিল। ইয়াৰ উদ্দেশ্য আছিল কি জানে নে? দাৰিদ্ৰ পীড়িতসকলক সকাহ দিয়া নহয়—ইয়াৰ উদ্দেশ্য আছিল উপনিবেশ স্থাপন কৰা আৰু অসমত সাম্প্ৰদায়িক ভেদ-নীতিৰ বীজ ৰোপণ কৰা আৰু তাৰেই পৰিণাম স্বৰূপে ১৯৪৬ চনত অসমক বঙ্গদেশৰ লগত সাঙুৰি দিয়াৰ আঁচনি আগবঢ়াইছিল।

স্বাধীনতাৰ পিছত অসমৰ নেতাসকলে যেতিয়া চৰকাৰ গঠন কৰিলে—অসমীয়া বাইজে স্বস্তিৰ নিশ্বাস পেলালে যদিও পূৰ্বৰ প্ৰব্ৰজন বন্ধ কৰিবলৈ অসমৰ মন্ত্ৰী-আমোলাসকলে কোনো ব্যৱস্থা নল'লে। ইয়াৰ কাৰণ হ'ল—মন্ত্ৰীৰ নিজৰ গাদীৰক্ষা। মন্ত্ৰীসকলে পমুৱাসকলক নিৰাপত্তা দিয়াৰ আশ্বাস দিলে আৰু তাৰ বিনিময়ত পমুৱা-নিৰাশ্ৰয় মানুহখিনিয়ে ক্ষমতাসীন কংগ্ৰেছক ভোট দিবলৈ ধৰিলে। ক্ষমতাৰ গাদী নিৰাপদ হ'ল। মন্ত্ৰীসকলে নিৰাপদ চাৰি-সীমাৰ ভিতৰত আতোল-তোলহৈ অসমীয়া ৰাইজৰ ওপৰত কৰা প্ৰতিশ্ৰুতি পাহৰি গ'ল।

কংগ্ৰেছেই নিৰীহ অসমীয়া মানুহখিনিৰ বুকুত উগ্ৰ জাতীয়তাবাদৰ জন্ম দিলে। তাৰ ফলত আজি অসমীয়াৰ ভাই-ভাইৰ মাজত বিশ্বাসৰ অভাৱে দেখা দিছে—ইন্দিৰা কংগ্ৰেছৰ বিভেদমূলক নীতিৰ ফলত আজি অসমীয়া গোষ্ঠীৰ মাজত ঐক্যৰ অভাৱ পৰিলক্ষিত হৈছে। আমি জানো যে—কেন্দ্ৰীয় চৰকাৰে অসম আন্দোলনৰ দাবীসমূহ সহজে মানি নলয় কিন্তু জানিব ৰাইজ, অসমীয়া জনসাধাৰণৰ কণ্ঠ দমন নীতিৰে ৰোধ কৰিব নোৱাৰে। আমি আজি এনেধৰণৰ নতুন পন্থা গ্ৰহণ কৰিব লাগিব যি বাটেৰে অসমবাসীৰ সকলো গোষ্ঠীৰ মাজত ঐক্য বৃদ্ধি পায়। কৃষক, শ্ৰমিক, দৰিদ্ৰ নিপীড়িত জনগণে কিছু অৰ্থনৈতিক উন্নতিৰ আশা কৰিব পাৰে আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰি এখন "নতুন অসমৰ" গঢ় দিব পাৰে—

আজি জনতাৰ
আলোক বিজয়ী
অপূৰ্ব অভিযান,
আজি পৃথিৱীৰ আকাশে-বতাহে
জনতাৰ আহ্বান।

কবিতাফাঁকি গাই বৃন্দাবন গোস্বামী মঞ্চৰপৰা নামি আহিল। সকলোৱে হাত চাপৰি দিলে। সৰ্বশেষত সভাপতি পতুল মঞ্চত থিয় হ'ল আৰু গম্ভীৰ স্বৰেৰে ক'বলৈ ধৰিলে—ৰাইজ, আপোনালোকে জানে—সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ যুটীয়া প্ৰচেষ্টাত আজি অসমৰ জাতীয় আন্দোলন বিৰামহীনভাৱে আগবাঢ়িছে। যি অসমীয়াই অতীতৰেপৰা বুকুৰ তেজ দি সংস্কৃতিক জীয়াই ৰাখিছো, সেই অসমীয়াই অসমত বিহমেটেকাৰ দৰে ঠাহ খোৱা বিদেশীৰ হাতত অসমৰ সংস্কৃতিৰ পতন হ'বলৈ দিব নোৱাৰোঁ।

জনতা হৈছে বিপ্লৱৰ চালিকা শক্তি। বাস্তৱ পৰিৱেশ সৃষ্টি কৰি মানুহৰ জীৱনৰ ধ্যান-ধাৰণা, নীতিৰ পৰিৱৰ্তন আনিব লাগিব জনতাই।

আজি জনতাৰ বুকুত থকা মহানশক্তি জাগ্ৰত হৈ উঠিছে। আজি সকলোৱে বিচাৰিছে মুক্তি—জনমুক্তি। জনতাৰ এই বিপ্লৱী অভিযানে কাঢ়িয়াই আনিব লাগিব এক বৈপ্লৱিক পৰিৱৰ্তন।

জনতাৰ মন উদ্বাউল দি উঠিল। সভা ভঙ্গ হ'ল। হাজাৰ হাজাৰ জনতাই বিপ্লৱী মন এটা লৈ ঘৰলৈ উভতিল।

সভাৰ শেষত আটাইকেইজন নেতা পুনৰ এঠাইত গোপন আলোচনাত বহিল। তেতিয়া পতুলৰ গাৰ বিষ কমা নাছিল—কামিহাড়ৰ তলৰ অংশ ফুলি আছিল আৰু বুকুৰ বিষ আছিল।

সকলোৱে একেলগে বহি হৈ যোৱা কাৰ্য্যসূচীৰ বিষয়ে আলোচনা কৰিলে। ১২-১৪ চেপ্টেম্বৰত সকলো কাৰ্য্যালয়ৰ সন্মুখত গণ পিকেটিং, ১৫ চেপ্টেম্বৰৰ পৰা সমগ্ৰ ৰাজ্য জুৰি অনিৰ্দিষ্ট কালৰ কাৰণে গণ সত্যাগ্ৰহ, ২৬ চেপ্টেম্বৰত সদৰ কাৰ্য্যালয়বোৰৰ সন্মুখত জন সমাবেশ, ২৭ চেপ্টেম্বৰৰপৰা ৯ অক্টোবৰলৈ অনশন ধৰ্ম্মঘট, ২৮ চেপ্টেম্বৰত অসম জাতীয়তাবাদী দল, সদৌ অসম ছাত্ৰসন্থা, পূৰ্ব্বাঞ্চলীয় লোক পৰিষদ, অসম সাহিত্য সভা, জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদ, জনতা দলৰ স্থানীয় নেতৃবৃন্দ আৰু কেইজনমান বিশিষ্ট নাগৰিকে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ যুটীয়া সচিব শ্ৰী কে. এম. এল. চাব্ৰাক লগ ধৰি অসমৰ

মুখ্য নিৰ্বাচনী বিষয়াই শেহতীয়াভাৱে বিদেশীৰ নাম ভোটাৰ তালিকাৰপৰা বাদ দিয়াটো বন্ধ কৰা নিৰ্দেশৰ বিৰোধীতা কৰে আৰু সেই নিৰ্দেশটোক বাতিল কৰিব লাগে বুলি দাবী জনায়। ১০ অক্টোবৰত যোৰহাটত অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সভা বহে। সেই সভাত অসমৰ স্বাৰ্থৰক্ষাৰ বাবে জনসাধাৰণে চলোৱা অহিংস, অ-সাম্প্ৰদায়িক আৰু গণতান্ত্ৰিক আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন জনাবলৈ ঠিৰ কৰে। শ্ৰীঅতুলচন্দ্ৰ বৰুৱাদেৱৰ সভাপতিত্বত এই বিষয়ে সমৰ্থন জনাবলৈ এখন কৰ্মপৰিষদ গঠন কৰা হয়।

২২ অক্টোবৰত সদৌ অসম ছাত্ৰসন্থাই দৰং কাৰ্য্যালয়ত বড়ো সাহিত্য সভাৰ সভাপতি লক্ষেশ্বৰ ব্ৰহ্মৰ সভাপতিত্বত এখন সভা আহ্বান কৰে আৰু সেই সভাত অসম সাহিত্য সভা, বড়ো সাহিত্য সভা, অসম কলেজ শিক্ষক সন্থা, অসম মাধ্যমিক শিক্ষক কৰ্মচাৰী সন্থা, অসম যুৱ সমাজ, প্ৰগতিশীল তৈৱাম জনজাতীয় পৰিষদ, অসম জাতীয়তাবাদী দল, গোৱালপাৰা জিলা চাওঁতাল ছাত্ৰসন্থা, ডিব্ৰুগড় জিলা নিবনুৱা যুৱক সংগঠন, নৰ্থ ইষ্টাৰ্ণ প্ৰিন্টাৰ্ছ এচোচিয়েছন আৰু সদৌ অসম কোষাগাৰ সন্থা মিলিত হৈ বিদেশী নাগৰিকৰ সমস্যাৰ সন্দৰ্ভত পাঁচোটা প্ৰস্তাৱ গ্ৰহণ কৰে।

২৮ অক্টোবৰত অসম সাহিত্য সভাৰ সংজাতী দলৰ দ্বাৰা মুখ্যমন্ত্ৰী শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকাৰ হাতত স্মাৰক-পত্ৰ প্ৰদান কৰে। ৩০ অক্টোবৰত সাহিত্য সভাই আগন্তুক লোকসভাৰ নিৰ্বাচন পাতিবলৈ লোৱাৰ সিদ্ধান্তৰ বিৰোধিতা কৰে। পৰিস্থিতি অধ্যয়ন কৰিবলৈ ১ নবেম্বৰত গৃহমন্ত্ৰী শ্ৰীচৰনৰ গুৱাহাটীলৈ আগমন। ৫ নবেম্বৰত অসম সাহিত্য সভাৰ সভাপতি শ্ৰীঅতুলচন্দ্ৰ বৰুৱাদেৱৰ নেতৃত্বত সংজাতী দলে দিল্লীত ৰাষ্ট্ৰপতি শ্ৰীনীলম সঞ্জীৱ ৰেড্ডীৰ হাতত স্মাৰক-পত্ৰ প্ৰদান কৰে।

আনিপনে হৈ যোৱা কাৰ্য্যসূচী খৰচি মাৰি আলোচনা কৰাৰ পাছত কিছু সময় চিন্তা কৰি থকাৰ পাছত ধ্ৰুৱ বৈশ্যই ক'লে—ছাত্ৰ জীৱনতে দেশৰ কাম নিঃস্বাৰ্থভাৱে কৰিব পাৰি বুলি মোৰ বিশ্বাস।

পুতুলে ধ্ৰুৱলৈ চাই হাঁহিলে আৰু ক'লে—বিশেষকৈ অসমৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ দায়িত্ব ক্ৰমান্বয়ে বাঢ়ি আহিছে।

—এই ক্ৰমান্বয়ে বাঢ়ি অহা দায়িত্ব আমি নিয়াৰিকৈ পালন কৰিব পাৰিব লাগিব। আমাৰ পৰৱৰ্তী কাৰ্য্যসূচীবোৰ পালন কৰোঁতে চাব লাগিব যাতে কোনো আন্দোলনকাৰী অত্যাচাৰৰ বলি নহয়।

ললিত বাজখোৱাই কথাকেইটা কৈ পুতুললৈ চালে—১২-১৭ নৱেম্বৰ তাৰিখলৈ গণ-সত্যাগ্ৰহ হ'ব আৰু ১৮-১৯ নৱেম্বৰ এই দুদিন ৰাজ্য জুৰি গণ-পিকেটিং হ'ব তাতেহে গণ্ডগোল হোৱাৰ সম্ভাৱনা বেছি।

—এৰা কথাটো চিন্তা কৰিবলগীয়া, তাৰোপৰি ১০ ডিচেম্বৰত অসম বন্ধ। সেইদিনা সান্ধ্য আইন দিব পাৰে।

পুতুলৰ কথাষাৰলৈ লক্ষ্য ৰাখি ললিতে ক'লে—সহজে মনোনয়ন-পত্ৰ দিব নোৱাৰিলে চৰকাৰে সান্ধ্য আইন দিবই—তেতিয়া কি কৰা হ'ব ?

ললিত বাজখোৱাৰ কথা শুনি জয়নাথ শৰ্মাই হাঁহি মাৰি ক'লে—কি কৰা হ'ব ? আমি চিন্তা কৰিব নালাগে। তোমালোকে চাবা—অসমীয়া বাইজ এতিয়া আৰু শুই থকা নাই, অসমীয়া ৰাইজে স্ব-ইচ্ছাই সান্ধ্য আইন ভঙ্গ কৰি আগুৱাই আহিব।

নহ'লে আমাৰ দেশৰ ভাষা-কৃষ্টিকে ধৰি জাতীয় অস্তিত্ব সকলোৰে ক্ষতি হ'ব। সেই ক্ষতি হ'বলৈ দিব নোৱাৰি। যি সকলে সৎ সাহস লৈ ওলাই নাহি ভিতৰতে লুকাই থাকিব খুজিব সেই পলায়নবাদীসকলক ধৰি আনি জনতাৰ দৰবাৰত সিহঁতৰ বিচাৰ কৰিব লাগিব। নহ'লে আমাৰ সকলো চেষ্টা বৃথা হ'ব। —জয়নাথ শৰ্মাই তেজস্বী কণ্ঠৰে কথাবোৰ কৈ কৈ ঠিয় হ'ল আৰু আপোনমনে গাই গ'ল—

চকুৰ পানীৰে ভৰি উঠে মোৰ
আইৰ দুচকু
এতিয়া কি সতে মই
ঘৰলৈ উভতো।

বিষণ্ণ মন, অস্থিৰ চিত্তেৰে সিহঁতে যেতিয়া গুৱাহাটীৰ নিজান ৰাজপথত ভৰি দিছিল, তেতিয়া কাছাৰীঘৰত নিশা দুপৰৰ এক বজাৰ ঘণ্টা বাজিছিল। এখন গাড়ীয়ে সিহঁতক কাঢ়িয়াই নি ভাগে ভাগে নমাই থৈ পুতুলক বিশ্ব-বিদ্যালয়ৰ কেণ্টিনৰ ওচৰত নমাই থৈ গাড়ীখন পুনৰ নিশাৰ আন্ধাৰৰ লগত মিলি গৈছিল।

নিজান-নিস্তব্ধ বাটেৰে পুতুল আগবাঢ়ি গৈছিল—তেওঁৰ B. T. হোষ্টেলৰ নিজৰ মৰমৰ কোঠালিটোলৈ।

—দিনৰ দিনটো পিন্ধি থকা কাপোৰজোৰ ভাঁজ দলতে সোলোকাই থৈ

বগা পাইজামাটো পিন্ধি বিছনাত দীঘল দি পৰাৰ লগে লগে বকুৰ বিষটো অনুভৱ কৰিছিল। বুকুখন সোঁ হাতেৰে হেঁচা মাৰি ধৰি ভাবিছিল সেই দিনটোৰ কথা যিটো দিনত চি. আৰ পি ৰ মাৰ তেওঁৰ পিঠিয়ে-মূৰে পৰিছিল। আৰু মনত পৰিছিল নগাঁও হস্পিটেলৰ Isolation wardৰ মজিয়াত পৰি থাকোতে শুশ্ৰূষা কৰা বীণা বাইদেউৰ কথা। প্ৰত্যেকজন আঘাতপ্ৰাপ্ত ছাত্ৰক শুশ্ৰূষা কৰি দিনে-নিশাই অক্লান্ত পৰিশ্ৰম কৰা বীণা বাইদেউক তেওঁৰ মাতৃৰ নিচিনা লাগিছিল।

হঠাতে পুতুলে অকলশৰীয়া অনুভৱ কৰিলে। বাৰে বাৰে অহা বিষণ্ণ-অৰ ভাৱে তাৰ মন আৰু আত্মাক হেঁচা মাৰি ধৰিলেহি।

হঠাৎ দুৱাৰত খট্ খট্ শব্দ শুনা গ'ল। বিপদৰ সংকেট! পুতুল উঠি বহিল—

—মহন্তদা—মহন্তদা! দৰজা খোলক।

—পুতুলে দৰজাখন খুলি দিলে।

—পুলিচ মহন্তদা, উঠক পলাওক! সময় নাই, মহন্তদা সময় নাই!

পুতুলে খালী গাৰেই হোষ্টেল এৰি গুচি গৈছিল—দুৰলৈ আৰু দুৰলৈ। বহুদূৰ খোজকাঢ়ি গৈ পাহাৰৰ এটুকুৰা নিৰ্জন ঠাইত বহি তললৈ পুতুলে ৰোতিয়া চাই পঠিয়াইছিল, তেতিয়া কেৱলমাত্ৰ দেখিছিল আন্ধাৰ আৰু আন্ধাৰ। চাৰিওফালে যেন বিৰাজ কৰিছিল অসহায়তা। ক'ৰবাত ঝিল্লিয়ে বিনাইছিল—ক'ৰবাত হুদুই মাতিছিল। অকলশৰে তৰা ভৰা আকাশলৈ চাই পুতুলে ভাবিছিল—

সেই পথেদিয়েই গ'লে আগুৱাই
দলটিৰ হ'ব জয়,
বিজয় নিচান দিম উৰুৱাই
পুৰণিৰ হ'ব ক্ষয়।

॥ ১১ ॥

জীৱনৰ মাকৰ অসুখ বেছি হৈছিল। সেইবাবে নগাঁও চিভিল হস্পিটেলত কিছুদিনৰ কাৰণে ৰাখিবলগীয়া হৈছিল।

এফালে মাকৰ চিন্তা আনফালে দেশৰ·চিন্তা। তথাপিও জীৱনে সকলো সমস্যা সামৰি লৈ ধৈৰ্য্যৰে আগবাঢ়িছিল। কালিলৈ ১২ নভেম্বৰ। গণ-সত্যাগ্ৰহ আছে—তাৰ কাৰণে সিহঁতে ঘৰে-ঘৰে, গাঁৱে-গাঁৱে যাব লাগিব।

জীৱনে কথাবোৰ ভাবি ভাবি ভিতৰলৈ সোমাই গ'ল আৰু বেৰত আঁৰি থোৱা সৰু দাপোণখন চাই মূৰটো ফণিয়ালে। পেণ্টৰ পকেটত সৰু ফণিখন ভৰাই লৈ বাহিৰলৈ ওলাই আহি দুৱাৰত তলাটো মাৰিলে। ঘৰত কোনো নাই। হস্পিটেলত মাকৰ লগত তাৰ ভনীযেকো আছে।

সি পোনে পোনে গৈ বীণা বাইদেউহঁতৰ ঘৰ পালেগৈ।

জীৱনক চোতালত দেখি বীণা বাইদেউ ওলাই আহিল আৰু মৰমেৰে মাতিলে—

জীৱন!

—বীণা বাইদেউ, আমি গণ সংগ্ৰাম পৰিষদৰ নিৰ্দেশক্ৰমে গাঁৱে-গাঁৱে সত্যাগ্ৰহৰ কাৰণে মানুহ উলিয়াবলৈ যাব লাগিব। তোমালৈ এখন চিঠি দিছে বাইদেউ।

—কোনে?

—গণ সংগ্ৰাম পৰিষদৰ মুখ্য আহ্বায়ক হৰেশ্বৰ গোস্বামী চাৰে।

—অ' জানিছো দিয়া গোস্বামীচাৰে সংগঠনৰ কাৰণে লিখিছে।

—হ'বলা।

—দিয়াচোন চিঠিখন।

জীৱনৰ হাতৰপৰা চিঠিখন লৈ বীণা বাইদেউৱে চাই হাঁহি মাৰি ক'লে—মই কৈছো নহয় সংগঠন। এই অঞ্চলৰ মহিলাখিনিক সত্যাগ্ৰহলৈ উলিয়াবলৈ কৈছে। বাৰু তুমি যোৱা—মই যি কৰিব লাগে কৰিম।

জীৱন গুচি গ'ল। গণ সত্যাগ্ৰহ সফল কৰি তুলিব লাগিব। গাঁৱে-গাঁৱে মুনিহ-তিৰোতাক আন্দোলনৰ প্ৰতি জাগ্ৰত কৰিব লাগিব। দূৰৰ মানুহবিলাকক চহৰলৈ অনাৰ ব্যৱস্থা ইতিপূৰ্ব্বে চন্দ্ৰ শৰ্ম্মা, আবৰ কটকী, মাধৱ শৰ্ম্মা, চিদানন্দ

ৰৰঠাকুৰ আদিয়ে মাঁৰিগাঁও চেশ্চিকেট আৰু কামৰূপৰ চেশ্চিকেটৰপৰা গাড়ীবোৰ বাতি গাঁৱে-গাঁৱে পঠাইছে। ট্ৰাকৰ মালিকসকলে ট্ৰাক-বাছ দিবলৈ কোনেও শুৰ নোৱাৰিলে। ছাত্ৰসন্থাৰ কৰ্মকৰ্তাসকল আৰু গণ-সংগ্ৰাম পৰিষদৰ কৰ্মকৰ্তাসকল বাতি গাঁৱে-গাঁৱে সংগঠনৰ কামত ওলাই গ'ল।

সি বেগাই খোজ দিলে। তেতিয়া সন্ধ্যা নামি আহিছিল। তাৰ ওপৰত ঘোৰ দায়িত্ব। পাথৰী, নটন, ৰণথলী, ওপৰ পাথৰীৰ মুনিহ-তিৰোতা, সত্যাগ্ৰহীসকলৰ দায়িত্ব তাৰ আৰু বকুল ভাগৱতীৰ ওপৰত।

ইফালে গিৰীশ, পুলিন, কেশৱ মহন্ত, পৰাণ গোহাঁই, কন্দৰ্পহঁতে চাৰিও-ফালে গাড়ীৰ লগে লগে স্বেচ্ছাসেৱক পঠাইছে। ঠায়ে ঠায়ে নতুনকৈ গঢ়ি তোলা সংগ্ৰাম পৰিষদৰ অফিচবোৰ সক্ৰিয় কৰি তোলা হৈছে।

আবেলি বেলিৰ ৰং মাৰ যোৱাৰ লগে লগে গাঁৱৰ ঘৰে-ঘৰে জ্বলি উঠিছে কেৰাচিনৰ টিপ চাকি। চাকিৰ শেঁতা পৰা পোহৰত স্বেচ্ছাসেৱক বাহিনীৰ ল'ৰাবোৰে ঘৰে-ঘৰে সোমাই বুঢ়া-মেঠাসকলক বিদেশী নাগৰিকৰ সমস্যাবোৰ অৱগত কৰাইছে।

জীৱনহঁতে গোটেই ৰাতি স্থানীয় ল'ৰাবিলাকৰ সহযোগত কাম কৰিছে। নিশাৰ আন্ধাৰ বিনাশী আন্দোলনকাৰীসকল আগবাঢ়িছে—সত্য, অহিংসাৰ আদৰ্শ চকুৰ আগত ৰাখি। কিছুমান জ্বলন্ত শিখা যেন গাঁৱে-ভূঞে জ্বলি উঠিছে।

আধা নিশাৰপৰা অসমৰ ঘৰে-ঘৰে উলহ-মালহ—সত্যাগ্ৰহলৈ যাব লাগিব। গণ সত্যাগ্ৰহৰ অভূতপূৰ্ব সাফল্য জনতাই দেখুৱাই দিব লাগিব আৰু দেখুৱাই দিব লাগিব—অসমীয়া মানুহ জীয়াই আছে—জীয়াই থাকিব।

সময় আগবাঢ়িল। লাহে লাহে পৃথিৱী পোহৰ হ'বলৈ ধৰিলে। সূৰ্যৰ নতুন জ্যোতি আহি অসমৰ আকাশত সিঁচৰিত হৈ পৰিবলৈ আৰু কন্তেক বাকী।

*   *   *

পুৱতি নিশা বকুলৰ গোন্ধ আৰু শেৱালীৰ সুবাসে গাঁৱৰ কেঁচা আলিবাটত আমোল-মোলাইছে। ঠিক সেই সময়তে নামঘৰে নামঘৰে ডবাৰ ধ্বনিয়ে ৰাইজক জাগ্ৰত কৰি তুলিছে। সময় আগবাঢ়িছে। ইমান দিনৰ হা-হুতাশ, দৰিদ্ৰতা, নিষ্পেষণ আৰু অবহেলা কাটি কৰি থৈ বাহুত নতুন বল বান্ধি লৈ নতুন তেজেৰে বলিয়ান হৈ জনতা আগবাঢ়িছে। প্ৰতিজনৰে দুৱাৰত ডাং দি মুনিহ-তিৰোতা

ওলাই আহিছে,—"জয় আই অসম, আমাৰ দাবী মানিবই লাগিব, মৰে অসম জীয়ে কোন, জীয়ে অসম মৰে কোন" আদি তেজোদীপ্ত ধ্বনিৰে অসমৰ আকাশ-বতাহ মুখৰিত কৰি তুলিছে। মাইলৰ পিছত মাইল খোজ কাঢ়িছে, বাইজ চহৰলৈ গৈছে, নগাঁও চহৰত সত্যাগ্ৰহ কৰিব। ছাত্ৰসন্থাৰ নিৰ্দেশ ৰাইজে মনে-প্ৰাণে মানিছে। আজি দেশ ৰক্ষাৰ কাৰণে ছাত্ৰসন্থাই নতুন বীৰৰ কবচ পিন্ধি আগবাঢ়িলে ৰাইজ বহি থাকিব নোৱাৰে।

জীৱনহ'ত চহৰ পাওঁতে ৯টা বাজিবৰ হৈছে। নগাঁও চহৰৰ প্ৰতিটো আলিয়েদি হাজাৰ হাজাৰ জনতা আগবাঢ়িছে—অসমৰ অস্তিত্ব ৰক্ষা কৰিব লাগিব। মহিলাসকলে সক্ৰিয় ভূমিকা লৈছে। নিজৰ সন্তানক আগবঢ়াই দি কোনো মাতৃয়ে নিশ্চুপ হৈ বহি থাকিব নোৱাৰে।

নগাঁও চহৰ লোকে লোকাৰণ্য। পুলিচ, চি আৰ. পি.ৰ হাতৰ লাঠি খহি পৰিছে। জুবিলী পথাৰত অস্থায়ী কাৰাগাৰ খুলিছে। সত্যাগ্ৰহী সকলে হাঁহি হাঁহি স্বেচ্ছাই বন্দী হ'বলৈ গৈছে। সকলোৱে চিঞৰি চিঞৰি গাইছে—

"অসম ভূমিত পাতিম আজি
মহা বিপ্লৱৰ মেলা
নতুন অসম সোণৰ অসম
জয় আই অসম বোলা।"

ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ প্ৰতিজন নেতাই জনতাৰ প্ৰতিজন ব্যক্তিৰ প্ৰতি নজৰ ৰাখিছে। খোৱাপানী, কমলা, কেঁচা বুটকে ধৰি নানা ফল-মূল খোৱাৰ কাৰণে যোগান ধৰিছে।

সন্ধিয়া নামি আহিছে। ৪ বজাৰ লগে লগে কাৰাগাৰৰ বন্দীসকলক মুক্তি দিছে। সত্যাগ্ৰহ সফল কৰি ৰাইজ ঘৰলৈ উভতিছে। কালিলৈ আকৌ আহিব লাগিব। একেৰাহে ৭দিন এই সত্যাগ্ৰহত অংশগ্ৰহণ কৰিবলৈ জনতা আজি প্ৰতিজ্ঞাবদ্ধ।

* * *

এদিন দুদিন কৰি ৭দিন পাৰ হ'ল। বৃহৎ জনতাৰ সহযোগত সত্যাগ্ৰহ সফল হৈ উঠিল। শেষৰদিনা পদুম আহি নগাঁও কলেজত উপস্থিত হ'লহি। লগে লগে সকলো ছাত্ৰ-নেতা, সংগ্ৰাম পৰিষদৰ কৰ্মকৰ্তাসকল আহি তেওঁক লগ ধৰিলেহি। পদুমে সকলোকে নমস্কাৰ জনাই ক'লে—এই সত্যাগ্ৰহত আমি

সফলতা লাভ কৰিছো। প্ৰতিখন জিলালৈকে আমি আমাৰ প্ৰতিনিধি পঠিয়াইছো। কিন্তু দুখৰ বিষয় যে—তামোলপুৰত প্ৰমোদ কলিতাই দ্বিতীয় দিনা সত্যাগ্ৰহ কৰিবলৈ আহোতে মৃত্যুমুখত পৰে। তাৰোপৰি নাহৰকটিয়াৰ চাচনি মৌজাৰ জনজাতীয় ছাত্ৰ পূৰ্ণ নিৰ্মলীয়াক কোনোবা লোকে গাত পেট্ৰ'ল ঢালি নৃশংসভাৱে পুৰি হত্যা কৰিছে। এইজানি সত্যাগ্ৰহত গুৱাহাটীত ৭ লাখ, বৰপেটাত ৩০ লাখ, মৰিগাৱঁত ১০ হেজাৰ, যোৰহাটত ৬০ হেজাৰ, নগাঁৱত ৫০ হেজাৰ আৰু ডিব্ৰুগড়ত ১০ হেজাৰ লোকে কাৰাবৰণ কৰিছে।

পুতুলে অকণমান সময় মনে মনে থাকি পুনৰ আৰম্ভ কৰিলে—কালিৰপৰা আমাৰ গণ পিকেটিং আৰম্ভ হ'ব। এই গণ পিকেটিং ১৯ নবেম্বৰলৈ চলিব। আপোনালোকে নিশ্চয় কাৰ্য্যসূচী পাইছে। অফিচ-কাছাৰীলৈ যাতে কোনো যাব নোৱাৰে তাৰবাবে সৰ্তকতা অৱলম্বন কৰিব লাগিব। তাৰপিছত ১০ ডিচেম্বৰ তাৰিখে অসম বন্ধ দিয়া হৈছে। —পুতুলে মিচিকিয়াই হাঁহি গিৰীশ, মানস, প্ৰদীপ, কন্দৰ্পহঁতলৈ চাই ক'লে—মই এতিয়াই যাব লাগিব। —তাৰ পাছত সংগ্ৰাম পৰিষদৰ কৰ্মকৰ্তাসকলৰ ওচৰলৈ আহি নমস্কাৰ এটি জনাই ক'লে—মই যামগৈ। আপোনালোক আছে যেতিয়া মই আৰু চিন্তা নকৰোঁ, নহয় জানো? —চন্দ্ৰ শৰ্মাই মিঠা হাঁহি এটিৰে কথাষাৰৰ হুযভৰ দিলে।

পুতুল নগাঁও কলেজৰ খট্‌খটিত ভৰি দি আগুৱাই গ'ল—আজি তেওঁৰ হাতত সময় বৰ কম।

॥ ১২ ॥

৮ ডিচেম্বৰ। ৰাতিপুৱাতে ইন্দ্ৰনীল নগাঁও কলেজ হোষ্টেলৰ বিছনাখনৰপৰা উঠি আহি কুঁৰলি পৰা কনিখনত খোজকাঢ়ি কথাবোৰ চিন্তা কৰিলে—ওঠৰ আৰু উনৈশ নবেম্বৰৰ দিন দুটা ৰাজ্যজুৰি গণ পিকেটিং সফলভাৱে ৰূপায়িত হৈ গ'ল। ৩ ডিচেম্বৰৰ পুৱা ৬ বজাৰপৰা ৪ তাৰিখৰ নিশাৰ ৫ বজালৈকে শান্তিপূৰ্ণভাৱে ৰাইজে অসম বন্ধ পালন কৰিলে। ৫ ডিচেম্বৰৰপৰা অহৰহ পিকেটিং চলিব লাগিছে, কাৰণ অবৈধ নাগৰিকৰ

নাম ভোটাৰ তালিকাৰপৰা বাদ নিদিয়ালৈকে লোকসভাৰ নিৰ্ব্বাচন পতাৰ কথাই অসমবাসীক হতাশ কৰি তুলিছে। সেয়েহে অসমৰ ১৪টা সমষ্টিৰপৰা মনোনয়ন-পত্ৰ দাখিল কৰিব পৰা সাম্ভব্য সকলো কাৰ্য্যালয় বাইজে ঘেৰাও কৰি আছে। পৰহিলৈ অৰ্থাৎ দহ ডিচেম্বৰ তাৰিখে মনোনয়ন-পত্ৰ দিয়াৰ শেষ দিন। ইমানদিন নগাঁৱৰ ৰাইজে গণ-পিকেটিং কৰাৰ ফলত দেৱকান্ত বৰুৱাই আৰু দেৱব্ৰত বৰুৱাই মনোনয়ন-পত্ৰ দিব পৰা নাই।

সি মনতে পুনৰ ভাবিলে—আমি আজি যি কাৰ্য্যসূচী হাতত লৈ আগবাঢ়িছোঁ, অসমৰ আমোলাতান্ত্ৰিক চৰকাৰে আৰু অসমৰ এচাম স্বাৰ্থান্বেষী দালালে এই কাৰ্য্যসূচী সফল হোৱাত প্ৰতি ক্ষণে ক্ষণে বাধা প্ৰদান কৰিব। কিন্তু বাধা-বিঘিনি অতিক্ৰম কৰি আগবাঢ়ি গ'লে, জাতিৰ ইতিহাসত এটা নতুন যুগৰ সূচনা যে হ'ব ই ধ্ৰুৱ। —ইন্দ্ৰৰ মনটো হঠাতে ভাল লাগি গ'ল। দুবৰি বনত লাগি থকা মুকুতাৰ দৰে নিয়ৰৰ টোপালবোৰত সি চকুৰ খোজ দিব নোৱাৰিলে—কি সুন্দৰ এই মুকুতাৰ মণিবোৰ। তাৰ হাঁহি উঠিল। হঠাতে সি ইমান ভাৱপ্ৰৱণ হ'ব লাগেনে? সি হঠাতে সচকিত হৈ উঠিল। বেলি ওপৰলৈ উঠি আহিছে। হোষ্টেলত চাহ খোৱাৰ হুলস্থুল লাগিছে। সি পুনৰ হোষ্টেলৰ পিনে আগবাঢ়িল। সি পোনে পোনে কলৰ পাৰলৈ গ'ল আৰু চকু-মুখ ধুই চাহৰ টেবুলত বহিলগৈ। গৰম চাহ একাপৰ তাৰ বৰ প্ৰয়োজন হৈছে। চাহৰ গিলাচটো পায়েই সি এধোক খাওঁতেই তাৰ শ্বহীদ কমল বৰালৈ মনত পৰিল। ২০ নবেম্বৰ তাৰিখে কৰ্ম্মৰত অৱস্থাতে পুলিচ কৰ্ম্মচাৰী কমলক লাংমাডিঙত হত্যা কৰা হৈছে। দিন দুপৰতে এনে নৃশংস হত্যাকাণ্ডই কি সূচায? অসমৰ বুকুতে থাকি চুকতে কামোৰ মাৰা এচাম অৰ্জন-পাৰ্তাকিযে অসমৰ কলা-কৃষ্টি গিলি পেলাবলৈ চেষ্টা চলাইছে। ইন্দ্ৰই চাহৰ গিলাচটো টেবুলত থৈ লৰালৰিকৈ ওলাই গ'ল। ইতিপূৰ্ব্বে স্বেচ্ছাসেৱক বাহিনীকে ধৰি নগাঁও জিলাৰ বিভিন্ন ঠাইৰ পৰা মুনিহ-তিৰোতা, আবাল বৃদ্ধ-বণিতা আহি আৱৰ্ত ভৱন ঘেৰাও কৰিছেহি।

পাখি লগা কাঁড়ৰ দৰে সময়বোৰ আগবাঢ়িল। সেইদিনাও মনোনয়ন-পত্ৰ কোনেও দিব নোৱাৰিলে।

সন্ধ্যা নামি আহিল। ইন্দ্ৰ পুনৰ কলেজলৈ সোমাই আহিল। লগত আহিল প্ৰভাত। সিহঁত দুয়ো গৈ ছাত্ৰসন্থাৰ কাৰ্য্যালয়ত বহিছে মাত্ৰ। এনেতে, মাইকযোগে কৰা ঘোষণাই সিহঁতক বিব্ৰত কৰি তুলিলে। নগাঁও

চহৰত ৯ ডিচেম্বৰৰ আবেলি ৪ বজাৰপৰা সান্ধ্য আইন বলবৎ কৰা হ'ল। ৰাইজৰ মাজত হাঁহাকাৰ লাগিল। যোনে য'তে আছিল, ঘৰলৈ ঢাপলি মেলিলে। দোকান-পোহাৰ বন্ধ হ'ল। খাটি খোৱা মানুহখিনিয়ে এক কিলো চাউল, দহ পইচাৰ নিমখ কিনিব নোৱাৰি উদং মোনাটো লৈ ঘৰলৈ উভতিল।

ইন্দ্ৰ চকিৰপৰা উঠিল। প্ৰভাত ক্ষুব্ধ হ'ল।

—দেখিছ ইন্দ্ৰ, চৰকাৰৰ কাণ্ড! কিন্তু ই কেতিয়াও হ'ব নোৱাৰে। আমি সান্ধ্য আইন ভঙ্গ কৰিমেই। আমি নতুন পদ্ধতিৰে বাস্তৱ জীৱনৰ পাতনি মেলিব লাগিব। পীড়িত, দৰিদ্ৰ জনগণৰ সন্মুখত দাণ্ডি ধৰিব লাগিব নতুনৰ স্বপ্ন। ৰাইজৰ হিয়াৰ কোঁহৰপৰা এটুপি এটুপি তেজ শুহি চৰকাৰ কেতিয়াও কৃতকাৰ্য্য হ'ব নোৱাৰে ইন্দ্ৰ।

—তই ঠিকেই কৈছ, ই কেতিয়াও হ'ব নোৱাৰে প্ৰভাত।

এনেতে দিগেন, গিৰীণ, কন্দৰ্প, মানসহ'ত কাৰ্য্যালয়লৈ সোমাই আহিল। সকলোৰে একোটাই চিন্তা—কি কৰিব এতিয়া, অথচ সান্ধ্য আইন ভঙ্গ কৰিবই লাগিব। সদৌ অসম ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ কৰ্ম্ম-কৰ্তাসকলে এই ঘোষণাক প্ৰত্যাহ্বানৰূপে গ্ৰহণ কৰিলে। প্ৰায়বোৰ ছাত্ৰসন্থাৰ সদস্যই নগাঁও কলেজ হোষ্টেলতে থাকিবলগা হ'ল। যিহেতু সান্ধ্য আইনৰ কবলত থকা নগাঁও চহৰত পুলিচ, চি· আৰ পি ৰ অত্যাচাৰ আৰম্ভ হৈছিল। সেইদিনা হাজাৰ হাজাৰ ৰাইজ নিশা উজাগৰে থাকি সান্ধ্য আইন ভঙ্গ কৰিবলৈ ক্ষণ গণি থাকিল।

ৰাতিৰ আন্ধাৰ আগবাঢ়ি আহিছে। ৰাইজৰ উৎকণ্ঠা বাঢ়িছে। প্ৰতি ঘৰে ঘৰে বিদ্ৰোহৰ শিখা জ্বলি উঠিল—সান্ধ্য আইন ভঙ্গ কৰিম, সান্ধ্য আইন ভঙ্গ কৰিম। ৰাতি পুৱাই আহিল। নতুন সূৰ্য্যৰ পোহৰে পৃথিৱীৰ গছ-গছনি উজ্বলাই তুলিলে। সময়বোৰ আগবাঢ়িল।

ৰাতিপুৱা ৭ বজাৰ লগে লগে নগাঁও কলেজৰ গেট খুলি প্ৰথমে ওলাই আহিল মুহিৰাম শইকীয়া, হৰেশ্বৰ গোস্বামী আদিকে ধৰি ছাত্ৰসন্থাৰ সদস্যসকল। লগে লগে ওলাই আহিল নগাঁও চহৰৰ অলিয়ে-গলিয়ে মাজৰাতিৰপৰা অপেক্ষা কৰি থকা অগণন জনতা।

"জয় আই অসম, তৰিলে দেশ মৰিলে স্বৰ্গ, আহ ঐ আহ ওলাই আহ, দেশৰ কাৰণে মৰিবলৈ ওলাই আহ, অবৈধ নিৰ্বাচন হ'ব নোৱাৰে, হ'ব নোৱাৰে", আদি ধ্বনি দি হাজাৰ হাজাৰ ৰাইজ আৱৰ্ত্ত ভৱনৰ পিনে আগুৱাই গ'ল। আৱৰ্ত্ত

ভৱনত চাৰিদিন আগৰেপৰা সোমাই থকা দেৱকান্ত বৰুৱাই আৰৌলি চাবি বজালৈকে মনোনয়ন-পত্ৰ দিবলৈ সাহস কৰিব নোৱাৰিলে। ৫ বজাৰ লগে লগে ৰাইজ ঘৰমুৱা হ'ল। বিজয়ৰ উল্লাস, উদ্বিগ্নতাই তেতিয়া ৰাইজৰ হৃদয় ধাৱমান কৰি তুলিছিল। ইন্দ্ৰই প্ৰভাতৰ লগ লাগি পুনৰ নৰ্মাও কলেজলৈ সোমাই গ'ল।

* * *

নিশা ৰাইজে দিনটোৰ ভাগৰত গা এৰি দিলে। সময় খৰ গতিৰে আগবাঢ়িল। পুৱাৰ পোহৰে ধৰণী ঢাকি ধৰিলে। কুকুৰাই ডাক দিলে, কাউৰীয়ে কা কা কৰিলে। পুহমাহৰ কুঁৱলি ফালি আগবাঢ়ি আহিল দহ তাৰিখটো। শুদ্ধ ভোটাৰ তালিকা প্ৰস্তুত কৰি নিৰ্বাচন পতা আৰু বিদেশীলোকক অসমৰ পৰা বহিষ্কাৰৰ দাবীত দহ ডিচেম্বৰৰ দিনটোত বন্ধ পালন কৰা হ'ল।

* * *

গোটেই দিনটো আবেদা আহমদ গুৱাহাটীৰ লাখটকীয়াৰ নিজ বাসভৱনত আবদ্ধ হৈ থাকি শেষত সিদ্ধান্ত গ্ৰহণ কৰিলে যে নিশা হ'লেও তেওঁ মনোনয়ন পত্ৰ দিবই। শ্ৰীমতী আবেদা আহমেদে তেওঁৰ এজেণ্ট শ্ৰীআৰু পেস্কৰ আৰু লগত ডি আই জি শ্ৰীগিল, এছ পি শ্ৰীবাস্তৱ, এ ডি এম শ্ৰীএ মল্লিকৰ তদাৰকত তেওঁৰ অভিযান আৰম্ভ কৰিলে। লগে লগে আগবাঢ়ি আহিল বিক্ষুব্ধ জনতা, শ-শ ছাত্ৰ-ছাত্ৰীৰ দল। শ্ৰীমতী আবেদাই তৎক্ষণাৎ নিৰাপত্তা দিবলৈ চৰকাৰলৈ আবেদন জনালে।

চৰকাৰে শ্ৰীমতী আবেদা আহমদ আৰু তেওঁৰ এজেণ্টক নিৰাপত্তা দিলে। লাখটকীয়াৰ বাসভৱনত চাৰি ট্ৰাক চি আৰ পি এফ আৰু এক ট্ৰাক গুণ্ডাবাহিনী নিশা গোট খালেহি। মাজনিশা শ্ৰীমতী আবেদা আহমদে তেওঁৰ এজেণ্ট শ্ৰীআৰু পেস্কৰক লৈ তেওঁলোকৰ কুখ্যাত অভিযান আৰম্ভ কৰিলে। লগে-লগে গুৱাহাটীৰ লাখটকীয়া অঞ্চলৰ আলিবাটত জুম খাই থকা অলেখ ছাত্ৰ-ছাত্ৰীয়ে "জয় আই অসম" ধ্বনি দি শ্ৰীমতী আবেদাক ভেঁটা দিবলৈ আগবাঢ়ি গ'ল। কিন্তু শক্তিশালী পুলিচবাহিনীৰ আগত বাটৰ ওপৰত জুম খাই থকা ছাত্ৰ-ছাত্ৰী, ডেকা-বুঢ়াসকল ছেদেলী-ভেদেলী হৈ পৰিল। শ্ৰীমতী আবেদা আহমদৰ গাড়ী আগুৱাই গ'ল। আগে-পিছে আগুৱাই গ'ল পুলিচ-মিলিটেৰীৰ সম্মিলিত শক্তিশালী বাহিনী।

জালুকবাৰী। 'পিকেটিংকাৰী' জনতাই চিঞৰি উঠিল—"জয় আই অসম।" শ্ৰীগিলে চি. আৰ. পি. এফ বাহিনীক লৈ হুৰমুৰকৈ জনতাৰ ওপৰত জঁপিয়াই পৰিল আৰু মধে-মধে প্ৰহাৰ কৰিবলৈ ধৰিলে। বাটে-পথে য'তে জনতাৰ দল দেখিলে তাতেই শ্ৰীগিল আৰু শ্ৰীবাস্তৱৰ তদাৰকত চি আৰ. পি. এফৰ লোকে লাঠি চালনা কৰি কৰি আগুৱাই নিলে তেওঁলোকৰ অভিযান। শৰাইঘাটৰ দলং পাৰ হৈ ক্ৰমান্বয়ে আমিনগাঁও, চাংচাৰি, বাইহাটা চাৰিআলি, কমলাপুৰ আদি ঠাইত বৈ থকা হেজাৰ হেজাৰ জনতাৰ ওপৰত নিৰ্মম অত্যাচাৰ কৰি পাষাণ হৃদয় লৈ আগবাঢ়িল শ্ৰীমতী আবেদা আহমদ। মুখত বিজয়ৰ উল্লাস!

দুপৰীনিশা বঁঙিয়া জনতাৰ তেজোদীপ্ত শ্লোগানেৰে আকাশ-পাতাল মুখৰিত হ'ল। তেওঁলোক প্ৰতিজ্ঞাবদ্ধ হ'ল—যি কোনো উপায়েৰে এই নাৰকীয় অভিযান বন্ধ কৰিবই। সময় বাগৰিল। দূৰৈত হেড্ লাইটৰ পোহৰ দেখি বাইজ সতৰ্ক হ'ল। ডিচেম্বৰ মাহৰ শীতৰ সেৰেঙা ৰাতি।—আহিছে, আহিছে বুলি কোনোবাই চিঞৰি উঠিল। লগে লগে ৰাইজে বাট ভেঁটি ধৰিলে। কিন্তু শ্ৰীগিল আৰু শ্ৰীবাস্তৱে চি আৰ. পি এফক ৰাইজক প্ৰহাৰ কৰিবলৈ নিৰ্দেশ দিলে। অসংখ্য জনতাৰ ওপৰত লাঠিৰ প্ৰহাৰ চলিল। বঁঙিয়া কলেজৰ অধ্যক্ষ বীৰেণ বৰদলৈ বেয়াকৈ আঘাতপ্ৰাপ্ত হ'ল। বঁঙিয়াৰ দোকান-বজাৰ লুট হ'ল। এটা সময়ত বঁঙিয়া আঞ্চলিক ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ কাৰ্য্যালয়টো চি আৰ. পি. এফৰ দলে জুই লগাই দিলে।

টেটুঁৱৈ থৰা জাৰত বৈ থকা বৰকুৰা অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ ওপৰত প্ৰহাৰ কৰি আগবাঢ়িল গুণ্ডাৰ দল। বাগৰি পৰা নিমাখিত ছাত্ৰ-ছাত্ৰীক চোঁচৰাই-বগৰাই বাটত পেলাই থৈ গাড়ী চলাই দিলে। যগ্ৰাপাৰ পাৰ হৈ নলবাৰী অভিমুখে গাড়ী আগবাঢ়িল। আবেলিৰপৰা ঘোষণা কৰা সান্ধ্য আইন ভঙ্গ কৰি নলবাৰী অঞ্চলৰ জনতাই ৩৭নং ৰাষ্ট্ৰীয় ঘাই পথৰ দুয়ো দাঁতিত বৈ আছিল। কিন্তু হেজাৰজন জনতাৰ গা, ভৰি, হাত, পিঠিৰপৰা পুলিচ, চি আৰ. পি. এফৰ অত্যাচাৰত নিগৰি ওলোৱা কেঁচাতেজে আবেদাৰ গাড়ীৰ চকা বখাব নোৱাৰিলে। আগবাঢ়িল আবেদাৰ এম্বেচাদৰ, আগবাঢ়িল গিল, শ্ৰীবাস্তৱ, চি. আৰ. পিৰ ৰক্তপিপাসুৰ দল। আন্ধাৰে উচুপি উঠিল। দূৰৈত কুকুৰে কিনালে, গছৰ ডালত হুদুৰে মাতিছে, বাটৰ কাষত পচাঁতিয়াৰ ডালত পৰি কেঁচাজনীয়ে নিউ নিউ কৰি চিঞৰি উঠিল।

শেষ নিশা আবেদাহঁতৰ গাড়ী পালেগৈ ভৱানীপুৰ। ভৱানীপুৰ আঞ্চলিক ছাত্ৰসন্থা, সৰুপেটা আঞ্চলিক ছাত্ৰসন্থা, বিজনী আঞ্চলিক ছাত্ৰসন্থাৰ আহ্বান ক্ৰমে ভৱানীপুৰ চ'কত ৰাষ্ট্ৰীয় পথৰ ওপৰত হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰী, মুনিহ-তিৰোতাই শান্তিপূৰ্ণভাৱে পিকেটিং কৰি থাকোতেই ১৪ কিঃ মিঃ উত্তৰৰ উজানবৰবৰী গাঁৱৰপৰা দক্ষিণ বিজনী ছাত্ৰসন্থা আৰু গণ-পৰিষদৰ নেতৃত্ব বহন কৰি আগবাঢ়ি আহিল খৰ্গেশ্বৰ আৰু প্ৰবীণ শৰ্মা। তেওঁলোকে হাতত ছাত্ৰসন্থাৰ পতাকা লৈ আবেদা আহমেদৰ গাড়ী ভেঁটা দিবলৈ আগুৱাই গ'ল। দুৰৈত গাড়ীৰ হেড্‌লাইটৰ পোহৰ দেখি খৰ্গেশ্বৰে চিঞৰি উঠিল—"ৰাইজ, ভয় নকৰিব, তৰিলে দেশ, মৰিলে স্বৰ্গ।"

নিমিষতে গাড়ীৰ হেড্‌লাইটৰ পোহৰে আহি জনতাৰ চকুত চাঁট্ মাৰি ধৰিলেহি। গাড়ীৰপৰা নামি আহিল গিল, শ্ৰীবাস্তৱ আৰু চি আৰ. পি. এফ আৰু গুণ্ডাৰ দল। "হাট্ যাও"—গিলৰ চিঞৰ আৰু আসুৰিক আস্ফালনৰ লগে লগে চি আৰ পিৰ নিষ্ঠুৰ প্ৰহাৰত বাগৰি পৰিল—সহস্ৰ-জনতা। নিৰস্ত্ৰ জনতাৰ ওপৰত অত্যাচাৰ কৰি গিল হৈ পৰিল উন্মত্ত। আকাশলৈ কেইবা জাঁইও গুলী চলাই ক্ষান্ত নাথাকি, ট্ৰাকত ভৰাই নিয়া শিলগুটি জনতাৰ ওপৰত নিক্ষেপ কৰিবলৈ নিৰ্দেশ দিলে। তথাপিও পিছলৈ ওভতি নগ'ল খৰ্গেশ্বৰ তালুকদাৰ আৰু তেওঁৰ দলটো। খৰ্গেশ্বৰে চিঞৰিলে—"পিছলৈ নাযাব, পিছলৈ নাযাব ৰাইজ, আগুৱাই আহক।"

শ্ৰীগিল এইবাৰ অধৈৰ্য্য হৈ পৰিল আৰু গৰ্জন কৰি উঠিল।

লগে লগে খৰ্গেশ্বৰৰ ওপৰত প্ৰচণ্ড লাঠিৰ কোব পৰিল। বন্দুকৰ নলীৰ খোচ, বুট জোটাৰ গছকত খৰ্গেশ্বৰ বাগৰি পৰিল। জননীৰ কাৰণে আত্মাহুতি দি খৰ্গেশ্বৰে ঠাইতে চকু মুদিলে। নুমাই গ'ল পুনৰ্তি নিশাত এগছি সম্ভৱনাৰে ভৰা জীৱনৰ বন্তি। দৃঢ়তাৰে ঠিয় হৈ থকা প্ৰবীণ শৰ্মাই লাঠিৰ কোব আৰু বুট জোটাৰ গছকত জ্ঞান হেৰুৱালে। মৃত খৰ্গেশ্বৰৰ তেজেৰে লুটুৰি-পুতুৰি হৈ থকা দেহটো নৰ পিশাচহঁতে ৰাস্তাৰ দাঁতিতে থকা পুখুৰীলৈ দলিয়াই দি আগবাঢ়িল।

চাৰিওফালে কান্দোনৰ ৰোল উঠিল। মাকৰ বুকু সুদা কৰি খৰ্গেশ্বৰে নিজকে জননী আইৰ চৰণত অৰ্পণ কৰিলে। পৃথিৱী পোহৰ হোৱাৰ লগে লগে, সূৰ্য্যৰ দীপ্তময় শিখাৰ লগতে খৰ্গেশ্বৰৰ আত্মাই যেন চিঞৰি কৈছিল—"আই! মই আকৌ আহিম,—আকৌ আহিম।"

* * *

॥ ১৩ ॥

সন্ধিয়া জীৱন আহি ঘৰ পালেহি। আজি দুদিন সি ঘৰত নাই। সি পোনে পোনে মাকৰ ওচৰলৈ গ'ল। মাক বিছনাখনতে নিতাল দি পৰি আছিল। চকু দুটা মুদি থকা দেখি জীৱনে মাকক মাত নিদিলে। সি পোনে পোনে ভিতৰলৈ গ'ল আৰু বন্তিক মাতিলে—বন্তি , অ' বন্তি—

—ককাইদেউ—

—মাৰ কি হৈছে ?

ককায়েকৰ মাতত বন্তিয়ে শেঁতা পৰা মুখখন ওপৰলৈ কৰি ক'লে—আজি মাৰ বেছি হৈছে, তেজ বমি দুবাৰ কৰিছে।

—কথাষাৰ কৈ বন্তিয়ে উচুপি উঠিল।

—ঔষধ খুৱাইছ নে নাই ? কান্দিছ যে ?

—ঔষধ নাই। মই দেখোন তোক কৈছিলোৱেই। তই ঔষধ আনিম বুলি ওলাই গৈ দুদিনলৈকে ঘৰলৈ নাহিলি। বীণা বাইদেউ, মিনতী পেহী নথকা হ'লে —বান্তিয়ে আকৌ উচুপিলে।

জীৱন সেইফালে থৰ্ লাগিল। এৰা, সিতো ঔষধ আনিবলৈহে গৈছিল। কিন্তু সি দেখোন ভৱানীপুৰ পালেগৈ। সি অস্থিৰ হৈ পৰিল আৰু কোঠালিটোৰ ভিতৰতে অহা-যোৱা কৰিবলৈ ধৰিলে।

তাৰ চকুৰ আগত ভাঁহি উঠিল খৰ্গেশ্বৰ তালুকদাৰৰ মাকৰ মুখখন। দুয়োখন মুখ দেখোন একেই। এখন পুত্ৰ হেৰুওৱাৰ নিৰ্মম বেদনাৰে আবৃত, আনখন দুৰাৰোগ্য বেদনাৰ⋯⋯মৃত্যুৰ ছাঁয়াৰে আবৃত। আৰু সিহঁতৰে জীয়াই থকা ডেকা চাম ? অস্থিৰতাত আজি অসমৰ সমাজ তথা অসমবাসী কম্পমান। জীৱনে মুৰটো জোকাৰি চিএওঁৰি উঠিল—বন্তি !

—ককাইদেউ, চিএওঁৰিছ কিয় ? মাযে সাৰ পাব।

—ডাঃ বৰকাকতিদাৰ তালৈ গৈছিলি নে নাই ?

—গৈছিলোঁ, কিন্তু আধাবাটৰ পৰা উভটি আহিলোঁ। চি আৰ পিয়ে ৰাস্তাত ল'ৰাবিলাকক মাৰ-ধৰ কৰি খেদি ফুৰিছে। ৰাতি বীণা বাইদেৱে ঔষধ আনি দিলে আৰু আমাৰ ঘৰতে থাকিল।

—হয় ? জীৱনে চকুকেইটা মেলি ভনীয়েকলৈ চালে আৰু তাৰপাছত

গেঞ্জীটো খুলি দুহাতেৰে মোহাৰি কলৰ পাৰলৈ দলি মাৰি দিলে। ভেকেটা-ভেকেট গোন্ধ। আজি দুদিন সি গা-ধোৱা নাই। পেটটোত খুদকণ এটাও পৰা নাই।

—বান্তি, আছে যদি কিবা খাবলৈ দে, বৰ ভোক লাগিছে।—কৈ কৈ সি মাকৰ ওচৰত বহিলগৈ।

—মা—!

—অ' বোপাই আহিলি, ক'লৈ গৈছিলি বোপাই ?

—তোৰ কষ্ট হৈছে মা ?

—কোনে কৈছে মোৰ কষ্ট হৈছে ? নাই হোৱা বোপাই, নাই হোৱা। ভগৱন্তই পাৰ কৰি দিলেই হ'ল। পিছে খৰ্গেশ্বৰটো গ'ল—শ্বহীদ হ'ল।

—তই কেনেকৈ জানিলি মা ?

—বীণাই কৈছে। তাই মোৰ ওচৰতে বহি সকলো কৈছে। উস্! উঠি অহা ল'ৰাটোনো সিহঁতে কেনেকৈ মাৰি পেলালে ঐ !!

—মা, মই তাৰ কাৰণেই ভৱানীপুৰ পালোঁগৈ, ইয়াৰপৰা ছাত্ৰসন্থাৰ গাড়ী গৈছিল। তোলৈ ভাবিবলৈকে নহ'ল।

—নালাগে—ভাবিব বোপাই। দেশৰ কথা ভাব! দেশ উদ্ধাৰ কৰ। কি দেখি আহিলি কচোন বোপাই—।

জীৱনৰ মাকে যেন গাত বল পালে। জীৱনে মাকক তাৰ গাত দুয়োহাতেৰে আওজাই লৈ ক'লে—মা! খৰ্গেশ্বৰৰ গাঁও তীৰ্থস্থান হ'ল। লোকে লোকা-কণ্য। তাৰোপৰি যোৱাকালি ( ১২ ডিচেম্বৰ ১৯৮০ ) শ্বহীদজনাৰ স্মৃতিত গোটেই অসম জুৰি মৌন শোক সমদল উলিওৱা হৈছিল। অশেষ জনতা।

—এৰা, বোপাই। মৰিব লাগিছিল আমি। মৰিছে উঠি অহা ডেকাহঁত।

—মাকে আকৌ কঁকিলে। জীৱনে লাহেকৈ মাকক পাৰুটোত শুৱাই দি বান্তিক চিঞৰি মাতিলে—বান্তি ক'লৈ গ'লি—, কিবা এটা খাবলৈ দে। মই মাৰ ঔষধ আনিবলৈ যাওঁ। নহ'লে ফাৰ্মাচী বন্ধ হৈ যাব।

—দাদা, ঘৰতযে একোৱেই নাই।—বান্তিয়ে উচুপিলে।

এৰা, ঘৰত একোৱেই নাই। —সি পেটত হাতখন দিলে; সিও কালিৰেপৰা একো খোৱা নাই। পেটটো তাৰ পুৰিছে,—সি নিজে নিজে হাঁহিলে।

—বাৰু, যাওঁদে বন্তি। মই পাহৰিছিলোঁৱেই। দুদিন বজাৰ নকৰিলে ক'ৰপৰা ঘৰত বস্তু থাকিব। চাওঁ, মোনা এটা দে।

সি হাতত মোনা এটা লৈ বাটলৈ ওলাই গ'ল। দিনৰ হুলস্থুল সন্ধিয়াৰ লগে লগে শাম কাটিছে। দূৰত কাৰোবাৰ কুকুৰে বাউঁচ জুৰি কান্দিছে। সি খৰ খোজেৰে আগবাঢ়িল। কিছুদূৰ গৈ সি এখন চিনাকি ফাৰ্মাচীৰপৰা মাকৰ কাৰণে ঔষধ ললে। তাৰ পাছত হাৰাধন ঘোষৰ দোকানৰ ফালে আহি থাকোঁতেই ভাবিলে—এইদৰে আৰু কিমানদিন চলিব পাৰিব। চাৰিওফালে তাৰ ধাৰ লাগিছে। চাকৰীটো যোৱাৰ পৰা সি চাৰিওফালে হাঁহাকাৰ দেখিছে। অকলশৰীয়া হোৱা হ'লে কথা নাছিল। কিন্তু তাৰ ঘৰত যে শাভৰু ভনীয়েক আৰু বুগীয়া মাক আছে।

সি কথাবোৰ ভাবি ভাবি আহোঁতেই হাৰাধনৰ দোকান পালেহিয়েই। দেউতাক থকাৰ দিনৰপৰাই সিহঁতে এইখন দোকানৰ মাল খাই আহিছে। সি হাতত নিয়া বেগটো গাদীখনৰ ওপৰত থলে আৰু নম্রভাবে ক'লে—হাৰাধন ককাই। কেইবিধমান বস্তু দিয়াচোন। পাৰিবানে— ? ঘৰত মাৰ টানটানিৰিয়া।

—হেৰা জীৱন। যোৱা মাহৰ বাকী পৰি আছে। আকৌ বাকী দিবলৈ টান, বুজিলা ? তাতে বোলে তোমাৰ চাকৰিটোও গ'ল। —হাৰাধনে কথা-খিনি কৈ অট্টহাস্য কৰি উঠিল।

জীৱন কিছু সময় থৰ্ হৈ তালৈ চাই থাকি ক'লে—হয় ককাই, 'অসম বন্ধ পালন কৰি ছাত্রসন্থাৰ লগত মুকলিভাৱে কাম কৰা বাবে মোৰ চাকৰিটো গ'ল। কিন্তু চাকৰিটো জানো দেশতকৈ ডাঙৰ ?

হাৰাধন ঘোষে খুউব জোৰেৰে হাঁহিলে আৰু ক'লে,—ভাল কথা কৈছা জীৱন। ভাল কথা কৈছা। দেশতো ডাঙৰেই, পিছে পেটটো আছে নহয়। চলিবা কিহেৰে ?

—নহয় ককাই। মই দুই এদিনতে তোমাৰ টকাকেইটা দি যামহি। আজি মোক কেইটামান বস্তু নিদিলেই নহ'ব।

—নাই নাই। তোমালোকে আন্দোলন কৰি যোৱা ভাই। কিন্তু আমাৰতো ব্যৱসায় চলিব লাগিব। যোৱা মাহৰ বাকী আদায় দিবা আকৌ এইমাহৰ বাকী বি লাগে লৈ যাবা।

জীৱনৰ মূৰৰ তেজ গৰম উঠি গ'ল। আজি ১২ দিন মাত্র দেখি হওঁতেই তাৰ ইমান গৰম কথা। অসমৰ বুকু চুহি চুহি শেষ কৰা বেপাৰীয়ে জনতাক

চুহি চুহি খাইছে। সুলভ মূল্যৰ চাউল-চেনি মুকলি বজাৰত বেছি লাখপতি হৈছে। সি ভাবিলে, এটা ঘোচাকে লগাই দিব নেকি । নাই নাই, এইটো কাম সি কৰিব নোৱাৰে। স্বৰ্গীয়া মাকৰ মুখখনে যেন বাৰে বাৰে তাৰ চকুৰ আগত আহি বাধা দিছে,—বোপাই, তেনে কাম নকৰিবি, তেনে কাম নকৰিবি।

সি উদং মোনাটো লৈ দোকানবিলাকৰ মাজেৰে সৰকি যাওঁতে কোনোবাই তাক মাতা যেন পালে—জীৱন! জীৱন! আহা আহা, কেইবাদিনো তোমাক দেখা নাই।

—এৰা, নৰেণদা,—মনটো সিমান ভাল নহয়।

—অ' চাকৰিটো গ'ল বুলি? ভয় নকৰিবা জীৱন, আমাৰ জয় আহি আছে। পিছে তুমি ভৱানীপুৰলৈ গৈছিলা নহয়? কোৱাছোন কি খবৰ আনিছা?

জীৱনে এফালৰপৰা খৰ্গেশ্বৰ তালুকদাৰৰ কাহিনী কৈ গ'ল। দোকানত মানুহৰ ভিৰ লাগিল, কিছুমানে উচ্‌পিচ্ কৰিলে। দাসে ক'লে—চাল্লা, মিলিটেৰীৰ ৰাজত্ব চলিছে। এইদৰে আৰু থাকিব নোৱাৰি, বুজিছা জীৱন। আজিৰ পৰাতো (১২ ডিচেম্বৰ) ৰাষ্ট্ৰপতিৰ শাসন দিলেই। পোন প্ৰথমবাৰৰ বাবে অসমত ৰাষ্ট্ৰপতিৰ শাসন হ'ল। ভয় নাই, ভয় নাই জীৱন, আমি আছো। তোমালোকে মাত্ৰ কাম কৰি যোৱা। ল'ৰাহঁতে দেশ ৰাখিলেহে ৰখা, নহ'লে অসম দেশ গ'ল।

নৰেণ দাসে হুমুনিয়াহ কাঢ়ি জীৱনলৈ চাই ক'লে—পিছে, তোমাক কিবা লাগিব নেকি?

—হয়! বৰ অসুবিধা হৈছে। মাৰ টান নৰীয়া।

—উস্, সেইটোও এটা কথা নে? আমি মৰি যোৱা নাই নহয় জীৱন, লৈ যোৱা কি লাগে।

—কথা কৈ কৈ দাসে ভিতৰলৈ চাই চিঞঁৰ মাৰি ক'লে—ঐ হিমাংসু। এই বাবুক কি লাগে দে।

লাহে লাহে আন্ধাৰে পৃথিৱী ঢাকি ধৰিলে। আন্ধাৰৰ মাজে মাজে জীৱনে হাতত মোনাটো লৈ ঘৰ সোমালহি। বন্তিৰ হাতত মোনাটো দি সি মাকৰ ওচৰলৈ গ'ল।

—মা—ঔষধ আনিছোঁ।

—নালাগে দে বোপাই। ঔষধ আৰু নাখাওঁ।

—নহয় মা! এইদৰে নকবি। ঔষধ খাবই লাগিব। কালিলৈ আকৌ বেজী দিবলৈ আহিব।

বাস্তিয়ে মোনাটো ভিতৰলৈ লৈ গ'ল আৰু অকণমান সময়ৰ পিছতে বাস্তিয়ে এগিলাছ গৰম পানী আনি মাকৰ ওচৰত থিয় হ'লহি।

জীৱনে মাকক ঔষধটো খুৱাই দিয়াৰ লগে লগে মাকৰ ডিঙিত গাঁঠি লাগি চৰ্‌চৰণি খাই উঠিল। জীৱনে বুকুত সাৱটি ধৰি বুকু পিহি পিহি দি ভাবিলে—এইটো জানো মানুহৰ দেহ? মাকৰ হাত এখন তাৰ হাতৰ মুঠিত লৈ অনুভৱ কৰিলে—এসময়ত সোণৰ খাৰু পিন্ধি থকা তাৰ মাকৰ কোমল হাত দুখন আজি যেন এদাল জেউৰা খৰি! সেই সুন্দৰ কোমল দেহাও নাই, সেই সুন্দৰ খাৰুও নাই। দেউতাকৰ অসুখত তাৰ মাকে সোণৰ গহণা সকলো মাৰোৱাৰীৰ গোলাত বেছিলে। সি মাকক গাৰুটোত শুৱাই দিলে আৰু গাত কম্বলখন দি বিছনাখনৰ কাষতে থিয় হ'ল। চকুৰ আগত জিলিকি উঠিল—তাৰ মহিয়সী মাতৃৰ নিৰ্য্যাতিত, নিপীড়িত ৰূপ। তথাপি সি হতাশ নহ'ল। কিয়নো, সি জানে যি উপজিব সি মৰিব, —যি মৰিব সি উপজিব। এতেকে যি অপৰিহাৰ্য্য তাৰ বাবে শোক কৰা অনুচিত।

## ॥ ১৪ ॥

আজি ৰাজ্য জুৰি "মৃত্যু সংকল্প" দিৱস পালন কৰিবলৈ জনগণ আগবাঢ়ি আহিছে। কিছুমান স্বাৰ্থপৰ মানুহৰ ওচৰত গণতন্ত্ৰ, সংবিধান, মানৱতা, দেশপ্ৰেম, নৈতিকতা, সততা, স্বাধীনতা আদিৰ একেবাৰে মূল্য নাইকিয়া হৈ পৰিছে। কিন্তু অসমীয়া জাতিয়ে ধৈৰ্য্য, সাহস আৰু অহিংসাৰ প্ৰতীক আগত লৈ আন্দোলন চলাই গৈছে। গণ-আন্দোলনকাৰীয়ে কোনো দিনেই শান্তি, শৃঙ্খলা ভঙ্গ কৰা নাই। আজি অসমীয়া জাতিয়ে কৰা অহিংসা আৰু শান্তিপূৰ্ণ আন্দোলন বিশ্বৰ বুৰঞ্জীত বিৰল। বাইজে যেতিয়া আন্দোলন কৰে তেতিয়া গণতান্ত্ৰিক আইন ৰাইজৰ বিপক্ষে যায়। আজি অসমক শোষণ কৰা হৈছে—গণতন্ত্ৰ বিপথে চলিছে। আমাৰ গাঁৱে-ভূঁয়ে, অলিয়ে-গলিয়ে

হিট্লাৰৰ নাৎছী বাহিনীৰ সৃষ্টি হৈছে। ৰাজ্যৰ সকলো আলিবাটত পুলিচৰ অবাধ ৰাজত্ব। কোনো লোকে নির্ভয়ে আলিবাটলৈ ওলাব নোৱাৰা হৈছে। বিনা অপৰাধত ল'ৰা-বুঢ়া, মুনিহ-তিৰোতাক মাৰধৰ কৰিছে। এনে সময়ত ৰাইজ শুই থাকিলে নহ'ব। যিসকল প্রতিক্রিয়াশীল শোষক তথা শাসকে অসমৰ গণ-আন্দোলন দমন কৰি অসমীয়া জাতিক নিপাত কৰি দিবলৈ চেষ্টা চলাই আছে, সেই সকলতকৈ অসমীয়া জাতিৰ মনোবল কম নহয়। অসমৰ অসমীযা ৰাইজে ন্যায্য দাবীৰ কাৰণে বছৰৰ পাছত বছৰ সংগ্রাম চলাই যাব।

অসমৰ ইমুৰৰপৰা সিমুৰলৈ পুতুল, ভৃগু, ললিত, ভৰত, নগেন, জয়নাথ-হঁতৰ তেজোদীপ্ত বক্তৃতাৰে আকাশ-বতাহ কঁপাই তুলিছে। আজি সংকল্প দিৱস—চাৰিওফালে "কৰিম বা মৰিম" ধ্বনিত হৈছে।

নগাঁও চহৰৰ অলিয়ে-গলিয়ে সহস্র মাতৃয়ে চিঞৰি চিঞৰি ওলাই আহিছে—

"ওলাই আহা, ওলাই আহা, অসমী আইৰ মাতৃগণ।
কৰিব লাগিব আজি আমি আমাৰ মৃত্যুপণ।"

জুবিলি খেলপথাৰ নিমিষতে জনতাৰে ভৰি পৰিল। আজি পুতুল নগাঁৱলৈ আহিছে—ওখকৈ সজা মঞ্চলৈ উঠি গ'ল পুতুল। সকলোলৈকে আন্তৰিক অভিনন্দন জনাই অকণো সময় পলম নকৰি পুতুলে প্রতিজ্ঞা-পত্রৰ প্রতিটো শব্দ পঢ়ি গ'ল—আমাৰ জাতীয় স্বার্থ ৰক্ষাৰ বাবে প্ৰাণ আহুতি দিবলৈ আমি আজি সংকল্প গ্রহণ কৰো আৰু প্রতিজ্ঞা কৰো যে, —আমি সদৌ অসম ছাত্রসন্থাই চলাই থকা অসমৰ জাতীয় আন্দোলনৰ সক্রিয় অংশীদাৰ হম। আমাৰ প্রিয় মাতৃভূমিক বিদেশীৰ গ্রাসৰপৰা মুক্ত কৰিম আৰু মাতৃভূমিক যিকোনো বিপদৰপৰা ৰক্ষা কৰিম। "জয় আই অসম"।

ইয়াৰ পাছতে পুতুলে ৰাইজলৈ চাই আৰম্ভ কৰিলে—"আজি প্রায় এবছৰৰো অধিক কাল ৰাইজৰ অহিংস আন্দোলনৰ প্রতি কেন্দ্রীয় চৰকাৰে উদাসীনতা অৱলম্বন কৰিছে। তাৰ কাৰণে ৰাইজ—আপোনালোক হতাশ নহ'ব। বহুতে হয়তো ভাবিছে যে, বর্বৰতাৰ প্রতীক চৰকাৰ এখনৰ বিৰুদ্ধে শান্তিপূর্ণ আন্দোলন চলাই গ'লে লক্ষ্যত সহজে হয়তো উপনীত হ'ব পৰা নাযাব। কিন্তু মনত ৰাখিব ৰাইজ। ছাত্রসন্থাৰ ঘোষিত নীতি হ'ল অহিংস আৰু এই অহিংস নীতি আমি অটুট ৰাখিবই লাগিব।

যিকোনো পৰিস্থিতিতে আমাৰ আন্দোলন অব্যাহত ৰাখিব লাগিব।

আন্দোলনকাৰীৰ ওপৰত পৰা প্ৰতিটো দোষৰ বিচাৰ এদিন হ'বই লাগিব আৰু এই বিচাৰৰ কাঠগৰাত উঠাব লাগিব বিদেশীৰ প্ৰতিনিধিসকলক।

মনত ৰাখিব ৰাইজ। এজন আন্দোলনকাৰীক কোবোৱা মানে এজন অসমবাসীৰ বিবেকক আঘাত কৰা। আজি আমি আগুৱাই যাবই লাগিব। আজি আৰু আমাৰ ৰ'বৰ সময় নাই।

"জয় আই অসম"।

ধীৰ-গম্ভীৰ স্বৰেৰে ভাষণ শেষ কৰি পুতুল ওখ মঞ্চৰপৰা তললৈ নামি আহিল। কেঁচা মাটিত ভৰি দি পুতুলে চাৰিওফালে দৃষ্টি নিক্ষেপ কৰি ভাবিলে—এইখনেই মোৰ জন্মভূমি—এই জন্মভূমিৰ মান ৰক্ষা কৰিবলৈ আমি দেহে-কেহে কাম কৰি যাব লাগিব।

সহস্ৰজনৰ আশীৰ্বাদ মূৰ পাতি লৈ যেতিয়া পুতুলে ষ্টেডিয়ামৰ খোলা গেটেৰে ওলাই আহিল তেতিয়া তেওঁৰ মুখত আছিল প্ৰশান্ত হাঁহি, চকুত উজ্জ্বল জ্যোতি—বিদায়ৰ সময়ত দিগেনক কাষলৈ মাতি আনি কান্ধত হাতখন থৈ ক'লে—পোহৰৰ শংখ নিনাদ শুনিলো অকস্মাৎ। দিগেনে গাড়ীৰ দুৱাৰখন মাৰি দি পুতুলক বিদায় দি হাঁহি হাঁহি ক'লে, "ভয় নাই বন্ধু—

আমি শৰাইঘটীয়া

ভোটাই ডেকাৰ জাত।"

॥ ১৫ ॥

দুজোপা দেৱদাৰু গছৰে আবৃত সৰু ঘৰ এটাৰ সন্মুখত ইন্দ্ৰনীলক নমাই থৈ গাড়ীখন গুচি গ'ল। ইন্দ্ৰনীলে বোৱতী কলং নদীৰ পাৰতে ক্ষন্তেক থিয় হৈ থাকি নদীৰ বুকুলৈ চালে,—সৰু জান এটাৰ দৰে জিৰ্-জিৰ্কৈ কলগুৰ বুকুৰেদি বৈ গৈছে এধাৰি জলস্ৰোত।

চিগাৰেট এটা জ্বলাই ইন্দ্ৰই দুহোপামান মাৰি নিজকে নিৰ্বিবিলি পৰিবেশ এটাত এৰি দিলে। সন্ধিয়া নামি আহিছে। ওপৰত পৰিষ্কাৰ নীলা আকাশৰ বুকুত অলপ পাছতে হয়তো হাজাৰ তৰালিয়ে মুখ মেলি মেলি হাঁহিব। সময়

আগবাঢ়িল, আগবাঢ়িল ইন্দ্রনীল। সি মনোৰমাৰ ঘৰ পালেগৈ। কাঠৰ দুৱাৰখন ভিতৰফালৰপৰা বন্ধ আছিল। দুৱাৰমুখতে খন্তেক বৈ চিগাৰেটটো মুখৰ পৰা পেলাই দি ভাবিৰে মোহাৰি ইন্দ্ৰই লাহেকৈ মাতিলে—মনো মনোৰমা।

অকণমান সময়ৰ পাছতে দৰজাখন খুলি ওলাই আহিল শান্ত-মৰমলগা মুখেৰে এগৰাকী গাভৰু।

মনোৰমাই ইন্দ্ৰনীললৈ চাই কিছুসময় থৰ্ লাগি বৈ থাকিল। দুৱাৰদলি পাৰ নোহোৱাকৈ ইন্দ্ৰনীলে ক'লে—থৰ্ হৈ ৰ'লা যে, মোক চিনি পোৱা নাই নেকি? নে বহুত দিন নহাৰ কাৰণে অভিমান? বাৰু আহা । —ইন্দ্ৰই মনোৰমাৰ হাতখনত ধৰি ভিতৰলৈ লৈ গ'ল।

দুয়ো গৈ ভিতৰৰ কোঠালিটোত বহিল। মনোৰমাই ক'লে—ৰ'বা, মই দুৱাৰখন বন্ধ কৰি আহো।

—নালাগেচোন, দুৱাৰ খোলা হৈ থাওক দিয়া। এতিয়া কোৱাচোন, তুমি শপত গ্ৰহণ অনুষ্ঠানলৈ কিয় নগ'লা?

—আজি মোৰ গা ভাল নাই বুলি খবৰ এটা পাইছোঁ।

—কি হৈছে?

—নাজানো। ভাবিছোঁ, মই মইনাজান চাপৰিলৈ যাওঁ আৰু মা-দেউতাৰ খবৰ এটা লৈ আহো।

—বাৰু বাৰু, তুমি যাব নালাগে। দৰকাৰ হ'লে ময়ে যাম, নহ'লে কাৰোবাৰ হতুৱাই খবৰ অনাম। এনে দুৰ্যোগৰ সময়ত তুমি যোৱাটো উচিত নহ'ব।

—দুৰ্যোগ । —মনোৰমাই হাঁহিলে আৰু অকণমান সময় বৈ আৰম্ভ কৰিলে,—এই দুৰ্যোগৰ মাজেদিয়েইতো সমস্ত জীৱন পাৰ কৰি দিছোঁ। বাৰু কোৱাছোন, ইমান দিন তুমি ক'ত আছিলা?

—দেশৰ কামত। পুতুল, ভৃগুদেৱৰ লগে লগে দেশৰ প্ৰান্তৰে-প্ৰান্তৰে ঘূৰি ফুৰিছিলো। শ্বহীদসকলৰ ঘৰলৈ গৈছিলো, সমবেদনা জনাইছিলো, ঘটনাৰ বুজ লৈছিলো আৰু পৰিস্থিতি অধ্যয়ন কৰিছিলো।

মনোৰমাই তললৈ মূৰ কৰি থাকিল।

—তুমি কি চিন্তা কৰিছা মনো? চিন্তা নকৰিবা, আমি আগ বাঢ়িছো আৰু আগ বাঢ়িবই লাগিব।

—ইন্দ্রনীল ! —নীলা সতেজ চকু দুটা মেলি মনোৰমাই ইন্দ্ৰলৈ মুৰ তুলি চালে।

—কি চাইছা ?

মনোৰমাই কথা ক'ব পৰা নাছিল। ইন্দ্রনীলৰ চকুৰ গুৰি ক'লা পৰি গৈছে, মুৰৰ চুলি বুক্ষ—তেল হয়তো বহুত দিনেই চুলিত লগোৱা নাই। কামিজ লেতেৰা, মুখমণ্ডলত এক গভীৰ চিন্তাৰ চাপ। মনোৰমাই চাইছিল তাইৰ মনৰ মানুহটোৰ এটা ভাবিব নোৱাৰা চেহেৰা।

ইন্দ্রই মনোৰমাৰ হাত এখন নিজৰ হাতৰ মুঠিত ললে আৰু বহুত সময় মৌন হৈ থাকি এক গভীৰ শান্তি উপলব্ধি কৰিলে। সেই উপলব্ধি ইন্দ্রনীলৰ জীৱনৰ অতি প্ৰাণৱন্ত প্ৰেমৰ উপলব্ধি।

কন্তেক নীৰৱ হৈ থকাৰ পাছত ইন্দ্রই ক'লে—

—মই যাব লাগিব মনো এঘণ্টা পিছতে মোক নিবলৈ গাড়ী আহিব।

—অ' তেনেহ'লে বহা। মই তোমালৈ অলপ জলপান কৰো।

—নালাগে মনো, মই ছাত্ৰসন্থাৰ অফিচতে চাহ খাই আহিছো। তুমি মোৰ ওচৰতে কিছু সময় বহি থাকা আৰু কথা কোৱা।

—কি কম । —মনোৰমাই লাজ কৰিলে।

—ভাইটি ক'লৈ গ'ল ?

—সি আজি-কালি ঘৰত নাথাকেই। মই ভাবিছো তাক ৰবপেটাৰ মামাহঁতৰ ঘৰলৈকে পঠাই দিওঁ। মামাই তাক অলপ শাসন কৰিব পাৰিব।

—বুজিছা মনোৰমা, ল'ৰাবোৰৰ গাত বণধ্বনি লাগিছে। সিহঁতক আৰু এতিয়া ৰখা টান, বুজিলা। তথাপিও তুমি পঠাব খুজিলে মোৰ আপত্তি নাই। কিন্তু তুমি যে ইয়াত অকলশৰীয়া হ'বা ?

—মইতো এতিয়া আৰু সৰু হৈ থকা নাই। তাতে 'মাণ্টৰণী'। ওচৰত ইমানবোৰ মানুহ আছে, কিহৰ ভয় ?

—এৰা, কিহৰ ভয় ? তুমিতো মুলাগাভৰুৰ দেশৰ গাভৰু।

মনোৰমাই হাঁহিলে আৰু ইন্দ্রলৈ মুৰ তুলি চালে। ইন্দ্রই মনোৰমাক ওচৰলৈ চপাই আনি কপালৰ চুলি কেইদাল আঁতৰাই দিলে আৰু দুচকুত চকু থৈ মনে মনে ক'লে—

"নিভৃত প্রাণের নিবিড় ছায়ার
নীরব নীড়ের পরে
কথাহীন ব্যথা
একা একা বাস করে।"

ইন্দ্রই মনোৰমাক গভীৰভাৱে সাৱটি ধৰিলে আৰু সেই মুহূৰ্ত্তে শুনিবলৈ পালে বাহিৰত মটৰৰ হৰ্ণ। সচকিত হৈ ইন্দ্ৰই ক'লে—মনোৰমা মই যাওঁ গাড়ী আহিল। —হুৰমুৰকৈ ওলাই গ'ল ইন্দ্ৰনীল।

দুৱাৰমুখৰ পৰা মনোৰমাই দূৰলৈ চাই পঠিয়ালে। লাহে লাহে গাড়ীখনৰ শব্দ নোহোৱা হ'ল। মনোৰমাৰ মনটো হঠাতে দুৰ্বল হৈ পৰিল। কোনোমতে দুৱাৰখন বন্ধ কৰি তাই গৈ বিছনাত পৰিলগৈ। ইন্দ্ৰনীল বহি যোৱা বিছনাখনৰ চুকুটোত এবাৰ এনেয়ে হাতখন ফুৰাই দিলে। তাৰ পিছত হাতখন নিজৰ ওঁঠৰ ওচৰলৈ আনি চুমা এটা খালে। হঠাতে তাইৰ হাঁহি উঠি গ'ল। গাৰুটোত মুৰটো দি তাই বিছনাখনত বাগৰি দিলে। কিছুসময় বিছনাখনতে বাগৰি থাকি তাইৰ বৰ ভাল লাগিল। তাইৰ ভাব হ'ল—অকণমান আগতে যেন কোনোবা ৰাজকুমাৰ স্বৰ্গৰপৰা নামি আহিছিল আৰু হঠাতে যেন তাইৰ চকুৰ আগতে নাইকীয়া হৈ গ'ল। তাই গুণ-গুণালে—

হাতী হেৰুৱালে লিহিৰি বনতে
ঘোঁৰা হেৰুৱালে ৰণত
পাইনোকৈ হেৰালে সৰগৰ মুকুতা
চোৰালৰ দুৱাৰি বনত।

তাইৰ চেতনা ঘূৰি আহিল আৰু উচুপি উঠিল। চিনেমাৰ পৰ্দাৰ ওপৰেদি বাগৰি যোৱাৰ দৰে তাইৰ চকুৰ আগেদি বাগৰি গ'ল—অতীতৰ কিছুমান ছবি। নিৰ্মম ছবি। দহ বছৰৰ আগতেই সিহঁত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ পৰা পেটৰ ভাতমুঠি বিছাৰি ধিঙৰ মইনাজান চাপৰিলৈ উঠি আহিছিল। লগত আহিছিল দুটি ভাইটি। লুইতৰ বানে পলশ পেলাই যোৱা সেউজীয়া মাটিত খেতি কৰি সুখেৰেই দিনকেইটা কটাইছিল মাক-দেউতাকে। তাই আছিল ধিং কলেজৰ অধ্যক্ষ মহোদয়ৰ ঘৰত। মঙ্গলদৈৰ মাহীয়েকৰ ঘৰত থাকি সুখ্যাতিৰে প্ৰৱেশিকা পাছ কৰিছিল আৰু ধিং কলেজত নাম ভৰ্ত্তি কৰিবলৈ আহোতে কলেজৰ অধ্যক্ষ শইকীয়া মহোদয়ে দয়া পৰবশ হৈ তাইক ঘৰতে আশ্ৰয় দি নিজৰ

ছোৱালীৰ নিচিনাকৈ পঢ়িবলৈ সুবিধা কৰি দিছিল। সুখ্যাতিৰে প্ৰাক্-বিশ্ববিদ্যালয় পৰীক্ষাত উত্তীৰ্ণ হৈ তাই স্নাতক মহলাত নাম ভৰ্ত্তি কৰি পুনৰ খ্যাতিৰে ডিগ্ৰীলাভ কৰাৰ পাছত নগাঁও চহৰৰ এখন ছোৱালী স্কুলত এটা চাকৰি যোগাৰ হৈছিল। চাকৰি পোৱাৰ পিছত চহৰৰ মাজ মজিয়াৰে বৈ যোৱা কলং নদীৰ পাৰত এটা ভাড়াঘৰ ঠিক কৰি মনোৰমাই কৰ্ম্মময় জীৱনৰ পাতনি মেলিছিল আৰু লগত পঢ়াবলৈ আনিছিল ডাঙৰ ভাইটিটোক। চাকৰিত যোগ দিয়াৰ লগে লগে অসমত অস্তিত্ব ৰক্ষাৰ আন্দোলন গঢ়ি উঠিল আৰু এই সংক্ৰান্ততে চিনাকি হ'ল ইন্দ্ৰনীলৰ লগত। সেই চিনাকিয়েই এদিন গভীৰ প্ৰেমলৈ ৰূপান্তৰিত হ'ল। তাইৰ মুৰটো গৰম উঠি গ'ল। এটা ভয়ানক অতীতে তাইৰ পিছত মুখ মেলি বৈ আছে আৰু চকুৰ আগত বৈ আছে এটা অনিশ্চিত ভৱিষ্যৎ। কিছুসময় বিছনাতে তলকা মাৰি থকাৰ পিছত তাই আকৌ ভাবিলে সঁচাকৈয়ে ইন্দ্ৰনীল আহিছিলনে ? —Was it a vision or a walking dream ? Fled that a music—do I wake or sleep

॥ ১৬ ॥

বিছনাতে বাগৰি থাকি এসময়ত মনোৰমা টোপনি গ'ল। নিশা সাৰ পাই থৰথৰ কৰি উঠি মনোৰমাই ঘড়ীটো চাই দেখে নিশা ২টা বাজিল। ইমান টোপনি তাইৰ আহিল নে ? আজি এমাহে ইন্দ্ৰনীলৰ চিন্তাত তাই শুব পৰা নাছিল। তাই লাহে লাহে সিটো কোঠালিলৈ গ'ল। ভাইটি ৰাতি নাহিল। বিছনাখন উদং। তাই আগবাঢ়ি সন্মুখৰ দুৱাৰখন খুলি দিলে। বাহিৰত ফৰিংফুটা জোনাক। পুহমহীয়া ডাঠ কুঁৱলী আৰু জোনাকৰ জ্যোৎস্না মিলি বাহিৰত এক আলোকপুৰীৰ সৃষ্টি কৰিছে। কলং নদীৰ সিপাৰে আকাশৰ বুকুত জোনবাইটোৱে কাঁহী এখনৰ দৰে বহল হৈ তাইলৈকে যেন হাঁহি হাঁহি চাই আছে। হঠাতে এচাটি মৃদু বতাহে তাইৰ গা কঁপাই তুলিলে। তাই দৰ্জাখন বন্ধ কৰি ভিতৰলৈ সোমাই গ'ল। পাগঘৰৰ বাল্টিটোৰপৰা পানী এগিলাচ খাই তাই আকৌ বিছনাত পৰিলহি। পেটৰ ভোক বোলা বস্তুটো আজি কিছুদিনৰপৰা তাইৰ নাইকিয়া হৈ গৈছে। তাইৰ আকৌ ইন্দ্ৰনীললৈ মনত পৰিল—ইন্দ্ৰ গুচি গৈছে—ইন্দ্ৰয়ে থাকিব নোৱাৰে। তেওঁৰে দেশৰ কাম

কৰিবই লাগিব। আজি অসমৰ সমাজ-সচেতন স্বাধীনচিন্তীয়া বিপ্লৱী ভাবাপন্ন ব্যক্তিৰ প্ৰয়োজন হৈ পৰিছে। দুনীতিময় সমাজ আৰু শোষিত শ্ৰেণীৰ বাহিৰেও অপ-সংস্কৃতিৰ যি প্লাৱন অসমলৈ নামি আহিছে, যি প্লাৱনে অসমৰ ঐতিহ্যৰ সুস্থ উপাদানবোৰ বিদ্ধস্ত কৰিবলৈ চেষ্টা কৰিছে, তাৰ প্ৰভাৱত উঠি অহা ল'ৰা-ছোৱালীবিলাকৰ নৈতিকতা আৰু চৰিত্ৰ বিপন্ন হৈছে। আজি তেনেবোৰ প্ৰৱণতাৰ বিৰুদ্ধেও আন্দোলনৰ প্ৰয়োজন হৈছে। এই চিন্তাকে কৰি হয়তো ইন্দ্ৰনীলহঁত বিপ্লৱত নামিছে। এই বিপ্লৱ হ'ব লাগিব অহিংস বিপ্লৱ, মানুহৰ চিন্তাৰ বিপ্লৱ, মানুহৰ মনৰ বিপ্লৱ।

বাহিৰত দুই-চাৰিটা ল'ৰাৰ গুণ-গুণনি শুনা গ'ল। ভাইটি আহিল। বিছনাৰপৰা একে জাপে মনোৰমা উঠি দৰ্জাখনৰ মুখ পালেগৈ। দৰ্জাখন খুলি দেখিলে—ভাইটিৰ লগত এজাক ল'ৰা।

হুৰমুৰকৈ ল'ৰাজাক ভিতৰলৈ সোমাই গ'ল। ভাইটিয়ে ক'লে—বাইদেউ চাহ কৰ।

মনোৰমাই একো কথা নক'লে। তাই সকলো বুজি পাইছে—ভাইটিহঁত ক'লৈ গৈছিল, কিয় গৈছিল, কি কৰিছিল—সকলো আনে নক'লেও তাই জানে। সেয়েহে মনোৰমাই একো কথা নোকোৱাকৈ পাগঘৰলৈ গ'ল আৰু চৌকাত জুইকুৰা জ্বলাই দি পানীৰ কেট্‌লিটো উঠাই দিলে।

শেষ নিশা চৌকাৰ জুইকুৰাৰ কাষত পীৰাখন পাৰি বহি মনোৰমাৰ বৰ ভাল লাগিল। পাগঘৰত জুই জ্বলোৱা গম পাই ভাইটিৰ লগৰ আটাইবোৰ আহি জুইকুৰা ঘেৰি ধৰিলেহি।

অনন্তই ক'লে—বাইদেউ। হাতবোৰ বৰ চেঁচা পৰি গৈছে। —বাহিৰতবে ইমান চেঁচা।

হাতবোৰ তোমালোকে সেঁকি লোৱা। তাই জানিছে—সিহঁতে গোটেই নিশা এন্ধাৰৰ আঁৰ লৈ একৰপৰা তিনি জানুৱাৰীলৈ হ'বলগা ৫৮ ঘণ্টীয়া অসম বন্ধৰ দেৱাল লিখন কৰি আহিছে—"অসম বন্ধ সফল কৰক। দুস্কৃতিকাৰীৰ কথাত ভোল নাযাব—, অসম মৰিলে আমিও মৰিম॥"

মনোৰমাই ল'ৰাহঁতলৈ চাই ক'লে—কেট্‌লিটো নমাই দিম নেকি? দীপমণি আৰু ধ্ৰুৱই একেলগে ক'লে—নালাগে নালাগে বাইদেউ, বৰ চেঁচা লাগিছে; পুলিচে গোটেইখনতে পিয়াপি দি ফুৰিছে—গচিকে গছৰ তলে বাঁহৰ তলে আহোতে নিয়ৰে একেবাৰে গা তিয়াই পেলাইছে। দীপমণিয়ে শব্দকলৈ

চাই ক'লে—ই গছৰ মূঢ়া এটাকে মানুহ বুলি ষিহে ভয় খালে। মনোৰমাই কাপ-গিলাচত চাহ বাকি বাকি হাঁহি দিলে। পঙ্কজৰ বৰ খং উঠি গ'ল।

—ইস্ বৰ কথাটো কৈছে—তই হ'বলা ভয়খোৱা নাছিলি?—বাতুলে আকৌ কয়—সেইটো বোলে বুঢ়া গোঁসাই বহি আছে।

এইবাৰ মনোৰমা ৰ'ব নোৱাৰিলে। হাঁহি হাঁহি ক'লে—অ'—,, বৰ সাহসেৰে তহ'তে কাম কৰিবলৈ যাব।

—নহয় বাইদেউ, আমাৰ আন কালৈকো ভয় নাই, ভূত ওলায় বুলিহে।

—নাই নাই, আজি-কালি আৰু ভূত-প্ৰেত নাই, বুজিলি। হাবি-জঙ্গল নাইকিয়া হ'ল—গোটেইখনতে 'লাইট' হ'ল, ক'ত আৰু ভূত থাকিব। বাৰু এতিয়া চাহ খা।

মনোৰমাই চাহৰ কাপবোৰ আগবঢ়াই দিলে আৰু মুৰি থকা টিনটো আগবঢ়াই দি ক'লে—মুৰিকে খাহ'ত, আৰু কিন্তু একো নাই।

আটাইকেইটাই ক'লে—হ'ব বাইদেউ। সিহ'তে মুঠিয়ে মুঠিয়ে মুৰি ল'লে আৰু চাহ খাবলৈ লাগিল।

চাহ খাই থাকোতে ধ্ৰুৱই ক'লে—মহন্তদাই কি 'অহিংস' 'অহিংস' কৰি থাকে অ', এফালৰপৰা ধুলাই দি যাব লাগে। দেখা নাই নে, বৰ বজাৰৰ বেপাৰীবিলাকৰ 'মুদ'। সিহ'তে কয় কি, তিনি দিন বন্ধ কৰি আমি নাখাই মৰিম নেকি? সিহ'তে বোলে দোকান খুলিবই। একদম ঠিক কৰি দিবৰ মন যায়। পিছে কি হ'ব—মহন্তদা আৰু ভৃগুদাৰ মুখ দুখন মনত পৰিলে তেজ ঠাণ্ডা হৈ যায় অ'—।

—সেইবোৰ নকৰিবি দেই ধ্ৰুৱ। আমাৰ গিৰীনদা, দিগেনদাহ'তে কি কৈছে—আমাৰপৰা যাতে আন্দোলনটোৰ কোনো চেকা নপৰে। সত্যৰ সদায় জয়—বুজিলি?

—সেই কাৰণেইতো একো নকৰিলো। —ধ্ৰুৱই খৰি এদাল জুইত দি দীপমণিলৈ চালে।

—ভালেই কৰিলি, যিমানেই ধৈৰ্য্য ধৰিবি সিমানেই নিজৰ কাৰণে মঙ্গল।

চাহ খাই শেষ হোৱাৰ পাছত ভাইটিয়ে জুইত এসোপামান খৰি জাপি দিলে। পুনৰাই নিশা জুইৰ কোমল উম পাই ল'ৰাহ'তে আঁঠুত মূৰ গুজি টোপনিয়ালে।

লাহে লাহে পৃথিৱী পোহৰ হৈ আহিল। মনোৰমাই খিৰিকীবোৰ খুলি দিলে।

এটা বছৰে বাগৰ সলালে। খিৰিকীবোৰ খুলি দিয়াৰ লগে লগে এজাক পোহৰ, অলপ বতাহ আৰু কিছুমান নিয়ৰৰ কণিকা কোঠালিটোৰ ভিতৰলৈ সোমাই আহিল। আজি ১৯৮০ চনৰ ১ জানুৱাৰী। তাই লৰালৰিকৈ কলৰ পাৰলৈ গ'ল আৰু গা-ধুই আহি গোঁসাই ঠাইৰ আগত মাটিৰ চাকিটো জ্বলাই দি প্ৰণাম কৰিলে—

কিমতে ভকতি কৰিবো তোমাক
হৰি হৰি হৰি হৰি এ,
মঞি মূঢ়মতি নাজানো তাৰ উপায
ৰাম ৰাম ॥

—মনোৰমাই কান্দিলে। প্ৰভুৰ চৰণত যেন নিজকে অৰ্পণ কৰিলে মনোৰমাই। তাই যেন শুনিবলৈ পালে ভগৱানৰ বাণী—"হে প্ৰিয়, কল্যাণকাৰী লোক কেতিয়াও বিপদত নপৰে।" এৰা, ল'ৰাহঁতে দেশৰ কল্যাণ কৰিবলৈ গৈছে, বিপদ হ'ব কিয় ?

মনোৰমাৰ মনটো ফৰকাল লাগিল আৰু গোঁসাই ঠাইৰ আগৰপৰা উঠি আহি দেখিলে—ল'ৰাহঁত নাই। সিহঁতে কৰ্তব্যত হেলা নকৰে।

ল'ৰাহঁত পোনে পোনে গৈ ছাত্ৰসন্থাৰ অফিচ পালেগৈ। চাৰিওফালৰ পৰা স্বেচ্ছাসেৱক বাহিনীৰ ল'ৰাবোৰ আহিল আৰু অধিনায়কৰপৰা বেজ ল'লে। গণ-সংগ্ৰাম পৰিষদৰ অফিচবোৰলৈ মহিলা-পুৰুষসকল আহি অসম বন্ধ সফল কৰি তুলিবলৈ চাৰিওফালে সতৰ্ক দৃষ্টি ৰাখিবলৈ ধৰিলে। ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ কৰ্মকৰ্তাসকলে পিকেটিংকাৰীসকলক বুজালে যাতে, কোনো ধৰণৰ গণ্ডগোল নকৰে। কোনোবাই দোকান খুলিলেও যাতে ভালকৈ বুজাই দিয়ে।

সময়বোৰ আগবাঢ়িল। গোটেই দিনটোৰ সময়খিনি ভালদৰেই পাৰ হ'ল। গোটেই দিনটো দিগেন বৰা, কেশৱ মহন্ত, অতুল শৰ্মা, জীৱন কলিতা, প্ৰভাত কলিতা, দেৱ বৰা, অতুল মেধি, পৰাণ গোহাঁইহঁতে দেহে-কেহে খাটিলে। গণ-সংগ্ৰাম পৰিষদৰ অফিচত প্ৰদীপ শৰ্মা, ললিত শৰ্মা, বকুল ভাগৱতী অনবৰত ব্যস্ত থাকিল।

অসম বন্ধৰ দিনটোত দুই এখন পুলিচৰ গাড়ীৰ বাহিৰে আন কোনো গাড়ী চলা নাছিল আৰু আমিন পট্টিত মাত্ৰ দুই এখন দোকান খুলিছিল। তাকে দেখি মানস মহন্ত, ৰাজ বৰা, বিজৰ বৰঠাকুৰহঁত যাবলৈ ওলাইছিল যদিও বীণা বাইদেৱে বাধা কৰিলে। কাৰণ সিহঁতে গণ্ডগোল কৰি লাভ নাই। কোনোবা এটা গলিত দুই এখন দোকান খুলিলে বুলিয়েইযে 'অসম বন্ধ' সফলতাত বাধা পৰিব সেইটো নহয়।

সমগ্ৰ ৰাজ্যতে '৮০ চনৰ ১ জানুৱাৰীৰপৰা ৩ জানুৱাৰীলৈকে ৫৮ ঘণ্টীয়া 'অসম বন্ধ' সফলতাৰে পাৰহৈ গ'ল। নিশা দহ বজাত নগাঁও জিলাৰ ছাত্ৰসন্থাৰ অফিচলৈ বাতৰি আহিল—দিলীপ হুজুৰী নিহত হৈছে।

ছাত্ৰসন্থাৰ অফিচত গিৰীণ, পৰাণ, অতুল মেধিহঁতে বিষন্ন মনেৰে সদৌ অসম ছাত্ৰসন্থাৰ অফিচলৈ ফোন কৰি বাৰে বাৰে আচল খবৰ আনিবলৈ চেষ্টা কৰিলে। নিশা ১২টা বজাত খবৰ আহিল—দিলীপ হুজুৰীৰ মৃত্যুৰ নিশ্চিত বিশদ বিৱৰণি পোৱা নাই,—অপেক্ষা কৰক।

গোটেই নিশাটো সমূহ ছাত্ৰনেতাই উদ্বিগ্নতা আৰু উৎকণ্ঠতাৰে কটাই দিলে। ৰাতিপুৱা ভাইটি আহি মনোৰমাক বিষন্ন মনেৰে ক'লে—

—বাইদেউ! আৰু এজন শ্বহীদ হ'ল।

—কি কলি! —চিঞৰি উঠিল মনোৰমা।

—হয় বাইদেউ, সবিশেষ বিৱৰণি পোৱা নাই, কিন্তু ল'ৰাজনৰ নাম দিলীপ হুজুৰী।

মনোৰমাৰ দুচকুৰেদি পানী বাগৰি আহিল। তাইৰ চিঞৰি দিবৰ মন গ'ল—

আই! ময়ো কৰিছোঁ পণ
খৰ্গেশ্বৰ-দিলীপৰ দৰে
মোৰ কেঁচা তেজ দিম
যেতিয়া লাগিব
আই অসমীৰ উদ্ধাৰৰ বাবে

# ॥ ১৭ ॥

দিলীপ হুজুৰীৰ মৃত্যুৰ খবৰ সমগ্ৰ অসমতে বিয়পি পৰিল। খবৰ পোৱাৰ লগে লগে পুতুল, ভৃগু, নুৰুল, লাচিত কলিতা, হেমন্ত, পৰেশ, ধ্ৰুৱ বৈশ্য, যতীন মালি আদি ছাত্ৰসন্থাৰ প্ৰতিনিধি দল কামৰূপ জিলাৰ খাগ্ৰাবাৰী গাৱঁলৈ ঢাপলি মেলিলে। ১৯৬৪ চনৰ ২ জানুৱাৰীত দিলীপৰ জন্ম হৈছিল আৰু সৰু কালৰপৰা সাহিত্যৰ পূজাৰী আছিল। খৰ্গেশ্বৰ তালুকদাৰৰ মৃত্যুৰ সোঁৱৰণত এই দিলীপ হুজুৰীয়েই লিখিছিল—"আমি শত শত খৰ্গেশ্বৰ জাগিছোঁ।" কিন্তু দিলীপ হুজুৰীয়েই শেষত নিজকে অসমী আইৰ চৰণত অৰ্পণ কৰিলে।

৩ জানুৱাৰীৰ দিনা বৰিকণা গাৱঁত বাৰ জনমান ছাত্ৰ দুৰ্বৃত্তৰ দ্বাৰা আক্ৰান্ত হয় আৰু দুজন গুৰুতৰভাৱে আহত হয়। সেই ঘটনাৰ বুজ ল'বলৈকে দিলীপ হুজুৰীৰ সৈতে ছাত্ৰ-দল এটা তালৈ যাওঁতে পুনৰ দুৰ্বৃত্তৰ দ্বাৰা আক্ৰান্ত হয় আৰু দিলীপ হুজুৰী নিহত হয়। লগতে নীলকান্ত ৰাজবংশী (ছাত্ৰ), জিতেন কলিতা নামৰ কৰ্মী এজনো আহত হয়।

ছাত্ৰসন্থাৰ দলটিৰ আগত ৭১ বছৰীয়া শ্ৰীজয়ৰাম হুজুৰীয়ে কৈছিল—"মোৰ বাচাৰ মৃত্যু হৈছে, মই বেজাৰ পাইছোঁ, কিন্তু তোমালোকে যাতে এই কাম সমাধা কৰা।"

বেদনাসিক্ত মন একোটা লৈ ছাত্ৰনেতাসকল উভতি আহিছিল। গাৱে গাৱে সোমাই তেওঁলোকে দেখিবলৈ পাইছিল—অসমৰ জনতাৰ জাগ্ৰত জনমত আৰু লগতে দেখিবলৈ পাইছিল—অসমত বিৰোধী চক্ৰ এটাই এই ন্যায্য আন্দোলন ধ্বংস কৰিবলৈ উঠি-পৰি কৰা চেষ্টা। কামৰূপ জিলাৰ অসমীয়া অধ্যুসিত অঞ্চল কিছুমানত অসমৰ বাহিৰৰপৰা সংযোগ ৰাখি থকা কিছুমান দুৰ্বৃত্ত সক্ৰিয় হৈ উঠিছিল আৰু সেই ৰক্ত-পিপাসু দলৰ হাতত বলি হৈছিল দশমমানৰ ছাত্ৰ—দিলীপ হুজুৰী। মাৰাত্মক অস্ত্ৰেৰে আঘাত কৰি হত্যা কৰা ঠাইডোখৰ পৰিদৰ্শন কৰোঁতে ছাত্ৰসন্থাৰ দলটিয়ে দেখিছিল কিছুমান কেঁচা তেজৰ চেঁকুৰা।

তৰোপৰি ছাত্ৰনেতাসকলে মধ্য বাস্কা, পশ্চিম বাস্কা, পশ্চিম ৰৰভাগ,

ষতাহাঁগলা মৌজাত সোমাই জাতি-ধৰ্ম নিৰ্বিশেষে শান্তি-শৃংখলা বজাই ৰাখি কাম কৰি যাবলৈ ৰাইজক অনুৰোধ কৰিছিল।

বাৰে বাৰে পুতুল, ভৃগুহঁতে ৰাইজক কৈছিল—ধৈৰ্য্য ধৰক ৰাইজ!—আমাৰ নীতি অহিংস নীতি— , এই নীতি অটুট ৰাখি আমি আগুৱাই যাব লাগিব। এই ফুল কুমলীয়া ছাত্ৰৰ ওপৰত কৰা অত্যাচাৰৰ এদিন বিচাৰ হ'ব।

সিহঁত ৫ জানুৱাৰীৰ দিনা গুৱাহাটীলৈ উভটি আহিছিল আৰু লুইতৰ পাৰৰ এটা চিনাকি ঘৰৰ সম্মুখত গাড়ী ৰাখি সোমাই গৈছিল।

ইতিপূৰ্বে তাত গোপন বৈঠক বহিছিল। ললিত, নগেন, ভৰতহঁতে চিন্তাক্লিষ্ট একোখন মুখ লৈ আলোচনাত ব্যস্ত আছিল। পুতুলহঁত সোমাই যোৱাৰ লগে লগে সিহঁতে উৎকণ্ঠাৰে সিহঁতৰ মুখলৈ চালে। দুদিন একেবাৰে ভাত-পানী নোখোৱাকৈ গাঁৱে গাঁৱে ভ্ৰমণ কৰি ছাত্ৰনেতাৰ দলটো ক্লান্ত, পৰিশ্ৰান্ত হৈ পৰিছিল। যতীন মালিযে সকলো কথা কোৱাৰ পাছত সকলোৱে তললৈ মূৰ কৰিলে। দিগেনে থিৰেৰে থাকিব নোৱাৰি ক'লে—অসমত হত্যাকাণ্ড চলিছে। ভৃগুৱে কথা ক'ব পৰা নাছিল। কোঠালিটোৰ ইফালৰপৰা সিফাললৈ অহা-যোৱা কৰি এসময়ত সি চিঞৰি উঠিছিল—ষড়যন্ত্ৰ—ষড়যন্ত্ৰ! অসমৰ জনমতৰ বিৰুদ্ধে গৈ কাছাৰ জিলাৰ দুটা লোকসভাৰ সমৰ্থিত মনোনয়ন-পত্ৰ দিছে—বছিদা হক চৌধুৰী ( কংগ্ৰেছ ইউ ), কামেশ্বৰ দাস ( চি· পি· এম· ), সন্তোষ মোহন দেব ( কংগ্ৰেছ ই· ), আৰু নিহাৰঞ্জন লস্কৰে।

পুতুলে ক'লে—কাৰ্বি আংলঙত নিৰ্বাচন নহ'ব। কাৰ্বি আংলং জিলা ছাত্ৰসন্থা, গণ-সংগ্ৰাম পৰিষদ আৰু কৰ্মচাৰী পৰিষদৰ সহযোগত নিৰ্বাচন বন্ধ হ'বলগা হৈছে।

ভৃগুকুমাৰ ফুকন গৰ্গৰাই উঠিল—কাছাৰত নিৰ্বাচন হ'বই। অসমৰ জনমতৰ বিৰুদ্ধে গৈ এচাম বিৰোধী চক্ৰৰ সহযোগত সিহঁতে জয়লাভ কৰিব।

পুতুল এইবাৰ থিয় হ'ল আৰু কোঠালিটোৰ ভিতৰতে খোজকাঢ় ফুৰিবলৈ ধৰিলে। চকীখনত পোন হৈ বহি এইবাৰ কাছাৰ ভ্ৰমণ কৰি অহা মতিউৰ ৰহমানে গম্ভীৰভাৱে ক'লে—কাছাৰৰ খিলঞ্জীয়া লোকসকলে নিৰ্বাচনৰ বিৰোধিতা কৰিছে। তেওঁলোকে কাছাৰ জিলাৰ খিলঞ্জীয়া লোকৰ সম্মিলন পাতিছে। কিন্তু কি হ'ব; প্ৰশাসনৰ দমন নীতি, কিছুমান

বিভেদকামীৰ ষড়যন্ত্ৰ, সাম্প্ৰদায়িকতাৰ গণ্ডগোল তাৰ ফলত বহুত নিৰপৰাধী লোকক পুলিচে এৰেণ্ট কৰিছে।

মতিউৰে কাগজ এখন পকেটৰপৰা উলিয়াই পঢ়ি গ'ল—মহিউদ্দিন বৰভূঞা, ইমাজুদ্দিন খান, মজুৰ আহমেদ, ৰাজকুমাৰ সিং, নৰেন সিং, গিৰিৰাজ শৰ্মা, আব্দুল লতিফ বৰভূঞা আৰু চাৰিফুদ্দিন লস্কৰ—এইসকলক ধৰি মুঠ পাঁচশৰো অধিক লোকে এইক্ষেত্ৰত গ্ৰেপ্তাৰ বৰণ কৰিছে।

জিলাখনৰ থলুৱা লোকৰ বিৰুদ্ধে নিৰ্বাচন পাতিবলৈ গৈ প্ৰশাসনৰ দমন নীতিক আহিলা স্বৰূপে লৈ বিদেশীসকল কৃতকাৰ্য্য হ'বলৈ চেষ্টা কৰিছে। মতিউৰৰ কথাত ধ্ৰুৱকুমাৰ বৈশ্যই ক'লে—এই নিৰ্বাচন অসমীয়া ৰাইজে কোনো দিনেই স্বীকাৰ নকৰে। অবৈধ, অ-সংবিধানিক, অ-গণতান্ত্ৰিক নিৰ্বাচনক অসমবাসীয়ে আজি ঘৃণাৰ চকুৰে চাব।

অকল এইটোৱেই নহয়—১৯৬০ চনৰ অসমৰ ৰাজ্যভাষা আন্দোলনত কাছাৰৰ একাংশ প্ৰব্ৰজনকাৰী বঙালীয়ে আৰু ১৯৭২ চনৰ মাধ্যম আন্দোলনত এইচামেই জানো প্ৰচণ্ড বিৰোধিতা কৰা নাছিল? কিন্তু অসমীয়া ৰাইজৰ লগত কছাৰী, মুছলমান, মণিপুৰী, ডিমাছা, ৰাজবংশী আদি সকলোৱে সম্পূৰ্ণৰূপে সহযোগ কৰি আহিছে। ১৯৬০ চনত অসমীয়া ৰাজ্যভাষা হ'ব লাগে—এই সন্দৰ্ভত ১১জন মুছলমান ডেকাই কাছাৰত প্ৰাণ আহুতি দিছিল, এই কথা কোনে নাজানে?

সময় আগ বাঢ়িল। পুনৰ আলোচনা হ'ল—১০ জানুৱাৰী তাৰিখে সদৌ অসম ভিত্তিত অসহযোগত যোগ দিয়া বাবে কৰ্মচাৰীৰ দৰমহা কৰ্তনৰ চৰকাৰী নিৰ্দেশৰ প্ৰতিবাদত 'প্ৰতিবাদ দিৱস' পালন কৰা হ'ব।

এই বিষয়ে বহলভাৱে আলোচনা কৰাৰ পিছত সকলো নিজৰ নিজৰ স্থানলৈ যাবলৈ উঠি থিয় হ'ল।

মাজনিশা পুতুল নিজৰ কোঠালি পালেগৈ। তিনদিনে পিন্ধি থকা কাপোৰজোৰ খুলি গাটো ধুই পেলালে। তাৰ গা-মন চেঁচা লাগি গ'ল। গামোছাৰে মুৰটো মচি মচি কোঠালিটোতে ইফাল-সিফাল কৰি পুতুলে ভাবিলে—

বিষ্ণুৰাভা, এতিয়া কিমান বাতি?

## ॥ ১৮ ॥

সন্ধিয়া লাগিল। মনোৰমাই ধনুৰ বাতিটোত ধনা অকণমান দি ঘৰটোত ফুৰাই দি দুৱাৰখনৰ মুখলৈ আহি দেখিলে—মিনতি পেহী আহিছে।

—অ' মিনতী পেহী, আজিনো কেনেকৈ মনত পৰিল ? —ধনুৰ বাতিটো হাতত লৈয়ে মনোৰমাই কথাষাৰ সুধি মিনতিলৈ চালে।

—কি কৰিবি আই, তোৰ তালৈ আহো আহো বুলি আহিবই পৰা নাই। ইফালে দেশৰ কাম, তাৰোপৰি পেহাৰৰ বিহে অসুখ—এৰিবই নোৱাৰি। আজি বোলো সিফালে যি হয় হওক, ছোৱালীজনীৰ খবৰ এটা কৰিবই লাগিব। ইন্দ্ৰয়ো সিদিনা কৈ গৈছিল।

ধনুৰ বাতিটো হাতত লৈয়ে মনোৰমাই হাঁহি মাৰি ক'লে—ভালেই কৰিলা পেহী। মই আকৌ তোমালৈ খবৰ এটা দিওঁহে বুলিছিলো। ভাইটি নাই কাৰণে খবৰ দিব নোৱাৰিলো।

—কিয়, সিনো ক'লৈ গৈছে ?

—কিনো ক'বা পেহী। আহাচোন বাৰু বহাহি।

পেহী বিছনাৰ ওচৰতে পাৰি থোৱা মুঢ়াটোতে বহিলহি। মনোৰমাই ধনুৰ বাতিটো গোঁসাই ঠাইৰ ওচৰত থৈ মিনতী পেহীৰ ওচৰতে বহিলহি।

—পেহী,—মাৰ বোলে গা ভাল নহয় ? খবৰ পোৱা আজি প্ৰায় এমাহেই হ'ব এতিয়া।

—কি হৈছে ?

—নাজানো, ইন্দ্ৰ আহিছিল, খবৰটো অনাম বুলি কৈছিল, পিছে আজি-লৈকে খবৰেই নাই। মোকো যাবলৈ মানা কৰি গৈছে, —ইফালে ভাইটিও ঘৰত নাথাকে।

—সি'বা আৰু ক'ত ঘৰত থাকিব ? তই এইবোৰ ঘটনা শুনিছনে নাই ?

—শুনিছো, মুকালমুৱাৰ ঘটনা।

—অ',—তাত সামৰিক বাহিনী নমাই দিছে। শ শ ডেকা-স'ৰা, বুঢ়া-মেথাক বিদ্ৰোহী বুলি সাওঁৰি নিছে।

—অকল সেয়াই নে ? জীৱন কালিহে আহিছে, আহি বিহে কৈছে।

—কি কৈছে পেহী ?

—১০ জানুৱাৰীৰ দিনা ৰাতি ভাৰতীয় সামৰিক বাহিনীৰ জোৱানসকল গাঁওবিলাকত নামি গ'ল—মিলিটেৰী অহা বুলি গম পাই মতা মানুহবোৰ হাবিয়ে-জংঘলে পলাল।

—তাৰ পাছত ?

—তাৰ পাছত—উস্ । ক'ব নোৱাৰি আই । ঘৰে ঘৰে বোলে গৰপ্ গৰপ্ কৈ মিলিটেৰীবোৰ সোমাই গ'ল—জীয়াৰী-বোৱাৰীবোৰে ভয়তে চিঞৰি উঠিল, সিহঁতে অট্টহাস্য কৰি জীয়াৰী বোৱাৰীবিলাকৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিবলে। ন মহীযা গৰ্ভৱতী তিৰোতাও সেই পাশৱিক অত্যাচাৰৰপৰা সাৰিব নোৱাৰিবলে। শ্ৰীমতী প্ৰভা নামৰ বোৱাৰী এগৰাকীৰ পেটতে ন-মহীয়া কেঁচুৱা এটা মৰিল। তাইক বোলে পাঁচোটা মিলিটেৰীয়ে ধৰ্ষণ কৰিছিল।

—উঁস্ ।' —মনোৰমাই কাণত হাত দি চিঞৰি উঠিল।

—নক'বা—পেহী, নক'বা ।

—জীয়াৰী-বোৱাৰীৰতো বাদেই, ফুল-কুমলীযা কুমাৰী ছোৱালীহঁতো সেই পশুহঁতৰ অত্যাচাৰৰপৰা বাদ পৰা নাছিল। বিছনাত, মজিয়াত কেঁচা তেজৰ ঢল বৈ গৈছিল। পুৱতি নিশালৈকে গোটেই নিশা নৰককুণ্ডত পৰিণত হৈছিল। অসহায নাৰীৰ কান্দোনত পৃথিৱীয়েও কান্দি উঠিছিল, মনোৰমা। সিহঁতে মানৰ আক্ৰমণতকৈ বেছি কৰিছিল—বৃদ্ধা মাতৃসকলক মৰিয়াইছিল। মাকৰ বুকুৰপৰা শিশুক দলিয়াই দিছিল।

—এতিয়া কি হ'ব পেহী ?

—কি হ'ব। দিল্লীলৈ সকলো কথা তাঁৰ বাৰ্তা যোগে জনোৱা হৈছে।

—জনালে কি হ'ব পেহী, —দিল্লীয়ে জানো ইয়াৰ বিহীত ব্যৱস্থা ল'ব ?

—ক'ত ল'ব ! সিহঁতে ভালহে পাইছে। সিহঁতেইতো অত্যাচাৰ কৰিবলৈ লগাই দিছে। আমাৰ বিৰোধী চক্ৰবো ইয়াত হাত আছে, বুজিলি ?

—হাত নাথাকিলেনো এনে সাংঘাতিক কাম হ'ব পাৰেনে পেহী ?

—আৰু কি জান ? আমাৰ বি. এছ. এফ প্লেটুন কেম্পটাত বোলে বহু সংখ্যক বাংলাদেশৰ লোকো আছে।

—হাঁয় ভগৱান। আমাৰ দেশৰ এতিয়া কি হ'ব ?

—দেশ বিক্ৰি কৰিলে আই, দেশ বিক্ৰি কৰিলে, —অসমৰ বদনহঁতে দেশ বিক্ৰি কৰিলে।

—এনে দেখি-শুনি জানো থিৰেৰে থাকিব পাৰি পেহী ? আমি সকলোৱে ইয়াৰ প্ৰতিৰোধ কৰিবলৈ পলাই যাব লাগিব ।

এনে সময়তে ভাইটি হুৰমুৰকৈ সোমাই আহি ক'লে—

—বাইদেউ , ইন্দ্ৰ ককাইদেৱে খবৰ পঠিয়াইছে—মাহঁতৰ ভাল । তোক চিন্তা কৰিবলৈ মানা কৰিছে । মই যাওঁ ,—ৰাতি আহোতে দেৰি হ'ব ।

—ৰ' চোন অকনমান । আৰু কিবা খবৰ আছে নেকি ?

—অঁ,—উত্তৰ কামৰূপ বাংলাদেশীয়ে আক্ৰমণ কৰিছে । হাজাৰ হাজাৰ অসমীয়া মানুহ আহি আশ্ৰয় শিবিৰত আশ্ৰয় লৈছেহি । আমাৰ অফিচলৈ খবৰ আহিযেই আছে । মানুহবিলাকে বোলে ৰামপুৰ, এৰাগাঁও, বৰালিমাৰা, ফিঙুৰা, মাটিখোৱা আদি ঠাইৰ আশ্ৰয় শিবিৰবিলাকত আশ্ৰয় লৈছেহি । মই যাওঁ বাইদেউ ।

—তই দূৰলৈ গুচি নাযাবি ।

সি কি উত্তৰ দিলে মনোৰমাই নুশুনিলে । মিনতি পেহীয়ে মনোৰমাৰ চকুলৈ চাই ক'লে—

—বাংলাদেশীযে বোলে বন্দুক, তৰোৱাল আদি মাৰাত্মক অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিছে, বুজিছ । আমাৰ কেইজনমান বিধায়কেও সিহঁতৰ ফলিয়া হৈ উচটাই দিছে বোলে ।

—সিহঁতৰ জানো এদিন বিচাৰ নহ'ব পেহী ?

—সত্যৰ সদায় জয় , এদিন সিহঁতৰ বিচাৰ হ'বই লাগিব ।

—তুমি অকণমান বহা দেই পেহী । মই চাহ একাপ কৰি আনো ।

—কিনো চাহ খাবি । একো খাবৰেই মন নোযোৱা হৈছে ।

—নাখালেনো কেনেকৈ হ'ব ? জীয়াই থাকিবলৈতো খাব লাগিব ।

মনোৰমাই কথা কৈ কৈ চাহ কৰিবলৈ ভিতৰলৈ সোমাই গ'ল ।

মিনতি পেহীযে উদাস মনেৰে মুঢ়াটোতে বহি থাকিল ।

॥ ১১ ॥

১৯৮০ চন। ১৮ জানুৱাৰী। তৈলক্ষেত্ৰ বোৰত অহৰহ পিকেটিং চলিবলৈ ধৰিলে। উদ্দেশ্য—অসমৰ সমস্যা সমাধান নোহোৱা পৰ্যন্ত যেন এটুপিও তেল বাহিৰলৈ পঠোৱা নহয়। একেটা উদ্দেশ্যকেই মূৰ পাতি লৈ তৈল নগৰী দুলিয়াজানতো পিকেটিং অব্যাহত আছে। দুলিয়াজানৰ কাৰখানা বন্ধ কৰা হৈছে। বন্ধ কৰা হৈছে মৌচনৰ চকা। ওখ দেৱালেৰে ঘেৰা কাৰখানাত সোমাবলৈ প্ৰৱেশদ্বাৰ আছিল মাত্ৰ এখনেই।

আগৰদৰেই সেইদিনাও পিকেটিং কৰিবলৈ ওলাই আহিছিল—বোৱাৰী-জীয়াৰী, পুৰুষ-মহিলাৰ দল। সকলো জাক পাতি পাতি ওলাই যোৱা দেখি হুদুপেৰা গাঁৱৰ নগেন ডেকাও যাবলৈ সাজু হ'ল। ৰাইজ মৰিলে সিও মৰিব। কামৰূপৰ ৰামদিয়াৰপৰা হুদুপেৰা গাৱঁলৈ উঠি অহা নগেনে টকৌ পাতেৰে চোৱা ঘৰৰ চালখনত হাতত লৈ থকা দাখন খোচ মাৰি থৈ ভাবিছিল,—সি আজি হাজিৰা কাম কৰিবলৈ নাযায়। ভাবি থাকোতেই ছবছৰীয়া ল'ৰাটো আহি নগেনক কৈছিলহি—পিতা। পিতা!—মই কেতিয়া স্কুললৈ যাম? কিতাপ-চিলেট কেতিয়া দিবি?

—দিম দিম—আন্দোলন শেষ হ'লেই মই তোক স্কুলত নাম লগাই দিম।

—কথাকেইটা কৈ নগেনে তাক সাৱটি ধৰি গালে-মুখে হাত ফুৰাই দি ভাবিছিল—কিমান দিন আৰু স তাৰ পুতেকক ফাঁকি দিব। আজি এবছৰেই হ'ল—কুঁহিপাঠ এখনকে আনি দিব পৰা নাই। মন জানো নাযায়? যায়। সদায় ভাবে, কিতাপ এখন কিনিব। কিন্তু হাজিৰা কৰি পোৱা ১২টা টকাই দেখোন চাউল, মিঠাতেল, নিমখ কিনিলেই শেষ হয়। কিতাপ আনিব ক'ৰ পৰা? নাই নাই; এইবাৰ আনি দিবই লাগিব। লাগিলে এসাজ ভাতকে লঘোণ দিব।

—পিতা। পিতা! মযো যাম।

নগেনে তাক কোলাৰ পৰা নমাই সুধিলে —ক'লৈ?

—সৌৱা ,—মানুহবিলাকযে গৈছে।

—তই নালাগে বাচা, মযে যাম। তই সৰু হৈ আছ। হে'ৰা—শুনিছানে?

—কি কৈছে? —নগেনৰ পৰিবাৰে ওলাই আহি নগেনলৈ চালে।

—আজি মযো পিকেটিঙলৈ যাওঁ। কিবা খাবলৈ আছে জানো?

নগেনৰ পত্নীয়ে তললৈ মূৰ কৰিলে। এৰা, কেনেকৈনো থাকিব! এক কিলো চাউলেৰে দুদিন কেনেকৈনো যাব? নগেনে পত্নীৰ অৱস্থা বুজি ক'লে, বাৰু নালাগে দিয়া, চাবিটো বজাত আছি পামেই নহয়।

নগেন ডেকা পিকেটিঙলৈ ওলাই গ'ল। পিন্ধি গ'ল—হাজিৰা কাম কৰিবলৈ যোৱা ফটা চুৰিয়াখন আৰু গাত মলিয়ন কামিজটো।

সি যোৱাৰ ফালে চাই থাকিল—কোলাত সাতমহীয়া কেঁচুৱাটো লৈ নগেনৰ প্ৰাণৰ পত্নীয়ে। তাইৰ আঁচলত ধৰি বৈ থাকিল ছ-বছৰীয়া ল'ৰা পোনা আৰু ভনীয়ে।

বাটত ৰাইজৰ লগত যাওঁতে নগেনৰ গাতো ফৰকাল লাগিল। জীৱনৰ সমস্ত দৈন্যতা যেন সি নিমিষতে পাহৰি গ'ল। তাৰ একো নহ'ব পাৰে, কিন্তু তাৰ মন-প্ৰাণত দেশৰ প্ৰতি ভালপোৱা আছে। তেনেহ'লে আৰু কি লাগিছে? পৃথিৱীত এনে কিছুমান মানুহ আছে যাৰ অন্তৰত দেশৰ প্ৰতি প্ৰেম-ভালপোৱা থাকিলেও তাক প্ৰকাশ কৰাৰ সুবিধা নাই। ভোকৰ ভাত, পিয়াহৰ পানী, আশ্ৰয় ল'বলৈ এটি পঁজাঘৰ—তাকে পাবলৈ সিহঁত ব্যস্ত থাকিবলগা হয়। সিহঁত কম দুৰ্ভগীয়ানে? এই দুৰ্ভগীয়া মানুহখিনিয়ে অৰ্থনৈতিক দিশত টনকিয়াল হ'ব পাৰিলে জাতীয় চেতনা, ভাষা, সংস্কৃতি লহপহকৈ বাঢ়ি আহিব পাৰিব। সি যদিও হাজিৰা কাম কৰে জেউৰা-জপনাখন দি থাকোঁতেও সি এইবোৰ কথাকে চিন্তা কৰে। এই জাতিটোৰ আশা-আকাংক্ষা জগাই তোলাত যিবিলাকে আগভাগ লয়, সেইসকলক বিপথে পৰিচালিত কৰিবলৈ এচাম দালালে আকৌ চেষ্টা কৰে, টকাৰে কিনিবলৈ বিচাৰে। সি দুখীয়া হ'ব পাৰে, কিন্তু লুভীয়া নহয়। সি বেগাই খোজ দিলে। খৰ খোজেৰে যাওঁতে বাটত সি লগ পালে কুমুদ গগৈ, অজিত ডেকা আৰু নৃপেনক। আটাই-কেইটাই বাটে বাটে আনন্দ কৰি গ'ল। কুমুদ গগৈয়ে গীত জুৰিলে—

বুপৰ ধোঁৱা খোৱাত থালি ঐ মণিৰাম
সোণৰ ধোঁৱা খোৱাত খালি
দেশৰে কাৰণে প্ৰাণ বলি দি
কাললৈ খিয়াতি থলি।

অজিতে কুমুদলৈ চাই ক'লে—আজি আকৌ তই পিয়লিৰ গীত গাইছ কিয়?

—জানো, মন গৈছে অ' অজিত। আজি দেখোন দেহাটো কিবাখন লাগিছে ! মৰিবতো এদিন লাগিবই , দেশৰ কাৰণে মৰাই ভাল ।

—তই ঠিকেই কৈছ অজিত। এই কেলেহুৱা সোপা থাকিনো কি দেশ তৰাম । —নৃপেনেও কথাৰ আঁত ধৰি ক'লে—হয়দে , তহঁতে ঠিকেই কৈছ। আমি জীয়াই থাকি একো লাভ নাই। সেই কাৰণে মই গীত লগাই দিওঁ, তহঁতে গা—।

—"মৰোগৈ ঐ মৰো গৈ
দেশৰ হকে মৰো গৈ।"

আটাইকেইটাই হাত চাপৰি বজাই গীত গাই গাই দুলিয়াজানৰ তৈল-ক্ষেত্ৰৰ কাৰ্য্যালয়ৰ মুখ পালেগৈ। লোকে লোকাৰণ্য—। ১৪৪ ধাৰা আইন চলি থকা কাৰণে পিকেটিংকাৰীক বে-আইনী ঘোষণা কৰিছে। পুলিচ কৰ্তৃপক্ষই যিমানেই বে-আইনী বুলি ঘোষণা কৰিছে৷ সিমানেই জনতাৰ মনোবল বৃদ্ধি হৈছে আৰু "জয় আই অসম" ধ্বনিৰে আকাশ-পাতাল নিনাদি গৈছে। নগেনহঁত মুহূৰ্তৰ ভিতৰতে জনতাৰ মাজত সোমাই পৰিল। বাৰে বাৰে মাইক যোগে পিকেটিংকাৰীক আঁতৰি যাবলৈ নিৰ্দেশ দিয়া শুনা গ'ল আৰু আঁতৰি নগলে পাঁচজনীয়া দল হৈ গ্ৰেপ্তাৰ বৰণ কৰিবলৈ কোৱা হ'ল। কিন্তু ১২ হাজাৰতকৈ অধিক পিকেটিংকাৰী সমূহীয়াভাবে সকলোকে গ্ৰেপ্তাৰ কৰি নিবলৈ অনুৰোধ কৰিলে।

কিন্তু অসমৰ বুকুতে জন্মগ্ৰহণ কৰা অসমীয়া পুলিচ বিষয়া শ্ৰীগোস্বামীযে তৰ্জ্জন-গৰ্জন কৰি উঠিল,—এই মুহূৰ্ত্তে সকলো আঁতৰিব লাগে,—নহ'লে ফল বিষম হ'ব।

কথা শুনি বুঢ়ী আইতা এগৰাকীয়ে থিৰেৰে থাকিব নোৱাৰি চিঞৰি উঠিল —আমি মৃত্যু সংকল্প লৈছোঁ। এতিয়া পুলিচ-মিলিটেৰীৰ ভয়ত আঁতৰি পলামনে ?

সকলোৰে একমুখে চিঞৰি উঠিল—

—আমি আঁতৰি নাযাওঁ—আঁতৰি নাযাওঁ।

নিমিষতে পৰিৱেশ উত্তপ্ত হৈ উঠিল। লগে লগে বাইজৰ গালৈ পুলিচে কন্দুৱা গেছ দলিয়াবলৈ ধৰিলে। বাইজ ছিটিকি পৰিল। চাৰিওফালে ইটাৰ দেৱাল ; আনটোফালে পুলিচ দলৰ ৰণসজ্জা। তাৰোপৰি কাষত ডাঙৰ নৰ্দ্দমা। বাইজ ক'লৈ যাব, কোনফালে পলাব। চাৰিওফালে কন্দুৱা গেছৰ ধোঁৱাৰ

গোন্ধ। জনতা অস্থিৰ হৈ পৰিছে, চকু মেলিব নোৱাৰা হৈছে, উশাহ বন্ধ হৈছে। সেই মুমূর্ষু সময়তে পুলিচ বিষয়া গোস্বামীয়ে ৰাইজৰ ওপৰত লাঠী চালনা কৰিবলৈ নির্দ্দেশ দিলে। লাঠীৰ কোবত জনতা ছেদেলি-ভেদেলি হ'ল। বাগৰি পৰিল—আবাল বৃদ্ধ-বণিতা। সিহঁতৰ ওপৰেদি পাৰ হৈ গ'ল—চি. আৰ পি আৰু বি. এছ এফৰ দল। বুট জোতাৰ গছকত, লাঠীৰ কোবত চাৰিওফালে হাঁহাকাৰ লাগিল। চিঞৰ-বাখৰ, কান্দোন-আৰ্তনাদে গগন ভেদি গ'ল।

লগে লগে থানাৰপৰা ঘাইপথৰ পশ্চিম মূৰাকৈ ২৮ জাঁই গুলি ছিটিকি আহি ৰাইজৰ মাজত পৰিলহি। লগে লগে কৰঙনত গুলি লাগি ঢলি পৰিল— নগেন ডেকা।

নগেনে এইবাৰ গুলি লগা ভাঁৰৰে থিয় হৈ গৰ্জি উঠিল—মাৰ,—কাপুৰুষ-হঁত, মোকে মাৰ, আনক নামাৰিবি। সঁচাকৈয়ে নগেনক মাৰিছিল। দুই-তিনিটা মিলিটেৰী আহি নগেনৰ মূৰত লাঠিৰে কোবাই কোবাই লাওখোলাটো টুকুৰা-টুকুৰ কৰি দিছিল আৰু অসমী আইৰ কেঁচা মাটিত নগেনৰ লাওখোলা ছিটিকি পৰিছিল। মৃত্যু হৈছিল নগেন ডেকাৰ আৰু তেওঁৰ লগতে থকা অজিত নেওগকো গুলি কৰি এৰা নাছিল। গুলি কৰাৰ পাছতো লাঠিৰে কোবাই কোবাই মাৰিছিল অজিত নেওগক। তাতো ক্ষান্ত নহ'ল—চি. আৰ. পি ৰ দল। ছোৱালীবিলাকক অত্যাচাৰ কৰা দেখি ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল কুমুদ গগৈ। তাৰ প্ৰতিদান হিচাপে কুমুদে বুকুত সুমুৱাই লৈছিল কেইবাটাও গুলি। আৰু তাৰ পিছতে গুলি খাই ঢলি পৰিছিল নৃপেন বৰা।

চাৰিওফালে কান্দোনৰ ৰোল উঠিছিল। সময় আগ বাঢ়িছিল আৰু ক্ৰন্দনৰতা পৃথিৱীৰ বুকুলৈ লাহে লাহে নামি আহিছিল এটা উদাসী সন্ধ্যা।

॥ ২০ ॥

দুলিয়াজানত গুলী চালনা হৈছে। ছাত্ৰসন্থাৰ সম্পাদক ভৃগুকুমাৰ অস্থিৰ হৈ পুতুলৰ কোঠালিটোলৈ সোমাই আহি পুতুললৈ চাই ক'লে—এতিয়া কি কৰা?

—যাব লাগিব।

—কিন্তু দুলিয়াজানত সান্ধ্য আইন।

সেই সময়তে হুৰমুৰকৈ সোমাই আহিল দিগেন আৰু দিবীপ। সিহঁতে

একপ্ৰকাৰ চিএঃৰি কৈছিল—'তোমালোকে ইয়াত কি কৰিছা, সিফালে দুলিয়াজানত গুলী-চালনা হৈছে।'

ভুপুৰে সিহঁত কেইটালৈ চালে। মুখত গম্ভীৰ ভাৱ লৈ ক'লে—তাত সান্ধ্য আইন দিছে।

—দিলে কি হ'ল, আমি যাবই লাগিব। আমি উপায়ুক্তৰপৰা অনুমতি ল'ম। সহস্ৰ জনতাক গুলিৰ আগত এৰি ইয়াত আমি বহি থাকিলে হ'বনে?

দিগেনৰ কথাত পুতুলে ক'লে—যাব লাগিব দিগেন। এতিয়া অধৈৰ্য্য হোৱাৰ সময় নহয়। প্ৰথমে এখন গাড়ী লাগিব। ব'লা তেনেহ'লে—গাড়ীৰ সন্ধানত যাওঁ।

সিহঁত চাৰিওটা বিশ্ব-বিদ্যালয়ৰপৰা ওলাই ৰাজপথেদি খোজকাঢ়ি গ'ল। প্ৰথমতে এটা ফোন কৰিব লাগিব। কিন্তু ক'ৰ পৰা কৰিব? বিশ্ব বিদ্যালয়ৰ ওচৰে-পাজৰে কাৰো ঘৰতে ফোন নাই। সিহঁতে ডেৰ কিলোমিটাৰ বাট খোজ কাঢ়ি কোনোমতে যোৰহাটলৈ ফোন এটা কৰিবলৈ সুযোগ পালে আৰু গাড়ী এখন যোগাৰ কৰিলে।

যোৰহাটলৈ গৈ ছাত্ৰসন্থাৰ প্ৰতিনিধি দলটোৱে গম পালে যে, ইতি-পূৰ্বে যোৰহাটৰপৰা ললিত ৰাজখোৱা, ৰূপম কাকতি, নিৰেণ শৰ্মা, ভৰত নৰহঁত ঘটনাস্থলিত উপস্থিত হৈছেগৈ। উপায়ুক্তই সেইদিনা তেওঁলোকক ঘটনাস্থলিলৈ যাবলৈ অনুমতি নিদিলে। কিন্তু ২০ জানুৱাৰীৰ দিনা সন্ধিয়া সান্ধ্য আইন শিথিল কৰি দিয়া কাৰণে পুতুলহঁতৰ গাড়ী দুলিয়াজানৰ ঘটনাস্থলী পালেগৈ। তাত সিহঁতে দেখিবলৈ পালে এক বেদনাকাতৰ দৃশ্য। ওখ দেৱালেৰে ঘেৰা প্ৰৱেশদ্বাৰৰ সন্মুখত আত্মীয়-স্বজনৰ ভিৰ। জীয়াৰী-বোৱাৰী, ল'ৰা-ছোৱালী সন্ধানহীন হৈছে, শোকাতুৰা মাতৃয়ে প্ৰৱেশদ্বাৰত হিয়া ঢাকুৰি কান্দিছে।

তাতে সিহঁতে লগ পালে ললিত ৰাজখোৱাহঁতক। ৰাজখোৱাই ক'লে—হচ্পিতেললৈ ব'লা,—তাত বহুত আঘাতপ্ৰাপ্ত যুৱক-যুৱতী আছে।

পুতুলহঁত আটায়ে হচ্পিতেল অভিমুখে ঢাপলি মেলিলে। হচ্পিতেলৰ প্ৰাঙ্গণ লোকে লোকাৰণ্য। শৰীৰৰ বিভিন্ন ঠাইত গুলী লাগি পৰি আছিল—তৈলক্ষেত্ৰৰ কৰ্মচাৰী নবকুমাৰ নেওঁগ, ১৬ বছৰীয়া অৰুণ গোহাঁই, কলেজীয়া ছাত্ৰ হেম গগৈ, প্ৰসন্ন গগৈ, অৰুণ বৰুৱা, তৈলক্ষেত্ৰৰ কৰ্মচাৰী বীৰেন্দ্ৰকুমাৰ বৰুৱা, অঞ্জলী হাজৰিকা, গুণৱতী ফুকন, ভাৰৈ দিব্যলতা, দুলেশ্বৰী গগৈ, বিনু

ববা, দ্রোণ দাস, —আৰোপৰি সিহঁতে দেখা পালে—বিছনাত পৰি চট্ফটাই আছে প্রদীপ গগৈ, অৰুণা গগৈ, অনিল দত্ত, বল্লেশ্বৰ ফুকন, স্বৰ্ণলতা ফুকন, জানুৰাণী তাইৰায়, বৃদ্ধা—মাকন গোহাঁই, নিবেদা গগৈ, চিমলা খনিকৰ, ১২ বছৰীয়া অণিমা গগৈ আৰু ৪টা সন্তানৰ মাতৃ কবিতা শইকীয়া।

তেওঁলোকে ছাত্রসন্থাৰ প্রতিনিধিসকলক দেখি দুখৰ মাজতো উজ্জ্বল চকু তুলি চাইছিল আৰু শেহাই-শেহাই কৈছিল—আপোনালোক আহিছে? কিয় আহিছে? —যাওক কামত লাগকগৈ, আমাৰ কাৰণে চিন্তা নকৰিব। ১২ বছৰীয়া অণিমাই কৈছিল—আমাৰ প্রিয় মাতৃভূমিক বিদেশীৰ প্রবল গ্রাসৰ পৰা মুক্ত কৰিম আৰু যিকোনো বিপদৰপৰা ৰক্ষা কৰিম, —নহয়নে মহন্তদা?

—হয়, হয়। —পদুতুলে অণিমাৰ গালে-মুখে হাত ফুৰাই কৈছিল—আমি দুখিত অণিমা। কি কৰিবা, আমাৰ মানুহেই আমাৰ বাই-ভনীৰ এই অৱস্থা কৰিছে। ওচৰৰ বিছনাতে পৰি চট্ফটাই থকা মাতৃ কবিতা শইকীয়াই তেতিয়া চিঞৰি উঠিছিল —ইয়াৰ এদিন বিচাৰ হ'বই লাগিব—হ'বই লাগিব।

ললিত ৰাজখোৱাই গহীনভাৱে উত্তৰ দিলে—

—নিশ্চয় বিচাৰ হ'ব। আপোনালোকৰ এই মহান ত্যাগৰ মূল্য আমি কেতিয়াও অথলে যাবলৈ নিদিওঁ।

ভৃগু, দিগেন আৰু প্রতিনিধিৰ প্রতিজন ব্যক্তিয়ে বিছনাৰ ওচৰে-ওচৰে গৈ আহতসকলৰ খবৰ লৈছিল আৰু হচ্পিতেলৰ প্রতিজন ডাক্তৰ, প্রতিগৰাকী নাৰ্চে আহতসকলক শুশ্রূষা কৰিছিল।

তাৰ পিছত প্রতিনিধি দলটো গৈছিল—১০ কিলোমিটাৰ দূৰৰ ভাদৈ পাঁচ আলিলৈ। গাৱঁৰ কেঁচা মাটিৰ আলিয়েদি খোজকাঢ়ি গৈ সিহঁতে এখন চিতাৰ ওচৰত বৈছিলগৈ। সেই জ্বলি থকা চিতাখন আছিল শ্বহীদ নৃপেন ৰবাৰ। চিতাৰ চাৰিওফালে অস্থিৰভাৱে ঘূৰি ঘূৰি গিৰীণে ৰুমালেৰে চকু-পানী মচি প্রতিজ্ঞা কৰিছিল—আমাৰ আন্দোলন সফল কৰিবই লাগিব। অগণন শোকাকুল জনতাই প্রতিনিধিৰ দলটোক বেঢ়ি ধৰিছিল আৰু সিহঁতক এনে দুৰ্দিনৰ সময়ত দেখি স্বস্তিৰ নিশ্বাস পেলাইছিল। অন্তৰলৈ আহিছিল উৎসাহ, মনলৈ আহিছিল সাহস আৰু বাহুলৈ আহিছিল—হাজাৰ হাতীৰ বল।

নৃপেন ৰবাৰ চিতাখন খুচৰি দি এজন সংগ্রামীয়ে কৈছিল—আপোনালোক যাওক, দেৰি নকৰিব—আমি ইয়াত আছোঁ—আপোনালোক আগবাঢ়ক —আগবাঢ়ক।

সেমেকা বর্নানত বাহি প্রতিনিধিৰ দলটোৱে ঘটনাৰ সবিশেষ শুনিছিল।

—শান্তিপূর্ণভাৱে পিকেটিং কৰা জনতাৰ ওপৰত ২৮ ৰাউণ্ড গুলী-চালনা কৰা হৈছিল, ১০/১২ হেজাৰ মানুহৰ ওপৰত কন্দুৱা গেছ এৰি দিয়া হৈছিল, লাঠি-গুলি চলোৱা হৈছিল।

সবিশেষ জনাৰ পিছত শোকাকুল ৰাইজক সেৱা জনাই প্ৰতিনিধি দলটোৱে কিছু দূৰ খোজকাঢি গৈছিল। তেতিয়া সিহঁতৰ কাৰো মুখত মাত নাছিল। দিগেন সকলোৰে শেষত খোজকাঢি গৈছিল আৰু নিজকে প্ৰশ্ন কৰিছিল—এইবোৰ কি হৈছে? —পুনৰ গাড়ী চলিল এইবাৰ ১৩ কিল'মিটাৰ দূৰৰ ছাঁচনি গাঁৱলৈ। সিহঁতে দূৰৰপৰাই দেখা পাইছিল—দুখন জ্বলন্ত চিতাৰ অস্থিৰ কঁপনি। সিহঁতে গাড়ীৰপৰা নামি লাহে লাহে আগবাঢ়ি গৈ চিতা দুখনৰ ওচৰ পাইছিলগৈ। তেতিয়া চিতাৰ লেলিহান শিখাই উদাৰ আকাশৰ বায়ুমণ্ডল ৰঙচুৱা কৰি তুলিছিল। মানুহ পোৱা গোন্ধে বন-বননিৰ অন্তৰে অন্তৰে বিদ্ৰোহৰ প্লাৱন আনিছিল। শ্বহীদ নগেন ডেকা, শ্বহীদ কুমুদ গগৈৰ চিতা দুখনলৈ চাই পুতুল, ভৃগুহঁতে শ্ৰদ্ধাৰে সেৱা জনাইছিল—নতুনকৈ প্ৰতিজ্ঞাবদ্ধ হৈছিল। ৩২ বছৰীয়া নগেন ডেকা আছিল হাজিৰা কাম কৰি খোৱা ডেকা শ্ৰমিক। টকৌ পাতেৰে ঘৰ সাঁজি চাৰিটা সন্তানেৰে সংসাৰ কৰি ভাবিছিল—এদিন নিশ্চয় ভাল দিন আহিব—অসম সোণৰ হ'ব, ডিঙা গুছি ভাপৰ নাওঁ হ'ব, হাবি গুছি ফুল-বাৰী হ'ব। সেয়েহে হয়তো নগেনে ভাবিছিল—এজনৰ ত্যাগৰ বিনিময়ত যদি হাজাৰ জনৰ সুখ হয়—কেনে ভাল হ'ব!

আনখন চিতা আছিল—দুলিয়াজানৰ পশ্চিম প্ৰান্তত থকা শ্বহীদ কুমুদ গগৈৰ। "জয় আই অসম" বুলি ২১ বছৰীয়া অইল ইণ্ডিয়াৰ মেকানিক গগৈ কেইবাটাও গুলিৰ আঘাতত ঢলি পৰিছিল। শ্বহীদৰ পত্নী গিৰিবালাৰ ওচৰত থিয় হৈ প্ৰতিনিধিৰ দলটোৱে একো সান্ত্বনা দিব পৰা নাছিল। শ্বহীদৰ পিতৃয়ে মাথো কান্দি কান্দি কৈছিল—বোপাইহঁত। অসমবাসীৰ আশা পূৰ্ণ নোহোৱালৈকে তহঁতে আন্দোলন চলাই যা—আমাৰ কাৰণে চিন্তা নকৰিবি। —তাকে শুনি সহস্ৰজন ডেকাই চিঞৰি উঠিছিল—মহন্তদা, আমি এইবাৰ চিতাৰ জুইত শপত খাইছোঁ—অসমীয়া জাতিৰ আত্মপ্ৰতিষ্ঠা কৰিবহে এৰিম। যায় যাব প্ৰাণ—।

পুতুলহঁত চিতাৰ ওচৰ চাপি গৈছিল আৰু পবিত্ৰ চিতাৰ জুইকুৰাই যেন

সিহঁতক সঁকিয়াই দিছিল—সিহঁতৰ মৃত্যু সংকল্পৰ কথা। সঁচাকৈয়ে সিঁহতে কোনোদিনে এই ত্যাগৰ কথা পাহৰিব নোৱাৰে। সহস্র শোকাকুল জনতাৰ ওচৰৰপৰা বিদায় লৈ উভটি যাওঁতে সিহঁতে শুনিবলৈ পাইছিল—

"এই জুই জ্বলিছে,
জ্বলিছে জ্বলিবই।"

॥ ২৯ ॥

মিনতিহঁতৰ পদূলিমুখত বৈ ভদৰাম ককায়ে চিঞৰি মাতিলে—হেৰ' জয়কান্ত, বোলো ঘৰতে আছনে ?

মাতটো চিনাকি যেন পাই জয়কান্তই বিছনাৰপৰা উঠি আহিল আৰু নঙলাৰ মুখত ভদৰামক দেখি মাতিলে—আহ ভদৰাম, মই ঘৰতে আছো। বেমাৰী মানুহ, ক'লৈনো যাবি।

—পিছে ইহঁতৰ মাক নাই হ'বলা ?

—ক'ত থাকিব। নাই। দেশৰ কামত ওলাই গৈছে। আহ বহহি।

খেৰৰ সৰু চালিখনৰ তলতে জয়কান্তই ভদৰামক বহিবলৈ পিৰাখন আগবঢ়াই দি নিজেও দুখৰি পিৰা এখনত বহি ভঙা টিংখনত থকা তুহঁ জুই-কুৰা খুচৰি দিলে।

—পিছে আহিলিনো ক'ৰ পৰা ?

—ক'ৰ পৰানো আহিবি জয়কান্ত। বজাৰৰ ফালৰপৰাই আহিলোঁ। কিবা মাছ-পুঠি পাওঁ নেকি বুলি গৈছিলোঁ, পিছে ক'ত মাছ-পুঠি কিনিবি; দোকান-পোহাৰৰ সমুখে সমুখে মানুহৰ জুম। অ'ত গুলীচালনা, ত'ত মানুহ মৰিছে—এইবোৰ কথাহে। গা-মন একেবাৰে বেয়া হৈ গৈছে অ' জয়কান্ত।

—এৰা দে, মানুহ মৰিয়েই আছে—মৰিয়েই আছে।

—আৰু মৰিব অ' জয়কান্ত, আৰু মৰিব।

—কোনোবা মৰিব, কাৰোবাৰ আক' ৰাজপাট খাবলৈ খোৱা-কামোৰা! কাছাৰৰ দুজনে বোলে অবৈধ নিৰ্বাচনত জয়ী হৈ শপত গ্রহণ কৰিলেই!

—হয় নেকি ?

—হয়তো আক'। এজন হ'ল সন্তোষমোহন দেৱ আৰু আনজন হ'ল নিহাৰৰঞ্জন লস্কৰ।

—পিছে কি হ'ব এতিয়া ?

—তাৰ কাৰণে ক'লা দিৱস পালন কৰিবলৈ কাৰ্য্যসূচী লৈছে নহয়।

—এৰা দে। এফালে মানুহ মৰে, ইফালে সিহঁতক লাগে সিংহাসন।

—নকবি জয়কান্ত, দেশ কাল উলটিল।

—ভদৰাম। কৰিব লাগিছিল বুঢ়ামখাই, কৰিবলগা হ'ল উঠি অহা ডেকা-মখাই। এই পাপে জানো তোমাক-মোক নচুব ?

—কৈছাহে,—একেবাৰে হাড়লৈকে বাব নহয়। ক'ত ৰক্ষা পাবা। পিছে এটা কথা—এইবাৰ ২৬ জানুৱাৰী পালন নকৰোঁ—বুজিলা ? এযা জানো কিবা গণতন্ত্ৰ হ'ল ?

—ছাত্ৰসন্থাই এইবাৰ বেলেগে পাতিব। জীৱনহঁতে কৈছে বোলে—ওপৰত ৰাষ্ট্ৰীয পতাকা থাকিব, তাৰ এফুট তলত ছাত্ৰসন্থাৰ পতাকা থাকিব।

—আমাৰ ল'ৰাহঁতৰো কম বুদ্ধি নহয় দেই ভদৰাম। ল'ৰাহঁতটো ঠিকেই আছে—এতিয়াও দেখা নাইনে কিছুমান ৰাজনৈতিক নেতাই এতিয়াও এষাৰ মাত মাতিবলৈ সাহস কৰা নাই।—কথা কৈ কৈ জয়কান্তই বৰকৈ কাঁহিলে।

—তোৰ হ'বলা কাঁহটো ভাল হোবা নাই ?

—ক'ৰ পৰা ভাল হ'ব। হাঁপানি ক'ৰবাত ভাল হোৱা দেখিছা জানো ? তাইতো অত দৰৱ-পাতি আনি খুৱাইছোঁহি, পিছে একো ফল নধৰে। এতিযা আৰু মহাপ্ৰভুৰ শ্ৰীচৰণতে থাটিছোঁ—বেলো এই মহাপাপীক লৈ যোবা প্ৰভু ॥

ভদৰামে ক'লে—ভাল পাবি জযকান্ত,—ভাল৽পাবি।

বিঁডিটোত দীঘলকৈ হোপা এটা মাৰি ভদৰামে দেখিলে—পদুলিমুখৰ নঙলাডাল খুলি চামচুল সোমাই আহিছে। জয়কান্তই চামচুলক বহিবলৈ পিৰা এখন আগবঢ়াই দি আকৌ কাঁহি কাঁহি সুধিলে—আজি হ'বলা মনত পৰিল ?

—এৰা দে, তোৰ অসুখ বুলি শুনিলোঁ। বোলো খবৰ এটাকে কৰি আহো। পিছে দেশৰ অৱস্থা কি হ'বগৈ—ভদৰাম ? নতুন কাৰ্য্যসূচী দিলেই দেখোন ?

—এৰা, এৰা চামচুল, নতুন কাৰ্য্যসূচী দিলেই। ফেব্ৰুৱাৰী মাহৰ এক-দুই

তাৰিখে গণ-অনশন হ'ব। তিনি তাৰিখে নিহত আৰু নিৰ্য্যাতিতসকলৰ কাৰণে সমূহীয়া প্ৰাৰ্থনা হ'ব। পিছে চামচুল, তহঁত'ব তাত সমূহীয়া প্ৰাৰ্থনা কৰিবনে নকৰে ?

—কিয় নকৰিব ? আমাৰ বেঙেনাআঁটি, খেপাজান, মৰিকলঙত সেইবোৰ নাই, বুজিলি! আমাৰ হিন্দু-মুছলমান এক। পোতা কলঙৰ পাৰত ল'বাহঁতে ডাঙৰ ৰভা দিছে আৰু মাইকী মানুহবোৰে যিহে কামত লাগি গৈছে—আৰু ৰক্ষা নাই বুজিলি ? কাম আৰু নহৈ পাৰেনে ? তাত সকলো হ'ব—কোৰাণ পাঠ হ'ব, ঘোষা-কীৰ্তন পাঠ হ'ব, শিখসকলৰ ধৰ্মপুথি পাঠ হ'ব, খৃষ্টানৰ বাইবেল পাঠ হ'ব।

—খুউব ভাল কৰিছ চামচুল। আমি ককাই-ভাই এক নহ'লে অসম মৰিব।

চামচুলে গামোছাৰে মুখখন মচিলে আৰু ক'লে—দেহাত তেজ নাই দেখিছে ভদৰাম। আগৰ দৰে দেহাটো থকা হ'লে দেখিলিহেঁতেন।

—এৰা, কি কৰিবি চামচুল,—সদায় জানো দেহ-মন একে থাকে ?—

"অথিৰ ধন জন
অথিৰ জীৱন
অথিৰ এহো সংসাৰ ॥"

—সিহঁতে কথা পাতি থাকোঁতেই মিনতি আহি পালেহি। মিনতি অহাৰ পাছতেই ভদৰাম আৰু চামচুল একেলগে বহাৰপৰা উঠিল আৰু জয়কান্তৰ-পৰা বিদায় ল'লে।

মিনতিয়ে জয়কান্তৰ ওচৰত থকা জুই জ্বলোৱা টিংখন ভিতৰলৈ লৈ গ'ল আৰু জুইকুৰা ভালকৈ জ্বলাই দি মাতিলে—ভিতৰলৈকে আহক—বাহিৰত থাকিলে চেঁচা লাগিব—।

তাই কথা কৈ কৈ পিছফালৰ কলৰ পাৰ পালেগৈ—। কলৰ পাৰত হাত-মুখ ধুই থাকোঁতে তাই শুনিলে—জয়কান্তই বৰকৈ কাঁহিছে।

তাই লৰা-লৰিকৈ ভিতৰলৈ আহিল আৰু কেৰাচিন তেলৰ চাকিটো জ্বলাবলৈ গৈ দেখে—চিচাটোত কেৰাচিন তেল অকণো নাই।

আজি তিনি চাৰিদিন ধৰি কেৰাচিন তেল চহৰত নাইকিয়া হৈছে। মিনতিয়ে আধাপোৰা মমদাল গাৰুৰ তলৰপৰা উলিয়াই ললে আৰু জয়কান্তৰ ওচৰত বহিলগৈ।

—কাঁহটো হ'বলা আহিবেই আছে ?

—এৰা অ', আহিয়েই আছে। এই—, চামচ্ লহঁত আহিছিল নহয়—সিহঁতৰ লগত কথা পাতি থাকোঁতেই কাঁহটো আহিল। বুকুখনো বৰকৈ বিষাইছে।

—মই সদায় কৈ আছোঁ নহয—বৰকৈ কথা নাপাতিবলৈ।

—নাপাতিনো থাকো কেনেকৈ ?

—পিছে বিপদটো মোৰহে হয়।

—কথা কৈ মিনতি ভিতৰলৈ গ'ল আৰু পিন্ধি থকা কাপোৰযোৰ খুলি দাং দালত থৈ পুৰণা মেখেলা এখন পিন্ধিলে আৰু ফঁটা চাদৰ এখন লৈ আখলৰ ওচৰ পালেগৈ। আখলৰ ওপৰত থকা পাৰ্ভাতিখনৰপৰা তেলৰ চিচাটো ল'লে আৰু তেল অকণমান তাই হাতৰ তলুৱাত লৈ জুইত হাতখন তাপ দি জযকান্তৰ গেঞ্জীটোৰ তলেদি হাতখন সুমুৱাই দিলে। হঠাতে কোমল উম এটা পাই জযকান্তৰ উৰ্জনি-ভাটি কৰি থকা বুকুখন শাঁত পৰি গ'ল—আৰু বিছনাখনত অলসভাৱে গাটো এৰি দি চকুহাল মুদি দিলে।

॥ ২২ ॥

অসমৰ সকলো ঠাইতে নাৰী জাগৰণ আৰম্ভ হৈছে। গাঁৱে-গাঁৱে নাৰী সংগঠনবোৰ গঢ়ি উঠিছে। চহৰে-নগৰে, গাঁৱে-ভুঞে সভা-সমিতি পাতি অসমৰ-সমূহ-নাৰী জাতিযে অস্তিত্ব ৰক্ষাৰ আন্দোলনত জঁপিয়াই পৰিছে। কথাবোৰ ভাবি ভাবি গিৰীণে নগাঁও কলেজ হোষ্টেলৰ সৰু কোঠালিটোৰ ভিতৰলৈ সোমাই গ'ল। সেইটো তাৰ মৰমৰ কোঠালি, সি বিছনাখনৰ ওপৰত বহি ক্লান্তি অনুভৱ কৰিলে। হঠাতে সি তাৰ পেটটোত এটা বিষ অনুভৱ কৰি সোঁহাতখনেৰে পেটটো খামুছি ধৰি দুৱাৰখনৰ ওচৰলৈ উঠি গ'ল আৰু ভিতৰৰপৰা দুৱাৰখন বন্ধ কৰি বিছনাখনত দীঘল দি পৰিল।

কিছুসময় নিটাল দি পৰি থকাৰ পিছত সি নিজৰ মনতে গুণ-গুণালে—

> "শুনা শুনা বিশ্ববাসী—
> প্ৰিষ্ট-ক্লিষ্ট পীড়িত জনগণ
> জাগে আজি জগতৰ
> জনসাধাৰণ ॥"

তাৰ পেটৰ বিষটো যেন বেছি হৈছে—তাৰ এনে ভাব হ'ল। নহ'বনো কিয়—আজি তিনি-চাৰিদিন তাৰ পেটত ভাত নাই। পিছে নিজলৈ চাবলৈ তাৰ সময়েইবা ক'ত? তাৰ দায়িত্ব অসীম। জীযাই থাকিব লাগিব, কৰ্ত্তব্য কৰিব লাগিব। আজি তাৰ কৰ্ত্তব্য—দেশমাতৃক উদ্ধাৰ কৰা আৰু দেশৰ জনগণক দেশপ্ৰেমেৰে উদ্বুদ্ধ কৰা। অসমৰ শাসক গোষ্ঠীৰ শোষণ আৰু বৰ্বৰ নীতিক উফৰাই পেলাই তাৰ ঠাইত প্ৰতিষ্ঠা কৰিব লাগিব—নতুন সমাজ নীতি। দেশৰ সমগ্ৰ জনগণে এটা পৰিৱৰ্ত্তন বিচাৰিছে। এই পৰিৱৰ্ত্তন হ'ব লাগিব সমগ্ৰ সমাজ ব্যৱস্থাৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক পৰিবৰ্ত্তন। দেশৰ শান্তি-শৃঙ্খলাৰ নামত অসমৰ বাইজৰ ওপৰত চৰকাৰে যি দমন নীতি চলাইছে, সেই দমন নীতিৰ বিৰুদ্ধে আমি বিপ্লৱ কৰিবই লাগিব। অসমবাসীৰ অন্তৰত পুঞ্জীভূত হৈ থকা প্ৰচণ্ড শক্তি আজি আমি বিশ্ববাসীৰ আগত দেখুৱাব লাগিব। সি বিছনাৰপৰা উঠি থিয় হ'ল আৰু ক্ষন্তেক নীৰৱে থকাৰ পিছত টেবুলত সজাই থোৱা কিতাপকেইখন এবাৰ হাতেৰে চুই চালে। ফাইনেল পৰীক্ষা তাৰ দিযা নহ'ব কিজানি। কিন্তু ইয়াৰ ভাৱপ্ৰৱণ হ'লে হ'ব জানো? এদিন শোষকৰ শোষণ শেষ হ'ব, দুখীয়া-দৰিদ্ৰ শ্ৰেণীৰ বেদনাৰ যন্ত্ৰণা, বুকুভৰা তাপ নিঃশেষ হৈ যাব। হঠাতে তাৰ মনটো ফৰকাল লাগিল। পেটৰ বিষটো অকণমান কমা যেন লাগিল। সি পুনৰ বিছনাখনত বাগৰ দিলে আৰু মনৰ কোনোবাখিনিত তাৰ বিপ্লৱী সত্বাটোৱে ঠেকা খালেগৈ। হঠাতে দুৱাৰত টোকৰ পৰিল । সি দুৱাৰখন খুলি দি দেখিলে—এজাক ল'ৰা।

—গিৰীণদা, আপোনাক মাতিছে। সভা আৰম্ভ হ'বৰ সময় হ'ল।

—অ', মই গৈছোঁ ব'লা।

সি পাহৰিছিলেই, আজি যে স্বেচ্ছাসেৱক বাহিনীৰ মিটিং আছে। গিৰীণে পুনৰ চোলাটো পিন্ধিলে আৰু খৰ্‌খৰ্‌কৈ ওলাই গ'ল।

ছাত্ৰসন্থাৰ কাৰ্য্যালয়ত ইতিপূৰ্বে ছাত্ৰ-নেতাসকল গোট খাইছেহি। অতুল শৰ্মা, জয়ন্ত, অতুল মেধি, হৰেণ শইকীয়া, জীৱন লস্কৰ, গিৰীণ দাস, অতুল গগৈ, স্বৰূপ শৰ্মা আৰু মানস, প্ৰভাত, সুনিতহ'তে তালৈকে অপেক্ষা কৰি আছিল। গণ-সংগ্ৰাম পৰিষদৰ কৰ্ম্ম-কৰ্ত্তা সকলো আহি সভাত উপস্থিত হ'লহি। সভা আৰম্ভ হ'ল। স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক পৱিত্ৰপ্ৰাণ শৰ্মাই ক'বলৈ আৰম্ভ কৰিলে—আপোনালোকে নিশ্চয় গম পাইছে যে, এই

আন্দোলনটো সুগঠিত কৰিবৰ বাবে এটা স্বেচ্ছাসেৱক বাহিনী খোলা হৈছে। 'সদৌ অসম ছাত্ৰসন্থা'ৰ কাৰ্য্যনিৰ্বাহকে অনুমোদন কৰা এই বাহিনীটোৰ মুখ্য উদ্দেশ্য হ'ল—অসমৰ সকলো প্ৰকাৰৰ স্বাৰ্থ অক্ষুণ্ন ৰখাৰ বাবে সুনিৰ্দ্দিষ্ট কাৰ্য্যসূচীৰ মাজেৰে মাতৃভূমিৰ সকলোপ্ৰকাৰৰ উন্নয়নমূলক কামত আত্মনিয়োগ কৰা। ইয়াৰ মুখ্য অহ্বায়ক হৈছে জয়নাথ শৰ্ম্মা। এতিয়া আমাৰ প্ৰধান কথা হ'ল—প্ৰতি অঞ্চলত স্বেচ্ছাসেৱক বাহিনী গঠন কৰিব লাগিব আৰু প্ৰতিজন সভ্যই হ'ব লাগিব শান্তিৰ সৈনিক আৰু মাতৃভূমিৰ একো-একোজন সক্ৰিয় পহৰাদাৰী।

এইবাৰ এই স্বেচ্ছাসেৱক বাহিনীৰ প্ৰাথমিক পৰ্য্যায়ৰ নীতিসমূহ ব্যাখ্যা কৰিবলৈ অতুল শৰ্মা থিয় হ'ল আৰু নীতিসমূহ ব্যাখ্যা কৰি ক'লে—স্বেচ্ছা-সেৱক বাহিনীৰ প্ৰধান নীতিসমূহ হ'ল—

(১) সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষণ,

(২) অৰ্থনৈতিক স্বাৰ্থৰ প্ৰতিৰক্ষা আৰু নিযোগ পৰ্য্যালোচনা,

(৩) থলুৱা জন-গোষ্ঠীৰ ভাষা, কৃষ্টিৰ সংৰক্ষণ আৰু অসমৰ বিৰোধী চক্ৰৰ চিনাক্তকৰণ কৰি সেই চক্ৰৰ দ্বাৰা পৰিচালিত ষড়যন্ত্ৰক প্ৰতিহত কৰা, সমাজ বিৰোধী কাৰ্য্যত বাধা প্ৰদান কৰা, ছাত্ৰ-ছাত্ৰীসকলৰ নৈতিক উৎকৰ্ষ সাধন কৰা,

(৪) আত্মনিৰ্ভৰশীলতাৰ ব্যৱস্থাকৰণ,

(৫) বিদেশী চিনাক্তকৰণ, চৰকাৰী মাটি সংৰক্ষণ, বে-দখল উচ্ছেদকৰণ,

(৬) স্বজনহীন জৰীপ আদিৰ যোগেদি বিভিন্ন সাক্ষ্য তথ্য সংগ্ৰহ কৰা।

নীতিসমূহ পৰ্য্যালোচনা কৰাৰ পিছত অতুল শৰ্মাই সকলো আঞ্চলিক সংগ্ৰাম পৰিষদৰ কৰ্ম-কৰ্তা সকললৈ স্বেচ্ছাসেৱক বাহিনী খুলিবলৈ অনুৰোধ জনালে।

সকলোৱে একেমুখে এই বাহিনী খুলিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল। এইবাৰ গিৰীণে বক্তব্য ৰাখি ক'লে—আমাৰ চাৰিওদিশে যি শোষণ চলিছে সেই শোষণ বন্ধ কৰিবলৈ হ'লে আমি আমাৰ হাতলৈ ব্যৱসায়-বাণিজ্য আনিব লাগিব। ব্যৱসায-বাণিজ্যৰ অবিহনে দেশৰ অৰ্থনৈতিক দিশ টনকিয়াল কৰিব নোৱাৰি। মহাত্মা গান্ধীয়ে আমাক বাৰে বাৰে সেইটো কথাকে সঁকিয়াই থৈ গৈছে। আমাৰ নিজা ভাষা, কৃষ্টি সংৰক্ষণ কৰিবলৈ হ'লে আমি আত্ম-নিভৰশীল হ'ব লাগিব। আজি গ্ৰাম্য অঞ্চলত অৱস্থা কি হৈছে? অনুন্নত

পৰিৱেশৰ ফলত গাঁওবাসী পঙ্গু হৈ পৰিছে, নিৰক্ষৰতা বৃদ্ধি পাইছে, জনতাৰ অনাটন, ৰোগ-ব্যাধি, সমাজৰ অপকৰ্ম, জাতিভেদ, সাম্প্ৰদায়িকতাৰ-বিৰোধ, উচ্চ-নীচ ভেদা-ভেদ—সকলো আঁতৰাই আমি সুস্থিৰ পদক্ষেপৰে আগুৱাই যাবলৈ এই স্বেচ্ছাসেৱক বাহিনীৰ প্ৰয়োজন হৈছে।

আমি জাতীয় স্বাৰ্থ বা জাতীয় অস্তিত্ব ৰক্ষা কৰিবলৈ হ'লে বিশেষকৈ সংগঠনৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব, স্বাৱলম্বী হ'ব লাগিব, জাতিভেদ পৰিহাৰ কৰি সকলোতে সমদৃষ্টি ৰাখি আগুৱাই যাব লাগিব।

—গিৰীণ মাইকৰ ওচৰৰপৰা আহি চকীত বহিলহি। তাৰ গোটেই গাটো ঘামিছিল। পকেটৰপৰা ৰুমালখন উলিয়াই সি মুখখন মচিলে আৰু অনুভৱ কৰিলে তাৰ পেটটোত এটা দাৰুণ বিষ।

॥ ২৩ ॥

ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদে তিনি মাৰ্চৰপৰা ১৫ মাৰ্চলৈ গণ-পিকেটিং আহ্বান কৰিলে। পিকেটিঙত অংশগ্ৰহণ কৰিলে প্ৰধানকৈ সমগ্ৰ দেশৰ মহিলাসকলে। যি দেশত কনকলতা, ভোগেশ্বৰী ফুকননী, জয়মতীৰ জন্ম হৈছিল—সেইদেশৰ নাৰী-জাতিৰ অন্তৰত বৈপ্লৱিক আত্মচেতনা জাগ্ৰত হ'ল। সেযেহে ৰাজপথলৈ ওলাই আহিছে—সহস্ৰ সহস্ৰ মহিলা।

উদং ঘৰটোৰ ভিতৰতে মনোৰমা আয়নাখনৰ ওচৰলৈ গ'ল আৰু দীঘল চুলিখিনি আঁচুৰি আঁচুৰি আপোনমনে গুণ-গুণালে—

দুখৰ বলিয়া আকাশত
নতুন সুৰুযে দিলে দেখা
ৰাঙলি বেলিৰ পোহৰত
দেখো মুকুতিৰ পথ ৰেখা।
সেই পথেদিয়েই গ'লে আগুৱাই
দলিতৰ হ'ব জয়,
বিজয় নিচান দিম উৰুৱাই
পুৰণিৰ হ'ব ক্ষয়॥

বাহিৰত কাৰোবাৰ মাত শুনি মনোৰমা ওলাই আহিল—অ' আপোনালোক আহিছে, আহক, আহক।

সকলো ভিতৰলৈ সোমাই গ'ল। কেতিয়াও ওলাই নহা ৰাধিকা বাইদেউক দেখি মনোৰমাই হাঁহি মাৰি ক'লে—আজি দেখোন বৰ ডাঙৰ কথা হ'ল, ৰাধিকা বাইদেউ ওলালহি।

—ইস্, ভাল কথা কৈছা মনোৰমা। আমিহে টানি-আঁজুৰি উলিয়াই আনিছোঁ। ডাঙৰ অফিচাৰৰ ঘৈণীযেকতো। ক'ৰবাত গিৰিয়েকৰ চাকৰিটো যায় বুলি ভয় কৰে।

ৰেখা বাইদেউৰ কথাত ৰাধিকাই ক'লে—এৰা অ',—কথাটো মিছা নহয়। আমিটো আন্দোলনটো সমৰ্থন কৰোৱেই, কিন্তু তেখেতে যে চৰকাৰী চাকৰিয়াল।

দীপ্তি বাইদেৱে হাঁহি হাঁহি উত্তৰ দিলে—এৰা, এৰা, চৰকাৰী চাকৰিয়াল, তাতে পদবীটোও ডাঙৰ। প্ৰমোচনৰ আশা আছে, অৱসৰ লোৱাৰ পাছত মাটি, ঘৰ, গাড়ী, ধন-সম্পত্তি এসোপা লৈ তেহে ওলাই আহিব পাৰিব। আমাৰ নিচিনা নে কিবা, কলেজৰ অধ্যাপকৰ চাকৰি? অলেখ ল'ৰা-ছোৱালী গঢ় দি শেষত হাতখন, মুখখন লৈ ওলাই আহিব লাগে। আমাৰতো কথাই নাই। মাহটো তৰা মাষ্টৰণী।

—দীপ্তিৰ কথাত সকলোৱে গিৰ্জনি মাৰি হাঁহিলে। ৰাধিকা বৰুৱাই সেইফালে টলকা মাৰিলে।

বকুলে ক'লে—আমাৰ হ'লে এখেতৰ এইবিলাকলৈ ভয় নাই, চাকৰি গ'লেও যাব।

—তই জানো কম, গাড়ীৰ আগত পৰিব যোৱা জনীহে।

মীৰা বাইদেউৰ কথাত সকলোৱে হাঁহি হাঁহি ক'লে—এইবাৰ বকুল ৰেলৰ আগত পৰিব—।

সেইখিনি সময়তে দেৱ বাইদেৱে চুফিয়ালৈ চাই ক'লে—ঐ চুফিয়া, সেইদিনা সত্যাগ্ৰহত তই কি বুলি শ্ল'গান দিছিলি অ'?

—ধেৎ, তই কেৱল একেটা কথাকে সদায় কৱ।

—নহয় অ', আকৌ এবাৰ দেছোন।

—"যদি হোৱা অসমীয়া

অসম এৰি গুচি যোৱা—"

ইস্। বৰ ভুলকৈ সেইদিনা চিঞৰিছিলোঁ।

—চুফিয়া বাইদেউৰ কথাত সকলোৱে হাঁহিলে।

কুসুম মাহীয়ে ক'লে—তই ঠিকেই কৈছ চুফিয়া। এসময়ত অসমীয়াইহে

অসম এৰি গুচি যাবলগা হ'ব লাগিব যেন পাইছোঁ। দেশত যি অত্যাচাৰ, অনাচাৰ হৈছে, সহ্য কৰিব নোৱাৰা হৈছোঁ। দুনীতি হৈছে, পাপ হৈছে। এই দুনীতি দূৰ কৰিবলৈ হ'লে নাৰী জাতিয়ে ত্যাগ কৰিব লাগিব। নাৰী জাতিৰ ত্যাগৰ অবিহনে দেশত দুনীতি নিৰ্ম্মূল নহয়। তাৰোপৰি নাৰীজাতিৰ সক্ৰিয় সহযোগিতাৰ অবিহনে পৃথিৱীত কোনো আন্দোলনেই কৃতকাৰ্য্য হ'ব পৰা নাই।

কুসুম মাহীয়ে কথাকেইটা কৈ দেখিলে মনোৰমাই চাহ আনিছে।

মাহীয়ে চাহকাপ হাতত লৈ মনোৰমাৰ মুখলৈ চাই সুধিলে—

—ইন্দ্ৰৰ খবৰ কিবা পাইছনে?

চাহৰ ঢোকটো মাৰি মাখনী বাইদেৱে ঠাইতে উত্তৰ দিলে—কি খবৰ পাব? আমাৰ শংকৰেই আজি দহ-বাৰ দিনে ঘৰত নাই। ইফালে 'ধৰ-পাকৰ' চলিয়েই আছে।

ৰেখা বাইদেৱে বহাৰপৰা উঠি হাত জোকাৰি ক'লে—আমাৰ ল'ৰাবিলাকৰ ওপৰত অত্যাচাৰ চলিছে, বাইজৰ স্বাধীনতা হৰণ কৰিছে, এতিয়া আমি বহি থাকিলে নহ'ব। আমি ভাগে ভাগে কাম কৰিব লাগিব।

—তই ঠিকেই কৈছ ৰেখা, আমি ভাগে ভাগে কাম নকৰিলে নহ'ব। —এইবুলি কুসুম মাহী থিয় হ'ল।

—বাৰু এতিয়া উঠহঁত। কাইলৈ আকৌ পিকেটিং আছেই।

আটাই কেইগৰাকী মহিলা থিয় হ'ল আৰু যাবলৈ ওলাল। মনোৰমাই পদুলিলৈকে গৈ তেওঁলোকক আগবঢ়াই দি কলং নদীৰ বুকুলৈ ৰ-লাগি চাই দেখিলে—পশ্চিমৰ ৰ'দজাকে মেলানি মাগিবলৈ আৰু বেছি সময় নাই—।

॥ ২৪ ॥

'যদিও নগণ্য আমি, তুচ্ছ বটবৃক্ষেৰ সমাজে,
তবু ক্ষুদ্ৰ এশৰীৰে গোপনে মৰ্ম্মৰ ধ্বনি বাজে
বিদীৰ্ণ কৰেছি মাটি, দেখেছি আলোৰ আনা-গোনা
শিকড়ে আমাৰ তাই অৰণ্যেৰ বিশাল চেতনা ॥"

—পুতুলে সুকান্তৰ কবিতাফাঁকি এবাৰ আবৃত্তি কৰি গালে।—স'চাকৈয়ে

তাৰ শৰীৰৰ কোনোবা কোণত গোপণে মৰ্ম্মৰ ধ্বনি বাজিছে, সেই ধ্বনি সি অকলে শুনিব নোৱাৰে, সেই ধ্বনি—বিশ্ববিয়পা আপোন স্বাধীন-চেতীয়া সুৰ, যি সুৰ সকলোকে শুনাবলৈ চেষ্টা কৰিছে—সি এচমকা পোহৰ দেখিছে —এজাক নতুন পোহৰ আৰু সেই পোহৰত যেন জিলিকি উঠিছে, অসমৰ জনসমুদ্ৰৰ আত্মা উজাৰি উঠা বিশাল চেতনা।

পুতুল অস্থিৰ হ'ল—তাৰ বাবু কিয় এই অস্থিৰতা? অসম আন্দোলনৰ কৰ্ণধাৰ হৈ সি অস্থিৰ হ'লে নহ'ব, সি হ'ব লাগিব ধীৰ, স্থিৰ, প্ৰত্যুৎপন্নমতি-সম্পন্ন।

কিছু সময় তলকামাৰি থকাৰ পিছত সি ভাবিলে ১মাৰ্চত নতুন দিল্লীত প্ৰধানমন্ত্ৰীৰ অনুৰোধক্ৰমে অনুষ্ঠিত হোৱা সৰ্ব্বদলীয় ৰাজনৈতিক সন্মিলনে আন্দোলন স্থগিত ৰাখিব লাগে বুলি আন্দোলনৰ নেতৃবৰ্গলৈ আহ্বান জনাইছে। তদুপৰি ২মাৰ্চ তাৰিখে আলোচনাৰ বাবে চিঠিৰে ছাত্ৰসন্থালৈ প্ৰধানমন্ত্ৰীযে আমন্ত্ৰণো জনাইছে।

পুতুলে মনতে হাঁহিলে। "আন্দোলন স্থগিত ৰাখিব লাগে"—পুতুলে এবাৰে নিজকে প্ৰশ্ন কৰিলে—কিয়? আমি কাৰো বৰ্হাতিয়া নহওঁ—আমাৰ আন্দোলন চলাই যাব লাগিব যেতিয়ালৈকে আমাৰ উদ্দেশ্য সিদ্ধি নহয়। ছাত্ৰশক্তি মহান শক্তি। যেতিয়ালৈকে এই শক্তি মহিমামণ্ডিত হৈ থাকিব তেতিয়ালৈকে ছাত্ৰসকলে ঐক্য আৰু শান্তিৰ পথেদি আগবাঢ়ি যাব পাৰিব। এই একতাৰ চালিকা শক্তিযেই হ'ল—এখন সমাজৰ গঢ় দিওঁতা—মহান শক্তি। এই মহিয়সী শক্তি কাৰো প্ৰৰোচনাত পৰি বিনষ্ট হ'বলৈ দিব নোৱাৰি। এই শক্তিৰ অবক্ষয় মানেই এটা জাতিৰ পতন। আজি ছাত্ৰশক্তি আগবাঢ়িছে অসমৰ উন্নতি আৰু অসমবাসীৰ অস্তিত্ব ৰক্ষাৰ বাবে—এতিয়া আৰু ৰবৰ সময় নাই।

সেইখিনি সময়তে কোঠালিটোলৈ সোমাই আহিল ভৃগুকুমাৰ ফুকন।

—ফুকন, ঠিক সময়তে আহিলা। পিছে কাৰ্য্য নিৰ্ব্বাহকৰ স্থান ক'ত ঠিক কৰিলে?

—মই ভাবিছোঁ, খানাপাৰাৰ কৃষি বিশ্ববিদ্যালয়ৰ চৌহদতে কাৰ্য্যনিৰ্ব্বাহক পতা হওক।

—হ'ব। কিন্তু কেতিয়া?

—৫মাৰ্চত।

—হ'ব।

পুতুল আৰু ভৃগু আলোচনাত বহিল—কিদৰে সভাখনৰ আঁত ধৰা হ'ব—সেই বিষয়ে খৰচি মাৰি আলোচনা কৰিবলৈ ধৰিলে।

সিহঁতে আলোচনা কৰি থকা সময়তে সোমাই আহিল—গিৰীণ, পুলিন, প্ৰভাত আৰু ইন্দ্ৰনীল।

সিহঁতলৈ চাই পুতুলে হাঁহি মাৰি ক'লে—ভালনে? নগাৱঁৰ খবৰ কি?

প্ৰভাতে সাউত্তকৈ উত্তৰ দিলে—আমাৰ পিকেটিং চলি আছে। কোনো কোনো ঠাইত লাঠি চালনা, কন্দুৱা গেছ প্ৰয়োগ কৰিছে।

—আঘাতপ্ৰাপ্ত লোকসকলৰ ব্যৱস্থা কি কৰা হৈছে?

—আঘাতপ্ৰাপ্তসকলক হস্পিতেললৈ নি তাত শুশ্ৰূষা কৰাৰ ব্যৱস্থা কৰা হৈছে। সকলো ঠাইতে আঞ্চলিক সংগ্ৰাম পৰিষদ আৰু ছাত্ৰসন্থাবোৰ সক্ৰিয় হৈ পৰিছে। স্বেচ্ছাসেৱক বাহিনীয়ে নিষ্ঠাৰে কাম কৰিছে। মহিলাসকল দুৰ্গতসকলৰ শুশ্ৰূষাৰ কাৰণে স্বতঃস্ফূৰ্তভাৱে ওলাই আহিছে।

গিৰীণৰ কথা শেষ হোৱাৰ লগে লগে কোঠালিটোৰ ভিতৰলৈ সোমাই আহিল—জয়নাথ শৰ্ম্মা।

—পিছে কাৰ্য্যনিৰ্ব্বাহক কেতিয়াকৈ?

—৫মাৰ্চত দিম বুলি ভাবিছোঁ।

ভৃগুৰ কথাত জয়নাথে ক'লে,—ঠিক আছে। তেনেহ'লে আমাৰ স্বেচ্ছা-সেৱকবাহিনী সাজু কৰি ৰাখিব লাগিব।

প্ৰভাতে জয়নাথ শৰ্ম্মালৈ চাই ক'লে—পিছে শৰ্ম্মা, চৰকাৰে বাতৰি কাকতৰ স্বাধীনতা খৰ্ব্ব কৰাৰ উপক্ৰম কৰিছে। তাৰ ফলত আন্দোলনৰ প্ৰচাৰ কিছু নিস্তেজ কৰিব পাৰিব বুলি চৰকাৰে ভাবিছে।

জয়নাথ শৰ্ম্মাই খুউব জোৰেৰে হাঁহিলে, তেওঁ হাঁহি হাঁহিয়েই ক'লে—আমি নিজে প্ৰচাৰ কাৰ্য্য চলাম—খোজকাঢ়ি, দৌৰি, কাগজত হাতেৰে লেখি, ভিক্ষাৰী হৈ, বেপাৰী হৈ প্ৰচাৰ কাৰ্য্য চলাই যাম। এতিয়া আৰু আমাক কোনেও বাধা দি ৰাখিব নোৱাৰে। লুইতক ভেঁটা দিব কোনোবাই পাৰে জানো?

জয়নাথ শৰ্ম্মাই উদাত্ত কণ্ঠেৰে গাই গ'ল—

সাজু হ'বৰে হ'ল ডেকা ল'ৰা
সাজু হ'বৰে হ'ল,—
কোন ক'ত আছা আইক পূজিবলৈ
আইৰ পূজাৰ বেলি হ'ল।

*　　*　　*

৫মাৰ্চ '৮০ চন।

অসম কৃষি বিশ্ববিদ্যালয়ৰ খানাপাৰা চোৰাদত ছাত্ৰসন্থাৰ কাৰ্য্যনিৰ্ব্বাহক বহিল আৰু দিল্লীত আলোচনাৰ অৰ্থে পঠিয়াবলৈ ২৪জনীয়া দল এটা গঠন কৰিলে।

অৱশেষত ২৪জনীয়া দলটো দিল্লী অভিমুখে ৰাওনা হ'ল। ৬তাৰিখ আলোচনাৰ প্ৰথমদিনাই '৫১—'৭১চনলৈ ছাত্ৰসন্থাৰ প্ৰতিনিধি দলটোৰ লগত কেন্দ্ৰৰ মত বিৰোধ ঘটিল।

৮মাৰ্চ তাৰিখে গৃহমন্ত্ৰীৰ লগত হোৱা আলোচনাৰ পাছত প্ৰতিনিধি দলে গণ-সংগ্ৰাম পৰিষদকো আলোচনাৰ বাবে আমন্ত্ৰণ কৰিব লাগে বুলি গৃহমন্ত্ৰীৰ ওচৰত প্ৰস্তাৱ আগবঢ়ালে আৰু সেইমতেই ৮মাৰ্চ তাৰিখে সদৌ অসম গণ-সংগ্ৰাম পৰিষদক কেন্দ্ৰীয় চৰকাৰে তাঁৰ বাৰ্ত্তা যোগে আমন্ত্ৰণ কৰিলে।

৯মাৰ্চ তাৰিখে গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত বহা গণ-সংগ্ৰাম পৰিষদৰ জৰুৰী বৈঠকত শ্ৰীঅতুলচন্দ্ৰ বৰুবাদেৱে সভাপতিত্ব কৰে আৰু ৮জনীয়া প্ৰতিনিধি দল এটা পঠিয়াবলৈ স্থিৰ কৰে। বৈঠকত আন্দোলনৰ কাৰ্য্যসূচীৰ বিষয়ে আলোচনা কৰি ১০তাৰিখৰপৰা প্ৰস্তাৱিত গণ-পিকেটিং সদ্যহতে স্থগিত ৰাখিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ হৈ নিবাৰণ বৰা, গিৰীণ বৰুৱা, খগেন্দ্ৰ বৰুৱা, প্ৰসেনজিৎ ব্ৰহ্ম, প্ৰবীণ গগৈ, প্ৰণৱ দাস, যতীন গোস্বামী, নলিনাক্ষ শৰ্ম্মা আৰু কুমুদ শৰ্ম্মাক দিল্লীৰ আলোচনাত অংশগ্ৰহণ কৰিবলৈ অনুমতি দি সভা ভঙ্গ কৰিলে।

## ॥ ২৫ ॥

১০ মাৰ্চৰ দিনা কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ লগত ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ সদস্যসকলৰ মাজত আলোচনা আৰম্ভ হ'ল। সময় খৰ গতিৰে

আগবাঢ়িল। ফলত কুমলীয়া অসমৰ উত্তৰাধিকাৰী সকলৰ দেহ-মন উদ্বিগ্ন হৈ উঠিল। দিনে-নিশাই অসম ভৱনত প্ৰত্যেকে প্ৰত্যেকৰ লগত আলোচনা কৰিলে। চাই থাকোঁতেই আন্দোলনকাৰীসকলৰ হাততেই দুটা দিন অতিবাহিত হ'ল। ১২মাৰ্চৰ দিনা এই আলোচনাৰ ওপৰত চৰকাৰ আৰু নেতৃবৰ্গৰ তৰফৰ পৰা দুখন পৃথক পৃথক খচৰা প্ৰস্তুত কৰা হ'ল।

সময়ে বিপৰীত গতি ল'লে। পঞ্চমবাৰৰ বাবে হোৱা আলোচনা শেষ পৰ্য্যায়ত ব্যৰ্থ হ'ল। ইয়াৰ মূলতে হ'ল বিদেশী বহিষ্কাৰৰ সময় সীমা নিৰ্দ্ধাৰণ। কেন্দ্ৰীয় চৰকাৰে কোনোপধ্যে '৫১চন মানি ল'ব নোখোজে। তেওঁলোকে সময়-সীমা নিৰ্দ্ধাৰণ কৰে '৭১চনহে। ১৩মাৰ্চৰ দিনা গণ-সংগ্ৰাম পৰিষদৰ নেতা শ্ৰীনিবাৰণ বৰাই আনুষ্ঠানিকভাৱে গৃহ দপ্তৰৰ বিষয়াবৰ্গৰ লগত আলোচনা চলায যদিও সৰ্বশেষত বিফল মনোৰথ হ'ব লগা হয আৰু ১৫মাৰ্চত আন্দোলনৰ নেতৃবৰ্গই বিফলতা বুকুত বান্ধি অসম অভিমুখে ৰাওণা হ'ল।

বগা ডাৱৰৰ মাজে মাজে সিহঁতৰ উৰাজাহাজখনে হালি-জালি অসমৰ আকাশৰ পিনে গতি কৰিলে। খিড়িকীৰ কাষত বহি পুতুলে তললৈ চালে আৰু ভাবিলে—অসমৰ ভৱিষ্যতৰ কথা, অসমৰ হেৰাই যাব খোজা সাহিত্য-সংস্কৃতিৰ কথা। সিহঁতে কৰা আন্দোলনৰ এচাম অসমীয়াই বিৰোধিতা কৰা কথা। সিহঁতে শুনিছিল বদনে এসময়ত মান আনিছিল। মানে অসম আক্ৰমণ কৰি এখন শ্মশানভূমিত পৰিণত কৰিছিল কিন্তু তথাপিও জানো অসম মৰিছিল? শ্মশানভূমিত পৰি থকা হাড়-মূৰ-ছালেৰে পুনৰ অসমীয়া জাতি ঠন ধৰি উঠিছিল। তাৰ পিছত? তাৰ পিছত আহিল ইয়াণ্ডাবু সন্ধি। ইয়াণ্ডাবু সন্ধিৰ আলম লৈ অসমৰ ভাষা-কৃষ্টিৰ ওপৰত বঙলা পৰিছিল। অসমৰ ভাষা সমূলঞ্চে মাৰি পেলাই তাৰ ঠাইত গজি উঠাইছিল বঙলা ভাষাৰ দুৰ্বাৰ বন। কিন্তু পাৰিলে জানো? অসমীয়া সন্তানে আকৌ মূৰ দাঙি উঠিছিল। আৰু বঙালীভাষাক অফিচ-আদালতৰপৰা আঁতৰাই পুনৰ প্ৰতিষ্ঠা কৰিছিল অসমীয়া ভাষা।

পুতুলে নিজৰ বহাঠাইতে গাতো লৰ-চৰ কৰিছিল। উৰাজাহাজৰ ভিতৰখন নিজম পৰি আছিল, হয়তো সকলোৱে একে চিন্তাই কৰিছিল। কিমান আশাৰে অসমীয়া ৰাইজে সিহঁতলৈ বাট চাই আছে।

এটা নিৰ্দিষ্ট গতিত আকাশীযানখন কলিকতাৰ ফালে গৈ আছিল। সেইসময়ত পুতুলৰ ঠিক মূৰৰ ওপৰতে মাইক্ৰফ'নত বাজি উঠিল এক সুৰৰ

অর্কেষ্টা। সেই সুৰ অসমীয়াৰ নাছিল। কিন্তু পুতুলৰ মনৰ মাজত এক অভিনৱ সুৰৰ হেন্দোলনী উঠিছিল সেই একে সময়তে। সেই সুৰ আছিল অসমীয়া ঠাঁচৰ সুৰ। অসমীয়া বাঁহী, টকা, পেঁপা, খোল-তাল, ভোৰ-তাল, খুটিতাল, ডবা, বৰকাঁহ, বেপানি, গগনাৰ সুৰ।

এই সুৰ অসমীয়াৰ হিয়াৰ আমঠু, যি সুৰ শুনিলে অসমীয়াৰ মন-প্ৰাণ নাচি উঠে। গছত কপৌফুল ফুলে, নাহৰৰ গোন্ধে প্ৰকৃতি আমোল-মোলায়, সাঁখিয়তি, বুলবুলি, কুলি-কেতেকিয়ে গছৰ ডালে-পাতে পৰি গীত জুৰে, নদীৰ ঘাটত, আঁহতৰ তলত প্ৰতি ঢোলৰ চেৰে-চেৰে নাচনীয়ে নাচে। সেই সুৰ অসমীয়াৰ কলিজাৰ সুৰ, আপোন সুৰ। সময় আগবাঢ়িছিল। কলিকতাৰ ডুমডুমা বিমানঘাটত খন্তেক জিৰণি লোৱাৰ পাছত পুতুলহঁতৰ আকাশীযান-খন পুনৰ আকাশ মাৰ্গলৈ উৰা মাৰিছিল। এইবাৰ ঃ অসমৰ আকাশলৈ।

শকুন্তলা মেঘবোৰ আহি সিহঁতৰ আকাশীযানখনত খুন্দিয়াইছিলহি। আকাশীযানখন সামান্যভাৱে জঁপিয়াইছিল। কঁকালৰ পেটীদাল লগাই ল'বলৈ মাইকত পৰিচাৰিকাই মিঠা সুললিত কণ্ঠেৰে যাত্ৰীবিলাকক সঁকিয়াই দিছিল। পুতুলেও কঁকালত বেল্টদাল বান্ধিছিল। হয়তো বান্ধিছিল প্ৰত্যেকজনেই।

কিছু সময় যোৱাৰ পাছত পুতুলে দেখা পাইছিল অসমৰ মাটি-নদী, বন-উপবন। নদীবোৰ এদাল মিহি সূতাৰ দৰে এঁকা-বেঁকা হৈ অসমীৰ বকু ভেদি বৈ যোৱা পুতুলৰ চকুত পৰিছিল। সেয়া হয়তো লুইত আছিল। পাগলাদিয়া আছিল, মানাহ আছিল। পুতুলে এটা হুমুনিয়াহ কাঢ়িলে— সেয়া আমাৰ বিশাল কৃষ্টি আৰু সংস্কৃতি। সৰু সৰু জান-জুৰিৰে যেনেকৈ ব্ৰহ্মপুত্ৰই বিশালতা লাভ কৰিছে, ঠিক তেনেকৈয়ে অসমৰ বহু জাতি, উপ-জাতিৰ কৃষ্টি-সংস্কৃতিয়ে অসমৰ সাহিত্যৰ বিশালতা লাভ কৰিবলৈ সক্ষম হৈছে।

কোনো প্ৰতিক্ৰিয়াশীল শক্তিয়ে যেনেকৈ লুইতক ভেঁটা দি ৰাখিব নোৱাৰে, ঠিক তেনেকৈয়ে কোনো চক্ৰান্তকাৰীয়ে অসমৰ কৃষ্টি-সংস্কৃতি, ভাষা-সাহিত্যৰ ধ্বংস আনিব নোৱাৰে। যদি কোনোবাই তাক ভেঁটা দিয়ে, সেই ভেঁটা ব্ৰহ্মপুত্ৰই ভাঙি দিয়াৰ দৰেই অসমীয়া ডেকা আৰু অসমৰ জাগ্ৰত শক্তিয়ে সেই চক্ৰান্ত-কাৰীক ধ্বংস কৰিব পাৰিব। অসম কোনো দিনে নমৰে।

—নহয় নে ফুকন? অসম কোনো দিনে নমৰে। অসম মৰিলে আমিও মৰিম।—ওচৰতে বহি থকা ভৃগুকুমাৰে পুতুললৈ চালে, চকুত চিন্তাৰ চাপ।

সদৌ অসম ছাত্রসন্থাৰ সম্পাদক হৈ অসমৰ বাইজৰ হেঁপাহ বকুত বান্ধি তাত যদি কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰে, তেন্তে কি হ'ব ?

—নাই নাই, কৃতকাৰ্য্য হ'বই লাগিব। মৃত্যু কিম্বা জয়।

—কি ভাবিছা ?

—ভাবিছোঁ মহন্ত। মৰিলে স্বৰ্গ তৰিলে দেশ।

—এৰা ঠিকেই ভাবিছা। মৰিব নালাগে, দেশহে তৰিব লাগে।

এৰা মহন্ত—

উদিছে নবীন সূৰ্য্য
বাজিছে বিজয় তূৰ্য্য—

—ঠিক ফুকন, ঠিক উদিছে নতুন সূৰ্য্য।

অসমৰ আকাশত নতুন সূৰ্য্যৰ উদয় হৈছে। আমাৰ কামৰ মাজেদি জীৱনটোক সহনীয় কৰি গঢ়ি তুলিব পাৰিলেই আমি কৃতাৰ্থ নহ'ম নে ?

—নিশ্চয়, যি জীৱন দৰ্শনৰ উপলব্ধিয়ে আমাৰ হৃদয় নতুনকৈ আলোড়িত কৰিব আৰু ব্যক্তিগত অনুভূতি জাগ্ৰত কৰিব।

—সেই ব্যক্তিগত অনুভূতি কিহৰ ?

—সেই অনুভূতি হ'ল—দেশক ভালপোৱাৰ, জাতিক ভালপোৱাৰ।

—এৰা, আমাৰ কৰ্ম্ম সাধনাক এক আধ্যাত্মিক তাৎপৰ্য্যৰে মহিমামণ্ডিত কৰি তুলিব লাগিব য'ব পৰা পলাই যোৱাৰ পথ আমাৰ নাথাকিব।

—ই যে সত্য মহন্ত। এই সত্য কৰ্ম্মক্ষেত্ৰৰপৰা ওলাই যোৱাটো পাপ। সেইহে হয়তো লাচিতে নবীয়া গাবে যুদ্ধলৈ গৈছিল।

মাইকত পুনৰ নাৰীকণ্ঠ ধ্বনিত হৈছিল। আকাশীযান আহি বৰঝাৰ বিমান বন্দৰত নামি পৰিছিল।

আকাশীযানৰপৰা নামি আহি সিহঁতে দেখা পাইছিল—তেওঁলোকক আগবঢ়াই নিবলৈ ছাত্ৰনেতাসকল আৰু সংগ্ৰাম পৰিষদৰ বিষয-ববীয়াসকলে অপেক্ষা কৰি আছে।

পুতুলে সকলোকে নমস্কাৰ জনালে আৰু গাড়ীত উঠি তেওঁলোকে বিশ্ববিদ্যালয অভিমুখে বাওনা হ'ল।

তেওঁলোক কেন্দ্ৰীয় কাৰ্য্যালয়ত সোমোৱাৰ লগে লগে চাৰিওফালৰপৰা আন্দোলনৰ নেতৃবৰ্গ আহি ঘেৰি ধৰিলে।

ইতিপূৰ্ব্বে নগাৰঁৰপৰা গৈ পোৱা মানস, জীৱন, কন্দৰ্প, পৰাণ, শৰৎ, মহেশহঁতে পুতুলৰ কথা শুনিবলৈ বাট চাই ৰহি ব'ল।

পুতুল, নগেন শৰ্ম্মা, ললিত ৰাজখোৱা, ভৃগু ফুকন আদি নেতাসকল চকিত ৰহিল আৰু এবাৰ উপস্থিত কৰ্ম্ম-কৰ্তাসকললৈ বিষণ্ণ মনেৰে চাই ভৃগু ফুকনে ক'লে—অৱশেষত পঞ্চমবাৰৰ বাবে হোৱা আলোচনা ব্যৰ্থ হ'ল।

—আলোচনা ব্যৰ্থ হোৱাৰ কাৰণ কি ?

—মূল কাৰণ নেতৃবৰ্গই আগবঢোৱা ভিত্তিবছৰ। কেন্দ্ৰীয় নেতাসকলৰ মতে ভিত্তিবছৰ '৭১চন হ'ব লাগে।—ললিত ৰাজখোৱাই গিৰীণলৈ চাই ক'লে—ইফালে S F I আৰু কংগ্ৰেছ আইৰ ছাত্ৰপৰিষদৰ দ্বাৰা অসম অৱৰোধ কৰিবলৈ উঠি-পৰি লাগিছে। হয়তো তেওঁলোকে অতি সোনকালেই এই অৱৰোধ কাৰ্য্যসূচী ঘোষণা কৰিব।

এইবাৰ শৰৎ থাউণ্ডে হাঁহি মাৰি ক'লে—তাৰ মানে অসম নাখাই মৰিব বুলি ভাবিছে।

—হয়।

—পুতুলে গহীন হৈ উত্তৰ দিলে।

কন্দৰ্পই চিঞৰি উঠিল—নমৰে মহন্তদা, অসম নমৰে। সিহঁতে ভাবিছে, অসমৰ বাহিৰৰপৰা অহা-যোৱা বস্তু আৰু অনান্য সামগ্ৰী আটক কৰি ৰাখিলে অসম মৰি যাব।

কন্দৰ্প, যাদব, শোণিত, দিলীপ, ৰাণাপ্ৰতাপ উত্তেজিত হ'ল। সিহঁতৰ ৰঙা পৰি উঠা মুখকেইখনিলৈ চাই পুতুলে দেখিলে—অসমৰ যুৱকৰ চকুত সংগ্ৰামৰ স্ফুলিঙ্গ।

পুতুলে নিৰৱে হাঁহিলে—আমি ধৈৰ্য্য ধৰিব লাগিব কন্দৰ্প। চাৰিওফালৰপৰা আমাক বিপদে হেঁচা মাৰি ধৰিছে। তাৰ মাজেদি সৰকি যাবলৈ আমাক লাগিব ধৈৰ্য্য, সাহস আৰু মনোবল।

পুতুল গহীন হ'ল। ব্যক্তিত্ব সম্পন্ন সিহঁতৰ মুখবোজনালৈ চাই কন্দৰ্প শইকীয়াই তললৈ মূৰ কৰিলে।

ললিত ৰাজখোৱাই ক'লে—আমাৰ সকলো চেষ্টা, সকলো উদ্যম, আমাৰ ন্যায্য দাবীবোৰ সিহঁতৰ কুচক্ৰান্তৰ ফলত শিলত ঠেকা খাই চুৰমাৰ হ'বলৈ নিদিও বন্ধুসকল। আজি দেশৰ বুকুত জনতাৰ জাগৰণ হৈছে। সেই জাগৰণৰ ভেঁটিত সোণৰ কাৰেং আমি সাজিব পাৰিব লাগিব। আমাৰ অসমৰ অসমীয়া

ৰাইজ ক্লান্ত, দৰিদ্র, শিক্ষাহীন, স্বাস্থ্যহীন, সৰ্ব্বহাৰা। এওঁলোক প্ৰতি পলে-পলে ক্ষয় হ'ব লাগিছে। কিন্তু আমাৰ নেতাসকলে তাৰ বিচাৰ লোৱা নাছিল। বিচাৰ কৰিছিল মাথোন নিজৰ স্বাৰ্থ। সিহঁতে অসমীয়াৰ তেজ শুহি খাইছে। কিন্তু, আৰু কিমান দিন?

সকলো নিমাতে ব'ল। পুতুলে বুমালেৰে মুখখন মচি ভৃগু ফুকনলৈ চাই ক'লে—কাৰ্য্যনিৰ্ব্বাহক কেতিয়া দিবা?

—দিন এটা ঠিক কৰা ভাল হ'ব।

—দেৰি কৰিব নালাগে—শুভস্য শীঘ্ৰম।

সম্পাদক ভৃগুকুমাৰ ফুকনে নিজৰ ডায়েৰীখন মেলি লৈ বহুতপৰ চিন্তা কৰি ক'লে—১৭তাৰিখে কাৰ্য্য নিৰ্ব্বাহক পতা হওক।

—হ'ব।—পুতুলে লাহেকৈ ক'লে।

সৰ্ব্বশেষত পুতুলে উপস্থিত সকলোকে নিজৰ নিজৰ কাৰ্য্যৰ কথা পুণৰ সোঁৱৰাই দিলে আৰু ৰাইজক যিমান পাৰে ভিত্তিবছৰ মৰ্ম্মে অৱগত কৰাবলৈ অনুৰোধ কৰি সেইদিনালৈ তেওঁলোকে আলোচনা ভঙ্গ কৰিলে।

॥ ২৬ ॥

"নিশাৰ বেলত

স্বদেশক ভালপোৱা মই এক পলাতক।"

—ইন্দ্ৰনীলে কবিতাটো মাতি মাতি যেতিয়া মনোৰমাৰ চকুজোৰ দুয়োখন হাতেৰে মুদাই ধৰিলে—মনোৰমা চক্ খাই উঠিল। তাই হাত দুখনেৰে ইন্দ্ৰনীলৰ হাত দুখন জোৰেৰে চকুৰ পৰা টানি আনি স্থিৰ হৈ চাই থাকি ক'লে—দুষ্ট ক'ৰবাৰ, মই ইফালে চিন্তা কৰি মৰিব লাগিছোঁ।

—কোনেনো কৈছে—তোমাক চিন্তা কৰিবলৈ?

—ইস্! কোনোবাই ক'ব লাগেনে? ইফালে গোটেইখন হাঁহাকাৰ লাগিছে, নিবাৰক নিবোধ আইনত ২৮জনক গ্ৰেপ্তাৰ কৰিছে।

—তুমি হ'বলা মোকো বঙাঘৰলৈ নিলে বুলি ভাবিছিলা? নোৱাৰে, বুজিলা মনোৰমা—

বিপ্লৱ পথৰ যাত্ৰী আমি

সৰ্ব্বহাৰাৰ মুক্তিকামী

হুঁচিয়াৰ! হুঁচিয়াৰ॥

ইন্দ্রই মনোৰমাক জো[illegible]ৰ সাৱটি ধৰিলে—

—উস্ ।

—কি হ'ল ?

—ইমান জোৰেৰে ।

—অ', জোৰেৰে সাৱটি ধৰোতেই দুখ পালা হ'বলা ? লাঠিৰ আগত পৰা হ'লে ?

ইন্দ্ৰনীলে হাঁহিলে, প্ৰাণখুলি হাঁহিলে আৰু ওচৰৰ বিছনাখনতে বহি মনোৰমাৰ হাতখনত ধৰি টানি আনি ওচৰতে বহুৱাই লৈ সুধিলে—এতিয়া তোমাৰ খবৰ কি কোৱা ?

মনোৰমাই ইন্দ্ৰনীলৰ চকুলৈ চালে । তাৰ পাছত গভীৰ বিষাদেৰে ক'লে—মোৰ খবৰ কি শুনিবা ? তোমাৰ খবৰ কোৱা । ইমান দিন ক'ত আছিলা, কি কৰিছিলা ?

ইন্দ্ৰনীলে মনোৰমাৰ হাতখন নিজৰ হাতৰ মুঠিত লৈ এটা হুমুনিয়াহ কাঢ়ি ক'লে—মনো ! ইমান দিন অঘৰীৰ দৰে ঘূৰি ফুৰিছিলোঁ । আজি অ'ত, কালিলৈ ত'ত । মনত গভীৰ আস্থা আৰু মন উপচোৱা মোৰ দেশক ভালপোৱা আৰু তোমাৰ প্ৰেমেই আছিল মোৰ পথৰ সাৰথি ।

—মই সকলো বুজিছোঁ ইন্দ্ৰ । এতিয়া বাৰু এইবোৰ থোৱা , আজি কিন্তু ভাত খাই যাব লাগিব ।

—ভাত বাৰু খাম—পিছে ৰাতিটো থাকিবলৈ দিবা জানো ?

ইন্দ্ৰনীলে দুষ্টামীৰ হাঁহি এটা মাৰিলে ।

—ধেৎ, এইটোৰ একেবাৰে লাজ নাই । ৰাতি আকৌ ইযাত কিয় থাকিবা— । তোমাৰ বন্ধু প্ৰদীপ শৰ্মা আছে নহয় ?

—তাৰ মানে, মোলৈ ভয় লাগে ?

—অ'-তো । পুৰুষৰ কি বিশ্বাস আছে । ৰাতি চুৰ কৰিব পাৰা ।

—এইবাৰ ইন্দ্ৰনীলে হাঃ-হাঃ কৰি হাঁহি মনোৰমাৰ বিছনাখনতে বাগৰি পৰিল ।

—ইস্ । একেবাৰে বোকাই-চোকাই বিছনাত উঠিলা যে !!

—অ' Sorry , বোকাই-বালিয়ে, হাবিয়ে-বননিয়ে ফুৰোঁতে ফুৰোঁতে ৰীতি-নীতি একেবাৰে পাহৰিলোঁ—ব'বা, ভৰিখন ধুই আহোঁ ।

ইন্দ্ৰনীল কলৰ পাৰলৈ গ'ল । আউল-বাউল চুলি, জৰাজীৰ্ণ পাইজামা-

পাঞ্জাবীটোৱে ইন্দ্ৰনীললৈ চাই মনোৰমাৰ হৃদয়ত ব্যথা উপজিল। সিহঁতেও আন্দোলন কৰিছে, কিন্তু এই ল'ৰাহঁতৰ নিচিনাকৈ কৰিব পৰা নাই। এবা, নাৰীয়েও পূৰ্ণ গতিৰে আন্দোলন কৰিব লাগিব—হাবিয়ে-জংঘলে সিহঁতেও ফুৰিব পাৰিব লাগিব। তেজ দিব লাগিব, দৰকাৰ হ'লে মিলিটেৰীৰ লগত যুদ্ধ কৰিব পাৰিব লাগিব। ইয়াৰ বাবে প্ৰত্যেক নাৰী নৈতিকভাৱে প্ৰস্তুত হ'ব লাগিব।

—মনোৰমা!

—গামোছা খনেৰে মুখ মচি মচি ইন্দ্ৰনীলে মাতিলে।

মনোৰমা চক্ খাই উঠিল।

—কোৱা—!

—আজিহে চেঁচা পানীৰে মুখ-হাত ধুই পৰম শান্তি পাইছোঁ, তাতে আকৌ

—তাতে আকৌ কি?

—তোমাৰ ঘৰৰ পানী—!

মনোৰমাই হাঁহিলে। পানীৰে শীতল হৈ থকা হাত দুখনেৰে ইন্দ্ৰনীলে মনোৰমাৰ হাত দুখন ধৰি পুনৰ ক'লে—

"কিছু আমি কৰিনি গোপন
যাহা আছে সব আছে
তোমাৰ আঁখিৰ কাছে
প্ৰসাৰিত, অবাৰিত মন ॥

মনোৰমাই বহলকৈ চকুহাল মেলি ইন্দুৰ চকুলৈ থৰ্ হৈ চাই ৰ'ল।

—ইন্দু!

—মনো !

ইন্দুৰ বুকুত সোমাই মনোৰমাই কিছু সময় মনে মনে থাকি জীৱনটোক গভীৰভাৱে উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে। পিঠিখনত হাত বুলাই দি ইন্দুৱে ক'লে, জানা মনোৰমা,—তুমি মোৰ প্ৰেৰণা, তুমি মোৰ জীৱনীশক্তি। তোমাৰ অবিহনে মোৰ স্থিতি অসম্ভৱ।

মনোৰমাই বুকুৰ মাজৰপৰা ওলাই আহি ইন্দ্ৰনীললৈ চাই ভাবিলে—ইন্দু যেন স্বদেশ-প্ৰেমৰ এটা জীৱন্ত প্ৰতীক। অসমীয়া জাতিৰ কৃষ্টি-সংস্কৃতি আৰু অস্তিত্ব ৰক্ষা কৰিবলৈ হ'লে সমাজৰ প্ৰতিজন ব্যক্তি ইন্দ্ৰনীলহঁতৰ দৰে

স্বদেশ-প্ৰেমেৰে উদ্বুদ্ধ হ'ব লাগিব। প্ৰতিজন ব্যক্তিযে মনটো সুস্থ-সবল কৰি গঢ়িব নোৱাৰিলে দেশৰ অস্তিত্ব ৰক্ষা কৰিব নোৱাৰিব। এটা জাতীয় মনেহে এটা জাতীয় চৰিত্ৰ গঠন কৰিব পাৰিব। সেই কাৰণে মানসিক প্ৰস্তুতিৰ প্ৰয়োজন।

—কি চাই আছা মনোৰমা ? কথা কোৱা। বহুত দিন হ'ল, তোমাৰ কথা মই শুনা নাই—।

—ইন্দ্ৰ !—মনোৰমাই চকুত চাদৰৰ আঁচলখন দি উচুপি উঠিল।

—মনোৰমা, মই জানিছোঁ—তোমাৰ কি হৈছে ! তোমাৰ নিচিনা শত শত গাভৰুৰ প্ৰাণত আজি আশা-নিৰাশাৰ হেন্দোলনি উঠিছে। কিন্তু জানা মনোৰমা, আমাৰ ৰাজ্যলৈ অত্যাধিক গতিত যিদৰে বিদেশীৰ প্ৰব্ৰজন হৈছে আমি অতি সোনকালেই সংখ্যালঘুত পৰিণত হ'বলৈ আগবাঢ়িছোঁ, অৰ্থনৈতিক আৰু ঔদ্যোগিক ফালৰপৰা ক্ষতিগ্ৰস্ত হৈছোঁ।

কিছুসময় মনোৰমাই মনে মনে থকাৰ পিছত লাহেকৈ ক'লে—তুমি বহা। মই তোমালৈ জলপান আনোগৈ।

ভিতৰলৈ সোমাই যোৱা মনোৰমালৈ চাই ইন্দ্ৰনীলে ভাবিলে, মনোৰমাৰ আগৰ চেহেৰা নাই, ক্ষীণাই গৈছে, দুঃচিন্তাত চকুৰ গুৰি ক'লা পৰিছে।

চাহ-জলপান লৈ সোমাই অহা মনোৰমালৈ চাই ইন্দ্ৰনীলে পৰিৱেশটো ৰসিক কৰিবৰ কাৰণে হাঁহি মাৰি ক'লে—

মানসী ৰূপিনী ওগো বাসনা বাসিনী,
আলোক বাসনা ওগো নীৰব ভাষিণী,
পৰজন্মে তুমি কি গো
মূৰ্ত্তিমতী হয়ে
জন্মিবে মানৱ গৃহে নাৰী ৰূপ লয়ে
অনিন্দ্য সুন্দৰী ?

—মনোৰমাই চাদৰৰ আঁচলখনি দাঁতেৰে কামুৰি ধৰি জলপানৰ বাটিটো টেবুলখনৰ ওপৰত থৈ ভিতৰলৈ প্ৰায় দৌৰ মাৰিয়েই সোমাই গৈ আইনাখনৰ ওচৰত বৈ গ'ল—অনিন্দ্য সুন্দৰী—?—তাই ??

তাই হাতখনেৰে মুখখন মোহাৰি দি চকুহাল মেলি চাই দেখিলে—তাইৰ সন্মুখৰ দাপোণেদি পঁচিশটা কেঁচা বসন্ত পাৰ হৈ গুচি যোৱা এখন মৰ্মান্তিক ছবি।

—মনো—

—গৈছোঁ ।

তাই নৰালৰিকৈ ইন্দুৰ ওচৰলৈ আহিল। চাহব কাপটোত চুমুক দি ইন্দুৰে সুধিলে—মই দিয়া চিঠিখন তুমি পাইছিলা ?

—অঁ,—পাইছিলোঁ।

—মইনাজান চাপৰিব অৱস্থা ভালেই। মই নিজে নগ'লেও খবৰ পাইছোঁ। তাত হিন্দু, মুছলমান সকলোৰে মিলেৰে আছে। মাহঁতৰ ঘৰতে বহু কথা-বতৰা পাতি থাকোঁহি। মাব গা তেতিয়া ভালেই। ভাইটি ক'ত ? সি ঘৰত নাথাকে নেকি ?

—ঘৰত নাথাকে। অনবৰতে হস্পিতেলতে থাকে। বীণা বাইদেউহঁতৰ লগত আহতসকলৰ শুশ্ৰূষাত ব্যস্ত।

—অঁ,—আমাৰ শহীদৰ সংখ্যা দিনক দিনে বাঢ়ি গৈছে। আৰু যে কিমান হ'ব তাৰ ঠিকনা নাই। ইফালে পঞ্চম বাবৰ কাৰণেও আলোচনা ব্যৰ্থ।

—সকলো গম পাইছোঁ।

—৩এপ্ৰিলৰ পৰা ১০এপ্ৰিল তাৰিখলৈকে হোৱা গণ-সত্যাগ্ৰহত তুমি যোগ দিছিলা নে নাই ?

—কিয় নিদিম ? চৰকাৰী নিৰ্দেশ অমান্য কৰি ৰাজ্যিক আৰু কেন্দ্ৰীয় সকলো কৰ্মচাৰীয়ে সত্যাগ্ৰহত জঁপিয়াই পৰিছিল। তদুপৰি, তেল-অৱৰোধ আন্দোলনলৈকে সকলো মহিলা আগবাঢ়ি গৈছিল।

—৫এপ্ৰিলৰপৰা অসমৰ ৰাজ্যপালে 'অশান্ত অঞ্চল' ঘোষণা কৰিছে।

—ঘোষণা কৰিলে কি হ'ব ? এনে অপ্ৰযোজনীয় আদেশ প্ৰত্যাহাৰৰ বাবে বহুতো সংগঠনে আবেদন জনাইছে। বিশিষ্ট ব্যক্তি—সৰ্বশ্ৰী মহেন্দ্ৰ বৰা, চন্দ্ৰ পাঠক, ডঃ জগদীশচন্দ্ৰ মেধি, ডঃ কণকচন্দ্ৰ বৰুৱা, ৰমেশচন্দ্ৰ চৌধুৰী, খনিন্দ্ৰচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ বৰুৱা, কুমুদনাথ শৰ্মা, ডঃ কাশীনাথ শৰ্মা, ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ডঃ নগেন শইকীয়া, যোগেশ দাস, মহিম বৰা আৰু ডঃ নিৰ্মলপ্ৰভা বৰদলৈ—এই সকলেওতো প্ৰত্যাহাৰ কৰিবলৈ আবেদন জনাইছে। নগাৱঁৰ পুষ্পেন্দ্ৰ চুবেদাৰৰ সত্যাগ্ৰহ কৰিবলৈ আহি দুৰ্ঘটনাবশতঃ মৃত্যু হৈছে।

—বৰ দুখ লাগে ইন্দু ।

—কি কৰিবা মনো। আৰু যে কিমান তেজ দিব লাগিব ।

—তাৰোপৰি ইন্দ্ৰ, সত্যাগ্ৰহত যোগদান কৰিবলৈ অহা কাৰণে ২০জন চৰকাৰী বিষয়াই গ্ৰেপ্তাৰ বৰণ কৰিবলগা হৈছে।

—১২এপ্ৰিলত প্ৰধান মন্ত্ৰী আহোতে তুমি ক'ত আছিলা ?

—ক'ত থাকিবা ? ঘৰত। তেওঁতো '৭১চনকে ভিত্তি বছৰ হিচাবে দোহাৰি গ'ল।

—এৰা, সকলো ফালেই উপায় নোহোৱা হৈছে। গতিকে আন্দোলন পুনৰ চলিব।

ইন্দ্ৰনীলে ভৰি-হাত মেলি পুনৰ বিছনাখনত শুই দিলে। কিছু সময় বিছনাখনতে মনে মনে পৰি থাকি ইন্দ্ৰই আকৌ ক'লে—১৭এপ্ৰিলৰ দিনা খগেন ভড়ালীৰ মৃত্যু হৈছে। তাৰোপৰি ২০এপ্ৰিল তাৰিখে প্ৰফুল্লকুমাৰ মহন্তৰ বিৰুদ্ধে গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰিছে।

—আমি গম পাইছোঁ ইন্দ্ৰ, তাৰোপৰি ১৯এপ্ৰিলত ভৃগু ফুকন, নিবাৰণ বৰা, অতুল বৰা, নগেন হাজাৰিকাক গ্ৰেপ্তাৰ কৰা হৈছে।

—ভয় নাই মনোৰমা,—একো ভয় নাই। এতিয়া আৰু আমাক কোনেও ভেঁটা দি ৰাখিব নোৱাৰে। ৭৮জন চৰকাৰী চাকৰিয়াল নিলম্বিত হৈছে যদিও চাকৰিয়াল সকলৰ মনৰ উদ্যম কমাব পৰা নাই। সকলো চৰকাৰী চাকৰিয়ালে নিজৰ চাকৰিৰ মোহ এৰি ৰাজপথলৈ ওলাই আহিছে। সত্যাগ্ৰহত অলেখ আবাল-বৃদ্ধ-বণিতাই লাঠীৰ কোব খাইছে। আনকি সেই লাঠীৰ কোবৰ পৰা নিৰ্মলপ্ৰভা বৰদলৈও সাৰিব নোৱাৰিলে। আমাৰ ডেকাশক্তি অসমী আইৰ চেনেহত এনেদৰে উত্তাৱল হৈ পৰিছে যে, ২৩এপ্ৰিলত চান্দ্‌-মাৰীত হোৱা গণ-অৱস্থানত মঙ্গলদৈৰ সংগ্ৰামী যুৱক শ্ৰীদুলাল শৰ্মাই ব্লেডেৰে নিজৰ বুকু ফালি কেঁচা তেজেৰে লিখি দিছিল—"তেজ দিম, তেল নিদিও"।"

—সেই দিনাইতো উত্তৰ শালমৰাৰ ছাত্ৰ স্বেচ্ছাসেৱক খৰ্গেশ্বৰ ৰায়ৰ ট্ৰাকৰ ড্ৰাইভাৰৰ হাতত মৃত্যু হৈছে।

—এৰা, মনোৰমা। সেইদিনাই খৰ্গেশ্বৰ ৰায়ৰ মৃত্যু হৈছিল আৰু বৰ-শিঙাৰ দিনা মৃত্যুবৰণ কৰিলে ৯বছৰীয়া পুণ্যলতাই। তাৰোপৰি, সেই একোটা দিনতে চাবুৱাৰ হিলৈধাৰী গাৱঁৰ প্ৰফুল্ল গোহাঁইৰ পুত্ৰ ১২বছৰীয়া সুভাষ গোহাঁইৰ আৰু তিনিচুকীয়াৰ ২৮বছৰীয়া মুনীন্দ্ৰ গোঁহাইৰ মৃত্যু হৈছে। মুনীন্দ্ৰ গোহাঁই বিবাহিত আছিল।

—বিবাহিত ?

—অঁ মনো, বিবাহিত। তেওঁৰ পত্নীৰ লগতে ২½ বছৰীয়া জীয়েক আৰু ছ-মহীয়া কেঁচুৱাটোও এৰি থৈ গৈছে। বিধৱা সাজ জোৰ পিন্ধি ৺গোহাইঁৰ পত্নী যেতিয়া আমাৰ ওচৰলৈ আহিছিল তেতিয়া আমাৰ মুখত সান্ত্বনাৰ বাণী নাছিল···।

মনোৰমাৰ হাত দুখন ইন্দ্ৰনীলে আবেগেৰে সাৱটি ধৰি উত্তেজনাত কঁপি উঠিছিল।

মনোৰমাই একো ক'ব নোবাৰি মাত্ৰ উচুপিছিল।

—নাকান্দিবা মনো। তোমালোকে এতিয়া কান্দিলে নহ'ব। তোমালোকৰ মন এতিয়া বান্ধিব লাগিব। কোমল অন্তৰৰ ঠাইত বজ্ৰৰ দৰে কঠিন হ'ব লাগিব। 'কৰিম বা মৰিম' বুলি আগুৱাই যাব লাগিব তোমালোক।

—যাম ইন্দ্ৰ, যাম। কোৱা, মই কি কৰিব লাগিব।

ইন্দ্ৰই তাইক সাৱটি ধৰি আবেগেৰে ক'লে—লাগিব, বহুত কাম কৰিব লাগিব মনোৰমা। তোমালোক মাত্ৰ সাজু হোৱা। মই যাওঁ মনো— বহুত দেৰি হ'ল। নহ'লে প্ৰদীপহঁত শুই থাকিব।

—কিয় ভাত নোখোৱা নেকি ?

—অ'—ভাত, নালাগে মনো। দেৰি হ'ব, মই যাওঁ—ভাত পিছত এদিন খামহি।

বিছনাৰপৰা উঠি ইন্দ্ৰ ঠিয় হ'ল আৰু দুৱাৰ খুলি নিশাৰ জিলি-মিলি পোহৰত কলং নদীৰ পাৰৰ আলিয়েদি খোজ দিলে।

চকুপানী মচি মনোৰমাই ইন্দ্ৰ যোৱাৰ ফালে চাই ভাবিলে—

কেতিয়া আহিব বাৰু সেই
নতুন দিন—
যিদিনা মই দেখা পাম
তেওঁৰ হাতত
এক আলোক বৰ্তিকা ॥



৭

প্ৰদীপহঁতৰ ঘৰত লাইট জ্বলি আছিল। ইন্দ্ৰনীল সোমাই গ'ল। পদূলিমূখত থকা বকুল জোপাৰ গোন্ধটোৱে তাক অকণমান সময়ৰ কাৰণে হ'লেও বিব্ৰত কৰি তুলিলে। প্ৰদীপে ইমান দিনৰ পিছত ইন্দ্ৰক পাই সাৰ্বটি ধৰিলে।

—ইন্দ্ৰ, কিমান দিনৰ মূৰত তোক পাইছোঁ, অথচ একো কথা পাতিব নোৱাৰোঁ। আজি বহুত দিনৰপৰা আমাৰ ঘৰত কোনো শব্দ পৰা নাই। ইন্দ্ৰ, অয়ো আমাৰ ঘৰত শব্দ নালাগে। তই মাহীদেউৰ ঘৰলৈকে যা—কালিলৈ কথা হ'ম।

—মই তেনেহ'লে আহিলোঁ প্ৰদীপ।

ইন্দ্ৰ য়োৱাৰ ফালে চাই প্ৰদীপে এটা হুমূনিয়াহ কাঢ়িলে। সিওতো আজি তাৰ ঘৰত শব্দ নোৱাৰে। সি কোনি যাব কোনেও ক'ব নোৱাৰে। সিও ঠিক কৰিব পৰা নাই।

বহুতপৰ পদূলিমূখত বৈ থাকি প্ৰদীপ পূনৰ ভিতৰলৈ সোমাই গ'ল। তাৰ শূকোন মূখলৈ চাই মাকে কৰূণভাৱে সূধিলে—

—এতিয়া ক'লৈ যাবি ?

—তুমি চিন্তা নকৰিবা মা।

—প্ৰদীপে কথাষাৰ কৈ বাহিৰলৈ পূনৰ ওলাই গ'ল।

ইন্দ্ৰনীল গৈ-পূনৰ কুসূম বাইদেউহঁতৰ ঘৰ পালেগৈ।

—নৰেশ্বৰ আছানে ?

—অ'—আহক, আহক।

নৰেশ্বৰে দূৱাৰখন খূলি ইন্দ্ৰক দেখি আচৰিত হ'ল—অ' আপূনি। ইস্ ইস্, ইমান দিন ক'ত আছিল ? আমি আকৌ চিন্তা কৰিহে আছিলোঁ—।

—কি কৰিবা নৰেশ্বৰ। অঘৰী মানুহ যেতিয়া।

—আহক আহক, ভিতৰলৈকে আহক, বাহিৰত নাথাকিব। পিছে ভাত খালেনে নাই ?

—ক'ত খাবা ?

—এবা, মই জানো নহয়। সদায় সেই কাৰণে অলপ বেছি কৰিয়েই ৰান্ধি থওঁ। আইদেউ, অ' আইদেউ,—চাওকহিচোন—কোন আহিছে।

কুসুম মাহী ওলাই আহি ইন্দ্রক দেখি আচৰিত হৈ সুধিলে—তুমি ভালে আছাতো ইন্দু ? আমাৰ আক' বৰ চিন্তা লাগিছিল।

—মই নিৰাপদেই আছো মাহীদেউ। ইয়াত সকলোৱে ভালনে ?

—ভালনো কি বুলি ক'বা। চাৰিওফালে হাহাকাৰ লাগিছে। পিছে, ভাত খালানে নাই ?

—নাইখোৱা মাহীদেউ।

কুসুম মাহীয়ে নৰেশ্বৰক সোনকালে ভাত দিবলৈ কৈ ইন্দ্ৰলৈ চাই সুধিলে—

—এতিয়া খবৰ কোৱাচোন।

ইন্দ্ৰই এফালৰপৰা মহতিয়াই খবৰবোৰ ক'লে—তাৰ পিছত ১মে' তাৰিখে আকৌ নিহত হ'ল আশুতোষ দেৱনাথ। শ্ৰীদেৱনাথ বাংলাভাষী হ'লেও ভাষাৰ ক্ষুদ্ৰ পৰিধি ভেদ কৰি অসম মাতৃৰ হকে আগবাঢ়ি আহিছিল আৰু সমন্বয়ৰ আদৰ্শ আগত ৰাখি মৃত্যুবৰণ কৰিছিল।

কথাবোৰ কুসুম মাহীয়ে কাণ পাতি শুনি কৈছিল—সকলো জানিছোঁ ইন্দু, সকলো জানিছোঁ। ২মে' তাৰিখে জানো ডুমডুমাৰীচকীৰ 'পথ-অৱৰোধ' কৰি থাকোতে বাঁহ-বেত চুৰ কৰি নিয়া ট্ৰাকখনে ইচ্ছা কৰি খুন্দিয়াই পেলাই থৈ যোৱা স্বেচ্ছাসেৱকসকলৰ ভিতৰত নবীন ডেকা আহত হোৱা নাছিল জানো ?

—হৈছিল মাহীদেউ। আমি গৈ সেইখিনি পাওঁতে দেখিছিলোঁ ডুমুনীচকীৰ ওচৰৰ বাথান গাওঁ লোকে লোকাৰণ্য। আহত নবীন ডেকাই ডাক্তৰ আৰু নাৰ্চসকলৰ অশেষ চেষ্টাৰ মুৰত চেঁচা পানী ঢালি ৮মে' তাৰিখ বৃহস্পতিবাৰে শেষ নিশ্বাস ত্যাগ কৰিছিল। শ্ৰীডেকা আছিল ডুমুনীচকীৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ দশমমান শ্ৰেণীৰ ছাত্ৰ। আমি গৈ দেখিছিলোঁ—দুৰ্ভিক্ষৰে জৰ্জৰিত এটি পৰিয়াল,—দুৰ্দশা নামৰ পিশাচটোৰ লগত টনা-আজোৰা কৰি কংকালসাৰ হৈ পৰা তেওঁৰ মাক-বাপেক, তিনিজনী ভনীয়েক আৰু দুজন ভায়েকৰ ভাবাক্ৰান্ত ক্ৰন্দনকাতৰ মুখ।

আমি উভটি আহিবৰ সময়ত সিহঁতৰ চকুৱে-মুখে আমালৈ চাই যেন প্ৰশ্ন কৰিছিল—'আমি সোণৰ অসম গঢ়ি দিয়া দেখা পামনে ককাইদেউ ?'

—এৰা ইন্দু, এইখন কি হৈগৈ বুজিব পৰা নাই। আমাৰ উঠি অহা ল'ৰাবোৰ এইদৰে মৰি মৰি শেষ হ'ব দেখোন! হে ভগৱান! তুমি কি চাই আছা—আমিতো অন্যায় কৰা নাই! আমাৰ নায্য দাবীৰ কাৰণেহে যুঁজিছোঁ!

—কুসুম মাহীৰ কথাবোৰ শুনি শুনি ইন্দু চকীখনতে গা-হেলন দি বহিল। কুসুম মাহীয়ে আকৌ সুধিলে—আমাৰ আন্দোলনৰ নেতা কোনে কোনে জেল খাটিছে ইন্দু ?

—ভৃগু ফুকন, অতুল বৰা, নিবাৰণ বৰা, খনিন্দ্ৰ বৰা, নগেন হাজৰিকা, নৃপেন গোস্বামী, প্ৰণৱ দাস, আটিকুৰ জামান আৰু বহুতো মাহীদেউ, তাৰ লেখ দিব নোৱাৰি।

—হয় নেকি ? উস্ ! সিহঁতক বা কি গতি কৰিছে ইন্দু !

—একো কৰিব নোৱাৰে মাহীদেউ, একো কৰিব নোৱাৰে।

কথাৰ মাজতে নৰেশ্বৰে মাত লগালেহি—

— ভাত দিছোঁ, বাইদেউ !

—যোৱা ইন্দু, ভাত কেইটা খাই লোৱা। ১টা বাজি গ'লেই। তুমি ভাত খাই শুবা। মই বিছনাত পৰো।

—যাওক মাহীদেউ। এইখনতো আমাৰেই ঘৰ, আমি নিজে কৰি ল'ব পাৰিম। আপুনি আৰু কিমান কষ্ট কৰিব।

—কিনো কষ্ট বোপাই। ল'বাৰ কাৰণে মাক বিলাকে কষ্ট নকৰিলে কোনে কৰিব ?

—কথা কৈ কৈ কুসুম মাহী ভিতৰলৈ যাবলৈ ওলাওঁতেই পিছফালৰ পৰা প্ৰভাত আৰু অতুল মেধি সোমাই আহিল। সিহঁতে আহিয়েই ইন্দুক দেখি আচৰিত হ'ল। ওচৰত বহি লৈ ক'ব পৰা আহিল, কেনেকৈ আহিল—বিতং বতৰা ললে। ইন্দুৱে অসমৰ চাৰিওফালে ঘূৰি ফুৰা সকলো খবৰ দি শেষত সুধিলে—এতিয়া ক, তহঁতৰ কাম কেনে চলিছে ?

—কেনেকৈ চলিব আৰু , দিনক ৰাতি—ৰাতিক দিন ।

—বাৰু বাৰু হ'ব। কামপুৰৰ গুলী চালনা কেনেকৈ হ'ল অ' ?

—কি কবি আৰু। কামপুৰ বেলষ্টেচনত কামপুৰ ছাত্ৰসন্থাৰ নেতৃৱৃন্দই শান্তিপূৰ্ণভাৱেই পিকেটিং চলাই আছিল। কিন্তু ৫তাৰিখে ২৭নম্বৰ উজনিমুৱা ৰেলখনৰ পৰা ষ্টেনগান আৰু ৰাইফলেৰে চি আৰ. পি বাহিনীৰ দুজন লোকে পিকেটিংকাৰীৰ ওপৰত গুলীচালনা কৰে। ৯জন পিকেটিংকাৰী গুৰুতৰভাৱে আহত হয়।

—আহত সকল ?

—হচ্পিটেলত।

—শুশ্ৰূষা ?

—আমাৰ মহিলাসকলে, বিশেষকৈ কছলুখোৱা সংগ্ৰাম পৰিষদে দায়িত্ব লৈছে।

—'হুঁ !'—ইন্দুৱে এটা হুমুনিয়াহ কাঢ়িলে।

—বাৰু, এতিয়া তই কচোন—'সংকল্প দিৱস'ৰ দিনা গুৱাহাটীত আছিলিনে নাই ? সেইদিনা মই গোঁসাইগাৱঁৰ আশুতোষ দেৱনাথৰ ঘৰলৈ গৈছিলো অ' প্ৰভাত। আশুতোষ আছিল গোৱালপাৰা জিলাৰ এটা গুৰুত্ব-পূৰ্ণ অঞ্চলৰ সংগ্ৰামী যুৱক। কিন্তু কি হ'ব । আশুতোষে আমাক এৰি গুছি গ'ল— ।

—তহঁত গুৱাহাটীলৈ গৈছিলি নে নাই ?

—গৈছিলোঁ। সেইদিনা ৰাইজৰ উৎসাহ-উদ্দীপনা দেখি আমি আপ্লুত হৈছিলোঁ। ক'ব নোৱাৰাকৈ মানুহবোৰ সংকল্প শিখাৰ লগে লগে গৈ আছিল। আনকি ছোবালীবোৰো ২৫/৩০ মাইল ক'ব নোৱাৰাকৈয়ে খোজকাঢ়ি গৈ আছিল। ভীমকান্ত গোহাঁঞে চৈখোৱা ঘাটত ১মে' তাৰিখে এই শিখা প্ৰজ্বলন কৰিছিল।

—এৰা, মই হে থাকিব নোৱাৰিলো। শুনিছোঁ, জৰ্জ খেলপথাৰ লোকে লোকাৰণ্য হৈছিল। চন্দ্ৰমোহন পাটোৱাৰীৰ উদাত্ত কণ্ঠৰ ভাষণে মানুহক আপ্লুত কৰিছিল,—হয়নে প্ৰভাত ?

—হয় ইন্দু, বৰ সুন্দৰ ভাষণ দিছিল।

—প্ৰভাত, মোৰ বৰ টোপনি ধৰিছে অ'। পোন্ধৰদিন মান টোপনি নাই।

—অ'—তই ভাত খাই শুই থাক।

সিহঁতৰ কথা শুনি কুসুম মাহী বিছনাৰ পৰা উঠি আহিল।

—কিয় উঠি আহিল মাহীদেউ ? —ব্যতিব্যস্ত হৈ প্ৰভাতে সুধিলে।

—ইস্। ভাল কথা কৈছ। তহঁতে নোখোৱা-নোবোৱাকৈ বহি থাকিবি আৰু মই শুই থাকিম, এনে কথা হ'ব পাৰেনে ?

—কথা কৈ কৈ মাহীদেৱে সিহঁতক ভাত উলিয়াই দিলে। তিনিওটাই আপোনমনে ভাতৰ পাতত বহি খোৱাত ব্যস্ত হৈ পৰিল। হঠাতে দুৱাৰত টোকৰ পৰিল। মাহীদেৱে দুৱাৰ খুলি দেখিলে—পৰোজ আৰু শঙ্কৰ।

—কি হ'ল পৰোজ ?

—মাহীদেউ, কোনোবা আছে নেকি ? আছে যদি যাবলৈ দিয়ক—পুলিচ আহিছে , অকল পুলিচেই নহয—'আৰ্মি", 'আৰ্মি' ।

—অ'—আমি যাওঁ—'আৰ্মি" আহিছে—বেগতে ।—মাহীদেউ দৌৰি ভিতৰ পালেগৈ । ভাতৰ টেবুলৰ ভাত তাতে এৰি সিহঁত পিছফালে কলং পাৰলৈ দৌৰিলে । তিনিওটাই কলং পাৰৰ ওখ গঢ়া এটাৰ আঁৰ লৈ পেট পেলাই শুই পৰিল আৰু দীঘল দীঘল উশাহ ললে ।

—সেইয়া শুনিছনে ইন্দু

—অঁ, অঁ—শুনিছোঁ প্ৰভাত,—এইফালেই আহিছে । চুপ, লৰ-চৰ নকৰিবি ।

তিনিওটাই কঁপিছিল আৰু ঘামিছিল । সিহঁতে শুনিছিল—কেইবা-জোৰো বুট জোতাৰ শব্দ সিহঁতৰ ফালেই যেন আগুৱাই আহিছে ।

—'হয়, হয , আহিছে—আহিছে ।'

সিহঁতে চকু মুদি দিছিল আৰু মাটিৰ লগত মিলি যাবলৈ আপ্ৰাণ চেষ্টা চলাইছিল ।

॥ ২৮ ॥

বীণা বৰাই বিষণ্ণ মনেৰে নগাঁও শ্বহীদ ভৱনৰ পৰা ওলাই আহিল। কালিলৈ ২৬মে', ঈদগাহ পথাৰত সংখ্যালঘুৰ নামত বিদেশীলোকেৰে এখন সভা অনুষ্ঠিত হোৱাৰ কথা আৰু তাৰ পৰা তেওঁলোকে শোভাযাত্ৰা কৰি নগাঁও চহৰৰ মাজেৰে গৈ উপায়ুক্তৰ ওচৰত স্মাৰক-পত্ৰ প্ৰদান কৰিব । এই কাৰ্য্য যাতে সংঘটিত হ'ব নোৱাৰে আৰু যিকোনো উপায়ে তাক বাধা প্ৰদান কৰিব পাৰি তাৰ ব্যৱস্থা কৰিবলৈ বাছলুখোৱা আঞ্চলিক গণ-সংগ্ৰাম পৰিষদৰ কৰ্ম-কৰ্তাসকলক দায়িত্ব অৰ্পণ কৰা হৈছে ।

বীণা বৰাই পোনে পোনে গৈ বাবুল থাচগিৰৰ ঘৰত সোমালগৈ । বাবুল বাছলুখোৱা আঞ্চলিক গণ-সংগ্ৰাম পৰিষদৰ সক্ৰিয় সদস্য । বীণা বাইদেৱে বাবুলক কথাটো কোৱাৰ লগে লগে বাবুলে আচৰিত হৈ সুধিলে—হয় নেকি বাইদেউ ? এনে কাম কেতিয়াও হ'বলৈ দিব নোৱাৰি । পবিত্ৰ ঈদগাহ

পথাৰত কোনো ধৰণৰ ৰাজনীতি চলিব নোৱাৰিব, আপুনি যাওক সকলোকে কওকগৈ, আমিও ওলাইছোঁ।

মনৰ গভীৰ উৎকণ্ঠা লৈ বীণাই যেতিয়া সদস্য সকলক কথাটো অবগত কৰে তেতিয়া সন্ধিয়া ৫টা বাজিছে। মাত্র ৰাতিটোহে বাকী। বীণাই আনোৱাৰা বাইদেউ, ইফ্‌তিকাৰ্ মনচুৰ্, হবিবুৰ, সোণ, মণ্টু উকিলক কোৱাৰ লগে লগে সকলোৱে জাগোৰ খাই উঠিল। বাছলুখোৱা আৰু মৰিকলঙৰ সমূহ বাইজ, জীয়াৰী-বোৱাৰী সকলে ২৬মে' তাৰিখে ঈদগাহ ঘেৰাও কৰি ৰাখিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল—আৰু গোটেই নিশা ঘৰে ঘৰে প্ৰচাৰ কাৰ্য্য চলোৱা হ'ল।

ৰাতিপুৱা বতৰ ডাৱৰীয়া হৈ আছিল। কিণ্‌কিণিয়া বৰষুণত তিতি হিন্দু-মুছলমান জাতি-বৰ্ণ নিৰ্বিশেষে জীয়াৰি-বোৱাৰী, বাই-ভনী সকলে ঈদগাহ ঘেৰাও কৰি ৰাখিলে—যাতে কোনো বিদেশীয়ে আহি পবিত্ৰ ঈদগাহত মিটিং পাতিব নোৱাৰে।

সময়বোৰ আগবাঢ়িল। ১০ বজাৰ লগে লগে সংখ্যালঘুৰ নামত ভাড়া কৰি অনা বিদেশীলোকৰ শোভাযাত্ৰা আহি ঈদগাহ পথাৰ পালেহি। মানুহৰ উৎকণ্ঠাৰ সীমা চেৰাই গ'ল। মানসিক উত্তেজনাত যাতে কোনো অঘটন নঘটে তাৰ কাৰণে কৰ্ম-কৰ্তাসকল তৎপৰ হৈ থাকিল। সৰ্ব্বশেষত ঈদগাহ পথাৰত বিদেশীদল সোমাব নোৱাৰিলে। বৰষুণত তিতি-বুৰি জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্বিশেষে ঈদগাহ পথাৰ ঘেৰাও কৰি থকা জীয়াৰি-বোৱাৰী সকলে এবাৰলৈ হ'লেও বিদেশীসকলক সোঁৱৰাই দিলে ঃ এইযা আমাৰ ঈদগাহ পথাৰ,—ইয়াত পবিত্ৰ নামাজ হয়। পবিত্ৰ নামাজৰ ধ্বনিয়ে এই অঞ্চলটো যেতিয়া মুখৰিত কৰে তেতিয়া হিন্দুৰ ঘৰে ঘৰে থাপনাত বন্তি জ্বলায়, পদূলীমুখলৈকে ধূপ-ধুনাৰ গোন্ধে গাৱঁৰ আলিবাট আমোল-মোলাই তোলে। এই পবিত্ৰ ঈদগাহ পথাৰত কোনো ৰাজনৈতিক ছত্ৰছায়া পৰিব নোৱাৰে।

সন্ধিয়ালৈকে ঈদগাহ পথাৰ ঘেৰাও কৰি সফল সামৰণি পেলাই বীণাই স্বস্তিৰ নিঃশ্বাস পেলালে।

কৃতকাৰ্য্যতাৰ আনন্দত সকলো উৎফুল্ল হৈ ঘৰলৈ উভতিল।

নিশা ঘৰলৈ আহি ক্লান্ত হৈ পৰিছিল বীণা বাইদেউ। অকস্মাৎ জীৱনৰ মাতত দুৱাৰ খুলি বীণা আচৰিত হ'ল।

—কি হ'ল জীৱন ?

—সৰ্ব্বনাশ হ'ল বীণা বাইদেউ। মনোৰমা বাইদেউৰ দেউতাকক বোলে কোনোবা দুৰ্বৃত্তই ধৰি নিলে।

—হাঁ। —বীণাই থৰ্ লাগি জীৱনলৈ চালে।

—অঁ বাইদেউ, আপুনি এতিয়াই তালৈ যাওক। আমি চিওলৈ যাওঁ।

বীণাই তৎক্ষণাৎ কাপোৰ-কাণি পিন্ধি জীৱনৰ লগতে মাৰ্জানিশা মনোৰমাৰ ঘৰলৈ বুলি ওলাই গ'ল। মনোৰমাৰ পদূলীমুখত বীণাক নমাই থৈ জীৱনহঁতৰ জীপখন আন্ধাৰত মিলি গ'ল।

বীণাই ভিতৰলৈ সোমাই দেখিলে, মনোৰমাই কান্দি আছে—মাজে মাজে মা-মা বুলি কান্দিছে, চিঞঁৰিছে।

বীণাই মনোৰমাক বুজাবলৈ চেষ্টা কৰিলে—মনো, ধৈৰ্য্য ধৰচোন, জীবনহঁত গৈছে যেতিয়া আচল খবৰটো নিশ্চয় আনিব। আৰু মাকো সিহঁতে লৈ আহিব।

মনোৰমাই চকু মচি বীণাৰ কোলাত মূৰটো থৈ উচুপি উচুপি ক'লে —সিহঁতে বাৰু দেউতাক কি কৰিলেগৈ—?

বীণাই একো মাতিব নোৱাৰি মনোৰমাৰ মূৰটো কোলাত তুলি লৈ চুলি বিলাকত হাতফুৰাই দিলে।

নিশা আগবাঢ়িল। নিশাৰ অন্ধাৰ নেওচি ওচৰৰ জীয়াৰি-বোৱাৰী সকল আহি মনোৰমাৰ ঘৰ ভৰি পৰিল।

হঠাতে হুৰ্-মুৰ্কৈ ভাইটি সোমাই আহিল আৰু বায়েকৰ গাৰ ওপৰত পৰি চিঞঁৰি উঠিল—বীণা বাইদেউ—। —দুয়োটাৰ উচুপনিত ঘৰটোৰ বায়ুখিনি যেন বেদনাসিক্ত হৈ পৰিল।

সেইখিনি সময়তে দুৱাৰত কাৰোবাৰ হাতৰ শব্দ শুনা গ'ল। বীণাই দুৱাৰ খুলি আচৰিত হ'ল—পুলিচ।

বীণাই গৰ্জি উঠিল—আপোনালোকক কি লাগে?

—ইয়াত শঙ্কৰ আৰু পৰেজ আছে, আমাক উলিয়াই দিয়ক।

—কি? —বীণাই এইবাৰ ইৰ্তিকিং কৰি ক'লে—কথা ক'বলৈ ঠাই নাপালে, ইফালে এইখন ঘৰত এজন বাপেক নিৰুদ্দেশ হৈছে আপোনালোক আহিছে লৰা ধৰিবলৈ, যাওক দুৰ্বৃত্তক ধৰকগৈ।

এইখিনি সময়তে ৰেখা, বাবুলহঁত আহি সোমালহি। ৰেখাই খঙেৰে সুধিলে—কি হ'ল বীণা, পুলিচৰ দেখোন ভিৰ?

—চাচোন ৰেখা, ইহঁত ইয়াত ল'ৰা ধৰিবলৈ আহিছে।

—ইস্ Duty—ৰেখাই খঙেৰে ক'লে—আপোনালোক অসমীয়া মানুহ নহয়নে? আপোনালোকৰ গাত লেশমানো অসমীয়াৰ তেজ নাইনে? মাতৃভূমিৰ প্ৰতি অকণো অনুকম্পা নাইনে? আপোনালোকৰ টুপি খুলি পেলাওক—অসমীয়া অফিচাৰ হৈ নিজৰ দেশতে বদন সাজি নিজৰ ল'ৰাকে ধৰি নিবলৈ লাজ নালাগে। গুচি যাওক ইযাৰ পৰা।

ৰেখাৰ কথাত পুলিচ অফিচাৰজনে একো মাতিব নোৱাৰি লাহে লাহে পদূলীমুখলৈ ওলাই গ'ল।

ৰেখাই দুৱাৰখন জোৰেৰে বন্ধ কৰি ক'লে—ইস্ বৰ পুলিচ চালাকি দেখুৱাইছে—তিৰোতাৰ বুদ্ধিৰ ওচৰত পুলিচৰ দৌৰা-দৌৰী।

ইতিমধ্যে মনোৰমা প্ৰতিকৃষ্ঠ হৈ উঠিছিল। বাতি পুৱাবলৈ আৰু বেছি সময় নাই। সিহঁতৰ পদূলীত গাড়ী এখন ৰোৱাৰ শব্দ শুনা গ'ল। গাড়ীৰ পৰা মনোৰমাৰ মাকক ধৰি ল'ৰা কেইজনমানে ভিতৰলৈ আনিলে। অকণমান ভাইটিটোৱে মাকৰ আঁচলত ধৰি উচুপি উঠিল। মনোৰমাক দেখি মাকে চিঞৰি উঠিল—নাই অ'—সিহঁতে ধৰি নিলে অ'—ধৰি নিলে।

মনোৰমাৰ মাকে চিঞৰি-চিঞৰি মাটিত বাগৰি-বাগৰি কান্দিলে। নিমিষতে মনোৰমাহঁতৰ পদূলীমুখ লোকে লোকাৰণ্য হ'ল।

মনোৰমাৰ বাপেক বাপীৰাম শইকীয়াক বোলে কোনোবা বিদেশী দুৰ্বৃত্তই ধৰি নিলে।

॥ ২৯ ॥

২৬মে' তাৰিখে একো কৰিব নোৱাৰি সংখ্যালঘুৰ নামত বিদেশী সমৰ্থক গোষ্ঠীবিলাকে ২৭মে' তাৰিখে থলুৱা লোকক আক্ৰমণ কৰে। নগাঁও, ঢিং, চামগুৰি, বৰপেটা ৰোড, উত্তৰ শালমৰা, বিজনী, বঙ্গাইগাঁও, অভয়াপুৰ আদি ঠাইত ব্যাপক অগ্নিকাণ্ড হয। নগাঁও জিলাৰ বুপেহী, দগাও, জুৰিযা আদি ঠাইত গুলীচালনা হয়।

পুতুলৰ দেউতাকে কাগজখন পঢ়ি হুমুনিযাহ কাঢ়িলে। বিছনাৰ ওপৰতে কাগজখন থৈ উঠি আহিল মহন্তচাৰ। বাহিৰৰ বাৰাণ্ডাখনতে তেওঁ চিন্তান্বিত

হৈ বহি থকা দেখি পত্নী লক্ষীদেৱীয়ে ওচৰলৈ আহি সুধিলেহি—আজি দেখোন বৰ চিন্তা কৰি আছে ? কিবা খবৰ পাইছে নেকি ?

বহুতপৰ মনে মনে থকাৰ পাছত মহন্তই ঘৈণীয়েকলৈ চাই ক'লে—পুতুলকে ধৰি কেইজনমান শীৰ্ষস্থানীয় নেতাক আত্মসমৰ্পণ কৰিবলৈ চৰকাৰে নিৰ্দ্দেশ দিছে।

—ইস্, আপুনি আৰু ভাল। চৰকাৰে নিৰ্দ্দেশ দিলেই আমাৰ লৰাহঁতে কিবা আত্মসমৰ্পণ কৰিবনে ?

লক্ষীদেৱীয়ে কথা কেইটা কৈ স্থিৰ হৈ থকা দেখি মহন্তই পত্নীৰ ফালে চাই ক'লে—অ' মই আকৌ ভাবিছিলোঁ তুমি ছাগৈ কথাষাৰ শুনি বেজাৰ কৰিবা।

—কিয় বেজাৰ কৰিম ? এতিয়া আৰু সি কিবা মোৰ ল'ৰা হৈ আছে নে ? সি এতিয়া ৰাইজৰ ল'ৰা আৰু গোটেই ৰাইজৰ ল'ৰাবোৰ মোৰ।

—বেচ্ টো। তোমাৰ মুখত এনে কথা শুনি আজি মোৰ নিজকে ধন্য যেন লাগিছে। বৰ্ত্তমান আমাৰ অসমৰ মাতৃজাতিৰ এনে সাহস আৰু আদৰ্শৰ প্ৰয়োজন হৈছে।

—এস্ যাওক, মই এইবোৰ বুজি নাপাওঁ। মাত্ৰ বুজি পাওঁ—আমাৰ ল'ৰাহঁত জিকিবই লাগিব। আমি গোটেই নাৰী জাতিয়েই দৰকাৰ হ'লে আত্মবলিদান দিম।

—হেৰা হেৰা, আত্মবলিদান আৰু কিবা বেলেগে দিব লাগেনে ? কত মাতৃৰ বুকু সুদা হৈছে, কত বোৱাৰীৰ কপালৰ সেন্দুৰ মোচা গৈছে আৰু এইবোৰ দেখি-শুনিও কত মাতৃয়ে নিজৰ পুত্ৰক আগবঢ়াই দিছে,—এনে ত্যাগ পৃথিৱীত আছে নে ? আজি আৰু এটা বেয়া খবৰ পালোঁ, বুজিছা।

—কি খবৰ ?

—সেই যে মনোৰমা ? তাইৰ বাপেকক বোলে কোনোবা দুৰ্বৃত্তই ধৰি নিলে।

—হায়! হায়! কেতিয়া ?

—পৰহি। ২৬মে' তাৰিখে।

—ধৰি নি ছাগৈ সুখেৰে ৰাখিছেনে ?

—এৰাটো। ক'ত সুখেৰে ৰাখিব। তাতে সেইদিনা সংখ্যালঘুৰে কৰা প্ৰতিবাদ দিবস আছিল। ঠায়ে ঠায়ে গুলীচালনা হৈছিল। বৰপেটা, বিজনী, মুকালমুৱা অঞ্চলত অনিৰ্দিষ্ট কালৰ কাৰণে সান্ধ্য আইন জাৰি কৰিছে।

ইফালে ২১মে'৮০ তাৰিখৰ পৰা ২৯তাৰিখলৈকে কৰ্ম্মচাৰী সকলৰ অহসযোগ আছেই। আমিও এসময়ত অসহযোগ কৰিছিলোঁ বুজিছা, —বৃটিছৰ লগত অসহযোগ।

মহন্ত অকণমান সময় ৰ'ল আৰু লক্ষীদেৱীলৈ চাই ক'লে—যোৱা, চিন্তা কৰি লাভ নাই। যি হ'বলগীয়া আছে, হ'বই। গীতাত আছেই নহয়—

যং হি ন ব্যথযন্ত্যেতে পুৰুষং পুৰুষৰ্ষভ

সমদুঃখসুখং ধীৰং সোহমৃতত্বায় কল্পতে ॥

বুজিছা পুতুলৰ মাক, যিজন সুখে-দুখে সমান বুদ্ধিমান এইবিলাকে তেওঁ-বিলাকক বিযাকুল কৰিব নোৱাৰে আৰু শেষত তেঁৱেইহে অমৃতত্ব লাভ কৰিব পাৰে। এতিযা যোৱা, চাহ একাপকে কৰি আনাগৈ। অ' সৌৱা আমাৰ গুণীন বোপাও আহিছে। একেবাৰে দুকাপ কৰিবা।

পুতুলৰ মাক ভিতৰলৈ সোমাই গ'ল আৰু জুইকুৰা ধৰি পানীৰ কেট্‌লীটো তুলি দিলে। কলেজৰ অধ্যাপক গুণীন হাজৰীকা আহি বাৰান্দা পালেহি।

—বহা বোপা। পিছে, ভাল নে?

—কিনো ভাল। শুনিছেই নহয়। মই কালি ৰাতি গুৱাহাটীৰ পৰা আহিছোঁ। পুতুলক লগ পাইছিলোঁ, ভালে আছে।

বাৰ্তাৰটো পাই মহন্ত প্ৰফুল্লিত হ'ল আৰু ভিতৰলৈ চাই মাতিলে—হেৰা শুনিছানে, এইফালে আহা।—লক্ষীদেৱী লৰালৰিকৈ ওলাই আহিল।

—শুনিছা, আমাৰ গুণীনে বোলে কালি পুতুলক লগ পাই আহিছে। ভালে আছে।

—হয় নেকি?

—হয়। অকণমান সময়ৰ কাৰণেহে লগ পাইছিলোঁ। ভালে আছে। অহাৰ কথা একো কোৱা নাই।

—এতিয়া যোৱা, চাহ-জলপান আনাগৈ। পিছে বোপা, এইবোৰ কি হ'বগৈ?

—ক'ব পৰা নাই চাৰ। অশান্তিৰে ভৰা এই কুৰি শতিকাত আমি যে শান্তিৰে বাস কৰিব পাৰিম আশা কম। চাৰিওফালে অশান্তি-উৎপীড়ন চলিছে। গোটেই অসম আজি বেদনা-কাতৰ হৈ পৰিছে। গতিকে অসমীয়া জাতি ক্ষুব্ধ হৈ বিদ্ৰোহী হৈছে। ন্যায্য প্ৰাপ্যৰ-পৰা বিতাৰিত হোৱাৰ ফলত

আন্দোলন তীব্ৰতৰ হৈ উঠিছে। সংখ্যালঘুৰ নামত বিদেশী সমৰ্থক সকলে থলুৱা লোকক আক্ৰমণ কৰিছে। নগাঁও চহৰ, ঢিং, চামগুৰি, বৰপেটা ৰোড, বিজনী, উত্তৰ শালমৰা, বঙ্গাইগাঁও, অভয়াপুৰী, ৰূপহী, লটাইমাৰী, ঔনা, গটঙা, পলাশনী, ইটাপাবা, মাজাব আটি, লাওগাঁও, লিজেঙা, নলাতলী, আমবাগান আদি ঠাইত ব্যাপক অগ্নিকাণ্ড সংঘটিত হৈছে। তাৰোপৰি লেংটিছিঙা অঞ্চলত অনিৰ্দ্দিষ্ট কালৰ বাবে সান্ধ্য আইন বলবৎ আছে। বৰ্ত্তমান ৰাইজে বীৰৰ দৰে কৰ্ম্ম ক্ষেত্ৰলৈ আগুৱাই যাবলৈ প্ৰতিশ্ৰুতিবদ্ধ হৈছে। আমি গম পাইছোঁ আমাৰ শীৰ্ষস্থানীয় নেতা সকলক অহা ১৫ দিনৰ ভিতৰত আত্মসমৰ্পণ কৰিবলৈ চৰকাৰে নিৰ্দ্দেশ দিছে।

—এৰা গুণীন, তোমালোকে সকলো বিপদৰ সন্মুখীন হৈও কাম কৰি যোৱা তেহে তোমালোকৰ পদচিহ্নই বুৰঞ্জীৰ পাতত সাঁচ বহুৱাই থ'ব পাৰিব।

কথাষাৰ শেষ হোৱাৰ লগে লগে পুতুলৰ মাকে চাহ দুকাপ আনি তেওঁলোকৰ সন্মুখৰ টেবুলখনতে থলেহি।

—খোৱা গুণীন।

—হ'ব চাৰ, খাম বাৰু।

চাহকাপ হাতত তুলি লৈ এঢোক সোহা মাৰি গুণীনে ক'লে—কালি বোলে নগাৱঁত সাংঘাতিক অৱস্থা।

—এৰা আঠগাঁও চাপৰি, লেটেৰীপাবাত বিদেশী উন্মুক্ত জনতাই পুলিচলৈকে খেদি আহিছিল। উপায় নাপাই পুলিচে গুলীচালনা কৰিলে। হাতত বল্লম, জাঠি-জোং লৈ দৰ্বৃত্তবিলাকে অসমীয়াৰ গাঁও আক্ৰমণ কৰিবলৈ যিদৰে যুদ্ধৰ সাজেৰে আগুৱাই আহিছিল পুলিচৰ গুলি চলোৱাৰ বাহিৰে উপায় নাছিল। বৰ্ত্তমান সামৰিক বাহিনীৰ দ্বাৰা নগাঁও জিলাৰ বিভিন্ন ঠাইত ফ্লেগমাৰ্চ হৈছে। তৰোপৰি ২৮তাৰিখে প্ৰধানমন্ত্ৰী আহি সংখ্যালঘু সকলৰ ওচৰত বোলে কিবা আলোচনা কৰি গ'ল।

—হয় চাৰ। গণ-সংগ্ৰাম পৰিষদৰ আহ্বায়ক যতীন্দ্ৰনাথ গোস্বামীয়ে এই সন্দৰ্ভত হাতত প্ৰমাণ-পত্ৰ আছে বুলিও দাবী কৰিছে।

—চাৰ। আমাৰ এতিয়া আৰু ৰবৰ সময় নাই। আগবাঢ়ি যাবই লাগিব।

—এৰা গুণীন, সত্যৰ পথত বিপদ আছেই তথাপি ধৈৰ্য্য আৰু মনোবল নেহেৰুৱাবা।

অধ্যাপক গুণীন হাজৰিকাই হাঁহিলে—অলপ সময় তলকা মাৰি থাকি ক'লে —চাৰ, মই এতিয়া যাওঁ। এখন মিটিং আছে দেৰিয়েই হ'ল।

—বাৰু, যোৱা বোপা। মনত একেবাৰে শান্তি নোহোৱা হৈছে।—কথা কৈ কৈ গুণীনৰ লগতে মহন্তচাবো ৰাস্তালৈ ওলাই গ'ল।

গোসাঁই ঠাইৰ আগত চাকিগছ জ্বলাই দি পুতুলৰ মাকে সেৱা এটা কৰিলে। হঠাতে দুই গালেদি বৈ অহা চকুপানী খিনি মচি ধুনা বাতিটোত অকণমান ধুনাগুৰি চতিয়াই দি মানুহজনী ঠিয় হ'ল আৰু পদুলীমুখলৈ ধুনাবাতিটো লৈ ওলাই গ'ল।

গুণীন হাজৰিকাৰ লগতে পুতুলৰ বাপেকো ওলাই গ'ল। হয়তো বহুত দেৰি হ'ব। পুতুলৰ মাকে ধুনাৰ বাতিটো পুনৰ আনি গোঁসাই ঠাইৰ আগত থলেহি। আজি তেওঁৰ ভাত ৰান্ধিবৰে মন যোৱা নাই। ঘৰখন তেনেই উদং। আজি কত দিন হ'ল বৰপুত্ৰৰ দেখা-দেখিয়েই নাই। তথাপিও ভাত ৰান্ধিবই লাগিব। দিনতে তিয়াই থোৱা মগুমাহখিনি চোকোৱা গুচাই ধুই থোৱা আছে। মগুমাহৰ আঞ্জাখন যে পুতুলে কিমান ভাল পায়। ঢেকিয়া শাকৰ ভাজি, অমিতাৰ খাৰ, বগা কোমোৰাৰ সৈতে মাছৰ জোলখন সি যে কিমান দিন হ'ল খাবলৈ পোৱা নাই। মুখেৰে একো নকলেও হিয়াখন ফাঁটি লক্ষীদেৱীৰ বুকুৰ পৰা এটা হুমুনিয়াহ ওলাই আহিল।

সময়বোৰ আগবাঢ়িল। পুতুলৰ বাপেক অহাই নাই। মজিয়াতে দুসাজ ভাত সজাবলৈ ধৰোতেই যেনিবা পুতুলৰ বাপেক আহি পালেহি।

ভাত-পানী খাই বিছনাত পৰিল পুতুলৰ দেউতাক। লক্ষীদেৱীয়েও আন এখন বিছনাত পৰি চট্‌ফটাই উঠিল। টোপনি যেন আজি নাহিবই.—এনে ভাৱ হ'ল তেওঁৰ। তথাপিও টোপনি যাবলৈ চেষ্টা কৰিলে তেওঁ।

নিৰিবিলি নিশাৰ প্ৰহৰবোৰ গণি গণি লক্ষীদেৱীৰ চকুৰ পতাত টোপনি আহি ধৰা দিছেহি মাত্ৰ এনেতে কোনোবাই যেন তেওঁক মাতিছে—মা—অ' মা, মা।—লক্ষীদেৱী একেজাপে বিছনাৰ পৰা উঠিল আৰু দুৱাৰখন খুলি দেখিলে পুতুলহঁত।

—পুতুল!

—হয় মা, আমি! ললিত ৰাজখোৱাও আহিছে।

হঠাতে যেন পুতুলৰ মাকে সম্বিত ঘুৰাই পালে—তেওঁৰ তেনেহ'লে ভ্ৰম হোৱা নাই। সঁচাকৈয়ে তেওঁৰ পুত্ৰহঁত আহিছে।

—আহা—আহা।

সকলো ভিতৰলৈ সোমাই গ'ল। পুতুলৰ বাপেকো ইতিপূৰ্বেই উঠি আহিছিল।

—তহঁত ক'ৰ পৰা আহিলি ?

—একেবাৰে গুৱাহাটীৰ পৰা।

—ললিত বোপা, তোমালোকৰ ভালনে ?

—হয় দেউতা, যেনে-তেনে ৰাখিছে ভগৱানে।

—মা আমাক পানী দিয়া—গা ধুব লাগিব।

মাকে পানী তুলি দিলে। দুয়োজনে হেঁপাহ পলুৱাই চেঁচা পানীৰে গা ধুলে। গা ধুই গামোছাৰে মুখ মচি মচি মাকলৈ চাই ক'লে—কি আছে মা ? বৰ ভোক লাগিছে।

—ভাত আছে নহয়।

—ভাত ? থাম দিয়া, ৰাতি ১টাহে বাজিছে।

মাকে দুয়োজনৰ কাৰণে ভাত বাঢ়ি দি ভিতৰলৈ মাতিলে।

আটাইকেইজন ভাতৰ পাতত বহি মগুমাহৰ আঞ্জাৰে ভাত কেইটা তৃপ্তিৰে খাবলৈ ধৰিলে। খোৱাৰ মাজতে ললিত সুধিলে—মা, আপুনি জানিছিল নেকি আমি আহিম বুলি ? এৰা, মাতৃ হৃদয় সৰ্বজ্ঞান নহলেনো আঞ্জা আমাৰ ভাগ্যত পৰেনে ?

পুতুলে তললৈ মূৰ কৰি আনন্দ মনে ভাত খোৱাত লাগিল। মাকে ওচৰতে বৈ থাকি ক'লে—আৰু ভাত-আঞ্জা দিম নে ?

—নালাগে হ'ব আৰু। আপোনাৰ বৰপুত্ৰকে অলপ সৰহকৈ দিয়ক। আজি দুদিন ধৰি ভাত পেটত পৰা নাই। —ললিতে হাঁহি মাৰি কথাকেইটা ক'লে।

পুতুলে লাহেকৈ ক'লে—বাকীবিলাকৰ একা ?

ললিতে ভাবিলে—এৰাটো। আজি দুদিন সিহঁতে ভাত দেখাই নাই।

পুতুলে ভাত খাই মুখ ধুই মাকৰ আঁচলতে হাতখন মচি সুধিলে—মা, তোমাৰ গা ভালনে ?

—হঠাতে কাঁহৰ থাল বজোৱাৰ শব্দ শুনা গ'ল। লগে লগে শুনা গ'ল—কেইযোৰমান ভৰিৰ শব্দ।

—মহন্তা। ললিতদা। পলাওক। চি. আৰ. পি. আহিছে। —কথাকৈ

স্বেচ্ছাসেৱক বাহিনীৰ ল'ৰাকেইজন নিৰুদ্দেশ হ'ল। লগে লগে শুনা গ'ল শঙ্খ-ধ্বনি। ললিত জাপ মাৰি বহাৰ পৰা উঠিল আৰু পুতুলৰ হাতত ধৰি পিচ-ফালৰ দুৱাৰেদি টানি লৈ গ'ল। পিছফালৰ বাঁহনি ডৰা পাৰ হৈ ডাঙৰ পথাৰ-খন। পথাৰৰ আধা কেঁচা ধানবোৰৰ মাজেদি সিহঁত কোবেৰে গুচি গ'ল।

সিহঁত যোৱাৰ ফালে একেথৰে চাই আন্ধাৰতে দুৱাৰত ধৰি বৈ থাকিল পুতুলৰ মাক। পুতুলৰ বাপেক লক্ষীদেৱীৰ ওচৰলৈ গ'ল আৰু পিচফালৰ দুৱাৰখন মাৰি তেওঁৰ হাতত ধৰি ক'লে—কান্দিছা। তোমাৰ চকুত চকুপানী শোভা নাপায লক্ষী। দেশৰ মঙ্গল হওক—ইযাকেই চিন্তা কৰা। আকৌ কাঁহি বজোবাৰ শব্দ। গাৱঁত অথন্তৰ হৈছে লক্ষী। হযতো চি আৰ পিযে ইহঁতক ঘৰে ঘৰে বিচাৰিছে।

লগে লগে শুনা গ'ল বুট জোতাৰ শব্দ।

—লক্ষী। ৰ'বা, মই দুৱাৰখন খুলি দিওঁ। তুমি ভয নাখাবা।

পুতুলৰ বাপেকে দুৱাৰখন খুলি দেখিলে এজাক সঙ্গীণধাৰী পুলিচ।

—আপোনালোকৰ ঘৰ আমি তালাচি কৰিম।

—কাৰণ ?

—ইযাত আন্দোলনকাৰী আছে।

—আপোনালোকে চাওক, পালে লৈ যাওক।

পুতুলৰ দেউতাক আৰু মাক আঁতৰি আহিল। বীণাই মাকৰ আঁচলেৰে মুখখন ঢাকি ধৰিলে। ঘৰত চি আৰ পি সোমাল। গোটেই ঘৰটোত তালাচি চলালে। পুতুলহঁতে খোৱা কাঁহি-বাটিবোৰ তৌতিযা চপাই থোৱা হৈছিল বুলিহে একো ধৰিব নোৱাৰিলে।

শেষত একো নাপাই চি আৰ. পিৰ দলটো উভতি গৈছিল। পুতুলৰ মাকে দৌৰি গৈ পিচফালৰ দুৱাৰখন আকৌ খুলি পুতুলহঁত যোৱাৰ পিনে ভুধা লাগি চাইছিল কিন্তু সেই সময়ত তেওঁ একো দেখা পোৱা নাছিল। দেখিছিল মাত্র শেষ নিশাৰ আন্ধাৰ আৰু আন্ধাৰৰ মাজে মাজে বাঁহনিত বিচৰণ কৰা জোনাকি পৰুৱাৰ জাক।

## ॥ ৩০ ॥

অসমৰ আন্দোলনত জুই জ্বলিছিল। অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সুবিধা লৈ এচাম স্বাৰ্থান্বেষী দলে জধে-মধে থলুৱা লোকক আক্ৰমণ কৰিছিল। নিজৰ স্বাৰ্থৰ কাৰণে অসমৰে এচাম বদনে বিদেশী দুৰ্বৃত্ত বিলাকক উচতাই দি ৰং চাইছিল। তাৰে পৰিণতি স্বৰূপে কটা-চিঙা-গুলীবিদ্ধ অৱস্থাত শ শ আঘাতপ্ৰাপ্ত অসহায় লোকেৰে ভৰি পৰিছিল নগাঁও হস্পিটেল।

বীণা আৰু মিনতিয়ে হস্পিটেলত পৰি থকা আঘাতপ্ৰাপ্ত লোকসকলক শুশ্ৰূষা কৰি যেতিয়া নিজৰ ঘৰলৈ উভতি গৈছিল তেতিয়া নিশা বাৰটা বাজিছিল।

দুধপাজানৰ কাষতে থকা সৰু পঁজাটোৰ পৰা তেতিয়া জয়কান্তৰ কাঁহটোৱে নিশাৰ নিস্তব্ধতা ভঙ্গ কৰিছিল।

বাঁহৰ দৰজাখন খুলি সোমাই গৈছিল মিনতি। তাই দেখা পাইছিল ল ৰা-ছোৱালী কেইটা একেখন বিছনাতে একেখন ফটা কম্বলকে লৈ টনা-আঁজোৰা কৰি শুই পৰিছে আৰু আনটো কোঠালিত সৰু কাঠৰ তক্তাপোচখনত বুকুত হেঁচামাৰি ধৰি কাঁহি আছিল তাইৰ স্বামী জয়কান্তই। আজি কিছুদিনৰ পৰা জয়কান্তৰ হাঁপানী বেমাৰটোৱে বেছি দিগদাৰ দিছে। মিনতি ওচৰ চাপি গ'ল। আন্ধাৰে আৱৰি থকা কোঠালিটোত জয়কান্তই উপলব্ধি কৰিলে মিনতিৰ আগমণ। মিনতিৰ স্মৰণেই যেন জয়কান্তই অপেক্ষা কৰি আছিল। তাইৰ উপস্থিতিয়ে জয়কান্তৰ দেহ-মনত এক অজানিত আনন্দ আৰু বেদনাৰ হেন্দোলনি তুলিলে।

—তই আহিলি মিনতি, তই আহিলি।

—ওঁ আহিলো। ৰ'ব কাপোৰ-কাণি সলাই থৈ গৈছোঁ।

মিনতিয়ে কাপোৰ সাজ সলালে আৰু কলৰ পাৰলৈ গৈ হাত-মুখ ধুই জয়কান্তৰ ওচৰলৈ আহি ক'লেহি—আপুনিও ভাল, আঠুৱাখনো পেলাই ল'ব পৰা নাই নে ?

—নোৱাৰো মিনতি, উঠিবলৈ দেখোন শক্তি নোহোৱা হৈ পৰিছে।

মিনতি ওচৰচাপি গ'ল। কফে দিগদাৰ কৰিছে। জয়কান্তই উশাহ লোৱাত কষ্ট পাইছে। মিনতিয়ে বুকুখন পিহি দিলে আৰু গাৰুটোত আওজাই শুৱাই

পদুলৰ জয়কান্তৰ ওচৰচাপি বহিলহি। কিছু সময় নিতাল মাৰি পৰি থকাৰ পাছত জয়কান্তই শেহাই শেহাই ক'লে—মিনতি, তোক মই বহুত কণ্ট দিলোঁ। তোৰ জহতে জীৱনৰ গোটেই দিনবোৰ বহি বহি থালোঁ। তোকটো মই একোয়েই দিব নোৱাৰিলোঁ—মাত্ৰ ল'ৰা-ছোৱালী কেইটা জন্ম দি তোৰ ডেটুত হাৰমাল লগালোঁ।

—তেনেকৈ নক'বচোন। সিহঁত এদিন ডাঙৰ হ'ব। কাম কৰিব পৰা হ'ব। আমাক মানুহ হে লাগে। অসমৰ মানুহ দিনে দিনে হাৰি যাব লাগিছে।

—হয় মিনতি, তেনেহ'লে তই বেয়া পোৱা নাই। আহচোন ওচৰলৈ আহ —'মিনতি'।

মিনতি ওচৰচাপি গ'ল। তাইৰ হাতখন জয়কান্তই হাতৰ মুঠিত লৈ ক'লে—মই আৰু বেছি দিন বাচি নাথাকো। মই মৰিলেই তই মুক্তি পাবি, —বুজিলি ?

—আপুনি কিয় এনেকৈ কৈছে বাৰু ? তেতিয়া ময়ো মৰিলেই ভাল হ'ব। মোৰ আৰু তেতিয়া কি থাকিব ? তিৰোতাৰ স্বামীয়েই সাৰ, স্বামী অবিহনে উকা কপালখন লৈ জীয়াই নথকাই ভাল। আমাৰ সমাজত বিধৱাৰ কিবা স্থান আছেনে ? হায় ভগৱান—। তেনে দুৰৱস্থা মোৰ নকৰিবা প্ৰভু ‼

—মিনতি, তই ভুল বুজিছ। কি কৰিবি জান, মই মৰিলে দেশৰ কাম কৰিবি। মোৰ লগত লাগি থাকিলে তোৰ দেশৰ কাম কৰা নহ'ব। দেশৰ কাম কৰিছ যেতিয়া ভালকৈ কৰ। আমিও এসময়ত দেশৰ কাম কৰিছিলোঁ, 'কৰিম বা মৰিম' পণ কৰি ওলাই গৈছিলোঁ। পিছে স্বাধীনতা পোৱাৰ পিছতে আমি কাম শেষ হ'ল বুলি বহি পৰিলোঁ। আচলতে এটা আন্দোলনৰ পিছতহে অৰ্থনৈতিক আৰু সামাজিক দিশৰ কাম আৰম্ভ হয়। আমি যেতিয়া '৪৭ চনত স্বাধীনতা পাইছিলোঁ তেতিয়া মোৰ বয়স আছিল ৩০ বছৰ। কিন্তু 'স্বাধীনতা পালোঁ' বুলি আনন্দত বিভোৰ হৈ ১০ বছৰ পাৰ কৰি দিলোঁ; তোক বিয়া কৰালোঁ আৰু ল'ৰা-ছোৱালী জন্ম দিলোঁ। কোনো কামতে হাত নিদিলোঁ। মোৰ নিচিনাকৈ ল'ৰাবোৰো অকামিলা হ'ল। স্বাৱলম্বী হোৱাৰ কথা কোনেও সপোনতো নাভাবিলে। স্বাধীনতা পোৱাৰ গৌৰৱত তিনি আলিৰ মূৰে মূৰে মদ-ভাং খাই মেল মাৰিলোঁ। কিন্তু তাৰ ফলত কি

হ'ল জ্ঞান ? তাৰ ফলত বিদেশী লোকে আমাৰ পৰা অৰ্থনৈতিক দিশৰ সকলো সা-সুবিধা আদায় কৰি ললে। আমি শুই থাকোতেই যে 'বৰপেৰা' উদং হ'ল ক'বকে নোৱাৰিলোঁ। বিদেশী, বেপাৰী, পুঁজিবাদীসকলে আমাৰেই খা-ঘঁহিয়াই অসম লুটি নিলে। আজি মোৰ অনুশোচনা আহিছে—মই যেন বহুত পাপ কৰিলোঁ। এইবোৰ পাপে এতিয়া মোক খুলি-খুলি খাইছে।

—আপুনি একো পাপ কৰা নাই।

—বহি খোৱাটোও পাপ মিনতি। সেই কাৰণে মই তাৰ ফল ভোগ কৰিছোঁ। তয়েই মোৰ হৈ দেশৰ কাম কৰিবি। পতিব্ৰতা নাৰীয়ে স্বামীৰ পাপ খণ্ডন কৰিব পাৰে।

মিনতি উচুপি উঠিল। বেমাৰী হ'লেও জয়কান্ত তাইৰ জীৱনৰ অৱলম্বন, শিৰৰ ভূষণ। মিনতিযে জয়কান্তৰ বুকুখন পিহি দি ক'লে,—কথা নক'বচোন, কাঁহটো বেছি হ'ব।

—নহয় অ' মিনতি। দুপৰ নিশাহে মনৰ কথা খুলি ক'ব পাৰি। তই বাৰু সঁচা কথা কচোন—তোৰ মনত মই ডাঙৰ নে দেশখন ডাঙৰ ?

—আপুনি ডাঙৰ , —নাৰীৰ স্বামীয়েই গুৰু, স্বামীযেই সৰ্বস্ব।

—নহয় মিনতি , বৰ্তমান পৰিস্থিতিত সেইটো নহয়। প্ৰথমে দেশ, আৰু পিছতহে অন্য কথা। দেশ বুলিলে আদেশ নালাগে—বুজিলি ?

জয়কান্তই কাঁহিলে। মিনতিযে জয়কান্তৰ বুকুখন মালিচ কৰি দি ক'লে—এতিয়া আপুনি মনে মনে থাককচোন, মোৰে শপত।

জয়কান্তই সেইফালেই নিতাল মাৰিলে। কিন্তু জয়কান্তৰ ওচৰতে বৈ থকা মিনতিৰ টোপনি নাহিল।

নিজান-গহীন নিশা। এটা ডাঙৰ প্ৰশ্নই তাইৰ মনত আহি জুমুৰি দি ধৰিলেহি। সঁচাকৈয়ে তাই দেশৰ কাৰণে ভাবিব লাগিব। কিন্তু তাইৰ জয়কান্তক কোনে চাব ? কোনে মুখত পানী এটুপি দিব ? নাই নাই, তাইৰ মনত স্বামীহে ডাঙৰ। মিনতিৰ বুকুখন নিমিষতে যেন জয়কান্তৰ প্ৰতি মৰম আৰু প্ৰেমেৰে ভৰি পৰিল। এটা সময়ত, তাই জয়কান্তৰ ভৰিৰ কাষতে টোপনি গ'ল। তাই কিমান সময় শুলে গমকে নাপালে। হঠাতে তাই সাৰ পাই উঠিল—তাই কিবা ভয়ংকৰ সপোন দেখিলে—উস্। তাই বিছনাতে বহিল আৰু সপোনটো মনত পেলাবলৈ চেষ্টা কৰিলে—তাই কি দেখিছিল, কি দেখিছিল ?? ঠিক, তাইৰ মনত পৰিছে—তাই দেখিছিল—প্ৰণয় তালুকদাৰ,

অমৰেশ্বৰ কলিতা, জয়ন্ত হাজৰিকা, কমলেশ্বৰ দাস আৰু হেমন্ত সোণোৱালক। কমলেশ্বৰ দাসে তাইক কৈছিল—'মিনতি, তুমি ভাবিছা জয়কান্ত মৰিলে তুমি অনাথিনী হ'বা, মোক তুমি এবাৰ চোৱাচোন—কেনেকৈ সিহঁতে মোক মৰিয়াই মৰিয়াই মাৰি চিৰদিনৰ বাবে গিৰিবালা দাসৰ কপালৰ সেন্দূৰ মচি পেলালে। মোৰ কণ কণ পোনা কেইটাই ভোকত চিঞৰিছে—তুমি শুনা নাই?' তাৰ পাছত তেজেৰে লুতুৰি-পুতুৰি হৈ দাসে মিনতিক কৈছিল—'তুমি ভাবিছা—তুমি নাথাকিলে তোমাৰ স্বামীৰ মুখত কোনে পানী দিব! মোক যেতিয়া পথাৰৰ মাজত দুৰ্বৃত্তই মাৰি, বন্দুকেৰে খোঁচ-খোঁচ মাৰিছিল, পানী খাবলৈ বিচাৰোঁতে মুখত প্ৰসাৱ কৰি দিছিল, তেতিয়া মোৰ পৰিবাৰে ক'ব পাৰিছিল জানো?' হেমন্তকুমাৰে মিনতিৰ ফালে পেটটো দেখুৱাই দি কৈছিল—'দেখিছা? মোৰ পেটটো সিহঁতে কেনেকৈ চুৰীৰে চিৰা-চিৰ্ কৰিলে! তুমি কি চাই আছা? ওলাই আহা। দেশত কৈ কোনো ডাঙৰ হ'ব নোৱাৰে।' মিনতিৰ অন্তৰাত্মা কঁপি উঠিল, উশাহ-নিশাহ বন্ধ হ'বৰ উপক্ৰম হ'ল। তাই ঠিয়েৰে থাকিব নোৱাৰি একেজাপে দৰজাখন খুলি বাহিৰলৈ ওলাই আহিল।

তাই আকাশলৈ চালে—তেতিয়া পশ্চিমত একাদশীৰ জোনটোৱে তাইলৈকে চাই যেন কৈছিল—মাতৃ-পূজাৰ সময় হ'ল—, বেলি কৰিছ কিয়?

## ॥ ৩১ ॥

জীৱনৰ মাকৰ অসুখটো লাহে লাহে বেছি হৈ আহিছে। জীৱন এসপ্তাহমান ঘৰতে থাকিব পৰা নাছিল। আন্দোলনৰ সংক্ৰান্তত ঘূৰি ফুৰিব লগা হৈছিল। সিহঁতৰ দায়িত্ব পৰিছিল—শ্বহীদৰ ঘৰে ঘৰে মাত লগোৱা, লগতে সবিশেষ জানি তথ্য-পাতি যোগাৰ কৰা। সি মাকৰ ওচৰতে বহি ক'লে—মা, তই পিছে গম পাইছনে নাই? আমাৰ গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ ইবাটম্বী সিঙৰ এজনীয়া খণ্ড আদালতে আঠ গৰাকী নেতাক মুক্তি দিলে।

—হয় নেকি বোপাই?

—অ' মা, ৯জন ভাবিখেই নিবাৰণ বৰা, ভৃগুকুমাৰ ফুকন, অতুল বৰা, নগেন গোস্বামী, নগেন হাজৰিকা, নৌকিবুৰ জামান, পবিন্দ্ৰ ডেকা, প্ৰণব দাসে মুক্তি পালে।

—ঈশ্বৰ সহায় হওক বোপাই।

জীৱনৰ মাকে হাত দুখন ওপৰলৈ তুলিলে আৰু মনে মনে গুণ-গুণালে—

হৰি ও হৰি

কৰুণা সাগৰ

কৰিও কৃপা আমাক

প্ৰিয়তম আত্মা

সখা ইষ্ট দেৱ

মানিয়া আছো তোমাক !!

—কিনো গাইছ মা ?

—কিনো গাবি, হৰিক চিন্তা কৰিছোঁ বোপাই। হৰিৰ সহায় নহ'লে একো কাম সিদ্ধি নহয়। মোৰ যে কিমান আনন্দ লাগিছে—ল'ৰাহ'তে মুক্তি পাইছে ।

—এৰা মা, আমিতো অকল বিদেশী খেদিবলৈকে আন্দোলন কৰা নাই। অসমৰ ভাষা-সংস্কৃতিৰ উন্নতি কৰি সমাজৰ কল্যাণৰ অৰ্থেও আমি বিপ্লৱ কৰিছোঁ। আমি বিচাৰিছোঁ—শোষক শ্ৰেণীৰ বিৰুদ্ধে বিপ্লৱ। অৰ্থনৈতিক দুৰৱস্থা, অভাৱ-অনাটন, কৰ্মহীনতা, ব্যৱহাৰিক সামগ্ৰীৰ চৰা দাম আৰু সামৰিক ভাবুকিৰ বিৰুদ্ধে বিপ্লৱ। সিহঁতে বিচাৰিছে ঐক্য-শান্তি-প্ৰগতিৰে ভৰা এখন নতুন সমাজ।

—দাদা, দাদা—বন্তি দৌৰি আহিল।

—কি হ'ল ? মাকৰ কাষৰ পৰা জীৱনে উৎকণ্ঠিত হৈ বাহিৰলৈ ওলাই আহিল।

বন্তিয়ে ফোঁপাই-জোপাই কোনোমতে ক'লে—ইন্দ্ৰনীল দাদাক বোলে পুলিচে ধৰি নিলে।

—কোনে ক'লে ? এইমাত্ৰ সি মোৰ লগৰ পৰা গৈছেহে।

—হয় দাদা, হয়। জয়ন্ত দাদাই মোক পদূলিতে পাই কৈ গৈছে। মনোৰমা বাইদেউকো খবৰটো দিবলৈ কৈ গৈছে।

—উস্ ! বন্তি, তই মাৰ ওচৰত থাকিবি , মই আহিলো। হয়তো মোকো পুলিচে বিচাৰিব পাৰে।

জীৱন ল'ৰা-লৰিকৈ ওলাই গ'ল। বাটে বাটে ভাবি গ'ল—সি এতিয়া

মনোৰমাক কেনেকৈ খবৰটো দিব ? সিদিনা সেইটো ঘটনা হৈ গৈছে, ইফালে ভায়েকটোও নাই ; বৰপেটাৰ মোমায়েকৰ ঘৰলৈ গৈছে। তথাপিও সি মনোৰমাক কথাটো ক'বই লাগিব। সন্ধিয়াৰ পাছত হঠাতে জীৱনক দেখি মনোৰমাই হাঁহিবলৈ ধৰিলে। নিশ্চয় জীৱনৰ লগত ইন্দ্ৰনীলো আহিছে। দুয়োটা একেলগে গৈছিল যেতিয়া একেলগে আহিবই। তথাপিও মনোৰমাই সুধি পেলালে—কিয়, অকলে আহিলা দেখোন ? ইন্দু ক'ত ? কিছু সময় মনে মনে থকা দেখি মনোৰমাৰ সন্দেহ হ'ল, —কি হ'ল, নোকোৱা কিয় ? ইন্দু ক'ত ?

—ইন্দু আছে , আহিব। ইমান অধৈৰ্য্য হ'ব লাগেনে ? আগতে আমাৰ খবৰেই লোৱাছোন।

—এৰা, এৰা , —কোৱাছোন—তোমালোক ক'লৈ গৈছিলা ? বৰ ভয় লাগে জানা, পুলিচৰ যি হে অত্যাচাৰ চলিছে। ১৬জুন তাৰিখে যতীন মালিকো গ্ৰেপ্তাৰ কৰিছে নহয় ?

—এৰা কি কৰিবা, চাৰিওফালে পুনৰ গ্ৰেপ্তাৰ কৰা অভিযান চলিছে। আমাৰ "জনজাতীয সমন্বয ৰক্ষী সমিতি"ৰ আহ্বানক্ৰমে ভৈয়াম-জনজাতীয সম্প্ৰদায়ৰ লোকে সমদল কৰি গৈ দিছপুৰৰ মুখ্য সচিবৰ হাতত এখন প্ৰধান-মন্ত্ৰীলৈ বুলি স্মাৰক-পত্ৰ প্ৰদান কৰিছে। এইটো বৰ ভাল কথা হৈছে, নহয়নে জীৱন ?

—এৰা, অসমৰ সকলো জাতি-উপজাতি, জনজাতি, অ-জনজাতি একগোট নহ'লে 'বৰ অসম' গঢ়া সম্ভৱ নহ'ব।

—বাৰু হ'ব। পিছে এতিযা কোৱা—তোমালোক ক'লৈ ক'লৈ গৈছিলা ?

—আমি প্ৰথমে গৈছিলো মাকুমলৈ। তাৰ ছাত্ৰসন্থাই দেশৰ শান্তি-সম্প্ৰীতি ৰক্ষা কৰিবলৈ এখন সভা পাতিছিল। তাত জুনু ডেকা আছিল স্বেচ্ছা-সেৱিকা। অতিৰিক্ত পৰিশ্ৰম কৰি তাই ভাগৰি পৰিছিল। তাৰ পাছত এখন হোটেলত সোমাই কিবা খালে আৰু লগে লগে বমি হ'ল। অৱশেষত হস্পিটেললৈ নিয়া হ'ল—কিন্তু নাবাচিল।

তাৰ পিছত গ'লো—ডিব্ৰুগড়ৰ টেঙাখাটলৈ। তাত ইচ্মাইল আন্ছাৰীৰ এক ভাষীক গোষ্ঠীৰ আক্ৰমণত মৃত্যু হয়। দিনটো আছিল ১৯জুন। তেওঁ শিক্ষক আছিল। গোটেই জীৱনটো তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল। তেওঁৰ ভনী সুৰেখা, হাচ্না আৰু ভায়েক ইচ্মাইলহ'তে যেতিয়া

হিয়া চাকুৰী কাম্দিছিল তেতিয়া আমি ঠিহেৰে থাকিব পৰা নাছিলোঁ মনোৰমা··· ।

—তাৰ পিছত ?

—তাৰ পিছত গ'লো লক্ষীমপুৰলৈ। ২১জুনৰ দিনা তাত স্বেচ্ছাসেৱক বাহিনীয়ে এটা সমদল বাহিৰ কৰিছিল। কিন্তু সেই সমদল বন্ধ কৰিবলৈ পুলিচ কর্তৃপক্ষ উঠি-পৰি লাগিল। চাৰিওফালে আৰক্ষী সেনাই বেহু পাতিলে। চহৰত ১৪৪ ধাৰা জাৰি কৰি সভা-সমিতি, শোভাযাত্রা আদি নিষিদ্ধ কৰি দিলে। তথাপিও স্বেচ্ছাসেৱক বাহিনী আগুৱাই আহিল আৰু মহিলাসকলে ৰাজপথত অৱস্থান কৰিলে। তেতিয়া কর্তৃপক্ষই সান্ধ্য আইন জাৰি কৰিলে। সান্ধ্য আইন জাৰি কৰাৰ লগে লগে মানুহবোৰ গৈ কমলাবাৰী চাৰি আলিত গোট খালেগৈ। তেতিয়া সন্ধিয়া ৪মান বাজিছিল। সকলো ঠিকেই আছিল। কিন্তু হঠাতে কোনোবাই পুলিচৰ গালৈ শিলগুটি নিক্ষেপ কৰিলে। লগে লগে গণ্ডগোলৰ সৃষ্টি হ'ল আৰু উত্তেজনা বৃদ্ধি পালে। পুলিচে লাঠী চালনা কৰিলে। মানুহবোৰ ছেদেলি-ভেদেলি হৈ দৌৰিবলৈ ধৰিলে। দীপচান্দ ৰাজখোৱাই অৱস্থান কৰা মহিলা সকলক ৰক্ষণা-বেক্ষণ দিবলৈ আগবাঢ়ি গ'ল। কিন্তু উত্তেজনা বৃদ্ধিহে হ'বলৈ ধৰিলে। অৱশেষত পুলিচে ১৫ জাঁই গুলি নিৰস্ত্ৰ জনতাৰ ওপৰত বৰ্ষণ কৰিলে। দীপচান্দে চিঞৰি চিঞৰি ক'লে—"ছোৱালী বিলাকৰ ওপৰত গুলি নকৰিবা, গুলি নকৰিবা"। দীপচান্দ আগবাঢ়ি গ'ল—আৰু লগে লগে কপাল ভেদ কৰি বন্দুকৰ গুলী সৰকি গ'ল। ঢলি পৰিল—অসমৰ বীৰ সন্তান দীপচান্দ ৰাজখোৱা। ৰঙানদীৰ পাৰৰ কেঁচা মাটি তেজেৰে ৰাঙলী হ'ল। তেওঁৰ লগতে আৰু এজনে জীৱন দিলে—সেইজন হ'ল—ধৰ্মকান্ত দত্ত।

দীপচান্দ আছিল অনুসূচিত জাতিৰ কল্যাণ সমিতিৰ উপ-সভাপতি। তেওঁৰ ভ্ৰাতৃ মণিকান্ত ৰাজখোৱাই কৈছিল—"আন্দোলনত জয় নোহোৱা পৰ্যন্ত আন্দোলন চলাই যাব পাৰিলেহে শ্বহীদৰ আত্মাই শান্তি পাব।"

ধৰ্মকান্ত দত্ত আছিল শ্ৰম কৰি পঢ়া-শুনা কৰা ছাত্ৰ। তেওঁ তামোলৰ বেপাৰ কৰি পঢ়া-শুনা কৰিছিল।

মনোৰমাই কথাবোৰ ধৈৰ্য্য ধৰি শুনি আছিল। কিছু সময় টলকা মাৰি থাকি সুধিলে—

—ইন্দুও তোমাৰ লগত আছিল জীৱন ?

—আছিল, কিন্তু ।

—কিন্তু কি হ'ল, জীৱন নোকোৱা কিয় ? ইন্দুৰ কি হ'ল ?

—তাক বোলে মোৰ ওচৰৰ পৰা আঁতৰি যোৱাৰ পিছতে পুলিচে গ্ৰেপ্তাৰ কৰিছে ।

—তুমি কেনেকৈ জানিলা ?

—জয়ন্তই খবৰটো দিছে । আমাৰ গোটেই বাটছোৱাই পুলিচে পিছ লৈছিল । পিছে আহি আহি ঘৰতহে ধৰা পৰিলহি ।

—ক'ত ধৰিলে ?

—কলেজৰ ওচৰত ।

—মই যাওঁ মনোৰমা , খবৰটো দিবলৈ আহিলোঁ । মোৰো কি হয় ক'ব নোৱাৰো— । তথাপিও খবৰটো শৰৎ খাউণ্ড, আৰু ছামা, মহেশ দাস, প্ৰদ্যুৎ বৰা, ইন্দ্ৰেশ্বৰ গোস্বামী এই সকলক খবৰটো দিওঁগৈ । তেওঁলোক আছে যেতিয়া চিন্তা কৰিবলগীয়া নাই । নগাৱঁৰ গোটেই উকীল সম্হাই আমাক যথেষ্ট সহায় কৰিছে । গতিকে তুমি চিন্তা নকৰিবা । তুমিতো জানাই—গোটেই অসমৰ অধিবক্তা সকলে আমালৈ যি সহায় আগবঢাইছে, তাৰ তুলনা নাই । মই আহিলো মনোৰমা ।

জীৱন যোৱাৰ পাছত মনোৰমা বিছনাত পৰিল আৰু হুক্-হুকাই কান্দি উঠিল । কান্দি থকা মনোৰমাৰ ওচৰলৈ মাক আহি সুধিলেহি—

—কি হ'ল ? তই ইমানকৈযে কান্দিছ ?

—ইন্দুক পুলিচে ধৰি নিলে ।—মনোৰমাই গাৰুটোত মূৰ পেলাই উচুপি উঠিল ।

—কি ? পুলিচে ধৰি নিলে ? —মাক মায়াদেৱী চিঞঁৰি উঠিল । ইন্দুৱে মনোৰমাক বিয়া কৰোৱাৰ কথা আছিল । হঠাতে মায়াদেৱীৰ গাটো জিকাৰ্ খাই উঠিল । আজি এমাহেই হোৱা নাই—তেওঁৰ স্বামী নিৰুদ্দেশ হৈছে । ২৬মে' । তাইৰ তাৰিখটো মনত আছে । সেই দিনটোৱেই তাইলৈ কঢ়িয়াই আনিছিল—এটা দুৰ্য্যোগৰ ভৱিষ্যৎ । ৫বছৰ আগেয়ে সিহঁত মইনাজান চাপৰিলৈ উঠি আহিছিল । তাতে সিহঁতে ধান, মৰাপাটৰ খেতি কৰি সুখেৰে দিনবোৰ কটাইছিল । লগত আহিছিল মনোৰমা আৰু দুটাকৈ আমা-ডিমা ল'ৰা । মনোৰমাই ঢিং কলেজৰ অধ্যক্ষ মহোদয়ৰ ঘৰত থাকি সুখ্যাতিৰে বি. এ. পাছ কৰিছিল আৰু সৰ্বশেষত নগাঁও চহৰৰ ছোৱালী স্কুলতে চাকৰি

এটা পাইছিল। অসমব্যাপী আন্দোলনৰ জুই জ্বলি উঠাৰ সময়তে ইন্দ্ৰনীলৰ লগত মনোৰমাৰ এটা মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। ইন্দ্ৰনীল হৈ পৰিছিল মায়াদেৱীৰ সন্তানৰ দৰে। কিন্তু কি হৈ গ'ল। চাৰিওফালে আন্দোলনৰ জুয়ে হাবি-বন নিঃশেষ কৰিলেও মনোৰমাৰ দেউতাক বাপিৰাম শইকীয়াই কেতিয়াও ভবা নাছিল যে, এদিন মইনাজান চাপৰিৰ সৰু মৰমলগা গাওঁখনতো জুই লাগিব। কিন্তু,—জুই লাগিল। কোনোবা অশৰীৰী হাতে এই কালান্তক জুইৰ শিখা মইনাজান চাপৰিত লগাই দিলে। জুইৰ শিখাই বনজুইৰ দৰে সৰু গাঁওখনি ঘেৰি ধৰিলে। ৰছিদ, গোলাম আলি, ৰঙা মিঞাহঁতৰ লগত একেলগে কৰা মৰাপাট খেতি ডবাৰ সেউজবুলীয়া পাতত বিপদৰ ছাঁয়া-মায়া কঁপনি বাপিৰামে দেখিবলৈ পালে। একেটা হোকাতে ধঁপাত খাই, একেটা কাঁহৰ বাতিতে চাহ-পানী খাই ৰাতি এপৰলৈকে ব্যৱসায-বাণিজ্যকে ধৰি শংকৰ-মাধৱ, আজান ফকীৰৰ সাধুকথা কৈ কৈ হাঁহি-তামাছা কৰি থকা ৰছিদহঁতে যে বাপিৰামৰ কিবা অপকাৰ কৰিব, সেযা তেওঁ কোনোদিনেই ভাবিব পৰা নাছিল। কিন্তু সেইদিনা সপোনতো নভবা কথাটো দিঠকত পৰিণত কৰি সিহঁতৰ ফালে খেদি আহিছিল—দুৰ্বৃত্তৰ দল। বিপদ সন্মুখত দেখি বাপিৰামে ৰঙা মিঞাহঁতক চিঞৰিছিল, কিন্তু সহাৰি পোৱা নাছিল। অৱশেষত উপায নাপাই দুৰ্বৃত্তহঁতৰ ওচৰত কান্দি কান্দি প্ৰাণে নামাৰিবলৈ বাপিৰামে কাকুতি কৰিছিল।

কিন্তু তাৰ পৰিৱৰ্তে দুৰ্বৃত্তৰ দলটোৱে বাপিৰামৰ মুখত সোপা দি টানি লৈ গৈছিল। চকুৰ আগতে এনে কাণ্ড দেখি মাযাদেৱীযে সৰু ল'ৰাটোক বুকুত বান্ধি মৰাতলিলৈ দৌৰি পলাইছিল। অলপ দূৰ যোৱাৰ পিছত মৰাণিৰ মাজতে বুকুত ল'ৰাটো লৈ পেট পেলাই শুই পৰিছিল মায়াদেৱী। মৰা গছৰ ফাঁকেদি জুমি চাই তাই দেখিছিল—তাইৰ স্বামীক দস্যুহঁতে মৰিয়াই মৰিয়াই টানি লৈ গৈ এটা সৰুঘৰত সুমুৱাইছিলগৈ। কিছু সময়ৰ পাছত বাপিৰাম শইকীয়াক চকুত কাপোৰ মেৰিবাই ব্ৰহ্মপুত্ৰৰ ফালে দস্যুহঁতে টানি লৈ গৈছিল। সেইদিনা মায়াদেৱীয়ে কন্দা নাছিল। ৰাতিৰ আন্ধাৰত দৌৰি দৌৰি আহি চিং অঞ্চলত খবৰটো দি মাজবাটতে সংজ্ঞাহীন হৈ পৰিছিল।

আজি ডেৰটা মাহে তাইৰ স্বামীৰ কোনো শুংসূত্ৰ নাপালে। পুলিচে কোনো অনুসন্ধান নচলালে। দুৰ্বৃত্তক কোনেও ধৰিব নোৱাৰিলে। কিন্তু তাই জানিছিল—তাইৰ স্বামীৰ কি হৈছে বা, কি কৰা হৈছে। সেইদিনা মায়াদেৱীয়ে

পুলিচৰ ওচৰত চিঞৰি চিঞৰি কৈছিল—'সিহঁতে মোৰ স্বামীক কাটি ৰক্ষপুত্ৰৰ এৰা সুঁতিত পেলাই দিলে।' কিন্তু পুলিচে সেই কান্দোনৰ মূল্য নিদিলে। মায়াদেৱীৰ দুগালেদি দুধাৰি চকুপানী বৈ গ'ল। তাই প্ৰথমে কান্দিলে, তাৰ পাছত খুউব হাঁহিলে। মাকৰ হাঁহিত মনোৰমা এককেজাপে উঠি বহিল আৰু মাকৰ অগ্নিশিখাৰ দৰে জ্বলি থকা চকুহাল দেখি চিঞৰি উঠিল—'মা !'

॥ ৩২ ॥

ইন্দ্ৰনীলক গ্ৰেপ্তাৰ কৰাৰ খবৰটো কাগজত পঢ়িবলৈ পাই বাপেক প্ৰসন্ন বৰুৱা অধৈৰ্য্য হৈ পৰিল। তেওঁ ভালকৈ জানিছিল,—ইন্দ্ৰ আৰু সোনকালে ঘূৰি আহিব নোৱাৰে। তেওঁৰো বৰ্ত্তমানে চাকৰি নাই। চাকৰিৰ পৰা অৱসৰ লোৱা আজি তিনি মাহৰো ওপৰ হ'লহি। তেওঁ ভাবিছিল ইন্দ্ৰই বি এ টো পাচ কৰিব পাৰিলে বাগানৰ চাকৰিটো কৰিব পাৰিব। কিন্তু নহ'ল। নগাৱঁৰ বায়েকৰ ঘৰত পঢ়িবলৈ গৈ আন্দোলনত জঁপিয়াই পৰা ইন্দ্ৰই দুবাৰকৈ বি. এ পৰীক্ষা দিয়াৰ পৰা বিৰত হৈ থাকিল। আন্দোলনৰ বিষয়ত বিভিন্ন দিশত আগবাঢ়ি যোৱা ইন্দ্ৰৰ কথা শুনি বাপেকে গৌৰৱ অনুভৱ কৰিছিল কিন্তু গ্ৰেপ্তাৰৰ খবৰটো পাই প্ৰসন্ন বৰুৱা হঠাতে বিমৰ্ষ হৈ পৰিল।

আগফালৰ বহল মুকলি চোতালখনত বহি একান্ত মনে চিন্তাৰ সাগৰখনত বুৰ গৈ আছিল প্ৰসন্ন বৰুৱা। এসময়ত ডুৰাণ্টে কৈছিল—A Rapid and Violent Changes of Government is Person and Policy. অকল ব্যক্তি আৰু নীতিৰ পৰিৱৰ্তনেই সাৰ্থক বিপ্লৱ হ'ব নোৱাৰে যেতিয়ালৈকে সমাজৰ জনসাধাৰণৰ জীৱন-যাত্ৰাৰ আমূল পৰিৱৰ্তন নঘটে।

পুৰণা সমাজ ব্যৱস্থা উফৰাই দি শোষিত-পদদলিত জনসাধাৰণৰ মুক্তি আনিব লাগিব। মানুহৰ জীৱনৰ আদৰ্শৰ, চিন্তাৰ পৰিৱৰ্তন আনিব পাৰিব লাগিব। ধনবল, জনবল গোটাব লাগিব। আৰ্থিক অৱস্থা টনকিয়াল কৰিব নোৱাৰিলে সমাজৰ পৰিৱৰ্তন অসম্ভৱ। তাৰ বাবে আৰ্থিক অৱস্থা টনকিয়াল কৰি ব্যৱসায়িক ব্যৱস্থা নিজৰ হাতলৈ আনি স্বাৱলম্বী হ'ব লাগিব—অসমীয়া জাতি।

কিন্তু অসমীয়া জাতিৰ সন্মুখত এনে দুৰৱস্থাই দেখা দিছে যে "আমি অসমীয়া হওঁ আহক" কাৰ্য্যসূচী পালন কৰিবলগা হৈছে আৰু সেই কাৰ্যসূচী ৰূপায়ণ কৰিবলৈ গৈয়েই ফুকন নগৰৰ বিনু দাসে মৃত্যুবৰণ কৰিব লগা হ'ল।

—কি আচৰিত ঘটনা। চাহৰ দোকানৰ ভিতৰতে প্ৰবীণ চাংকাকতীৰ স্কুটাৰেৰে খুন্দা মৰাৰ ফলত ষ্টোভ বাৰ্গাৰি বীনু দাসৰ গাত জুই লাগি অগ্নিদগ্ধ হৈ শেষত মৃত্যুমুখত পৰে। তাৰোপৰি আত্মৰক্ষা দিবসৰ দিনা সাঁতোৰ প্ৰশিক্ষণ লওতে স্বেচ্ছাসেৱক সুন্দৰ বৰদলৈয়ে মৃত্যুবৰণ কৰিছে। লালু সান্দিকৈ, ইন্দ্ৰজিৎ চাংকাকতী, মহেশ বিশ্বাস, মহেশ্বৰ বৰাকে ধৰি এজন এজন কৈ ছাত্ৰনেতাবোৰে দেশৰ কাৰণে আত্মবলিদান দিছে আৰু মোৰ ল'ৰা ইন্দ্ৰনীলক মাত্ৰ গ্ৰেপ্তাৰহে কৰিছে।

বাগানৰ চাকৰি কৰি থকা অৱস্থাত মজদুৰহঁতে ভয়তে কঁপি থকা প্ৰসন্ন বৰুৱা যেন হঠাতে দুৰ্ব্বল হৈ পৰিল। তেওঁৰ দেহ-মন কঁপিবলৈ ধৰিলে। তেওঁ বহাৰ পৰা ঠিয় হ'ল আৰু পিচফালে বৈ থকা ঘৈণীয়েকক দেখি সুধিলে—অ' তুমি আহি বৈ আছাহি—। কিবা ক'বা ? কোৱা, কি কবা ?

—ল'ৰাটোৰ খবৰ এটা ল'ব লাগিছিল নহয় ?

—অ' কথা সেইটো ?

—হয়, ল'ৰাটোক যদি আন জেললৈ লৈ যায়। শুনিছোঁ ল'ৰাবিলাকক বোলে জেলত শাস্তি দিছে। বেজীৰে খুঁজিছে, বুট জোটাৰে গছকিছে, ভৰিৰ তলেদি হাত আনি কাণ চুবলৈ দিছে, নোৱাৰিলে বন্দুকৰ নলীৰে খুন্দিয়াইছে। —কথাবোৰ কৈ কৈ ইন্দুৰ মাকে উচুপি উঠিল।

—হেৰা, তোমাক এইবোৰ কথা কোনে ক'লে ? সিহঁত হৈছে ৰাজনৈতিক বন্দী। সিহঁতক এনে অত্যাচাৰ কৰিবলৈ দিবনে ? এইখন গণতান্ত্ৰিক দেশ বুজিছা।

—আপুনি নাজানে গাৱঁৰ ল'ৰাবোৰে কৈছে চি. আৰ. পিহঁতে গণতন্ত্ৰ মনা নাই। আমাৰ নেতা সকলেই সিহঁতক উচতাই দিছে বোলে।

—এৰা, এৰা ইন্দুৰ মাক ! আমাৰ মানুহ, আমাৰ মানুহেই বদন, বদনহঁত। হৰনাথ ডাৰোগা আজিও ওলাইছে, আমাৰ ল'ৰাহতঁক ধৰি নিছে পিটিছে, গছকিছে—বধ কৰিছে।

এইবাৰ বৰুৱাই চুৰিয়াৰ আগেৰে চকুদুটা মচি ঘৈণীয়েকৰ ওচৰৰ পৰা আঁতৰি ভিতৰলৈ সোমাই গ'ল।

ঘৈণীয়েক পিছে পিছে গৈ প্ৰসন্ন বৰুৱা বহা চকীখনৰ ওচৰতে ঠিয় হ'লগৈ।

—বোলো, কিবা এটা কৰক।

—হয়, ক'ৰপৰা যাবা? হাতটো পইচা-পাতি নাই। মামণিৰ form fill up কৰিব লাগিব। তৰোপৰি দোকানৰ বাকী আছেই।

মুখেৰে একো নামাতি ইন্দুৰ মাক ভিতৰলৈ সোমাই গ'ল। বৰুৱাই ভাবিলে—হাজাৰ হওক মাকৰ অন্তৰ—ক'তনো সহিব পাৰে।

চিন্তা কৰি বহি থাকিল প্ৰসন্ন বৰুৱা।

—বৰুৱা আছেনে? —ঢেকিয়াজুলি বাগানৰ মেনেজাৰ এণ্টনি আহি সেইখিনি সময়তে চোতাল পালেহি।

—আহা বন্ধু আহা! বহা।

—আজি কাগজত খবৰ পালোঁ—অসম জাতীয়তাবাদী দলৰ গুৱাহাটী মহানগৰী সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীমলয় বৰুৱা, যুৱছাত্ৰ পৰিষদৰ উপ-সভাপতি চন্দ্ৰমোহন পাটোৱাৰী, গণ-সংগ্ৰাম পৰিষদৰ তপন ডেকাৰ লগতে তোমাৰ লৰাটোক বোলে গ্ৰেপ্তাৰ কৰিছে। দুখ নকৰিবা বন্ধু! তোমালোক বৰ ভাগ্যবান। দেশৰ কাৰণে, দহৰ কাৰণে পুত্ৰদান দিব পাৰিছা। পিছে ল'ৰাটো দেখা কৰিবলৈ নোযোৱা জানো?

—কিহেৰে যাবা? মাকে যাবলৈ কৈছে। হাতত পইছা-পাতি নাই।

—তুমিও ভাল আৰু বন্ধু! পইচাৰ কাৰণে চিন্তা কৰিছা? মই আছো নহয়! সি জানো মোৰ ল'ৰা নহয়! কালিলৈকে তোমালোক যাবলৈ সাজু হোৱা। দেৰি হ'লে আকৌ আন ঠাইলৈ লৈ যাব পাৰে।

—মই নাযাওঁ বন্ধু। ছোৱালীজনীক লৈ মাকেই যাওক। নগাৰত ভাওৰজনী ছোৱালী আছে নহয়, পাৰিব সিহঁতে।

—তেনেহ'লে তুমি সন্ধিয়া পৰত মোৰ তালৈ এপাক মাৰিবাচোন।

এণ্টনি যাবলৈ ওলাল। দুয়ো লাহে লাহে খোজকাঢ়ি পদুলীমুখলৈ গ'ল। এণ্টনীয়ে ক'লে—চোৱাচোন বন্ধু, এই আকাশবাণীৰ কাণ্ডখন—গোটেই ফাঁকি কথাবোৰেই প্ৰচাৰ কৰি আছে। মাত্ৰ কাগজ কেইখনেহে আন্দোলনটো চলাই আছে। কেন্দ্ৰীয় তথ্যমন্ত্ৰী শ্ৰীবসন্ত সাঠেই কি কৈছে, জানিছানে বন্ধু?

—কি কৈছে?

—কৈছে, আকাশবাণী আৰু দূৰদৰ্শনে মিছা কথা প্ৰকাশ কৰা নাই। আন্দোলনকাৰীয়ে বিকৃত প্ৰচাৰ কৰি ফুৰিছে।

—এৰা, কি কৰিবা বন্ধু! গোটেইখন দেশ ফাঁকিতে চলিছে। বাৰু, সত্য এদিন ওলাই পৰিব, বুজিলা। বৌলিক জ্ঞানো ক'ৰবাত ঢাকি ৰাখিব পাৰে বন্ধু?

—এৰা যথাধৰ্ম্ম তথা জয়।

—এ'টনীয়ে কথা কৈ কৈ বিষণ্ণভাৱে হাঁহিলে আৰু পদুলীৰ জপনাখন খুলি ওলাই গ'ল।

এ'টনী যোৱাৰ ফালে প্ৰসন্ন বৰুৱাই ৰ লাগি চাই থাকি এটা সময়ত ভিতৰলৈ সোমাই আহিল।

॥ ৩৩ ॥

মনোৰমাৰ মাকৰ সেইদিনাৰ পৰা মগজুৰ ঠিক নাইকিয়া হ'ল। কেতিয়াবা মন মাৰি বহি থাকে, কেতিয়াবা আলিবাটত গৈ "দেউতাৰ আহিছে", "দেউতাৰ আহিছে" বুলি চিঞৰে। মনোৰমাৰ দেউতাকৰ কোনো শুংসুত্ৰ নোলাল। বাপীৰাম শইকীয়াক শ্বহীদ ঘোষণা কৰা নহ'ল। শ্বহীদৰ বেদী সাঁজি ফুলৰ মালাৰে সু-সজ্জিত কৰি মইনাজান চাপৰিত জনগণৰ সমাগমত তীৰ্থভূমিত পৰিণত কৰাও নহ'ল।

পিতৃৰ নিৰুদ্দেশৰ পিছত মনোৰমা হতাশ হ'ল—চাৰিওফালৰ বিপৰ্য্যয় দেখি তাইৰ অন্তৰাত্মা কান্দি উঠিল।

সৰু পিৰাখনত বহি মনোৰমাই কেৰাহীৰ ভাৰ্তাখিনি লৰাই দিলে। ভাজিখিনি কেৰাহীৰ পৰা বাতি এটাত কাঢ়ি থৈ তাই আকৌ চিন্তাৰ সাগৰত বুৰ গ'ল।

৪জুলাইৰ পৰা ৬জুলাই পৰ্য্যন্ত ৰেল আৰু বিমান চলাচল বন্ধ ৰখা কাৰ্য্যসূচী পালন কৰা হৈছিল যদিও ইণ্ডিয়ান এয়াৰ লাইনচে গুৱাহাটী-ডিব্ৰুগড়ৰ মাজত বিমান চলালে। তাৰে ১১জন যাত্ৰীক গুৱাহাটীলৈ লৈ আহোতে বাধা দিয়াত বৰঝাৰ বিমান কোঠত পুলিচে কন্দুৱা গেছ প্ৰয়োগ কৰিলে আৰু লাঠীচালনা কৰি ২৭জন আন্দোলনকাৰীক গুৰুতৰভাৱে আহত কৰিছে।

মনোৰমাই হুমুনিয়াহ কাঢ়িলে—সদৌ অসম ছাত্ৰসস্থাৰ স্বেচ্ছাসেৱক বাহিনীৰ মুখ্য আহ্বায়ক জয়নাথ শৰ্মা আৰু চিকিৎসা সেৱা বিভাগৰ আহ্বায়ক অঞ্জন শইকীয়াই তৎকালীন চিকিৎসা সেৱাৰ বাবে মহকুমা ভিত্তিত দহজনীয়া একোটা জৰুৰীকালীন চিকিৎসা সেৱা দল গঠন কৰিবলৈ মহকুমাৰ স্বেচ্ছাসেৱক বাহিনীৰ আহ্বায়ক সকললৈ আহ্বান জনাইছে।

আঘাতপ্ৰাপ্ত সকলক যদি আমিয়েই চিকিৎসা নকৰো তেনেহ'লে কোনে কৰিব? ৭জুলাই তাৰিখে গোলাঘাটত দুপৰীয়া ১১-৩০ বজাত শান্তিপূৰ্ণ পিকেটিংকাৰীৰ ওপৰত পুলিচে লাঠীচালনা কৰাত ৭জন আহত হৈছে। নিবাৰক নিৰোধ আইনমতে গ্ৰেপ্তাৰ কৰা সকলৰ বা কি হৈছে? তাৰোপৰি দিনে-নিশাই বেঙ্ক, ৰাজহুৱা অনুষ্ঠান সকলোবোৰ কাৰ্য্যালয় বন্ধ হৈ আছেই। তাই বহাৰ পৰা ঠিয় হ'ল। মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। তাই আৰু কিমান চিন্তা কৰিব। মাকক অতি সোনকালে তেজপুৰ মেণ্টেল হস্পিটেললৈ পঠিয়াব লাগে। তাৰোপৰি ইন্দ্ৰনীলক বা কোন জেলত ৰাখিছে—আজিও একো খবৰ নাই। আজি তাই পেহীৰ তালৈ যাব। ইমান দিন তাই যাওঁ যাওঁ বুলিও সময় কৰিব পৰা নাই। তাই আজি যেনে-তেনে যাবই। মিনতি পেহীয়ে তাইৰ কাৰণে যে কি নকৰিছে।

তাই কাপোৰজোৰ পিন্ধি জুপুকা মাৰি বহি থকা মাকৰ ওচৰলৈ গৈ ক'লে—মা, মই মিনতি পেহীৰ ঘৰলৈ যাওঁ।

মাকে ডাঙৰকৈ চকুহাল মেলি তাইলৈ চাই হাঁহিলে। মনোৰমাই তললৈ মূৰ কৰি কিছুসময় নিমাতে থাকি বাহিৰলৈ ওলাই গ'ল।

মনোৰমা গৈ পেহীৰ ঘৰ পালেগৈ। মিনতি পেহীয়ে তেতিয়া বাৰান্দাত বহি ঢেকিয়া শাক কেইডাল বাচি আছিল।

—পেহী!

—অ' মনোৰমা আহিলি!

—এৰা, পেহাৰ অসুখৰ খবৰটো লওঁ বুলি আহিলোঁ।

—ভাল কৰিলি আই।

—পেহাই ভাল পাইছেনে পেহী?

—ক'তনো আৰু ভাল পাব মনো! হাপানী বেমাৰ ক'ৰবাত ভাল হয়নে? এনেকৈয়ে দিন কেইটা যাব। মই ভগৱানক খাটিছোঁ, মোকে আগতে মাৰি নিয়া প্ৰভু! কণা বিধাতাই আকৌ নেদেখে নহয়।

—নক'বা পেহী। তুমি মৰিলে পেহাক চাব কোনে ?

—অ' সেইটো কথা। কাৰ ভাগ্যত কি লিখা আছে, কোনে জানে ? বাৰু, বহুচোন আহিছ যেতিয়া।

—ব'লাচোন পেহী, আগতে পেহাৰ ওচৰৰ পৰা আহোঁ !

—অ' ব'ল—কিনো চাবি, একেবাৰে বিছনাই-মানুহে এটা হ'ল। মনোৰমা বিছনাৰ কাষ পালেগৈ। বিছনাত যে মানুহ এটা শুই আছে ধৰিবই নোৱাৰি। মনোৰমাই মাত দিলে—পেহা—অ'—পেহা।

বহুলকৈ চকুহাল মেলি মনোৰমালৈ চাই পেহাই শেহাই-শেহাই ক'লে—অ' আইজনী, বহ, মোৰ অৱস্থা এইয়া, কি কৰিবি, ভাগ্য !

—দুখ নকৰিব পেহা, ভাল হ'ব নহয়।

—তয়ো ভাল কথাকে কলি—মই ভাল হ'বলৈ খোজা নাই আই। মই যাব লাগে, মোৰ দৰে অপদাৰ্থবোৰৰ দেশত কাম নাই।

মনোৰমাই তললৈ মূৰ কৰিলে। পেহাই দীঘল কৈ উশাহ ললে। বেছি কথা ক'লে পেহাৰ কষ্ট হয।

—কথা নক'ব পেহা।

—এৰা নকওঁ দে। তই বহগৈ যা। মনোৰমা বহিবলৈ আহিল। বাৰান্দাত থকা মূঢ়াটোত বহি শুনিবলৈ পালে পেহাই গাইছে—

> ক্ষুদ্ৰ সুখে বহু আশা কৰি
>
> ভৱকূপে জীৱ আছে পৰি
>
> কালসৰ্পে দংশি হৰাইল
>
> চেতন তাৰ।

—মনোৰমাই পেহীৰ মুখলৈ চালে।

—বুজিছ মনো ! পেহাৰক ইমান বুজাওঁ, নুবুজে। কি কৰিবি, উপায় নোপোৱাত পৰিছোঁ। বাৰু সেইবোৰ থ, দেশৰ খবৰ কিবা আছেনে ক। কেইবাদিনো মই ওলাবই পৰা নাই।

—কিয় তুমি খবৰ পোৱা নাই ? ২৫জুলাইৰ পৰা কেইবাজনো উচ্চপদস্থ বিষয়াক আটক কৰিছে নহয়, মুঠতে মই জনামতে ২৫জন চৰকাৰী চাকৰিয়াল গ্ৰেপ্তাৰ হৈছে। তাৰোপৰি পিকেটিংকাৰীৰ ওপৰত পুলিচৰ দুৰ্ব্যৱহাৰ আছেই।

কথাপাতি থাকোতেই সিহঁতে দেখিলে জীৱন সিহঁতৰ ফালেই দৌৰি আহিছে।

—কি হ'ল জীৱন? —মিনতিয়ে সুধিলে, —ইমান উধাতু খাই আহিছা যে?

—মোৰ দোকানখন কালি ৰাতি চুৰি হ'ল।

—জীৱন ধুপুচু কৈ মাটিত বহি পৰিল। আৰু প্ৰায় চিঞঁৰিয়ে ক'লে—পানী এগিলাচ দে।

—চোৰ!—মিনতি পেহীয়ে তাৰ ফালে চাই থৰু লাগিল।

—ঠিক চোৰ নহয় কোনোবাই হিংসা কৰি সকলো লুটি নিলে পেহী।

—উস্—মিনতি পেহীয়ে পানী এগিলাচ আনি দিলেহি। পানী গিলাচ ঘট্-ঘট্কৈ খাই জীৱনে চিঞঁৰি চিঞঁৰি ক'লে—চাকৰি ঘাওঁতে তোমালোকে কৈছিলা নহয় দোকান দে, স্বাৱলম্বী হ। মই দোকান দিলোঁ। ছাত্রসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ নেতাসকলে সহায় কৰিলে কিন্তু বাৰে বাৰে মোক কোনে সহায় কৰিব? মই এতিয়া কি কৰো মিনতি পেহী।

মনোৰমাই সান্ত্বনা দিবলৈ চেষ্টা কৰি ক'লে—ধৈৰ্য্য ধৰা জীৱন।

জীৱনে দুই ভৰিৰ মাজত মুৰটো গুঁজি হুকুহুকাই কান্দি উঠিল।

—কান্দিছা কিয়?—মনোৰমাই, আকৌ ক'লে, —ধৈৰ্য্য ধৰা জীৱন।

—নহয় মনোৰমা, মই ইয়াৰ প্ৰতিশোধ লমেই।

—নাই—নাই জীৱন তই একো কৰিব নালাগে—আমি ইয়াৰ ব্যৱস্থা কৰিম।

—তোমালোকে? তোমালোকে কি কৰিবা পেহী। ছাত্রসন্থাক ক'বা, সিহঁতে মোক কিমান সহায় কৰিব? হ'ব নোৱাৰে পেহী, মই নতুনকৈ বজাৰৰ ভিতৰত দোকান দিয়া দেখি সিহঁতৰ হিংসা লাগিল আৰু মোক ধ্বংস কৰিবলৈ চেষ্টা কৰিলে।

সি অধৈৰ্য্য হৈ বাটৰ ফালে চালে। সি দেখা পালে সিহঁতৰ ঘৰৰ ফালেই বীণা বাইদেউ সোমাই আহিছে। সি আঠুত মুৰ গুঁজি বহি থাকিল। বীণা বাইদেউ সোমাই আহি গোটেই ঘটনাটো জানিব পাৰি হতাশ হ'ল। তাৰ পিছত জীৱনৰ ওচৰতে বহিল আৰু তাৰ হাতখনত ধৰি ক'লে—জীৱন, তই ইমান হতাশ হোৱা মইতো দেখা নাছিলো! জীৱন,কথাবোৰ সহজভাবে লবলৈ চেষ্টা কৰচোন! মানুহৰ অন্তৰত থকা ধ্বংসকাৰী প্ৰকৃতিটো বৰ প্ৰবল জীৱন,

নহ'লেনো ইমান জ্ঞানী-গুণী বৈজ্ঞানিকসকলে পৃথিৱী ধ্বংসকাৰী নিউক্লিয়াচ অস্ত্ৰৰ সৃষ্টি কৰেনে? আজিৰ পৃথিৱীত মানুহ যিমানেই সভ্যতাৰ উচ্চ শিখৰলৈ উঠি গৈছে সিমানেই পৃথিৱী ধ্বংস কৰাৰ চেষ্টাও চলাই গৈছে। তথাপিও কিছুমান মানুহে সেই ধ্বংসৰ বিপৰীতে সৃষ্টিকামী মনোভাৱ লৈ আগবাঢ়ি যোৱা নাই জানো? সেইকাৰণে কৈছোঁ, যিজনে বিপদত ধৈৰ্য্য ধৰিব পাৰে তেওঁহে আচল মানুহ।

বীণা বাইদেউৰ কথাবোৰ শুনি জীৱনৰ চকুত আশাৰ জিলিঙনি উঠিল। সি বহাৰ পৰা থিয় হ'ল আৰু চিঞৰি ক'লে—মই আকৌ দোকান দিম বাইদেউ।

বীণাই জীৱনক ওচৰলৈ চপাই আনি কপালত চুমা এটা খাই ক'লে—জীৱন। তইহে সঁচা সংগ্ৰামী। আমাৰ সকলো কৰ্মীয়েই এনে হ'ব লাগিব। তেহেঁ অসমৰ মুক্তি হ'ব। তই পলায়নবাদী নহবি জীৱন। কাম কৰি যা। তোৰ নিচিনা শোষিত-নিৰ্য্যাতিতসকলক উদ্ধাৰ কৰ।

—কথাখিনি কৈ জীৱনলৈ বীণা বাইদেৱে চাই ৰ'ল আৰু অকণমান সময় চিন্তা কৰি ক'লে,—জীৱন, তহঁতৰ পৰা অসমৰ দৰিদ্ৰ জনগণে বহুত আশা কৰিছে। সেয়ে তহঁতৰ আদৰ্শৰে সকলোকে অনুপ্ৰাণিত কৰিব লাগিব। ভয় নকৰিবি জীৱন, উষাৰ সোণোৱালী সপোনবোৰ তহঁতে যেন বাস্তৱত পৰিণত কৰ—আমি ইযাকেহে আশা কৰিছোঁ।

জীৱন থিয় হ'ল আৰু হাতৰ মুঠিটো মাৰি বীণা বাইদেউলৈ চাই ক'লে,—

'জয় আই অসম

আমাৰ জয় অনিবাৰ্য্য'।

জীৱন গুচি গ'ল। খৰ খোজেৰে গুচি যোৱা জীৱনলৈ বীণাই ৰ লাগি চাই আছিল। তাৰ ফঁটা চোলাটোৰ ফাঁকেৰে পিঠিৰ এটা অংশ তাই দেখা পাইছিল আৰু সেই কেঁচা মঙহখিনিত যেন লিখা আছিল—

সেই অসহায়তাৰ

সৃষ্টি আজি

বিদ্ৰোহ মহানল।

॥ ৩৪ ॥

কামাখ্যা পাহাৰৰ হাবিবে আবৰা এটি সৰু টিলাৰ কাষত ছাত্ৰসন্থাৰ কেইজনমান ছাত্ৰনেতা লগ লাগিল। আজি কেইদিনমানৰ আগতে মাত্ৰ সম্পাদক ভৃগুকুমাৰ ফুকন জেলৰ পৰা মুক্ত হৈ আহিছে। ছাত্ৰসন্থাৰ সভাপতি বৰ্তমান লক্ষীমপুৰতে থাকিবলগা হোৱাত ভৃগুৱে সভাপতিৰ হৈ গৃহমন্ত্ৰীযে দিয়া চিঠিখন পঢ়ি শুনালে—'প্লাইউড্' অৱৰোধৰ ক্ষেত্ৰত ছাত্ৰসন্থাই দাঙি ধৰা চৰ্তসমূহ "প্লাইউড্ মেনুফেক্চাৰিং এছ'চিযেছন"ৰ সভাপতিযে মানি মানি লৈছে। এই চৰ্তত অসমৰ স্বাৰ্থৰ হকে চাৰি শতাংশ ডিপো স্থানান্তৰ কৰিবলৈ বিচৰা হয। সেইখিনি সময়তে অতুল বৰা, বিৰাজ শৰ্মা আৰু বৃন্দাবন গোস্বামী আহি তেওঁলোকৰ ওচৰ পালেহি। অতুল বৰাই গম্ভীৰভাৱে খোজকাঢ়ি গৈ বৰনিৰ ওপৰতে এটুকুৰা ওখ ঠাইত বহিল আৰু গহীন হৈ ক'লে—চৰকাৰৰ কোনো কথাতে বিশ্বাস কৰিব নোৱাৰা হৈ পৰিছে। কাৰণ, আন্দোলনৰ ক্ষেত্ৰত চৰকাৰে দমনমূলক ব্যৱস্থা প্ৰত্যাহাৰ কৰিম বুলি ঘোষণা কৰা স্বত্ত্বেও চি আৰ পিৰ অত্যাচাৰ অব্যাহত আছে। তাৰোপৰি হত্যাকাণ্ডও ঘটি আছে, চৰকাৰী চাকৰিয়াল সকলৰ ২১দিনৰ দৰমহা কৰ্তনৰ নিৰ্দেশ দিছে। ২৩, ২৪, ২৫জুলাইত মণিপুৰৰ মুখ্যমন্ত্ৰীৰ লগত হোৱা আলোচনাত বিভিন্ন দমনমূলক ব্যৱস্থা উঠাই ললে পৰ্য্যাযক্ৰমে আন্দোলন প্ৰত্যাহাৰ কৰিম বুলি সন্মত হৈছিলোঁ। কিন্তু, ক'তা? দমনমূলক ব্যৱস্থা উঠাই ললে জানো? আজিলৈকে বিভিন্ন ঠাইত যেনে—নগাঁও, ৰঙিযা, গুৱাহাটী, তেজপুৰ আদি ঠাইত গ্ৰেপ্তাৰ কাৰ্য্য চলাই থকা হৈছে।

লগতে বিৰাজ শৰ্মাই ক'লে—ইফালে ২১জুলাইৰ পৰা ৩আগষ্টলৈকে আন্দোলন সামযিকভাবে স্থগিত ৰাখিলেও 'তৈল অৱৰোধ' আৰু পিকেটিং চলি থাকিব।

বৃন্দাবন গোস্বামীয়ে এইবাৰ হাঁহি মাৰি ক'লে—আন্দোলন স্থগিত ৰখাৰ কাৰণে বোলে গৃহমন্ত্ৰীয়ে আদৰণি জনাইছে।

জয়নাথ শৰ্মাই গৰ্জি উঠিল—হো ঃ! আদৰণি। পূৰ্বচৰ্ত নোহোৱাকৈ সিহঁতে আমাক আলোচনাত বহিবলৈ মাতিছে, তাৰ মানে কেন্দ্ৰীয় চৰকাৰে আমাক বহুতীয়া গোলাম পাইছে। —জয়নাথে চকুত জ্বলন্ত অগ্নিশিখা লৈ

বর্নান ভৰাৰ ওপৰত ইফাল-সিফাল কৰিলে আৰু কামাখ্যা মন্দিৰলৈ চাই হাতযোৰ কৰি ক'লে—মা ! তুমি আমাৰ অন্তৰৰ বেদনা কিয় শুনা নাই ? তুমি বাৰু কিয় অসমৰ বুকুত ঢল বৰলৈ দিছা ?

এইখন দেশতে এবাৰ নহয়, দুবাৰ নহয়, ১৭বাৰ মোগলৰ লগত অসমবাসীৰ যুদ্ধ হৈছিল। সেই সময়তো বহুতীয়া এচাম দালালে অসমবাসীক ঠগিছিল—বিশ্বাসঘাটকতা কৰিছিল। হায় ! আমাৰ অসম দেশ ! কেতিয়া এইখন দেশত হাবি গুছি ফুলবাৰী হ'ব ? ডিঙা গুছি ভাপৰ নাও হ'ব ?

—নহ'ব নহ'ব, অতুল দাদা, নহ'ব। —জয়নাথে চিঞৰি উঠিল। তেজপোৰা মুখখনত জ্বলন্ত দীপশিখা দেখি সকলো নীৰবে বহিল। অলপ সময় নীৰৱে থকাৰ পিছত তেওঁ আকৌ ক'লে—আজি অসমৰ চাৰিওফালে মহিলাসকলৰ প্ৰতি মুখ্যসচিব চাৰিবণে কৰা অশালীন বক্তব্যৰ প্ৰতি প্ৰতিবাদৰ ধ্বনি উঠিছে।

—উঠিবতো, চাৰিবণে কৈছে কি ? অসমৰ সাম্প্ৰতিক আন্দোলনৰ কালত ৭৮০বো অধিক গৰ্ভপাত ঘটনা হৈছে। এনে ব্যক্তিক অসমত ৰখাৰ কিবা যুক্তি থাকিব পাৰেনে ? বেগুকা বাইদেৱে এই মৰ্মে অভিযোগ তুলি ৰাজ্যপাললৈ চিঠি প্ৰেৰণ কৰিছে।

—এনে ব্যক্তিক অতি শীঘ্ৰে অসমৰ পৰা আঁতৰাব লাগে। —জয়নাথৰ কথাৰ লগতে বিৰাজ শৰ্মাই ক'লে।

—সকলোফালে অন্যায় চলিছে, নহ'লেনো কালি মাত্ৰ এসপ্তাহৰ কাৰণে 'পেৰেল'ত মুক্তি দিযেনে ? এগৰাকী নাৰীৰ প্ৰতি এনে দুৰ্ব্যৱহাৰ শোভা পাই জানো ?

জয়নাথে পুনৰ ক'লে—নগাঁৱৰ ঘটনাৰ তদন্তৰ ব্যৱস্থা নকৰি ৰুপহী, জুৰিয়াৰ গুলীচলনাৰ তদন্তৰ ভাৰ উৰ্জনি অসমৰ আযুক্ত শ্ৰীআই এচ. পাৰ্থ-সাৰথিক দিলে। তাৰ কাৰণে নগাঁও জিলাৰ গণ-সংগ্ৰাম পৰিষদে তদন্ত কমিটিৰ লগত অসহযোগ কৰি আছে। তাৰোপৰি বাপিৰাম শইকীয়া, কমল'ৰা শইকীয়া, জীৱেশ্বৰ নাথ, জয়নাথ ভড়ালি, দেওৰাম বৰুৱাৰ এতিয়ালৈকে কোনো সন্ধানেই উলিযাব পৰা নাই।

জয়নাথ শৰ্মাৰ পাছত নগেন শৰ্মাই ক'বলৈ ধৰিলে—সকলো ঠাইতে পিকেটিংকাৰীৰ ওপৰত অত্যাচাৰ চলিছে, গুলীচালনা হৈছে, জধে-মধে গ্ৰেপ্তাৰ

কৰিছে। পশ্চিমবঙ্গৰ বাতৰিকাকত সমূহে অসমৰ স্বেচ্ছাসেৱক বাহিনীয়ে অস্ত্ৰ-শস্ত্ৰৰ প্ৰশিক্ষণ লৈছে বুলি বাতৰি পৰিবেশন কৰিছে।

জয়নাথ শৰ্মাই এইবাৰ গৰ্জি উঠিল,—পশ্চিমবঙ্গৰ বাতৰি কাকতে কেনেকৈ জানিলে—আমাৰ স্বেচ্ছাসেৱক বাহিনীয়ে অস্ত্ৰ-শস্ত্ৰৰ প্ৰশিক্ষণ লৈছে বুলি? সিহঁত লোকৰ কথাত মূৰ ঘমাবলৈ কোন? ইফালে যে তিনিচুকীয়াৰ কালী-মন্দিৰত বোমা-বাৰুদ আদি ধৰা পৰিছে, সেইবোৰ সিহঁতে নেদেখে নেকি?

—লিখিবলৈ দিয়ক শৰ্মা, লিখি আৰু কিমান দিন টিকি থাকিব? মিছা কথা লিখি জনগণৰ মুখ বন্ধ কৰিব নোৱাৰে।

—নগেন শৰ্মাৰ কথাত জয়নাথ শৰ্মা মনে মনে থাকিল।

—চাওক শৰ্মা—নগেনে আকৌ ক'লে—৪জুলাইত বৰমাত হোৱা গুলীচালনাত আহত লোকসকল মেডিকেল কলেজত আছে। তাৰোপৰি হিতেন্দ্ৰ গোস্বামীকে ধৰি বহু কেইজনক তিহাব জেইললৈ নিছে। আজি মেডিকেল কলেজৰ ডাক্তৰ আৰু নাৰ্চসকলে যি সহায়-শুশ্ৰূষা আগবঢ়াইছে, তাৰ তুলনা নাই। তেওঁলোকে সেইকণ ত্যাগ নকৰা হ'লে আমাৰ কম লৰা-ছোৱালী মৰিলহেঁতেন নে?

—তাৰ কাৰণে হতাশ হ'লেতো নহ'ব। সকলো সমস্যাকে আমি মূৰ পাতি ল'ব লাগিব।

ভৃগুৱে তলমূৰ কৰি চিন্তা কৰিলে—এইখন দেশ অসম,—য'ত সোণোৱালী শস্যৰে নদন-বদন হয়, য'ত শত নদীয়ে আই মাতৃৰ চৰণ ধুৱায়, য'ত ছটা ঋতুয়ে লাজৰ ওৰণি টানি অহা-যোৱা কৰে, য'ত বৰ্ষাৰ গৰ্জনে পৃথিৱী কঁপায়, বিজুলীয়ে কঢ়িয়াই আনে নদী-উপত্যকালৈ পলসৰ প্ৰেমৰ বতৰা। য'ত বকুল, শেৱালি, মালতি, সেউতিয়ে আমোল-মোলায় সেইখন দেশৰ এজাক মানুহ আজি দিশহাৰা হৈছে। নিজৰ দেশতে নিজৰ অস্তিত্ব ৰক্ষা কৰিবৰ কাৰণে আন্দোলন কৰিব লগা হৈছে, বিদ্ৰোহ কৰিব লগা হৈছে ।।

—ফুকন।

—জয়নাথ শৰ্মাৰ কথাত ভৃগুৱে সম্বিৎ ঘূৰাই পালে।

—চিন্তা নকৰিবা ফুকন, আমাৰ জয় হ'বই লাগিব। Let us trust to ourselves, see all with our own eyes

সকলোৱে জয়নাথলৈ চালে। সৰ্বশেষত অতুল বৰাই আলোচনাৰ সামৰণি মাৰি সুধিলে, —তেনেহ'লে আজি কি কি প্ৰস্তাৱ লোৱা হ'ল?

ভূগুৰে ক'লে,—যোৱা ২৫জুলাইত মণিপুৰৰ মুখ্যমন্ত্ৰীৰ লগত হোৱা চুক্তিমতে চৰকাৰে প্ৰতিশ্ৰুতি ৰক্ষা কৰিলেহে মৰাপাট, বাঁহ আদিৰ অৱৰোধ প্ৰত্যাহাৰ কৰা হ'ব। চৰকাৰে দিয়া দৰমহা কৰ্তনৰ নিৰ্দ্দেশত আমি আশ্চৰ্য্য প্ৰকাশ কৰিছোঁ আৰু ৰামদিয়া গাঁৱৰ কাঁহিবাৰীৰ বীৰেন ডেকা আৰু কান্দুৰা ডেকাৰ সন্ধান উলিয়াবলৈ চৰকাৰৰ ওচৰত দাবী জনাইছোঁ।

অতুল বৰাই ক'লে,—তেনেহ'লে যুটীয়াভাৱে আলোচনা হওক, দিন এটা ঠিক কৰিব লাগে।

—২আগষ্টতে আলোচনাৰ দিন ধাৰ্য্য কৰা হওক।

—হ'ব তেনেহ'লে। —অতুল বৰাই ক'লে—আজিলৈ সভা ভঙ্গ।

নগেন শৰ্মাই হাঁহি মাৰি ক'লে,—

"জয় আই অসম"।

সকলো পাহাৰৰ তললৈ নামি গ'ল।

সন্ধ্যা জিলি-মিলি পোহৰত ছাত্ৰনেতা কেইজনে সেমেকা দূৰ্বাৰ বন গছকি সুৰসুৰিয়া আলিয়েদি যেতিয়া নামি গৈছিল তেতিয়া দূৰত সিহঁতে দেখা পাইছিল—বহল লুইতৰ এবুকুভৰা পানী।

॥ ৩৫ ॥

২৭ছেপ্তেম্বৰ, ১৯৮০চন। নগাঁও মহাবিদ্যালয়ৰ পিছফালৰ এটা সৰু কোঠালিত জিলা ছাত্ৰসন্থাৰ এখন সভা বহিল। সভাপতি দিগেন বৰাকে ধৰি অতুল শৰ্মা, জীৱন কলিতা, দেৱকান্ত বৰুৱা, প্ৰদীপ বৰ্মণ, প্ৰভাত কলিতা, সুৰেণ মহন্ত, পৰাণ গোহাঁই, অতুল মেধি, বিৰাজ হাজৰিকা, উগ্ৰ হাজৰিকা, যতীন নাথ, অনিল বৰা, গিৰীণ বৰা, বিমল লেখাৰু, ভোগেশ্বৰ বৰুৱা, কৃষ্ণ শইকীয়া, শৰৎ বৰকটকী আদি ছাত্ৰনেতা সকল সভাত উপস্থিত থাকি আন্দোলনৰ বিভিন্ন দিশ পৰ্য্যালোচনা কৰিলে।

সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি কেশৱ মহন্তই কৈ গ'ল—আপোনালোকে নিশ্চয় গম পাইছে যে, ২আগষ্ট তাৰিখে মণিপুৰৰ মুখ্যমন্ত্ৰীৰ লগত গুৱাহাটীৰ আৱৰ্ত ভৱনত ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ প্ৰতিনিধি সকলৰ মাজত মাৰ্জনিশালৈকে হোৱা আলোচনাৰ পৰিপ্ৰেক্ষিতত এখন চুক্তি গৃহীত হৈছে।

সেই চুক্তিখন আছিল ৬দফীয়া। আজি মই আপোনালোকক এই ৬টা দফা পঢ়ি শুনাম—

(১) ৭৭গৰাকী বন্দীক মুক্তি দিয়াৰ লগতে বাকী সকলৰ প্ৰতিও কেতবোৰ অতিৰিক্ত নিৰ্দেশ দিব লাগিব,

(২) ১৯৫৫চনৰ অশান্ত অঞ্চল আইন আৰু ১৯৫৮চনৰ স-শস্ত্ৰ বাহিনীৰ বিশেষ ক্ষমতা আইনৰ অধীনত জাৰি কৰা নিৰ্দ্দেশ প্ৰত্যাহাৰ কৰিব লাগিব,

(৩) জিলা উপায়ুক্তলৈ গাঁওবাসীৰ মাজত সম্প্ৰীতি ৰক্ষা কৰাৰ উদ্দেশ্যে পাইকাৰী জৰিমনা উঠাই লোৱাৰ নিদ্দেশ দিব লাগিব,

(৪) হিংসাত্মক কাৰ্যৰ বাহিৰে আন গোচৰত অভিযুক্ত আন্দোলনকাৰীৰ গোচৰ পুনৰ পৰ্য্যালোচনা কৰিব লাগিব,

(৫) চৰকাৰী চাকৰিয়ালৰ গোচৰবোৰ প্ৰধানমন্ত্ৰীৰ নিৰ্দ্দেশক্ৰমে সহানুভূতিৰে বিবেচনা কৰিব লাগে আৰু ১০তাৰিখৰ ভিতৰত এই কাৰ্য্য শেষ কৰিব লাগে যিহেতু ১১তাৰিখে প্ৰাৰম্ভিক আলোচনা অনুষ্ঠিত হ'ব,

(৬) ২০জন চৰকাৰী চাকৰিয়ালৰ নিলম্বিতকৰণ উঠাই ল'ব লাগিব।

—এইখনেই হ'ল ৬দফীয়া চুক্তি।

সভাৰ মাজত এটা গুণ-গুণনি শুনা গ'ল। কেশৱ মহন্তই কাগজখন হাতত লৈ সভাত বহি থকা সদস্য সকললৈ চাই পঠিয়ালে।

পৰাগ গোহাঁয়ে ঠিয় হৈ ক'লে—চৰকাৰে সেই চুক্তি মতে কাম কৰা নাই। ১০আগষ্টৰ ভিতৰত সেই চুক্তিমতে কাম কৰিব লাগিছিল, কিন্তু আজি ২০ছেপ্তেম্বৰ হ'ল। অসমৰ বিভিন্ন ঠাইত বৰ্তমানেও গ্ৰেপ্তাৰ কাৰ্য্য চলি আছে।

এই কথাৰ উত্তৰ দি পুনৰ কেশৱ মহন্তই ক'লে—এই কথাৰ প্ৰতিবাদত ৪জনীয়া প্ৰতিনিধিৰ দল এটাই ইম্ফলত গৃহ দপ্তৰৰ যুটীয়া সচিবৰ লগত ১১আগষ্টত আলোচনা কৰিছিল আৰু এই আলোচনা মৰ্মে ১৮আগষ্টত শিবলং আলোচনাৰ আগতে সমূহ দমনমূলক ব্যৱস্থা উঠাই লোৱাৰ বাবে দাবী জনোৱা হৈছিল।

পৰাগ গোহাঁয়ে ক'লে—৬জন আটক বন্দীক মুক্তি দি চৰকাৰে নিবাৰক নিৰোধ আইনৰ অধীনত গ্ৰেপ্তাৰ কৰা মুঠ ১৩২জন বন্দীক মুক্তি দি দমনমূলক ব্যৱস্থা প্ৰত্যাহাৰ কৰিছে বুলি প্ৰমাণিত কৰিবলৈ গৈছে যদিও পুনৰ নতুনকৈ গ্ৰেপ্তাৰ কাৰ্য্য চলাই আছে।

শৰৎ বৰকটকীয়ে হাঁহি হাঁহি ক'লে—শিবলং আলোচনা হ'লে কি হ'ব? আলোচনালৈ মধ্যস্থতাকাৰী মণিপুৰৰ মুখ্যমন্ত্ৰীকে দেখোন নামাতিলে?

কেশৱে উত্তৰত ক'লে,—চৰকাৰে এই চুক্তি পালন নকৰালৈকে প্লাইউড্ অৱৰোধ চলাই থকা হ'ব বুলি অৱৰোধ সমিতিয়ে ঘোষণা কৰিছে।

সেই সময়তে বিমল লেখাৰু ঠিয় হ'ল আৰু ক'লে,—আজিলৈকে কিমান বন্দীক মুক্তি দিলে, কিমান বন্দীৰ ওপৰত চৰকাৰে গোচৰ তৰিছে তাৰ এটা হিচাপ আমাক দিব লাগে।

কেশৱ মহন্তই উত্তৰত ক'লে—১৯৮০চনৰ পহিলা জানুৱাৰীৰপৰা এতিয়ালৈকে মুঠ ১৬,০৯,১৫৭জন লোকক চৰকাৰে গ্ৰেপ্তাৰ কৰিছে আৰু ১৭,৬১২জনৰ বিৰুদ্ধে আদালতত গোচৰ তৰা হৈছে বুলি হিচাপ দিছে।

—নিহতৰ সংখ্যা চৰকাৰে কিমান দিছে?

—সংসদী পৰিক্ৰমা মন্ত্ৰী শ্ৰীসীতাৰাম কেশৰীয়ে এটা হিচাপত কৈছে যে, ১জানুৱাৰীৰ পৰা ১৮জুনলৈ ২৮জন লোকেহে পুলিচৰ গুলীচালনাত মৃত্যুবৰণ কৰিছে।

—মিছা কথা। কিমান নিহত হৈছে তাৰ লেখ চৰকাৰে কেনেকৈ দিব? নিহতৰ সংখ্যা বহুত বেছি।

অতুল মেধিৰ কথাৰ উত্তৰ দি কেশৱে ক'লে,—আচল মৃত্যুৰ সংখ্যা আমাৰ কেন্দ্ৰীয় কমিটিয়ে ৰাখিছে আৰু অতি শীঘ্ৰেই তাৰ তালিকা প্ৰস্তুত কৰি উলিয়াব। তাৰোপৰি আপোনালোকে জানিব পাৰিছে যে, ৰাজ্যিক শিক্ষাধিকাৰে ৰাজ্যৰ সকলো স্কুল, কলেজ খোলাৰ ব্যৱস্থা কৰিবলৈ শিক্ষানুষ্ঠানৰ মুৰব্বী আৰু স্কুল পৰিদৰ্শক সকলক চাৰ্কুলাৰ যোগে নিৰ্দ্দেশ দিছে।

—আমি ইয়াৰ প্ৰতিবাদ কৰিম। চৰকাৰে আগতে দমনমূলক ব্যৱস্থা উঠাই নললে ছাত্ৰ-ছাত্ৰীসকল স্কুললৈ অহাতো অসম্ভৱ।

কেশৱ মহন্তৰ কথাৰ উত্তৰ দি প্ৰভাত কলিতাই ক'লে—আগতে শিক্ষণ পৰিৱেশ এটা ঘূৰাই নানিলে ছাত্ৰ-ছাত্ৰী স্কুললৈ আহিব কেনেকৈ? শিক্ষণ পৰিৱেশ এটা ঘূৰাই আনিব লাগিব চৰকাৰে। তৰোপৰি, স্কুল খোলা-নোখোলা সিদ্ধান্তটো স্থিৰ কৰিবলৈ ৬ছেপ্তেম্বৰ তাৰিখেই আৰু নাছেৰ, দেব বৰা, ইফ্‌টিকাৰ্ হুছেইন বৰা, তিলেশ্বৰ তামুলী, দিগেন বৰা আৰু সুনীল পাঠকক লৈ ৬জনীয়া কমিটি গঠন কৰা হৈছিল। কিন্তু কি হ'ব,

চৰকাৰে স্কুল আৰু কলেজৰপৰা মিলিটেৰীবোৰ অপসাৰণ নকৰিলে স্কুল বহিব কেনেকৈ ?

বুমোজা খনেৰে মুখখন মচি প্ৰভাতে কৈ গ'ল,—আজি চাৰিওফালে কেৱল মাত্ৰ সন্ত্ৰাস আৰু ভয়। আজি জনতাই জীয়াই থকাৰ আকুল আশংকাত ভুগিছে। সমাজত যেতিয়া সংঘাটৰ সৃষ্টি হয়, তেতিয়া বৃদ্ধি পায়—পশ্চাৎ-ঘাটী কাৰ্য্যকলাপ। সৌ সিদিনা ৭ছেপ্তেম্বৰত দুৰ্গা দাস বড়ো, অনিল দৈমাৰী, ৰেখাৰাণী দাস বড়ো, জ্যোৎস্না সোনোৱাল আদি জনজাতীয় ছাত্ৰ-ছাত্ৰীসকলৰ উদ্যোগত কমাৰ্চ কলেজত যি সভা অনুষ্ঠিত হ'ল, সেই সভাত ৰাজনৈতিক কু-চক্ৰৰ প্ৰভাৱৰপৰা মুক্ত হৈ জনজাতীয়, অ-জনজাতীয়ৰ ঐতিহাসিক সমন্বয় অটুট ৰাখিবলৈ সকলো ৰাইজকে আহ্বান জনোৱা হৈছে। 'ট্ৰাইবেল বেল্ট'কে ধৰি সমগ্ৰ অসমৰপৰা বিদেশী বহিষ্কাৰ আন্দোলনত শেষ পৰ্য্যায়লৈকে আগবাঢ়ি যাবলৈ ৰাইজক অনুৰোধ কৰিছে।

অনিল বৰাই অংশগ্ৰহণ কৰি ক'লে—আজি জনতাই বৰ্তমান চৰকাৰৰ সমগ্ৰ অৰুন্ধাটোৰ বিৰুদ্ধে মৰণ-পণ কৰি মুক্তি যুদ্ধত অৱতীৰ্ণ হৈছে আৰু ইয়াৰ ফলস্বৰূপে অসমৰ দৰিদ্ৰ জনগণে এফালে বন্দীশালত জীয়াতু ভোগিছে, আনফালে বন্দুক, বেয়নেটৰ আঘাটত জীৱন শেষ কৰিছে।

সভালৈ দেৱ বৰা সোমাই আহি ক'লে—আজি অসমৰ ৰাইজৰ গণতন্ত্ৰৰ অনুষ্ঠানসমূহ, নিৰ্বাচন, বিচাৰ বিভাগ, প্ৰশাসনৰ আমোলাতন্ত্ৰ—এই সকলো-বোৰৰ প্ৰতি আস্থা নাই। ক্ৰমান্বয়ে আমাৰ ৰাইজৰ চৰকাৰৰ প্ৰতি অনাস্থা বাঢ়ি আহিছে। সেই কাৰণে ৰাইজে আজি ভাবিবলৈ বাধ্য হৈছে যে, অসমৰ সোণসেৰীয়া আশা-আকাঙ্ক্ষা পূৰণৰ বাটত হেঙাৰ হোৱা শাসন-শোষণৰ এই সৌধ ভাঙি-ছিঙি ধ্বংস হওক আৰু তাৰ ঠাইত গঢ়ি উঠক—অসমীয়া ৰাইজৰ নতুন আশাৰ, নতুন দিনৰ সৌধ। ৰাইজৰ এই ভঙা-গঢ়াৰ মাৰমুখী জন-জোৱাৰত ভেঁটা দিবলৈ যিসকল ব্যক্তিয়ে সমাজৰ মাজতে থাকি বিভাজনৰ সৃষ্টি কৰিছে, বিচ্ছিন্নতা আৰু বিবোধৰ মাজত ৰাইজক ডুবাই ৰাখিবলৈ চেষ্টা কৰিছে, সেই শক্তি আমি উফৰাই পেলাবই লাগিব। আজি দৰিদ্ৰজনৰ খং আৰু ক্ষোভৰ মাজত বিচ্ছিন্নতাবাদ নামৰ এটা পশু সোমোৱাই দিবলৈ চৰকাৰে চেষ্টা চলাইছে, যি পশুৱে কন্ত্ৰেকতে শান্তি-ৰক্ষকৰ ভূমিকা পালন কৰি ৰাইজক শাসনৰ মেৰপাকত সোমুৱাব পাৰিব, যিটোৰ ফলত আমাৰ মাজত প্ৰীতি আৰু সম্ভাৱ হেৰুৱাব লগা হৈছে, যাৰ ফলত আমাৰ

জাতি-ভাইৰ মাজত ভাঙোনমুখী পথ ওলাই পৰিছে। গতিকে, বন্ধুসকল। আমি সকলো সচেতন হ'ব লাগিব। গাঁৱে-ভুঁএে যাতে কোনো ব্যক্তিয়ে কোনো সাম্প্ৰদায়িকতাৰ বীজ সিঁচি দিব নোৱাৰে, তাৰ বাবে গাৱঁৰ ৰাইজ সতৰ্ক হৈ থাকিবলৈ সংগঠন গঢ়ি তুলিব লাগিব, যাতে আমাৰ মাজত কোনো বিচ্ছিন্নতাবাদী সোমাব নোৱাৰে।

কিছু সময়ৰ পাছত সভা ভঙ্গ হ'ল। সকলো সদস্যৰ লগতে দিগেনো বাহিৰলৈ ওলাই আহিল। বাহিৰত বহুত পোহৰ। শৰৎ অহাৰ আগ জাননী। দিগেনে পকেটৰপৰা চিগাৰেট এটা উলিয়াই ললে আৰু পিছফালৰ বাৰান্দাখনতে চিগাৰেটটো হুঁপি হুঁপি চিন্তাত মগ্ন হ'ল। আজি তাৰ মনত জোৱাৰ উঠিছে—। এটা আন্দোলন চলাবলৈ বহুত ধনৰ প্ৰয়োজন হয়। ৰাইজে যথেষ্ট সহায় কৰিছে। মুহিৰাম শইকীয়া চাৰ, চন্দ্ৰদা, হেমেনদা আদি অসমৰ বিভিন্ন গণ্য-মান্য ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠানে দান-বৰঙণি তুলি তেওঁ-লোকৰ আন্দোলন চলাই নিবলৈ সহায় কৰিছে। কিন্তু, আৰু কিমান দিন ?

সি চিগাৰেটৰ ধোঁৱাবোৰ ওপৰলৈ এৰি দিলে। ধোঁৱাবোৰ ৰ'দৰ ফালে পাক্ ঘূৰণি খাই খাই উৰি গৈ এসময়ত নাইকিয়া হ'ল। দিগেন হতাশ নহ'ল। ৰ'দৰ পোহৰত সি দেখিলে,—এটা প্ৰতিশ্ৰুতিৰে ভৰা নতুন দিন সিহঁতৰ ফালে আগবাঢি আহিছে।

॥ ৩৬ ॥

অক্টোবৰ মাহৰ ১১তাৰিখ। ইন্দ্ৰনীলে জেলৰপৰা মুক্তি পালে যদিও পোনে পোনে সি ঘৰলৈ নগৈ পুনৰ দেশৰ কামত জঁপিয়াই পৰিল। দিনবোৰ খৰগতিৰে যাবলৈ ধৰিলে।

আন্দোলনকাৰী নেতৃবৃন্দৰ লগত কেন্দ্ৰৰ বাৰে বাৰে আলোচনা হোৱাৰ পাছতো বিদেশী সংক্ৰান্ত বিষয়টোৰ কোনো এটা নিৰ্ভৰযোগ্য সমাধান দিব নোৱাৰিলে। অসমৰ ৰাইজ মৰ্ম্মাহত হ'ল। উপায়হীন হৈ ছাত্ৰসস্থাই কেইদিনমান বিৰতিৰ পিছতে পুনৰ কাৰ্য্যসূচী ঘোষণা কৰিলে। ২৭অক্টোবৰ তাৰিখে ২৪ঘণ্টীয়া অসম বন্ধৰে পুনৰ কাৰ্য্যসূচী আৰম্ভ হ'ল।

চৰকাৰে ভাবিছিল যে, দীঘলীয়া আন্দোলন হ'লে ৰাইজৰ মনোবল টুটি

আহিব আৰু ধৈৰ্য্য নাথাকিব। কিন্তু ২৪ঘণ্টীয়া অসমবন্ধত, ৰাইজৰ অভূতপূৰ্ব্ব সঁহাৰিয়ে চৰকাৰৰ বিভিন্ন দমনমূলক নীতিৰ বিৰুদ্ধে মূৰদাঙি উঠিল আৰু অসমৰ ৰাইজৰ অটুট থকা মনোবল প্ৰতিপন্ন কৰিলে।

চৰকাৰে ইচ্ছা কৰা হ'লে এটা নিৰ্ভৰযোগ্য মীমাংসাত উপনীত হ'ব পাৰিলেহেঁতেন।

বাছখনত নিজৰ বহা ঠাইতে ইন্দ্ৰই গাতো লৰাই বহিল আৰু দুৰলৈ চাই পঠিয়ালে। কি যে মানুহৰ জাগৰণ! তাৰ গাৰ নোমবোৰ শিঁয়ৰি উঠিল। তাৰ বাওঁহাতেৰে সোঁ হাতৰ নোমবোৰত এবাৰ হাতফুৰাই দিলে। তাৰ আকৌ আলোচনাৰ কথা মনত পৰিল। আন্দোলনৰ কৰ্ম্ম-কৰ্তাসকলে দিল্লীত আলোচনা কৰিবলৈ গৈ বাস্তৱ দৃষ্টিভঙ্গিকে গ্ৰহণ কৰিছিল। এবা-থবাৰ মাজেৰে সিহঁতে '৫১চনৰপৰা '৬১চনলৈ নামি আহিছিল। কিন্তু তেওঁলোকৰ সত্য তথ্যৰ বাবেহে ১৯৫১চনৰ ৰাষ্ট্ৰীয় পঞ্জী আৰু ১৯৫২চনৰ ভোটৰ তালিকাৰ ভেঁটিত অসমত অনুপ্ৰৱেশ কৰা লোকসকলৰ এটা হিচাপৰ প্ৰয়োজন আছে বুলি কৈছিল। কিন্তু গৃহমন্ত্ৰী আৰু প্ৰধানমন্ত্ৰী দুয়োজনে বিভিন্ন ঠাইত, বিভিন্ন মঞ্চত, বিভিন্ন মত পোষণ কৰাটোৱে তেওঁলোকক হতাশ কৰি তুলিছিল আৰু বিদেশী বহিষ্কৰণ সম্পৰ্কে কোনখিনি সময় চৰকাৰে সঠিক-ভাৱে গ্ৰহণ কৰিব, সেইটোৰ এটা নিশ্চিত ধাৰণা দিব নোৱাৰাত তেওঁলোক বিমোৰত পৰিছিল আৰু আন্দোলনৰ কাৰ্য্যসূচী পুনৰ দিবলৈ বাধ্য হৈছিল।

গাড়ীৰ হেন্দোলনীত ইন্দ্ৰনীলৰ কলা-জলা টোপনি আহিছিল। যেতিয়া সাৰ পাইছিল তেতিয়া দেখিছিল সি তাৰ চিনাকি আলিবাটটো, অলপ দূৰ গৈ বাছখন ৰখালে। ইন্দ্ৰ বাছখনৰ পৰা নামিল। তাক দেখি দুই এজন ল'ৰা দৌৰি ওচৰ চাপি ক'লে—ইন্দ্ৰদাদা আহিলা?

—অ' আহিলো। তোমালোকৰ ভালনে?

—নহয় দাদা। চাৰিওফালে দেখোন হাঁহাকাৰ লাগিছে। আমাৰ কি হ'ব দাদা? চৰকাৰে আমাক বিদেশী বহিষ্কাৰ কৰিবলৈ দিবনে? ভিত্তি বছৰ '৫১চন হ'বনে? আলোচনা কি হ'ল দাদা?

সৰু সৰু ল'ৰাবিলাকৰ প্ৰশ্নবোৰ শুনি ইন্দ্ৰনীল অবাক হ'ল—ইমান সৰু ল'ৰা, অথচ ইমান ডাঙৰ প্ৰশ্ন। তাৰ মানে? তাৰমানে, অসমত সঁচাকৈয়ে জাগৰণ হৈছে,—শিশুৰ পৰা বৃদ্ধলৈকে।

ইন্দ্রনীলে ল'ৰাকেইটাৰ মূৰত হাত বুলালে আৰু ক'লে,—তোমালোক আমাৰ ঘৰলৈ আহিবা। সকলো কথা ক'ম।

—নিশ্চয় যাম দাদা। আপোনাৰ কথা শুনিবলৈ নিশ্চয় যাম।

—আহিবা।

ইন্দ্ৰই সিহঁতলৈ চাই হাঁহি মাৰিলে আৰু গাৱঁৰ আলিয়েদি ঘৰৰ ফালে খোজ দিলে। কিমান দিন যে হ'ল—সি এইখন গাৱঁলৈ আহিব পৰা নাই। এইখন গাঁও—তাৰ নিজৰ গাঁও। অতিকে আপোন গাঁও। অতিকৈ চিনাকি তাৰ এই গাৱঁৰ আলিবাট, এই বন-বননি আৰু বাটৰ কাষৰ এইবোৰ নাম নজনা বনৰীয়া ফুল। তাৰ এটা হুমুনিয়াহ ওলাই আহিল। জপনাখন খুলি সি ভিতৰলৈ সোমাই গ'ল। ভনীয়েক পাৰ্ব্বতীয়ে তাক দেখি ভূত দেখা মানুহৰ দৰে চিঞৰি উঠিল—দাদা।

—অ' মই পাৰ্ব্বতী। জেলৰ পৰা ওলালো। তহঁতক খবৰ দিবলৈ সময়কে নাপালো। জেলৰ পৰা ওলাই দিহিঙে-দিপাঙে ঘূৰি ফুৰিলোঁ। বাৰু, মা ক'ত ?—ভনীয়েকক সাৱঁটি ধৰি ইন্দ্ৰ ভিতৰলৈ সোমাই গ'ল। বাপেকে ইন্দ্ৰলৈ থৰ হৈ চাই থাকিল। দাড়িয়ে-গোফে ভোবোকাৰ হৈ থকা ইন্দ্ৰ যেন বহুত ডাঙৰ হ'ল, ইমানদিনে বাপেকে তাক সৰু বুলিয়েই ভাবি আছিল, নাই নাই, —সি আৰু সৰু হৈ থকা নাই। সি ডেকা হ'ল, জোৱান হ'ল আৰু আন্দোলনকাৰী হ'ল।

একেথৰে চাই থকা দেউতাকৰ পিনে চাই মিচিকিয়া হাঁহি মাৰি ইন্দ্ৰই সুধিলে—মা ক'ত দেউতা ?

সচকিত হৈ উঠিল ইন্দ্ৰৰ দেউতাক—অ' মাৰৰ কথা সুধিছ—মাৰ ভিতৰতে আছে। হেৰা শুনিছানে, হেৰা—।

—বাৰু হ'ব দেউতা,—এইবুলি সি ভিতৰলৈ সোমাই গ'ল আৰু মাকক দেখি আচৰিত হ'ল। মাকে বান্ধনী ঘৰৰ মজিয়াৰ বাঁহৰ খুটা এটাত ধৰি কান্দি আছে।

—মা মই আহিছো নহয়। তই কিয় কান্দি আছ, আহ। —ইন্দ্ৰই মাকৰ হাতখন খুটাটোৰ পৰা এৰুৱাই বুকুৰ মাজত সাৱঁটি ধৰিলে। মাকে কিয় কান্দিছে, সি বুজি পাইছে।

সি মাকক বুকুৰ মাজৰ পৰা এৰি দিলে। আৰু লাহে লাহে তললৈ নামি আহি আঠুকাঢ়ি ভৰি দুটাত সাৱঁটি ধৰি মুখলৈ চাই ক'লে—মা, তই

নাকান্দিব। মোক আশীৰ্ব্বাদ দে। তহঁতে এতিয়া কান্দিলে নহ'ব, যুদ্ধ কৰিব লাগিব মা। তহঁতে একে ৰাতিৰ ভিতৰতে কবচ কাপোৰ বৈ আমাক পিন্ধাব লাগিব।

মাকে চকুপানী মচি ক'লে—বহুত দিনৰ মূৰত নিজৰ সন্তানক ওচৰত পালে অন্তৰখন যে কেনেকুৱা লাগে—তই কি বুজিবি ?

—অ' সেই কাৰণে হ'বলা কান্দিছ, বাৰু হ'ব দে। এতিয়া কান্দোন বন্ধ কৰ আৰু মোক খাবলৈ দে।

ইন্দ্ৰই গাৰ পৰা কামিজটো খুলিলে আৰু বাহিৰৰ দাং দালত থৈ ওচৰতে তালৈ চলচলীয়া চকুহালেৰে চাই থকা ভণীয়েকলৈ চাই ক'লে—এইবোৰৰ একেবাৰে অৱস্থা নোহোৱা হৈ আহিছে অ' পাৰ্ব্বতী।

ভণীয়েকে কান্দো কান্দো হৈ ক'লে, —কাপোৰবোৰ মোক দে। কালিলৈ মই খাৰ-খলিহেৰে ধুই দিম। এতিয়া পানী দিছোঁ, হাত-মুখ ধুই চাহ খাই ল।

—এৰা, মোৰ চাহ একাপ খোৱাৰ বৰ প্ৰয়োজন হৈছে।

ইন্দ্ৰ অহাৰ খবৰ পাই সিহঁতৰ ঘৰখন মানুহেৰে ভৰি পৰিল। মেনেজাৰ এওঁঠনি আহি ইন্দ্ৰনীলক আশীৰ্ব্বাদ দিলেহি। এওঁঠনিয়ে সুধিলে—তোমালোকৰ আলোচনা বোলে বিফল হ'ল ?

—খুৰাদেউ, কেন্দ্ৰীয় চৰকাৰে আমাক বিদেশী বহিষ্কাৰৰ ক্ষেত্ৰত কোনো সুনিশ্চিত সময় সীমা এটা দিব নোৱাৰিলে।

—অ' ইন্দ্ৰ, আমি কাগজত পঢ়িবলৈ পাইছোঁ। কিন্তু আচল কথাটো তোমাৰ মুখেৰে শুনিবলৈ পালে ভাল লাগিব।

—খুৰাদেউ, কথাটো হ'ল—সিহঁতৰ দুমুখীয়া নীতি। কেন্দ্ৰীয় চৰকাৰে এফালে সমস্যাটোৰ সমাধানৰ ক্ষেত্ৰত আইন আৰু সংবিধানে প্ৰাধান্য পাব বুলিও কয় আৰু আনফালে অন্তঃৰাষ্ট্ৰীয় চুক্তি আৰু দায়বদ্ধতা এৰাব নোৱাৰে বুলিও কয়। আমি যেতিয়া '৬১চনলৈ নামি আহিলোঁ তেতিয়া কেন্দ্ৰীয় চৰকাৰ '৭১চনলৈ উঠিল। চৰকাৰে আচৰিতভাৱে লোৱা এনে এটা সিদ্ধান্ত মানিব নোৱাৰি আমাৰ দল দিল্লী এৰি গুচি আহিবলৈ বাধ্য হ'ল।

—খুউব ভাল কৰিলি ইন্দ্ৰ, চৰকাৰে একপক্ষীয়ভাৱে '৭১চনৰ পৰা চিনাক্তকৰণৰ কাম নিজা ৰবীয়াকৈ কৰি যাব বুলি যি ঘোষণা কৰিছে সেইয়া কিন্তু ভালৰ লক্ষণ নহয় দেই। কিবা অমঙ্গল যেন হে লাগিছে।

—এৰা খুৰাদেউ, কথাটো ভাবি চাবলগীয়া হৈছে। গোটেই কথাবোৰ খৰচি মাৰি গমি চালে দেখা যায়—কেন্দ্ৰীয় চৰকাৰে যেন আন্দোলনটো বিষময় কৰিবলৈ এক অভিসন্ধিহে কৰিছে।

—তাৰোপৰি মানুহবোৰক অত্যাচাৰ, ল'ৰাবোৰক কেনেকৈ হত্যা কৰিছে, সেই সিদিনা দিলীপ চক্ৰৱৰ্ত্তীৰ মৃত্যুৱে সমগ্ৰ অসমৰ জনতাক মৃয়মান কৰি তুলিছে।

—অকল দিলীপ চক্ৰৱৰ্ত্তীয়েইনে, মই জেললৈ যোৱাৰ পাছতো পাঁচজনৰ মৃত্যু হৈছে,—প্ৰশান্তবৰুৱা, সুচেন গগৈ, হেমন্তদাস, আতৰ আলি আৰু মধু বৈশ্যৰ।

—তুমি সেই দিনা ক'ত আছিলা ?

—সেইদিনা আছিল "দিছপুৰ বলক" কাৰ্য্যসূচী। মানুহবিলাকে লাইন কৰি কৰি দিচপুৰ অভিমুখে আহিছিল—কিন্তু ঘটনাটো ঘটিল একেবাৰে সচিবালয়ত।

—এৰা ইন্দ্ৰ, বৰ মৰ্ম্মান্তিক ঘটনা।

—খুৰা, গণতান্ত্ৰিক আন্দোলনক দমন কৰিবৰ কাৰণে চৰকাৰে আশ্ৰয় ল'লে পুলিচ-মিলিটেৰীৰ। আমাৰ নতুন কাৰ্য্যসূচী অসমবন্ধ, বিধায়ক ঘেৰাও, দিছপুৰ বলক আদি কাৰ্য্যসূচীত জনতাই সক্ৰিয় অংশগ্ৰহণ কৰা দেখি চৰকাৰে ভাবিলে, বাইজৰ তেজ কমা নাই।

—কেনেকৈ কমিব ইন্দ্ৰ ? আজি ভাৰতবৰ্ষ তথা পৃথিবীত অসংখ্য ধৰণৰ বিৰোধ হৈছে আৰু চাৰিওফালে ৰাজনৈতিক, অৰ্থনৈতিক শোষণ নীতিয়ে গা কৰি উঠিছে। কিন্তু এইবোৰৰ পিছত নিৰবে ঠিয় হৈ আছে সুবিধাবাদ। এই সুবিধাবাদ বোলা শত্ৰুটোক আমি ধ্বংস কৰিব লাগিব। আৰু মানৱ-জাতিৰ কল্যাণৰ কাৰণে কাম কৰি যাবলৈ শিকিব লাগিব। প্ৰকৃত আদৰ্শবাদ কি ? যি আমাক শিকাই মানৱজাতিৰ বৃহত্তৰ কল্যাণৰ কাৰণে কাম কৰি যাবলৈ—আৰু সেই আদৰ্শক বাস্তৱত পৰিণত কৰিবলৈ।

জৰ্জ বাৰ্ণাড শ্বই এসময়ত কৈছিল যে—জীৱনৰ প্ৰকৃত আনন্দ এইটোৱেই যিজনে যি উদ্দেশ্যক মহৎ আৰু সৎ বুলি ভাবি তাৰ সাধনাত ব্ৰতী হয়। অকামিলা বুলি আবৰ্জ্জনাৰ দমত নিক্ষিপ্ত হোৱাৰ আগতে যি খিনি শক্তি তোমাৰ ভিতৰত আছিল তাক তুমি শেষ কৰি দিয়া।

এ'ঠিন খুৰাৰ কথা কোৱা ভঙ্গিমালৈ একেথৰে চাই থাকিল ইন্দ্ৰই। সি

ভাবিলে—এবা, তাৰ নিজৰ ভিতৰত যি শক্তি আছে সেই শক্তি একেবাৰে নিঃশেষ কৰি দিব লাগিব।

বহুতপৰ নিমাতে থকা ইন্দ্ৰলৈ চাই এশ্ঠনিযে ক'লে—এতিয়া দিলীপ চক্ৰৱৰ্ত্তীৰ কথা কোৱা।

—সেইদিনা আছিল ১নবেম্বৰ। দিচপুৰ সচিবালয়ত প্ৰায় পাঁচশ আন্দোলনকাৰী কৰ্ম্মচাৰীয়ে ১নম্বৰ প্ৰৱেশদ্বাৰৰ সহস্ৰ পুলিচৰ সতৰ্কতাকো নেওচি এম এল এ হোষ্টেলৰ চৌহদত সোমাবলৈ চেষ্টা কৰিলে। তেওঁলোকৰ লগত লগ লাগিলহি হাজাৰ হাজাৰ জনতা। পুলিচে শূন্যলৈ গুলীচালনা কৰিলে। তাৰপিছত হঠাতে পাঁচজাই গুলী আন্দোলনকাৰী সকললৈ টোবাই মাৰি পঠিয়ালে। লগে লগে বুকুত বুলেট লাগি বাগৰি পৰিল ৰাজহ বিভাগৰ সহায়কৰ কাম কৰা সচিবালয়ৰ কৰ্ম্মী দিলীপ চক্ৰৱৰ্ত্তী।

—উস্, এজন নিৰ্দোষী কৰ্ম্মচাৰীক গুলীয়াই হত্যা কৰা হ'ল। তই সেই সময়ত ক'ত আছিলি ?

—দেউতা। মই তেতিয়া গণেশ মন্দিৰৰ ওচৰত আছিলোঁ। তাত সমবেত হৈছিল দহ হাজাৰৰো অধিক জনতা। জনতাৰ ওপৰত কন্দুৱা গেচ দিছিল। লাঠি চালনা কৰি মানুহ বিলাকক ছত্ৰভঙ্গ দিয়াবলৈ চেষ্টা কৰিছিল। আমি সমদলটোক পৰিচালনা কৰিছিলোঁ।

—এৰা ইন্দ্ৰ, তহঁতে আন্দোলনটো ভালকৈ পৰিচালনা কৰ নহলে ধনো যাব জানো যাবো, শেষত দেশো যাব।

—সেই সময়তে তেজপুৰৰ ছাত্ৰনেতা ভূপেন কলিতা সোমাই আহি ইন্দ্ৰক সাৱটি ধৰিলেহি। ইন্দ্ৰয়ো ভূপেনক সাৱটি ধৰি দুটা বাহুত ধৰি জোকাৰি দি সুধিলে—ভালে আছা ভূপেন ?

—ইন্দ্ৰদা, মন আৰু অন্তৰত এটা অস্থিৰতা লৈ জীয়াই থকা টান হৈ পৰিছে।

—কি কৰিবা। আমি এইদৰেই জীয়াই থাকিব লাগিব ভূপেন। ধৈৰ্য্য লাগিব। বলা ভূপেন মোৰ কোঠালিলৈকে যাওঁ। খুৰাদেউ, আপুনি বহক। দেউতাৰ লগত কথা পাতক।

—যোৱা ইন্দ্ৰ, তোমালোকে কথা পাতাগৈ। মযো যাওঁ।—এশ্ঠনিয়ে ইন্দ্ৰনীললৈ চালে—একো যেন স্থিৰতা নাই—অদম্য সাহ, অদম্য এক ভেকাশক্তি ।।

ইন্দ্ৰনীলে নিজৰ কোঠালিটোতে তাৰ বিছানাখনত বহিল, ওচৰতে থকা চকিখনত ভূপেন বহিল। ইন্দ্ৰনীলে চিগাৰেট এটা জ্বলাই দিয়াচলাইটো টেবুলখনৰ ওপৰত থৈ এটা দীঘলকৈ হোপামাৰি ক'লে—বুজিছা ভূপেন, এইবাৰ আকৌ তেল নিয়াৰ প্ৰস্তুতি।

—নোৱাৰে ইন্দ্ৰদা, চৰকাৰে পাইপ লাইনত খাৰুৱাতেল গোটমৰাৰ যি অজুহাত দেখুৱাইছে সেইটো জানো সম্ভৱ ?

—মিছা কথা, চৰকাৰী মহলে ৮০হেজাৰ টন খাৰুৱা তেল জমা আছে বুলি কৈছে যদিও আচলতে ৬৫হেজাৰ টনহে জমা হৈ আছে।

—তৰোপৰি ইন্দ্ৰদা, তাপমাত্ৰা হিমবিন্দুলৈ নামিলেহে খাৰুৱাতেল গোট মাৰিব পাৰে। কিন্তু বৰ্তমান অসমত তাপমাত্ৰা ১৮ডিগ্ৰীৰ ওচৰে-পাজৰে আছে। তাৰোপৰি চৈধ্য ইঞ্চি ব্যাসৰ সাতশ কিলোমিটাৰ জোৰা পাইপ লাইন মাটিৰ চাৰিফুট তলত পোতা আছে। মাটিৰ তল ভাগৰ তাপমাত্ৰা সদায় বেছি তেনেহ'লে তেল কেনেকৈ গোট মাৰে ?

—এইটো আচলতে ষড়যন্ত্ৰহে ভূপেন। ভয়ানক ষড়যন্ত্ৰ। বৰ্তমান জমা হৈ থকা তেলবোৰ সৰানি নকৰিলে পাইপ লাইনৰ খাৰুৱা তেলবোৰ গোট মাৰিব বুলি হৈ-চৈ লগাই দিছে আৰু তেল প্ৰতিষ্ঠানৰ দায়িত্ব সামৰিক বাহিনীৰ হাতত চমজাই দি পৰিস্থিতি জটিল কৰি তুলিছে।

—এটা গুৰুত্বপূৰ্ণ কথা ইন্দ্ৰদা, আমি বাৰাউনী আৰু গুৱাহাটীৰ মাজৰ পাইপ লাইনৰ যাতে কোনো ক্ষতি সাধন নহয়, তালৈ লক্ষ্য ৰাখিহে পুৰণা তেল বাহিৰ কৰি নতুন কণ্ডচন্দ তেল ভৰাবলৈ সংলিষ্ট কৰ্তৃপক্ষৰ লগত তেল কৰ্তৃপক্ষ, ছাত্ৰসন্থা, গণ-সংগ্ৰাম পৰিষদ তৈল্যকৰ্ম্মীৰ সমন্বয়ৰক্ষী সমিতি আৰু কৰ্ম্মচাৰী পৰিষদৰ লগত আলোচনা কৰি থকাৰ সময়তে চৰকাৰে হুলস্থুল লগাই দিলে।

—সেইকাৰণেটো সমন্বয়ৰক্ষী সমিতিৰ সভাপতি দেৱেশ্বৰ ভট্টাচাৰ্যই বিবৃতি দিছে যে অসমৰ বাহিৰলৈ খাৰুৱা তেলৰ প্ৰবাহ তৈল্যকৰ্ম্মী সকলে যি কোনো ত্যাগৰ বিনিময়তে প্ৰতিহত কৰিব।

—হয় ইন্দ্ৰদা, এই ষড়যন্ত্ৰ আমি প্ৰতিহত কৰিবই লাগিব।

—সেই কাৰণেইটো তৈল ক্ষেত্ৰৰ পাম্পিং ষ্টেচনবোৰত পুনৰ দিনে-নিশাই গণ-পিকেটিং কৰিবলৈ কাৰ্য্যসূচী হাতত লোৱা হৈছে।

ইন্দ্ৰই বাকী থকা চিগাৰেটৰ টুকুৰাটোত হোপা এটা মাৰি খিৰিকীৰে বাহিৰলৈ দলিয়াই দিলে।

এইখিনি সময়তে পাৰ্ব্বতীয়ে দুবাতি জলপান আনি টেবুলত থৈ ক'লে—দাদা, জলপান খা।

—ক'তা, চাহ দিলি পাৰ্ব্বতী?

—জলপান খাই লচোন, চাহ দিম নহয়।

—বাবু, হ'ব দে।

জলপান খাই থাকোতে ভূপেনে ক'লে—ইন্দ্ৰদা, মধু বৈশ্যৰ ঘৰলৈ গৈছিলা নেকি?

—অঁ গৈছিলো।

—তাৰ পিছত?

—তাৰ পিছত আৰু কি? ৩০ঘৰ মানুহৰে এখন গাঁও,—নাম কালজাৰ। সেইদিনা আছিল ৩০অক্টোবৰ। দিনৰ আঠেটামান বাজিছে। গাৱঁৰ মানুহবিলাকে চিঞঁৰ-বাখৰ শুনিলে। বিদেশী আক্ৰমণকাৰী সকলে হাতত মাৰাত্মক অস্ত্ৰ-শস্ত্ৰলৈ সাজি-কাচি সিহঁতৰ গাৱঁৰ ফালেই আগবাঢ়ি আহিছে। সেইখিনি সময়ত মধু বৈশ্য ঘৰতে আছিল। কিন্তু যেতিয়া হুলস্থুল শুনিলে কেইজনমান লগৰীয়াৰ লগত বাস্তালৈ আহি দেখিলে—আক্ৰমণকাৰী দল আগবাঢ়ি আহিছে—তেতিয়া তাত থকাটো উচিত নহ'ব বুলি ভাবি সি ফিৰি অ হিছিল। কিন্তু অলপ সময়ৰ পিছতে যেতিয়া সি দেখিলে যে তাৰ বৰদেউতাকৰ ঘৰত আক্ৰমণকাৰীয়ে জুই লগাই দিছে সি তেতিয়া দৌৰি গৈ ছালৰ ওপৰলৈ উঠি গ'ল আৰু জুই নুমুৱাবলৈ চেষ্টা কৰিলে। তাক দেখি আক্ৰমণকাৰীৰ দল আগবাঢ়ি আহিল—মধু বৈশ্যই চিনি পালে। ইমানদিন সিহঁতৰ লগতে বজাৰহাট কৰা, খেতি কৰা ৰছিদ মিঞা, আৰু নাছেৰ, নৰহৰি, গোবিন্দ চক্ৰৱৰ্ত্তীহঁতেই আজি সিহঁতক মাৰিবলৈ খেদি আহিছে—।

—তাৰ পিছত? —বহলকৈ চকুদুটা মেলি ভূপেনে ইন্দ্ৰলৈ চাই সুধিলে।

—তাৰ পিছত—মধুৱে ক'লে—তহঁতে আমাৰ ঘৰতহে জুই দিব পাৰিলি? —তাতে সিহঁতৰ খং উঠিল আৰু তাক মাৰিবলৈ খেদি আহিল। মধুহঁতঁৰো ২০জন মান মানুহ সিহঁতৰ ফালে খেদি গ'ল কিন্তু কি হ'ব? হঠাতে এপাল জাঠি আহি মধুৰ বুকুত সোমাই পৰিল—মধুৱে আৰ্ত্তনাদ কৰি মাটিত ঢলি পৰিল।

—উস্ নক'বা ইন্দ্ৰদা, নক'বা—

—তাৰ পিছত শুনা ভূপেন, মধু বৈশ্যক জাঠিৰে খুচিও সিহঁত ক্ষান্ত নাথাকিল। দাৰে ঘপিয়াই ঘপিযাই কেইবা টুকুৰাও কৰিহে সিহঁতে শান্তি পালে।

তেওঁৰ বিধবা পত্নী, মাক-দেউতাকৰ হৃদয় বিদাৰক কান্দোন,—থুনুক-থানাক মাত ফুটা দুটা অকমানি শিশুৰ মুখৰ বিবৰ্ণ অৱস্থা যেতিয়া দেখিছিলোঁ, তেতিয়া মোৰ ভাব হৈছিল—

হৃদয়ৰ দীনতাৰ দহনত
অকলে অকলে মই কান্দো ঃ
কি যে ভয়াবহভাৱে আমি
অসহায় ৷৷

॥ ৩৭ ॥

লাহে লাহে সন্ধিয়া নামি আহিল। ৰাতিলৈকে ছাত্ৰসন্থাৰ ল'ৰাবিলাক ইন্দ্ৰৰ ওচৰলৈ আহি থাকিল। সকলোৱেই ইযাত তেওঁক কেইদিনমান থাকিবলৈ অনুৰোধ কৰিলে। ইন্দ্ৰনীলে দুদিন থাকিব পাৰিম বুলি ক'লে আৰু ক'ত কেনেকৈ সভা-সমিতি পাতি গাঁও-ভূঁই সংগঠন কৰিব লাগে, তাৰ পৰামৰ্শ দিলে।

আলোচনা কৰি থাকোতেই ৰাতি বহুত হ ল। মানুহখিনি যোৱাৰ পাছত ইন্দ্ৰ আহি বাপেকৰ ওচৰত বহিলহি। সি বাপেকৰ মুখলৈ চালে, আগতকৈ যেন তেওঁৰ চেহেৰাৰ বহুত অবনতি ঘটিছে। স্বাস্থ্যটো পৰি গৈছে। নানান সমস্যাত জৰ্জৰিত তাৰ পিতৃৰ গাৰ কামিজটো ফাঁটো ফাঁটো হৈছে। বহুতপৰ তলকা মাৰি থকাৰ পাছত বাপেকে তাক সুধিলে—পিছে, এইবাৰ পৰীক্ষাবোৰ হ'বনে নহয ?

—নহয় দেউতা, ক'ত আৰু পৰীক্ষা হোৱাৰ পৰিৱেশ সৃষ্টি হ'ব ? চাৰিওফালে হাঁহাকাৰ, গণ-পিকেটিং, সত্যাগ্ৰহ আৰম্ভ হৈ গৈছে।

—তহঁতে কিন্তু পৰীক্ষাৰ ক্ষেত্ৰত এবছৰ পিছুৱাই গলি।

—উপায় নাই দেউতা, অহা বছৰটোত পৰীক্ষা পাতিবৰ কাৰণে চেষ্টা কৰিব লাগিব।

কথা কৈ কৈ লাহেকৈ বাপেকৰ ওচৰৰ পৰা উঠি গ'ল আৰু কাষৰ কোঠালিটোলৈ গৈ তাৰ বিছনাখনত শুই পৰিলগৈ। এইইন তাৰেই বিছনা আছিল, এতিয়া তাত মাক শুৱে। বিছনাৰ ওচৰতে থকা আলনাদালত জৰাজীৰ্ণ মাকৰ কাপোৰ সাজ আৰু ভনীয়েকৰ ৰং উৰ্ঁলি যোৱা মেখেলা-চাদৰ জোৰ দেখি তাৰ বুকুৰ কোনোবা খিনিত অজানিতে এটা বিষ অনুভৱ কৰিলে। আন্দোলনৰ লগত লাগি থাকোতেই সি যোৱাবাৰো পৰীক্ষা দিব নোৱাৰিলে। বাপেকে ঠিকেই কৈছে, সি এই বছৰৰ সৈতে দুবছৰ পিছুৱাই গ'ল। কিন্তু উপায়তো নাই—দেশ যায়, ভাষা যায়, এনেস্থলত তাৰ পৰীক্ষাটো ডাঙৰনে? সিহঁতৰ উৰ্পৰিপুৰুষ সকলে কৰি যোৱা ভুলৰ পৰিণাম আজি সিহঁতে ভোগ কৰিবলগা হৈছে। —জোৰেৰে চকুদুটা মুদি টোপনি যাবলৈ সি চেষ্টা কৰিলে।

বাপেকে বহা ঠাইতে কিছুসময় বহি থাকি ইন্দ্ৰৰ ওচৰলৈ উঠি গ'ল।

—তই টোপনি গলি নেকি?—দেউতাকৰ মাতটোত সি টোপনিৰ পৰা চক্‌খাই উঠি ক'লে—নাই দেউতা, টোপনি যোৱা নাই। সি বিছনাতে বহিল আৰু দেউতাকেও তাৰ বিছনাখনতে বহি ক'লে,—মোৰ গাটো ভাল নহয় অ' বোপাই, দিনে দিনে প্ৰেচাৰটো বাঢ়ি গৈছে। কোনোবাদিনা কিবা এটা হয়হে যেন পাইছোঁ।

—আপুনি বেছি চিন্তা কৰে দেউতা। প্ৰেচাৰৰ বড়িটো খাই আছে নে নাই?

—খাই আছোঁ। পিছে মোৰ কাৰণে তই বেছি চিন্তা নকৰিবি—তহঁতৰ কাম তহঁতে কৰি যা বোপাই।

ইন্দ্ৰই তেওঁলৈ চালে। তাৰ মনটোত কিবা বিঙা বিঙা ভাৱ এটা হঠাতে আহি ভৰি গ'লহি। ইন্দ্ৰৰ মাক ভিতৰলৈ সোমাই আহি ক'লে—আপুনিনো কি বক্তৃতা আৰম্ভ কৰিলে? ল'ৰাটোক জিৰণি লবলৈ নিদিব নেকি?

—বাৰু, নিদিওঁ দিয়া আমনি। বোৱা, ভাত হৈছে যদি তাক খাবলৈ দিয়াগৈ।—বাপেকে মাকৰ কাষেদিয়েই কোঠালিটোৰ পৰা ওলাই গ'ল। মাকে ইন্দ্ৰলৈ চাই ক'লে—আহ বাচা, ভাত দিছোঁ। কথাটো একেবাৰে নাথায় নাথায় শুকাই গৈছে।—মাকে মুখৰ ভিতৰতে কথাবোৰ কৈ কৈ বাকচিন-

শাক পালেগৈ আৰু দখন কাঁহি আনি মজিয়াত থলেহি। ভাতৰ পাতৰ ওচৰত পিৰাখনত বহি ইন্দ্ৰই এবাৰ কাঁহিখনলৈ চালে।

—খা বোপাই! কিনো খাবি, মাছ-পুঠি পাবলৈ নাই।

—নালাগে মা, মাছ-পুঠি। ইমান দিনৰ মূৰত তোৰ হাতৰ ভাতমুঠি—সি দেখিলে কাঁহিৰ কাষত মাহৰ গুৰা, মচুৰ মাহৰ বৰ, ঢেঁকিয়া শাকৰ ভজা আৰু ফলা মাগুমাহৰ আদখৰিকাৰ আঞ্জাখন দেখি তাৰ লোভ লাগি গ'ল। জেলৰ ভাত খাই দদৰা ভৰা জিভাখনে যেন হঠাতে এটা বেলেগ সোৱাদ পালে। কি মধুৰ এই সোৱাদ। মাকৰ হাতৰ সোৱাদ লগা ভাতমুঠিৰ নিছিনা আৰু ক'ৰবাত কিবা পাবলৈ আছে জানো? পাবোতেনো কৰকৰা ভাত খাবলৈ কুলেশ্বৰী কুৱঁৰী মাকৰ ঘৰলৈ পলাই গৈছিল নে? —ইন্দ্ৰই মনতে হাঁহিলে।

ওচৰতে বহি থকা মাকে ইন্দ্ৰলৈ চাই সুধিলে—হাঁহিলি দেখোন, আঞ্জা বেয়া হ'ল নেকি?

—নহয় মা, জেলৰ ভাতলৈ মনত পৰিছে—পানী ওপৰত, দাইল তলত। মাংসৰ কথাটো ক'বই নালাগে, একেবাৰে পানীত ওপাঙি ফুৰে। আজি যে কিমান তৃপ্তি লাগিছে!

—বাৰু হ'ব দে, খা—আঞ্জা দিম নেকি?

—দেচোন অকণমান।

ইন্দ্ৰই আঞ্জা খোজা দেখি মাকৰ আন্তৰখন ভৰি গ'ল। কিমান যে ভাল লাগে—ন'ৰাবোৰে মাকৰ পৰা খুজি খালে। সৰুতে তাৰ পৰা যে মাকে নাৰীকলৰ লাৰু লকুৱাই ৰখাই নাপাইছিল, পাব লাগিলে একেবাৰে টেমা শেষ কৰি দিয়ে। পিতলৰ হেঁতাখনেৰে এহেঁতা আঞ্জা আনি ইন্দ্ৰৰ বাতিটোত দি মাকে তালৈ চাই থাকিল। মগুমাহৰ আঞ্জাখনেৰে নাহি চাউলৰ ভাত কেইটা লতুৰি-পুতুৰিকৈ সানি লৈ হেঁপাহ পলুৱাই খাই ইন্দ্ৰ নিজৰ বিছনাখনত পৰিলগৈ। এইবাৰহে তাৰ মনটো আন এখন পৃথিৱীলৈ উৰা মাৰিলে, যিখন পৃথিৱীত আছে তাৰ অতি মৰমৰ মনোমমাঞ্জৰী,—তাৰ প্ৰেয়সী, তাৰ প্ৰাণ, তাৰ প্ৰেৰণা,—আজি কত দিন যে সি তাইক দেখা নাই!

মনত পৰাৰ লগে লগে তাৰ আত্মাটো যেন চট্ফটাই উঠিল: লুইতৰ সিপাৰে থকা তাৰ প্ৰাণ-প্ৰেয়সীক লগ পাবলৈ। তাৰ সংগ্ৰামী মনটো হঠাতে আত্মকেন্দ্ৰীক হৈ পৰিল। কালিদাসে মেঘক কোৱাৰ দৰে তাযো ক'বৰ মন

গ'ল—যোৱা মোৰ মন ফলে-ফুলে জাতিষ্কাৰ হৈ থকা শোণিতপুৰৰ অগ্নিগড় ভেদ কৰি আগুৱাই যোৱা। খৰ গতিৰে গৈ তুমি লুইতৰ এবুকু পানীত পৰি দিয়াগৈ। পাৰে পাৰে ফুলি কথা কঁহুৱাৰ ফুলবোৰ দেখি তুমি আকৌ বৈ নাথাকিবা। পাৰৰ বন-বিৰিণাৰ চঞ্চলতা দেখি তুমি আকৌ চঞ্চল হৈ কোমল পাতত চুমা নাযাচিবা। চক্‌মক্ ৰূপোৱালী বালি চাপৰিত বালিমাহীৰ নাচোন দেখি তুমি আকৌ থমকি নৰ'বা মোৰ মন, তুমি গৈ থাকিবা, গৈ থাকিবা —অসমৰ ঐতিহ্যমণ্ডিত ভোমোৰাগুৰিৰ কাষেদি নামি গৈ তুমি লুইতৰ ফেনিল জলধাৰাৰ জল-তৰঙ্গৰ লগত মিলি পাৰ হ'বা আৰু নমস্কাৰ কৰিবা শিলঘাটৰ মা কামাখ্যাক। তাৰপৰা তুমি গৈ পাবাগৈ মোৰ প্ৰেয়সী মনোৰমাক। কলংপাৰৰ জুপুৰী পঁজাৰ সৰু বিছনাখনত তাইৰ ছাগৈ মোলৈকে ভাবি টোপনি অহা নাই। যোৱা—মোৰ মন—যোৱা। —সি অস্থিৰ হৈ পৰিল। মনোৰমা—মনোৰমা—মোৰ প্ৰাণ-প্ৰেয়সী মনোৰমা।

মনোৰমা তাৰ প্ৰেৰণা। তাই তাৰ সঞ্জীৱণী সুধা। তাৰ ডিঙিটো নিমিষতে শুকাই গ'ল। তাৰ গাৰ তাপমাত্ৰা যেন হঠাতে বহুত বাঢ়ি গ'ল। তাৰ বাৰু কি হ'ল? সি তাৰ বিছনাখনত উঠি বহিল আৰু টেবুলৰ ওপৰত থোৱা ঘটিটোৰ পৰা ঘট্ ঘট্‌কৈ পানীখিনি খাই কিছু সময় সি মাটিতে ঠিয় হৈ থাকিল। কেঁচা মাটিত তাৰ ভৰিখন পৰাৰ লগে লগে গোটেই মানুহটো নিমিষতে চেঁচা পৰি গ'ল। হঠাতে তাৰ কি হৈ গ'ল? —সি একো ধৰিবই নোৱাৰিলে।

তাৰ কাষৰ কোঠালিটোত শুই থকা মাকে মাত লগালে—ইন্দ্ৰ, তোৰ টোপনি অহা নাই নেকি?

—নাই মা! টোপনিচোন নাহে।

—আহ—তেনেহ'লে মোৰ কাষলৈ।

মাকে মতা শুনি ইন্দ্ৰই সাউত কৰে উঠি গৈ মাকৰ বুকুৰ মাজত কেঁচুৱাটোৰ দৰে শুই পৰিল গৈ, লগে লগে তাৰ মনলৈ আহিল—পৰম শান্তি।

ইন্দ্ৰৰ চুলিত হাত বুলাই দি মাকে ভাবিলে—

কহয় মাধৱ মাই কিনো
তপসাইলা
ত্ৰিজগত পতি হৰি বাধোৱাল
পাইলা।

॥ ৩৮ ॥

সদৌ অসম ছাত্রসন্থাৰ আহ্বান ক্ৰমে বলপূৰ্ব্বকভাৱে অসমৰ বাহিৰলৈ খাৰুৱা তেল নিয়াৰ প্ৰস্তুতি বন্ধ কৰিবৰ কাৰণে তৈলক্ষেত্ৰ আৰু 'পাম্পিং ষ্টেচন'বোৰত দিনে-নিশাই গণ-পিকেটিং আৰম্ভ হ'ল। তেলকৰ্ম্মী সকলে সৰ্বাত্মক অসহযোগ কৰিলে—"তেজ দিম, তেল নিদিওঁ", —এইযা হ'ল জনগণৰ পণ।

হঠাতে মনোৰমাৰ কবিতা এফাঁকিলৈ মনত পৰিল,—

"দুৰ্য্যোগৰ শুনিছোঁ গৰ্জন
আকাশ পৰেনে ভাঙি
ভূ-গৰ্ভৰ আগ্নেয় কম্পন
আদি দৈত্য ভূমিষ্ঠৰ ভীষণ লগণ
কিম্বা কোটি মানৱৰ
বিক্ষোভৰ ক্ষুব্ধ জাগৰণ।"

মনোৰমাৰ হিয়াভেদি এটা হুমুনিয়াহ ওলাই আহিল। তাইৰ অসহ্য লাগিল। এনেবোৰ অত্যাচাৰে অসমবাসীক বিব্ৰত কৰিব পাৰিবনে?

কথাবোৰ ভাবি ভাবি মনোৰমা বিছনাৰ পৰা উঠি লেম্পটো জ্বলাবলৈ নামি আহিল। বাহিৰ-ভিতৰ পোহৰ আৰু আন্ধাৰে এটা ৰহস্যময় পৰিৱেশৰ সৃষ্টি কৰিছে। পৃথিৱীখন যেন নিশ্চুপ হৈ পৰিছে। হঠাতে তাইৰ মাকলৈ মনত পৰিল। তেজপুৰলৈ যোৱাৰ দিন ধৰি তাই মাকৰ খবৰ পোৱা নাই। অহৰহ মাকৰ চিন্তাই তাইক বিব্ৰত কৰি তোলে। ইফালে, ইন্দ্ৰনীলৰ খবৰেই নাই। তাই ভাবিছিল, মুক্তি পোৱাৰ পিছতে ইন্দ্ৰ তাইৰ ওচৰলৈ ঢপলিয়াই আহিব। কিন্তু, তেওঁ নাহিল। আজিলৈকে তেওঁৰ কোনো খবৰেই তাই নাপালে। তাইলৈতো খবৰ এটা পঠাব পাৰিলে হেঁতেন। আগতে হাজাৰ কামৰ মাজতো তাইৰ ওচৰলৈ অহাটো বোলে তাৰ এটা আন্দোলনেই বুলি ভাবিছিল। তাৰ কাৰণে এবাৰ ভৃগুৰ পৰা ইন্দ্ৰৱে যিহে ধমকনি খাইছিল— মনোৰমাৰ হাঁহি উঠি গ'ল। তাই লেম্পটো জ্বলাই আনি টেবুলতে থলেহি। থাউকতে কোঠালিটো পোহৰে আগুৰি ধৰিলে।

হঠাতে তাই শুনিবলৈ পালে—কাবোবাৰ খোজৰ ধ্বনি, —সেই খোজৰ ধ্বনি তাইৰ যেন বহুদিনৰ চিনাকি।

খোজৰ শব্দটো ওচৰ চাপি আহিলত তাইৰ বুকুখন চিঁৰিং কৰি উঠিল, —কোন আহিছে ? কোন

'টক্ টক্ টক্'। —দুৱাৰৰ ওচৰলৈ গৈ মনোৰমা থন্তেক ৰ'ল। কোনোবাই মতা শুনিলে—মনো। মনোৰমা।

ইন্দু আহিছে ইন্দু! —তাইৰ ডিঙিটো যেন শুকাই গ'ল। সৰ্বশৰীৰত তাইৰ এটা তড়িৎ প্ৰবাহ বৈ গ'ল। দুৱাৰখন তাই খুলি দিলে।

ইন্দ্ৰনীলে থৰ্ হৈ মনোৰমালৈ চাই থাকিল। বহুত পৰ নিমাতে থকাৰ পিছত মনোৰমাই ক'লে—'আহা'।

সিহঁত দুয়োটা ভিতৰলৈ সোমাই গ'ল। নিমিষতে কোঠালিতো কিবা এটা অজান বেদনাই গধুৰ কৰি তুলিলে। ইন্দু মনোৰমাৰ ওচৰলৈ লাহে লাহে চাপি গ'ল। ওচৰলৈ, আৰু ওচৰলৈ মনো! মনোৰমা

—A waking eye, a praying mind, a heart that stirs is hard to find

চকুতুলি তাই ইন্দুলৈ চালে। মনোৰমাৰ নীলা বহল চকুহালত সি দেখিবলৈ পালে—সাগৰৰ হেজাৰ উৰ্মিমালা।

—কি চাইছা মনোৰমা ? মই,—মই ইন্দু, মই আহিছোঁ মনোৰমা! মই আহিছোঁ।

মনোৰমাই দুয়োখন হাতেৰে চকুদুটা ঢাকি হুকু-হুকাই কান্দি উঠিল।

কিছুসময় নীৰৱে বৈ থাকি মনোৰমাক ইন্দ্ৰনীলে বুকুত সাৱটি ল'লে। অকণমান সময়ৰ কাৰণে হ'লেও দুয়োটাকে এটা স্বৰ্গীয় স্পৰ্শই আপ্লুত কৰিলে। সি মনোৰমাৰ হাতখন দুয়োহাতেৰে ধৰি ক'লে,—

—মযো যে কত দিন কান্দিছোঁ, কত দিন উজাগৰে আছোঁ, কিন্তু আচল কথা কি জানা মনো ? আমি যে দেশ ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ।

এইবাৰ মনোৰমাই সম্বিত ঘুৰাই পালে। ইন্দুৰ মুখত মনোৰমাৰ হাতখন দি ক'লে,—

—নক'বা, আৰু নক'বা ইন্দু! মই ঠিকেই আছোঁ। মোৰতো একো হোৱা নাই। —অশেষ কষ্টৰ মাজেৰে নিজে প্ৰকৃতিস্থ হৈ ইন্দুক সাহস আৰু উদ্দীপনা যোগাবলৈ মনোৰমা যেন সংকল্পবদ্ধ।

মনোৰমাই ইন্দ্ৰলৈ চাই হাঁহি ক'লে—তুমি বহা, মই চাহ কৰো।

ইন্দ্ৰয়ে তাইৰ হাতখন থাপ মাৰি ধৰি ক'লে—নালাগে আহা। কিমান দিন যে মই তোমাক দেখা নাই। আজি ভালকৈ চাই লওঁ।

মনোৰমাই হাঁহিলে। কিছুসময় নীৰৱে পাৰ হ'ল। শত যোজনৰ পথৰ আকৃতি যেন খন্তেকতে মাৰ গ'ল। মাৰ গ'ল—হৃদয়ৰ নোপোৱাৰ জ্বালা।

—অকণমান সময় ৰ'বা। —মনোৰমাই হাতখন আচাৰ মাৰি দি ভিতৰলৈ সোমাই গ'ল আৰু খন্তেক পিছতে একাপ চাহ আনি ইন্দ্ৰৰ হাতত তুলি দিলেহি। সোঁ হাতত চাহকাপলৈ ইন্দ্ৰে গহীন হৈ ক'লে—

—'বহা'।

মনোৰমা বহিল।

চাহকাপত চুমুক দি ইন্দ্ৰয়ে এইবাৰ আৰম্ভ কৰিলে,—মই মাক দেখা কৰি আহিছোঁ।

—কি? —মনোৰমাই একপ্ৰকাৰ চিঞৰিয়ে দিলে।

—অ' মনোৰমা, মই মাক দেখা কৰি আহিছোঁ। ভালে আছে।

মনোৰমাই কান্দিলে।

—কিয় কান্দিছা?

তাই একো নামাতিলে। আঁচলেৰে চকুপানী মচি তাই তালৈ চাই সুধিলে, মা ভাল হ'বনে?

—অ', হ'বতো, ডাক্তৰে কৈছে ভাল হ'ব, কিন্তু কিছু সময় লাগিব।

—সময়তো লাগিবই। মায়ে যিটো চক্ খালে, তাক আৰু কেনেকৈ বুজাম। বাৰু, তোমাৰ ঘৰৰ খবৰ কোৱাচোন?

—ভাল নহয় মনোৰমা, দেউতাৰ অৱস্থা বৰ বেয়া দেখিলো। মা চিন্তাত জৰ্জৰা হৈ পৰিছে। ঘৰখনত টকা-পইচাৰ অভাৱ। দেউতাৰ পেঞ্চনৰ টকা কেইটাৰে বি পাৰে চলি আছে আৰু। মইতো একোৱেই কৰিব পৰা নাই। মই মাত্ৰ এটা 'ভেগাবন'। —ইন্দ্ৰই খু-উ-ৰ হাঁহিলে। তাৰ পাছত হঠাতে গহীন হৈ ক'লে—তাৰবাবে মই একো ভবা নাই মনো, দেশৰ হাজাৰ হাজাৰ অভাৱগ্ৰস্ত জনতাৰ লগত মোৰ ভণী, মোৰ মা মিলি যাওক—তাত মোৰ কোনো দুখ নাই। দেশলৈ এদিন ভাল দিন আহিব। তোমাৰ আৰু মোৰ নিচিনা হাজাৰ হাজাৰ যুৱক-যুৱতীয়ে দেশৰ জয়গান গাব। অসমীয়া জাতিক কোনেও ফুচুলাই পদদলিত কৰিব নোৱাৰে মনোৰমা।

উদ্দীপ্ত কণ্ঠেৰে কৈ যোৱা কথাবোৰ শুনি শুনি মনোৰমাই একান্তচিত্তে ইন্দ্ৰনীলৰ মুখৰ পিনে চাই ৰ'ল। উজ্জ্বল এযোৰ চকু, গাঢ় কৃষ্ণবৰ্ণ কেশ। সঁচাকৈয়ে হেংদাং লৈ ওলাই অহা ভোটাই ডেকা যেন লাগিল মনোৰমাৰ। তাইৰ হাঁহি উঠি গ'ল।

—হাঁহিলা যে ?

—নাই, এনেয়ে । মানে, তোমাক একেবাৰে ভোটাই ডেকা যেন লাগিছে।

—অ' হয় নেকি ? —কথা ক'বলৈ এৰি ইন্দ্ৰনীলে আকৌ প্ৰাণ খুলি হাঁহিবলৈ ধৰিলে। বহুত পৰ কথাপাতি থকাৰ পিছত ইন্দ্ৰে ক'লে—মই যাওঁ মনোৰমা, আজি প্ৰদীপহঁতৰ ঘৰতে থাকিম, কালিলৈ তোমাক ল'গ পাম। তাৰ পিছত গুৱাহাটীলৈ যাম, তাত মিটিং আছে। —সি মনোৰমাৰ হাতখন ধৰি ক'লে—

—মই যাওঁ তেনেহ'লে, মনোৰমা।

এক মিনিটো অপেক্ষা নকৰি ইন্দ্ৰনীল তাইৰ ওচৰৰ পৰা বিজুলিৰ দৰে আঁতৰি গ'ল। ইন্দ্ৰ যোৱাৰ ফালে চাই থাকি মনোৰমাই দেখিলে,—ইন্দ্ৰনীলৰ খোজৰ গতিত যেন পোহৰৰ জেউতি বিয়পি পৰিছে ॥

॥ ৩৯ ॥

সেইদিনা আছিল ১৯৮০চনৰ ১২ডিচেম্বৰ। পুতুল নিজৰ কোঠাটোলৈ সোমাই আহিল আৰু বিছনাখন দাঙি ডায়েৰীখন খুলি পঢ়ি গ'ল—১নবেম্বৰত সচিবালয়ৰ কৰ্মীৰ ওপৰত পুলিচে গুলীচালনা কৰাৰ ফলত সচিবালয়ৰ কৰ্মীসকলৰ অসহযোগ। ২তাৰিখে মৌন সমদল। ৩নবেম্বৰৰপৰা ১১নবেম্বৰলৈকে শোকদিৱস পালন আৰু সচিবালয়ৰ কৰ্মচাৰীৰ সৰ্বাত্মক অসহযোগ। ১১নবেম্বৰত দিলীপ চক্ৰৱৰ্তী আৰু মধু কৈশ্যৰ বাজহুৱাভাৱে আদ্য-শ্ৰাদ্ধ পালন। পুণৰ ১৭নবেম্বৰত ৩৬ঘণ্টা 'অসম বন্ধ' পালন কৰা হ'ল। ১৮নবেম্বৰত ছাত্ৰৰ ওপৰত বিদেশীৰ আক্ৰমণ। ২৪নবেম্বৰত অনিৰ্দিষ্ট কাললৈ কৰ্মচাৰী সকলৰ অসহযোগ—গুলীচালনাত ৩জনৰ মৃত্যু।

২৬নবেম্বৰত দিচপুৰত পুলিচৰ লাঠী-চালনা আৰু আলোচনাৰ বাবে ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদলৈ কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা আমন্ত্ৰণ।

তেওঁ ডায়েৰীখন জপাই থৈ বিছনাত বহি পৰিল। তেওঁৰ মুৰটো আচন্দ্ৰাই কৰিলে। অসম তথা ভাৰতৰ ৰাষ্ট্ৰীয় সমস্যাত অসমৰ জন-সাধাৰণে আকুণ্ঠ সমৰ্থন জনোৱাৰ পাছতো কেন্দ্ৰীয় চৰকাৰৰ মনোভাৱ পুতুলে সহ্য কৰিব নোৱাৰিলে। সম্পূৰ্ণ অহিংস নীতিৰে চলোৱা গান্ধীবাদী আন্দোলন—যিটোৱে সমগ্ৰ পৃথিৱীতে আলোড়ন তুলিছে। সেই ন্যায্য আন্দোলন মষিমূৰ কৰিবলৈ আন্দোলন-বিৰোধী কু-চক্ৰান্তকাৰী কিছুমান ব্যক্তিয়ে ষড়যন্ত্ৰ কৰিছে। পুতুলে মনে মনে চিন্তা কৰিলে,—বিভিন্ন ধুমুহাৰ মাজতো যুৱ-শক্তি বিচলিত হ'লে নহ'ব। গান্ধীজীৰ আদৰ্শেৰে আমি আগ-বাঢ়ি যাব লাগিব আৰু গান্ধীজীৰ আদৰ্শত অলৰ-অচৰ হৈ থাকিব পাৰিব লাগিব। আমি সকলো বিপদ অতিক্ৰম কৰি সফলতাৰ সৌধ ৰচনা কৰিব লাগিব। উত্তৰ-পূৰ্বাঞ্চল ভাৰতৰ পূৱ দিশৰ এক গুৰুত্বপূৰ্ণ অঞ্চল।

এই অঞ্চলৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক সুস্থিৰতা বিপদাপন্ন হৈছে। স্বাধীনতা পোৱাৰ পিছৰেপৰা কেন্দ্ৰীয় চৰকাৰে এই অঞ্চলৰ প্ৰতি অৱহেলাৰ দৃষ্টিৰে চাই আহিছে। আচৰিত কথা,—যি চৰকাৰে ৰাষ্ট্ৰৰ ঐক্য-সংহতিৰ কথা সদায় ফুলজাৰি মাৰি কৈ আহিছে, সেই চৰকাৰেই আজি সমগ্ৰ পূৰ্বাঞ্চল ভাগ ভাগ কৰি ঐক্য-সংহতি বিনষ্ট কৰিছে। এই উত্তৰ-পূৰ্বাঞ্চলৰ থলুৱা জনগোষ্ঠী এক হৈ সৃষ্টি হৈছিল অসমীয়া জাতি আৰু এই একতাৰে গঢ় লৈ উঠা অসমীয়া জাতিয়েই শক্তিশালী পৰাক্ৰমী মোগলক ১৭বাৰ পৰাস্ত কৰিছিল।

সেয়া আছিল—সোণালী ইতিহাস। অসমৰ বিজয় গৌৰৱেৰে ৰঞ্জিত কৰা বিজয় পতাকা তেতিয়া উৰিছিল আৰু আজিও মানুহৰ মনত উৰি আছে।

পুতুলে নিজে নিজে হুমুনিয়াহ কাঢ়িলে আৰু থিয় হৈ কোঠালিটোতে অহা-যোৱা কৰিবলৈ ধৰিলে। তেওঁৰ মনত ভাব হ'ল—ছাত্ৰসন্থাৰ সভাপতি হিচাবে তেওঁৰ দায়িত্ব কি? কৰ্তব্য কি? সেই দায়িত্ব আৰু কৰ্তব্য পালন কৰিব পাৰিছেনে? নিশ্চয় পাৰিব লাগিব। যিটো আন্দোলনে স্বাধীনতা আন্দোলনকো চেৰ পেলাইছে, সেই গুৰি ব'ঠাপাত তেওঁৰ হাতৰ মুঠিত। তাক তেওঁৰ মনোবল, আত্মবিশ্বাস আৰু দূৰদৰ্শিতাৰে থামুচি ধৰিব পাৰিবই লাগিব।

বাৰিছ পাষ্টেৰে এবাৰ কৈছিল যে মানুহে জীৱনত তিনিবাৰ দিব্য উপস্থিতি লাভ কৰিব পাৰে, তাৰে এটা হ'ল—স্বদেশৰ প্ৰতি প্ৰেম।

দেশৰ প্ৰতি থকা প্ৰেমৰ কাৰণে মানুহে, অৰ্থাৎ দেশবাসীয়ে নানান সমস্যাৰ সন্মুখীন হ'বলগীয়া হয়। দেশপ্ৰেমে মানুহক বিশ্বপ্ৰেমৰ সুগন্ধি প্ৰদান কৰিব পাৰে। যেতিয়া মানুহে সাহিত্য-সংস্কৃতি, সমাজ-ব্যৱস্থা, অৰ্থনৈতিক ব্যৱস্থা, ৰাজনৈতিক বিপ্লৱৰ মাজত সমন্বয়ৰ সাঁকো গঢ়িব পাৰে, তেতিয়াহে আহে দেশলৈ শান্তি। জাতি, ধৰ্ম, বৰ্ণ মিলি অসমত সংস্কৃতিৰ সহ-অৱস্থান গঢ়ি তুলিব পাৰিব লাগিব।

পুতুলে নিজে নিজে মিছিকিয়াই হাঁহিলে আৰু দূৰ-দূৰণিৰ পশ্চিমৰ সেন্দুৰীয়া আকাশলৈ চাই গালে—

"ময়েই স্বদেশ
ময়েই বিদেশ
মই নানা দেশ
সাতো মহাদেশ
সাতোবাৰ ঘূৰি
জ্ঞানৰ মাণিক-মুকুতা আনিম—
অঞ্জলি ভৰি ভৰি।"

এনে সময়তে এটা ল'ৰাই একাপ গাখীৰ আনি ওচৰতে দাঙি ধৰি ক'লে—মহন্তদা, গাখীৰ।

—হোঁ। —পুতুলে ফিৰি চাই দেখিলে, বিশ্ববিদ্যালয়ৰ কেণ্টিনত থকা সৰু ল'ৰাটোৱে তাৰ ওচৰত গাখীৰৰ গিলাচটো দাঙি ধৰি আছে।

—গাখীৰ আনিলি ভবেশ?

—হয় দাদা। বহুদিন আপুনি আমাৰ তাত গাখীৰ খোৱা নাই।

—গাখীৰ আছে জানো?

—নাই দাদা, দোকান বন্ধ। পুলিচে আজি-কালি চাহ-বিক্ৰী বন্ধ কৰি দিছে।

—তেনেহ'লে আনিলি ক'ৰ পৰা?

পুতুলে গাখীৰৰ গিলাচটো হাতত লৈ ভবেশলৈ চাই হাঁহিলে। গাখীৰত সোঁহা এটা মাৰি পুতুলৰ আমেজ লাগিল। আজি অকলে অকলে অকণমান

সময় থাকি তাৰ বৰ ভাল লাগিছে। নীৰৱে ভাবিব পাৰিছে—দেশৰ কথা, সিহঁতে কৰি যোৱা আন্দোলনৰ কথা।

কু-চক্ৰান্তকাৰী ব্যক্তিসকলে অতি গোপনভাৱে চৰকাৰৰ লগত হাত মিলাই অসম-সমৰ্থক শ্ৰমিক কৰ্মীসকলৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিছে, কিন্তু অসমৰ কৰ্মচাৰীসকলে কোনো ধৰণৰ অত্যাচাৰ, উৎপীড়নলৈ ভয় নকৰি "দেশতকৈ চাকৰি ডাঙৰ নহয়" বুলি ৰাজপথলৈ ওলাই আহিছে। এনে দৃষ্টান্ত পৃথিৱীত বিৰল। কৰ্মচাৰীসকলে ২৪নৱেম্বৰৰপৰা ১০ডিচেম্বৰলৈ অসহযোগ কাৰ্য্যসূচী হাতত লৈছিল। কৰ্মচাৰীসকলৰ এই সিদ্ধান্তই প্ৰমাণ কৰিলে যে, অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত তেওঁলোকেও চৰম ত্যাগ কৰিবলৈ প্ৰস্তুত আছে। সেই কাৰ্য্যসূচীৰ ভূমিকাই বিশ্ববাসীক ভবাই তোলাৰ লগতে কৰ্মচাৰীসকলৰ এই মহান ত্যাগ আন্দোলনৰ ইতিহাসত চিৰস্মৰণীয় হৈ ৰ'ব।

তাৰোপৰি, অসম সাহিত্য সভাই চৰকাৰে কৰা বিভাজন নীতি, দমন, উৎপীড়নত উদ্বেগ প্ৰকাশ কৰিছে আৰু সম্পাদক ড° নগেন শইকীয়াদেৱে কৈছে—সকলো প্ৰকাৰ বিভেদ পৰিহাৰ কৰি দেশৰ জনসাধাৰণ ঐক্যবদ্ধ হৈ থাকিব লাগিব। দেশৰ সংবিধান আৰু সংশ্লিষ্ট আইনৰ আধাৰত বিদেশী নাগৰিকৰ সমস্যা সমাধানৰ বাবে চৰকাৰ আগবাঢ়ি আহিবই লাগিব।

পুতুলে অস্থিৰতা অনুভৱ কৰিলে। খিৰিকীখনৰ কাষৰপৰা আহি তেওঁ পুণৰ বিছনাখনতে বহিল। ভৃগু অহাৰ কথা আছিল, কিন্তু সময় পাৰ হৈ গৈছে। তেওঁ ঘড়ীটোলৈ চালে—৬টা বাজিবৰ হ'ল। সেই সময়তে দুৱাৰখন খুলি ভৃগুকুমাৰ ফুকন সোমাই আহিল। তেওঁ পুতুলৈ চাই ক'লে,—বৰপেটাৰ 'আচু' আৰু গণ-সংগ্ৰাম অফিচ পুলিচ, চি আৰ পিয়ে হস্তগত কৰি অগ্নি-সংযোগ কৰিছে। মই এইমাত্ৰ ফোনত খবৰটো পাইছোঁ। তাৰোপৰি নলবাৰী, বৰপেটাত পুলিচৰ সন্ত্ৰাস চলিছে।

—ফুকন! সিহঁতে যেতিয়া অত্যাচাৰ কৰো বুলি লাগিছে, কৰিবই। আমি ধৈৰ্য্য ধৰি ভৱিষ্যতৰ কৰ্মপন্থা হাতত লৈ কামত অগ্ৰসৰ হ'ব লাগিব।

পুতুলৰ কথাকেইটা ফুকনে মনে মনে শুনিলে। এয়া যেন পুতুল-ভৃগুৰ অভিন্ন হৃদয়ৰ উপলব্ধি! —১৮তাৰিখৰপৰা হ'বলগা সত্যাগ্ৰহৰ কাৰ্য্যসূচী ৰূপায়ণৰ বেলিকা যাতে কোনো অশান্তিকৰ পৰিৱেশৰ সৃষ্টি নহয় তাৰ বাবে লক্ষ্য ৰাখিব লাগিব।

পুতুলৰ কথাৰ উত্তৰ দি ভৃগুৱে ক'লে,—প্ৰতি জিলাৰ ছাত্ৰসন্থাই সকলো কথা সাঁকিয়াই বাৰ্তাৰ পঠিওৱা হৈছে।

—সত্যাগ্ৰহ সফল হ'বনে? তোমাৰ কি ভাব?

—সফল হ'বই। কেন্দ্ৰই যিদৰে ভাবিছে যে, আন্দোলন দীঘলীয়া কৰিলে মনোবল টুটি আহিব, কিন্তু বাইজৰ মনোবল দুগুণে বাঢ়িবহে।

—ঠিক কথা ফুকন। এফালে কৰ্মচাৰী সকলৰ সক্ৰিয় সহযোগিতা, আনফালে জনজাতি, অ-জনজাতি লোকৰ পূৰ্ণ সমৰ্থনে আন্দোলনটো আগ বাঢ়ি যোৱাত সহায় কৰিছে।

ভৃগুৱে পুতুললৈ চাই হাঁহিলে। দীপ্ত শিখাৰে উজ্বলি উঠা নতুন দিগন্তৰ মাযাৰে আৱৰা এখন নতুন পৃথিৱীলৈ সিহঁতে যেন খৰ খোজেৰে আগবাঢিছে—তেওঁৰ এনে ভাৱ হ'ল।

পুতুলে চোলাটো গাত সুমুৱাই ল'লে আৰু ভৃগুলৈ চাই ক'লে—আহা।

সিহঁত দুযোটাই যেতিয়া ৰাজআলিত খোজ দিছিল তেতিয়া আন্ধাৰ নিশাৰ আকাশত প্ৰহৰবোৰ খৰ গতিৰে আগ বাঢিছিল। আকাশলৈ চাই সিহঁতে ভাবিছিল—

"লুইতৰ আকাশত তৰাৰ তৰাৱলী
পাৰত দীপাৱলী তেজেৰে মোৰ—
আই নাকান্দিবি
থাপনাত তেজেৰে
বন্তি দিছোঁহি
ল'ৰা-ছোৱালীযে তোৰ।"

॥ ৪০ ॥

সমগ্ৰ অসমতে স্বেচ্ছাসেবক বাহিনীৰ সদস্য সকল সন্টম হ'ল। বিদেশী বহিষ্কাৰৰ দাবীৰ প্ৰতি কেন্দ্ৰই সি উদাসীনতাৰ ভাৱ পোষণ কৰিলে তাৰ প্ৰতিবাদত চৰকাৰী কাৰ্য্যালয়বোৰৰ সন্মুখত কৰা সত্যাগ্ৰহ সম্পূৰ্ণ সফল ভাৱে ৰূপায়িত হৈ গৈছিল যদিও প্ৰথম দিনাখন তিনি জনৰ আত্মবলিদানে সমগ্ৰ অসমৰ

নিষ্পেষিত জনতাৰ একোখনি কোমল হিয়া কঁপাই তুলিলে। এই আত্মবলিদান জানা অথলে যাব ? কঁপি উঠিল পবিত্ৰপ্ৰাণ শৰ্মাৰ মন। ৰাতি দুপৰ হৈছে, প্ৰহৰবোৰ খৰ গতিবে ঢাপলি মেলিছে কিন্তু পবিত্ৰৰ টোপনিবোৰ যেন ক'ৰবাত হেৰাই গ'ল।

স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক হৈ তাৰ গধুৰ দায়িত্ব পালন কৰিবলৈ সি আগবাঢ়ি যাবলৈ ওলাইছে। আজি ২০ডিচেম্বৰ। তাৰ অন্তৰ ভেদ কৰি এটা হুমুনিয়াহ ওলাই আহিল। সি মনতে এবাৰ ভাবিলে—১৩দিনীয়া কাৰ্য্যসূচী সফল কৰি তুলিবই লাগিব। সি পুনৰ বেবৰ ফালে মুখ কৰি চকুকেইটা মুদি দিলে। শত শ্বহীদৰ তেজেৰে বোলোৱা এই আন্দোলনৰ জুই সহজে নুনুমায়। লাঠী, বন্দুকৰ গুলীৰে সত্যাগ্ৰহীৰ মনোবল ভাঙিব নোৱাৰে। প্ৰথম দিনৰ সত্যাগ্ৰহত প্ৰাণ বিসৰ্জন দিলে—ঠাকুৰ ওজা, অক্ষেন্দ্ৰ তালুকদাৰ আৰু কম্পনাথ ভট্টাচাৰ্য্যই। আন্ধাৰতে সি চকুদুটা বহলকৈ মেলি দিলে,—হঠাতে যেন সি দেখি অহা সমস্ত ঘটনা তাৰ চকুৰ আগত ভাঁহি উঠিল।

চি আৰ পিৰ গুলী চালনা, কন্দুৱা গেছ, লাঠীৰ নিষ্ঠুৰ প্ৰহাৰৰ স্বত্বেও সমগ্ৰ অসমতে ৰাইজে স্বতঃস্ফূৰ্তভাৱে, অদমনীয় মনোভাৱেৰে গণ-সত্যাগ্ৰহৰ কাৰ্য্যসূচীত অংশগ্ৰহণ কৰি আহিছে। সেইদৰেই অংশগ্ৰহণ কৰিছিল ১৮ডিচেম্বৰ তাৰিখে পাঠশালা, বজালী, বৰপেটা আদি ঠাইত। ১৮তাৰিখে ১১-৩০ বজালৈকে পাটাছাৰকুছিত শান্তিপূৰ্ণভাৱে সত্যাগ্ৰহ আৰু গণ-অৱস্থান চলি আছিল, কিন্তু এই শান্তিৰ আন্দোলন ছাৰখাৰ কৰি দি অশান্তিৰ জুই দিলে—পুলিচৰ গুলীচালনাৰে। "জয় আই অসম" ধ্বনি দি আগশাৰীত থকা অক্ষেন্দ্ৰ তালুকদাৰৰ সোঁ ভৰিৰ মাজেদি গুলী সৰকি গৈ বাওঁ ভৰিত যেতিয়া সোমাল, তেতিয়াই বাগৰি পৰিল অক্ষেন্দ্ৰ তালুকদাৰ।

বাগৰি পৰা অক্ষেন্দ্ৰৰ ওপৰত চি আৰ পি বাহিনীৰ লোকে বুট জোতাৰে গুৰিয়ালে, পিঠিত বেয়নেটেৰে খুচিলে, লগে লগে চেতনা হেৰুৱাই পেলালে —অক্ষেন্দ্ৰ তালুকদাৰে।

অক্ষেন্দ্ৰৰ অৱস্থা সংকটজনক বুলি জানিব পাৰি ছাত্ৰসন্থাই গুৱাহাটীলৈ নিবলৈ চেষ্টা কৰিলে যদিও অৱশেষত পুলিচে গাড়ীখন থানাৰ চৌহদত সুমুৱাই দিলে। তাৰপিছত যথেষ্ট দেৰিকৈ লৈ গ'ল তেওঁক—পাটাছাৰকুছি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰলৈ। গুৱাহাটীলৈ স্থানান্তৰ কৰিবলৈ ৰাইজে বহুবাৰ

অনুৰোধ কৰা স্বত্বেও কোনো ফল নধৰিল। পাটাছাৰকুছি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰত ঘন-ঘনকৈ উশাহ লৈ অক্ষেন্দ্ৰই ডাক্তৰ জনক সুধিছিল— ডাক্তৰ। মই জীয়াই থাকিম নে? আমাৰ ঘৰৰ পৰা কোনোবা আহিছেনে?

লাহে লাহে কথাবোৰ অস্পষ্ট হৈ আহিছিল। আন্ধাৰ আৰু পোহৰৰ জিলি-মিলি পৰিৱেশত অক্ষেন্দ্ৰৰ সৰু ওঁঠ দুটা কঁপি উঠিছিল আৰু নিমিষতে স্তব্ধ হৈ গৈছিল ওঁঠৰ ভাষা।

এই ঘটনাৰ প্ৰতিবাদত ১৬ডিচেম্বৰ তাৰিখে সমগ্ৰ বজালীত বন্ধ পালন কৰি সকলো ঠাইতে ক'লা পতাকা উত্তোলন কৰিছিল আৰু সকলোৱে ক'লাবেজ পৰিধান কৰা দৃশ্যই নগাৰ'ৰপৰা যোৱা স্বেচ্ছাসেৱক বাহিনীৰ দলটোক অভিভূত কৰি তুলিছিল।

পৰিত্ৰই নিজৰ বিছনাতে আকৌ এবাৰ বাগৰ সলালে। তাৰ মূৰটো গৰম হোৱা যেন লাগিল। সি দুৱাৰখন খুলিলে আৰু বাহিৰলৈ ওলাই আহিল।

বাহিৰৰ বহল চেতালখনত এজাক চেঁচা বতাহে তাক কঁপাই তুলিলে। পুহ মাহৰ কুৱঁলীজাক ডাঠ আৰু গম্ভীৰ হৈ তাক যেন খেদি আহিল। চোতালেদি সি আগবাঢ়ি গৈ পদুলিমুখ পালেগৈ। পদুলিমুখত শেহতীয়াকৈ ফুলি থকা শেৱালি জোপাৰ পৰা অহা গোন্ধ এটা তাৰ নাকত লাগিলহি। গোন্ধটো তাৰ কেঁচা তেজৰ গোন্ধ যেন লাগিল।

তেতিয়া তাৰ পদুলিৰ মায়া নাছিল, আছিল ৰাজপথৰ সেন্দুৰীয়া মায়া। কাৰণ তাৰ চকুৰ আগত জিলিকি উঠিছিল—ৰাজপথত চৰকাৰী গোৰ্খা বাহিনীৰ দ্বাৰা ঘটোৱা হত্যা লীলা, অত্যাচাৰ আৰু সন্ত্ৰাসৰ ৰাজত্ব। সেই অত্যাচাৰৰ বাবে পাটাছাৰকুছিৰ বজাৰ এলেকাৰ পৰিয়াল সমূহৰ এক অংশই আন আন পৰিয়াল সকলৰ ঘৰলৈ গৈ আশ্ৰয় লব লগা হৈছিল। পাটাছাৰ-কুছিত শূন্যতাই বিৰাজ কৰা সিহঁতে দেখা পাইছিল। হঠাতে তাৰ তলপেটটো বিষোৱা যেন লাগিল—অলপ দিনৰপৰা সি পেটৰ অসুখত ভুগি আছে কিন্তু চিকিৎসা কৰিবলৈ তাৰ সময় ক'ত? সি তললৈ পেটটো পেলাই হেঁচা মাৰি ধৰি চকুকিটা মুদি দিলে। তাৰ পিছত? এবা, তাৰ পিছত? সিহঁত গৈছিল বৰপেটালৈ, বৰপেটাসত্ৰ, আমবাৰী হাটী, মেটুৱাকুচি আদি ঠাইৰ পৰা মহকুমাধিপতিৰ ওচৰলৈ হাজাৰ হাজাৰ জনতা স্মাৰক-পত্ৰ দিবলৈ আহিছিল—সিহঁতে দেখিছিল—সিহঁতৰ সন্মুখত ৰাইফল, ষ্টেনগান, কাৰবান আদিৰে সুসজ্জিত চি. আৰ পি বাহিনী।

আন্দোলনকাৰীক প্ৰথমে সুন্দৰীদিয়াৰ ৰাস্তাত থকা দলগুৰ ওপৰত পুলিচ বাহিনীয়ে জধে-মধে কোবাইছিল। যাৰ ফলত গাভৰু ছোৱালীবোৰেও নৈত জাপ দিছিল।

পবিত্ৰৰ গাটো শিঁয়ৰি উঠিল। লাঠীৰ কোব খাই পানীত বাগৰি পৰাটো কিমান যে ভয়াবহ। সিহঁতে তাৰ খবৰ কৰি গম পাইছিল যে—বহুতৰে হাত-ভৰি ভাঙিছিল আৰু জখম হৈছিল। তথাপিও সেই বাধা অতিক্ৰম কৰি জনতা আগুৱাই গৈ বৰপেটা চহৰৰ কেন্দ্ৰস্থল পাঁচআলি পাইছিলগৈ আৰু তাতে চৰকাৰীভাৱে সত্যাগ্ৰহী সকলক "বে আইনীভাৱে আহিছে, গুছি যাওক" বুলি লিখা বেনাৰ দেখুওৱাৰ পাছতো ৰাইজে যেতিয়া লবচৰ নকৰিলে তেতিয়া পুলিচৰ বন্দুক গৰজি উঠিল আৰু ঢলি পৰিল ঠাকুৰ ওজা। জ্ঞানুৱাৰী মাহত গাত মাহ-হালধী ঘঁহি দবা হৈ ওলোৱাৰ আগতেই বন্দুকৰ গুলীয়ে ঠাকুৰ ওজাৰ যৌৱনৰ যৱনিকা ঘটালে। ২৮বছৰীয়া ঠাকুৰ ওজাৰ মৃতদেহ ফাটাহাটীৰ নামঘৰৰ সন্মুখত যেতিয়া দাহ কৰিছিল সেই জুই দেখি সিহঁতে ভাবিছিল—এই জুই বাৰু কেতিয়া নুমাব ?

এই শোকাকুল গম্ভীৰ পৰিৱেশ সিহঁতে কালি এৰি থৈ আহিছে। সি যিমানে ভাবিবলৈ ধৰিলে, সিমানে তাৰ গাটোত পোৰণি উঠিবলৈ ধৰিলে। সি বুজিছিল,—কিহৰ সেই পোৰণি ? সেয়া আছিল,—অন্তৰৰ শোক। মানুহ যেতিয়া শোকত আকুল হয় তেতিয়া স্থিৰতা নাথাকে—কৰ্ত্তব্যৰ কথা পাহৰি পেলায়। সেই কাৰণে গীতাত কৈছে—মৃত্যুত শোক কৰা অনুচিত। এই শোকৰ কাৰণ কি ? মমতাই হৈছে শোকৰ কাৰণ। এই অজ্ঞানতা দূৰ কৰিবৰ কাৰণে ভগৱানৰ সহায় লাগে। সেইহে হয়তো মহাপুৰুষে লিখিছে—

"ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ
গুছয় মায়াৰ ভ্ৰম।
ব্ৰহ্মপদে শুদ্ধ জীৱক বোলয়
ঈশ্বৰ পৰম ব্ৰহ্ম।"

ইতিপূৰ্বে তাৰ গাটো হিমে একেবাৰে চেঁচা কৰি পেলাইছিল। সি ভিতৰলৈ সোমাই গ'ল আৰু বিছনাত পৰি লেপখন মুৰলৈ টানি ল'লে—ইমান পৰে চেঁচা পৰি থকা বিছনাখনত দীঘল দি সি টোপনি যাবলৈ চেষ্টা কৰিলে।

এটা বৈপ্লবিক চেতনাৰ অবিহনে এটা জাতিৰ অস্তিত্ব ৰক্ষা কৰিব নোৱাৰি। সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক দিশৰ পৰাই এক সামগ্ৰিক চেতনা প্ৰৱাহিত হ'ব লাগিব। তেতিয়াহে এটা জাতিযে জীয়াই থকাৰ গৌৰৱ অৰ্জন কৰিব পাৰিব।

অসমৰ জনগণৰ আজি অস্তিত্বৰ চেতনা মূৰ্ত্ত হৈ উঠিছে। সঞ্চাৰিত হৈ উঠিছে। এই সংগ্ৰামী চেতনাক জীয়াই ৰাখিবলৈ আজি প্ৰতিজন অসমীয়াই আগুৱাই আহিছে। আজি অসমীয়া জাতি অসমতে বিদেশী হ'ব লগা হৈছে। ভাষা-সংস্কৃতিৰ বিলুপ্তি ঘটিছে। ইয়াৰ ঘাই কাৰণ হ'ল,—বিদেশী নাগৰিকৰ বিৰুদ্ধে সমগ্ৰ দেশৰ স্বাৰ্থ, সাংবিধানিক মৰ্য্যাদা, ৰাষ্ট্ৰীয় ঐক্য, সাৰ্বভৌমত্ব, অখণ্ডতা আৰু ঐক্য-সংহতি ৰক্ষাৰ কাৰণে আন্দোলন গঢ়ি তোলাত চৰকাৰে জনগণৰ ওপৰত অত্যাচাৰৰ 'বনিয়া হাতী' মেলি দিয়া।

সি বেৰৰ ফালে মুখ কৰি চকু দুটা মুদি দিলে—টক্ টক্ টক্। সি একেজাপে বিছনাৰ পৰা উঠিল আৰু দুৱাৰখন খুলি দি সি দেখিলে—পুলিন।

—অ' তই আহিলি ?

—অ' ব'ল। চাৰিওফালৰ পৰা সত্যাগ্ৰহীবোৰ টাউনৰ বাহিৰত ৰৈছেহি। আমি সোনকালে যাব লাগে।

—ব'ল তেনেহ'লে। —পবিত্ৰই কাপোৰ পিন্ধিবলৈ ভিতৰলৈ সোমাই গ'ল। পুলিনে কোঠালিটোৰ ভিতৰতে ইফাল-সিফাল কৰি গুণ-গুণালে—

সাজু হ সাজু হ ন-জোৱান
বুকুৰ তেজেৰে
ধুই দে আজি
অসমৰ অপমান
সাজু হ সাজু হ ন-জোৱান।

॥ ৪৯ ॥

২০ ডিচেম্বৰ, ১৯৮০ চন।

পুলিন আৰু পবিত্ৰই জীৱন, অচিন্ত্যক লগ ললে আৰু বীণা বাইদেউহঁতৰ পিছফালৰ সৰু-সুৰিয়া বাটটোৰেদি মৰিকলঙৰ ফলে আগ বাঢ়িল। পুহমহীয়া ঠেটুৱৈ ধৰা জাৰত দুয়োটা বাঁহ গছৰ তলেদি খোজ ললে। বাঁহ গছত লাগি থকা

নিয়ৰৰ টোপালবোৰে সিহঁতৰ গাৰ কাপোৰ তিয়াই পেলালে। কিছুসময় চাপৰি চাপৰি হাবি ফালি ফালি যোৱাৰ পাছত পবিত্ৰহঁত গৈ চাফা ঠাই এটুকুৰা পাই পোণ হৈ থিয় হ'ল। জীৱনে চিগাৰেট এটা জ্বলাই লৈ পবিত্ৰহঁতলৈ চাই সুধিলে,—চুইচ্‌গেটত সিহঁত থাকিবতো ?

—কিয় নাথাকিব ? গোলাপ, পূৰ্ণ, কমলা, বিজয়, বসন্ত, মানস, নীল, ভূৱন, হীৰেণ, ৰাজহঁত সকলো থাকিব। উস্‌! এইটো চেঁচা কি অ' ?

—সাপ! —পুলিনে চিঞৰ মাৰি দিলে।

জীৱনে হাতত থকা লাখুটি ডালেৰে মাৰিবলৈ উদ্যত হওঁতেই পবিত্ৰই চিঞৰি দিলে,—নামাৰিবি জীৱন, তাক যাবলৈ দে। বেচেৰা জাৰতে ঠেৰেঙা লাগিছে, তাক মাৰি লাভ নাই।

—এৰা, পবিত্ৰ, তাক মাৰি লাভ নাই। মাৰিব লাগে আমাৰ মাজত থকা সাঁপবিলাকককহে। চাচোন—এই স্বপনটোৱেনো বাৰু গান্দাৰী কৰিব লাগেনে ? পুলিচ, চি আৰ পি ৰ চি আই ডি গিৰি কৰি কেইদিন খাব অ' ?

পবিত্ৰই গহীন হৈ মাত লগালে,—কেইদিন থাকিব এইদৰে ধোকাবাজি কৰি! এই দেশদ্ৰোহীবিলাকক মাটিত গাঁত খান্দি ডিঙিলৈকে পুতি থব লাগিব।

—ঠিক কৈছ পবিত্ৰ। ইহঁতৰ বিচাৰ এদিন হ'বই লাগিব।

লাহে লাহে পোহৰ হৈ আহিছে। সিহঁত চুইচ্‌গেট পাবলৈ আৰু বেছি দূৰ নাই। পুলিন আৰু পবিত্ৰ জাৰতে কঁপিছে। জীৱনে কিন্তু একো উপলব্ধি কৰা নাই, তাৰ এইবোৰ অভ্যাস আছে।

—ঐ জীৱন!

পুলিনৰ মাতত জীৱনৰ তন্ময়তা ভাঙিল। সি দেখিলে—চুইচ্‌গেট পালেহিয়েই।

—ক'তা, ইহঁত দেখোন কোনো নাই ?

—এৰা, কোনো নাই দেখোন! সিহতঁতো ইয়াতেই থকাৰ কথা আছিল।

চাৰিওফালে দৃষ্টি ৰাখি জীৱন বাটৰ কাষত থকা বকুল জোপাৰ তলত ৰ'লগৈ। পুলিনে ডাঠ কুৰঁলিৰ মাজেদি অহা-যোৱা কৰিবলৈ ধৰিলে।

—সৌৱা,—কোনোবা আহিছে।

সঁচাকৈয়ে মৰিকলং, বৰঘাট আঞ্চলিকৰ কৰ্ম-কৰ্তা সকল আহি সিহঁতক ক'লেহি,—তহঁত ইয়াত নাথাকিবি, বেগতে আহ।

ইতিমধ্যে পদুত্বকণ, চন্দ্ৰ শৰ্মাহঁত আহি ক'লেহি,—আমি গম পাইছোঁ —হয়তো মৰিকলং চাবিআলিৰপৰা সত্যাগ্ৰহীক আগুৱাবলৈ নিদিব'। পিছে, মানুহবোৰ ক'ত আছে ?

পূৰ্ণই ক'লে—সৌ এল পি স্কুলখনতে আছে।

—ব'লা তেনেহ'লে—।

চন্দ্ৰ শৰ্মা, পদুত্বকণ আৰু প্ৰদীপ আগুৱাই গ'ল।

চন্দ্ৰ ককাইদেৱে সুধিলে—মানুহ আহিয়েই আছে নেকি ?

—হয়, আহিয়েই আছে। পাঠৰি, নৰৈ, দক্ষিণপাট, বৰজহা আদি গাৱঁৰ-পৰা ডেকা-বুঢ়া, ছোৱালী-বোৱাৰী বিলাকৰ লাইন লাগিছে।

পবিত্ৰহঁত এল. পি. স্কুলৰ ভিতৰ পালেগৈ। তাত নৰৈ আঞ্চলিক, বৰঘাট আঞ্চলিক আৰু কছলুখোৱা আঞ্চলিক গণ-সংগ্ৰাম পৰিষদৰ কৰ্ম-কৰ্তা সকললৈ লক্ষ্য কৰি শৰ্মাই ক'লে,—আপোনালোকে অতি সাৱধানে আগ বাঢ়িব। চাব যাতে আমাৰ মাজৰপৰা কোনো ৰকমৰ শিলগুটি পুলিচৰ গাত নপৰে। মনত ৰাখিব, আমাৰ মাজতে কোনোবা দুৰ্বৃত্ত থাকিব পাৰে।

তেওঁলোক স্কুলৰপৰা আঁতৰি গ'ল।

পবিত্ৰই জীৱনলৈ চাই ক'লে—জীৱন, এইটো সমদলৰ দায়িত্ব তোৰ আৰু পূৰ্ণৰ ওপৰত। মনত ৰাখিবি—শ শ সত্যাগ্ৰহীৰ জীৱন তহঁতৰ হাতত।

পবিত্ৰৰ কঠোৰ নিৰ্দ্দেশ মানি জীৱন আৰু পূৰ্ণই তললৈ মূৰ কৰিলে।

পবিত্ৰ আৰু পুলিনে কন্তেকো বিলম্ব নকৰি ষ্টেচনৰ পাছ ফালে থকা কেঁচা আলিৰেদি ডিমৰুগুৰিলৈ যাত্ৰা কৰিলে। লগত লৈ গ'ল অচিন্ত্যক।

নগাঁও চহৰ। দিনৰ এঘাৰ বজাৰ লগে লগে চাৰিওফালৰপৰা সত্যাগ্ৰহীৰ সমদলবোৰ আগবাঢ়ি আহিল। পুলিচ, মিলিটেৰীৰ তৎপৰতা মুহূৰ্ততে দেখা গ'ল। নগাঁও কলেজৰ ওচৰত বীণাই লৈ অহা মহিলাৰ সমদলটোক পুলিচ, মিলিটেৰী আহি কৰ্ডন দিলে। হঠাতে জীপ গাড়ীৰপৰা নামি পুলিচ অধীক্ষকে হাতত বেট লৈ খৰ গতিৰে দৌৰা-দৌৰি কৰিবলৈ ধৰিলে। চাৰিওফালে ধ্বনিত হ'বলৈ ধৰিলে—"জয় আই অসম", —"আমাৰ দাবী মানিবই লাগিব"। বীণাহঁতৰ সমদল ক্ৰাছাৰীৰ ফালে আগ বাঢ়িল। পুলিচ, মিলিটেৰী পুনৰ সক্ৰিয় হ'ল ; জীপ গাড়ীৰপৰা মাইকযোগে

দুনোৱা হ'ল—"আপোনালোকৰ সমদলটো বে-আইনী বুলি ঘোষণা কৰা হৈছে। এতিয়াই আপোনালোক আঁতৰি যাওক, আঁতৰি যাওক, নহ'লে বল প্ৰয়োগ কৰা হ'ব।"

মনচুৰ বাইদেউ, জিন্যাং খাচ্‌গিৰ্, ইলা গোস্বামী, কবিতা, মাধু, ভৰ্ত্তিহ'তে পুলিচৰ বেহু ভাঙি যাবলৈ চেষ্টা কৰিলে।

মাইকযোগে আকৌ সমদলটো বে-আইনী ঘোষণা কৰিলে। কেওফালে হাঁহাকাৰ লাগিল। মহিলাসকলক ৰক্ষণা-বেক্ষণ দিবলৈ লৰি আহিল স্বৰূপ শৰ্মা, সুনীল মজুমদাৰ, মুহিৰাম শইকীয়া, তিলক মজুমদাৰ। তেওঁলোকে মহিলাসকলক অৱস্থান কৰিবলৈ নিৰ্দ্দেশ দিলে। কিন্তু লগে লগে তেওঁলোকক গ্ৰেপ্তাৰ কৰি গাড়ীত ভৰাই নৈ গ'ল আৰু মহিলাসকলৰ ওপৰত কন্দুৱা গেছ এৰি দি লাঠীৰে কোবাবলৈ ধৰিলে। চাৰিওফালে চিঞ্ঞৰ-বাখৰ লাগিল। ওচৰতে থকা END অফিচত ছোৱালীবোৰ সোমাই পৰিল। কিন্তু পুলিচ তাতো ক্ষান্ত নাথাকিল। END অফিচৰ দুৱাৰ-খিৰকী ভাঙি নিজৰ কামত ব্যস্ত থকা বাইশ বছৰীয়া চফিকুল হুছেইনক কোবাই কোবাই হাত ভাঙি দিলে। বুকু, পিঠিত বুট জোতাৰে গচকি বাহিৰলৈ টানি আনি বাৰান্দাতে পেলাই দি পুলিচ, চি আৰ পিৰ দলটো গুচি গ'ল।

লগে লগে চফিকুলক হস্পিটেললৈ নিয়া হ'ল। পুলিনে দৌৰে আহি বীণা বাইদেউক খবৰ দিলেহি যে সিহঁতৰ সমদলটো মৰিকলং চাৰিআলিত পুলিচে কৰ্ডন দি ৰাখিছে আৰু তাতো লাঠী চালনা কৰিছে। আহতবোৰক হস্পিটেললৈ নিয়া হৈছে। নীলকান্ত, ৰাজ বৰা, দীপকহ'তে আহতসকলৰ শুশ্ৰূষা কৰিছে।

—হয় নেকি পুলিন?

—অ' বাইদেউ। মই মিৰ্নাতি পেহীক তালৈ পঠাইছোঁ। আপুনি প্ৰদীপ শৰ্মাৰ ওচৰলৈ যাওক। প্ৰদীপ শৰ্মা ছোৱালী হাইস্কুলৰ চাৰি আলিত অকলে আছে। ইফালে অতুল মেধি, জয়ন্ত বৰা, প্ৰভাত কলিতা, প্ৰকাশ মহন্তহঁতক পুলিচে গ্ৰেপ্তাৰ কৰিছে আৰু দিগেনক বিচাৰি ফুৰিছে।

—হয় নেকি? তেনেহ'লে মই যাওঁ পুলিন।

—সাৱধানে যাব, বীণা বাইদেউ।

—মোলৈ তহঁতে চিন্তা নকৰিবি।

বীণা গৈ ছোৱালী হাইস্কুলৰ চাৰিআলি পালেগৈ। তাত প্ৰদীপ শৰ্মাই

অকলে আমোলাপট্টিৰ ফালৰ পৰা অহা সমদলটোৰ নেতৃত্ব দিছে। ইতিপূৰ্বে হয়বৰ গাঁও, উত্তৰ হয়বৰ গাঁও আদিৰ পৰা মহিলা সমদলবোৰ আহি পূৰণা পলং পাইছেহি। তাত সৰস্বতী, মঞ্জু দেৱী, চাৰু, আভা বৰা, জীৱেশ্বৰ গোস্বামী, ললিত শৰ্মা, বকুল ভাগৱতীহঁতে নেতৃত্ব দিছে।

চাৰিওফালে বিপ্লৱৰ অগ্নি জ্বলিছে। এফালে চি আৰ পি আৰু পুলিচ বাহিনী, আনফালে সমদলটোৱে অৱস্থান কৰি আছে। প্ৰদীপে অকলশৰে পুলিচ, চি আৰ পিৰ আগত ভেঁটা দিছে। ইতিপূৰ্বে প্ৰদীপ শৰ্মাই জনা নাছিল যে চাৰিওফালে নেতাসকলক এৰেষ্ট কৰিছে।

বীণা সাহসেৰে আহি প্ৰদীপৰ ওচৰ পালেহি আৰু দৌৰি গৈ প্ৰদীপৰ হাতত ধৰি ক'লে—তই এইয়া কি কৰিছ? আঁতৰি যা—আঁতৰি যা। চাৰিওফালে এৰেষ্টৰ ঢল উঠিছে। তোকো যদি 'এৰেষ্ট' কৰে কি হ'ব?

প্ৰদীপ আঁতৰি গ'ল। আগবাঢ়ি আহিল ৰেখা শৰ্মা, বকুলীকা গোস্বামী, ফাইজুনাৰা বেগম, মীৰা বাইদেউ আদি। মহিলা সকলে দুগুণ উৎসাহেৰে ধ্বনি দিবলৈ ধৰিলে—"জয় আই অসম।" লগে লগে আৰম্ভ হ'ল লাঠী-চালনা, কন্দুৱা গেছ। স্বদেশক ভালপোৱা, স্বদেশৰ হকে যুঁজা মহিলাৰ কণ্ঠধ্বনি আকাশ-বতাহ নিনাদি গ'ল।

আগনণ মহিলা সত্যাগ্ৰহীৰ উদাত্ত কণ্ঠই পুলিচ, চি আৰ পিৰ অন্তৰাত্মা কঁপাই তুলিলে—"অসম মৰিলে আমিও মৰিম।"

কন্দুৱা গেছৰ ধোঁৱা, অগ্নি বৰষা কণ্ঠধ্বনি, পুলিচ, চি আৰ পিৰ বুট জোতাৰ শব্দৰ লগে লগে সময়বোৰ আঁতৰি পলাইছে আৰু ধীৰে ধীৰে নামি আহিছে—

এক অনিশ্চয়তাৰ কালৰাতি ॥

॥ ৪২ ॥

সত্যাগ্ৰহৰ পঞ্চমদিনা ধেপাজানৰ ভদৰাম ককাইটি আহি মিনতি পেহীহঁতৰ ঘৰ পালেহি। সৰু পঁজা ঘৰটো নিজম-নিতাল দেখি ভদৰাম ককাইটিয়ে নঙালামুখৰ পৰাই চিঞৰি মাতিলে,—হেৰ' জয়কান্ত! বোলো ঘৰত আছনে?

মাতটো চিনাকি যেন পাই জয়কান্তই বিছনাৰ পৰা উঠি আহিল। নওলাৰ মুখত ভদৰামক দেখি মাতিলে—আহ ভদৰাম, মই ঘৰতে আছোঁ। বেমাৰী মানুহ, ক'লৈনো যাবি ?

খেৰৰ সৰু চালিখনৰ তলতে জয়কান্তই ভদৰামক বহিবলৈ পিৰাখন আগবঢ়াই দি নিজেও পিৰা এখনত বহি টিংখনৰ তঁহ জুইকুৰা খুচৰি দি সুধিলে—পিচে, আহিলিনো ক'ৰ পৰা ?

—ক'ৰ পৰানো আহিবি,—ঘৰৰ পৰাই আহিছোঁ। চাৰিওফালে যিহে অশান্তি হৈছে। ঘৰত বহি থাকিবলৈ মনেই নাযায় অ'—।

—কি কৰিবি ভদৰাম ! আমাৰ অসমীয়া মানুহমখাই খোৱা-কামোৰা কৰোঁতেই দিনবোৰ শেষ কৰিলে। জাতি গ'ল, দেশ গ'ল, ভাষা গ'ল—সকলো গ'ল ভদৰাম, সকলো গ'ল।

জয়কান্তই বৰকৈ কাঁহিলে। অলপ বেছিকৈ কথা ক'লেই জয়কান্তৰ কাঁহটো আহি বুকুত ধৰেহি। ভদৰামে চোলাৰ জেপৰ পৰা বিড়ি এটা উলিয়াই তঁই জুইকুৰাত জ্বলাই ললে আৰু হুপি হুপি তলকা মাৰি কথাবোৰ শুনিলে।

—বুজিছ ভদৰাম, কথা ক'বই নোৱাৰাবি, কাঁহে আহি খন্দা মাৰি ধৰেহি। বোলো—অতনো ডেকা ল'ৰাবোৰ মৰিছে। কণা বিধতাই মোকহে দেখা নাপায়।

—ইস্। জয়কান্ত, তয়ো বৰ ভাল কথা কৈছ। সময় আহিব লাগিব নহয়। তাতে তেওঁলোক হ'ল ভাল জীৱ। সেইকাৰণেহে দেশৰ হকে মৰিব পাৰিছে। তই, মই হ'লোঁ মহাপাপী, —ক'ত আমি শ্বহীদ হ'ব পাৰিম। —ভদৰামে বিড়িটোত দীঘলকৈ হোপা এটা মাৰি আকৌ ক'লে—সোঁ এৰি অহা দিনবোৰলৈ মন কৰচোন—মানে মই '৪২ৰ কথা কৈছোঁ। ক'তনো শ্বহীদ হ'ল—সেই মণিৰাম, পিয়লি, গোমধৰ কোঁৱৰকে ধৰি কমলা মিৰি, ভোগেশ্বৰী, কণকলতা, মুকুন্দ কাকতি, মদন বৰ্ম্মণ, ৰাউতা কছাৰী, কলাই কোঁচ, কুশল কোঁৱৰ, ঠগী সুত, তিলক ডেকা, লক্ষ্মী হাজৰিকা ।

—নকবি, নকবি ভদৰাম,—একেবাৰে হিয়াখন হাঁই-ফাঁই কৰে অ'—। '৪২ত মৰা শ্বহীদ তই গণ্টি কৰি শেষ কৰিবলৈ আহিছনে ?

—নহয় অ' জয়কান্ত। শুন,—অসমে সকলো কথাৰ কাৰণে কিয় আন্দোলন কৰিব লাগে ? আমি ভাষাৰ কাৰণেও আন্দোলন কৰিব লাগে,

খাদ্যৰ কাৰণেও আন্দোলন কৰিব লাগে। সেই ভাষা আন্দোলনত কোন কোন শ্বহীদ হৈছিল তোৰ মনত আছেনে ?

—কিয়, বঞ্জিত বৰপূজাৰী, সূৰ্য্য বৰা, তাৰ পিছত আকৌ আহিল মাধ্যম আন্দোলন। তাতো বহুত শ্বহীদ হ'ল।

—অঁ, অনিল বৰা, মোজাম্মিল হক, নৰেন, গিৰীণ দেউৰী, সীতাৰাম দাধৰা, বলিন ৰাজখোৱা, প্ৰমোদ বৰা, তাৰপিছত আহিল খাদ্য আন্দোলন— তাত শ্বহীদ হ'ল গজেন ইংতি আৰু পুতুল শইকীয়া।

—মোজাম্মিল হকে হেনো গানো ৰচিছিল, হয়নে ?

—অঁ, ৰ—গানটো মোৰ মনত আছে—বিড়িটোত শেষৰ হোপাটো মাৰি ভদৰামে গালে,—

'আই ঐ কিহেৰে পূজিমে তোক
আই ঐ জীৱন দি পূজিমে তোক ।'

অঁ অঁ—তোৰ ঠিকেই মনত আছে—'জীৱন দি পূজিমে তোক।' —জয়কান্তই কাঁহিলে। অলপ বৈ জয়কান্তই আকৌ ক'লে—হেৰ' ভদৰাম,— কিয় আমি গোৰা নাছিলো জানো,—

"উল্কা বৃষ্টি আহিব লাগিছে
গৰজে বজ্ৰপাত ”

—এৰা জয়কান্ত, সেইখিনি সময়ত আমিও কম কষ্ট কৰা নাছিলোঁ। পিছে এতিয়া কি কৰিবি—বয়স ভাটি দিলে, তেজ-বল টুটি আহিল, কিন্তু মনে যে নামানে।

কথাপাতি থাকোঁতেই সিহঁতে দেখা পালে—চাম্‌চুল্ নগুলা খুলি সোমাই আহিছে।

—ক'ৰ পৰা আহিলি চাম্‌চুল্ ?

—ক'ৰ পৰানো আহিবি! এইখন—ঘূৰি-পাকি পুলিচৰ ৰাজত্ব চালো, তাৰ পিছত ভাবিলো—তোৰ খবৰটো লৈ যাওঁ। পিছে জয়কান্ত,—ভাল পাইছনে নাই ?

—কিনো ভাল পাবি ? হঁপানি বেমাৰ ক'ৰবাত ভাল হোৱা শুনিছ জানো ?

—কি কৰিবি—

অথিৰ ধন-জন
অথিৰ জীৱন
অথিৰ এহ্ৰ সংসাৰ
প্ৰ্ত্ৰ-পৰিবাৰ
সকলো অসাৰ
কৰবো কাহেঁৰি সাৰ

গতিকে ভগৱানৰ নাম ল। সময় আহিলে যাব লাগিব। এইবোৰ সকলো মায়া বুজিলি জয়কান্ত। মৰাব পিছত চাবি ভেলৰ বিলাই

ভবনদী পাৰ হৈ
জীৱই আছে চাই
চোৱা চোৱা বন্ধ্ৰ সকল
ভেলৰে বিলাই।

বাৰ্ৰ, সেইবোৰ থ এতিয়া। দেশৰ অৱস্থা কি হ'বগৈ ক'ব পৰা নাই। আগৰ তেজ নাই। থকা হ'লে চামচুলক দেখিলিহেঁতেন। আমাৰ দেশৰে মাজ-মজিয়াত চি আৰ পিহঁতে অসমীয়া জাতিক গালি পাৰে। জাতিৰ প্ৰতি এনে অপমান কেনেকৈ সহ্য কৰিবি অ' জয়কান্ত? তাতে আক' কিছ্ৰমান বদন ওলাইছে, সেইবোৰক ধৰি ধৰি ভালকৈ শাস্তি দিব লাগে, ব্ৰজিলি।

কথা কওঁতে প্ৰহমহীয়া জাৰতো চাম্‌চুল্‌ ঘামিছিল। কান্ধৰ গামোছাখনেৰে ম্ৰখখন মচি চাম্‌চুলে ক'লে—অসমীয়া জাতি মাৰ বান্ধি থিয় হ'বৰ হ'ল। এইখন আমাৰ দেশ, এইখন আমাৰ অসম, কিন্তু আমি সকলোৱে নিজকে অসমীয়া জাতি ব্ৰলি ক'বলৈ টান্‌ পাওঁ কিয় জয়কান্ত?

—কাৰণ হ'ল—এচাম মান্ৰহে ইযাত চকুম্ৰদা কুলি হৈ বাস কৰি আছে আৰ্ৰ নিজৰ স্বাৰ্থ সিদ্ধি কৰিব পাৰিলেই যথেষ্ট হ'ল ব্ৰলি সন্তুষ্টি লাভ কৰিছে। কি কৰিবি চাম্‌চুল্‌, মন থাকিলেও দেহা থৰক্‌-বৰক্‌ হ'ল। সময় থাকোতেই দেশৰ কামত মন নিদিলোঁ। এতিয়া আৰ্ৰ মোৰ সময় নাই। মাত্ৰ ভগৱানক খাটিছোঁ—উঠি অহা ল'ৰা-ছোৱালী বিলাকে যেন বাৱসায়-বাণিজ্যত মন দিয়ে।

জয়কান্তই কাঁহি কাঁহি তললৈ ম্ৰৰ কৰিলে। সেইখিনি সময়তে নঙলাদাল

খুলি মিনতি ঘৰলৈ সোমাই আহিল। সন্ধিয়া নামি আহিছে। ভিতৰখন আন্ধাৰ হৈছে। মিনতি অহা দেখি চামচুল আৰু ভদৰাম দুয়ো একেলগে বহাৰ পৰা উঠিল আৰু জয়কান্তক মাত লগাই ঘৰলৈ খোজ ললে।

মিনতিয়ে টিংছটাত থকা তেঁহ জুইকুৰা ভালকৈ জ্বলাই দিলে। তাই জানে—পুহমহীয়া ঠাণ্ডাত জয়কান্তৰ কাঁহটো বেছি হয়। ইফালে চাকিটোত তেল এটুপিও নাই। আজি তিনি-চাৰি দিন ধৰি চহৰত কেৰাচিন তেল নাইকিয়া হৈছে। মিনতিয়ে মম এদাল জ্বলালে আৰু জয়কান্তৰ ওচৰলৈ গৈ নিজে পিৰা এখন পাৰি বহি সুধিলে—কাঁহটোৱে দিগদাৰ দিছিল নেকি ?

—অঁ। ভদৰাম আৰু চামচুল আহিছিল। সিহঁতৰ লগত কথা পাতোতেই কাঁহটো বেছিকৈ আহিল। এতিয়া বুকুখন দেখোন বৰকৈ বিষাইছে।

—মই কওঁ নহয় বোলো কথা বেছিকৈ নাপাতিব।

—এহ, কথা নপতাকৈনো থাকো কেনেকৈ ?

—পিছে বিপদটো মোৰহে হয় ?

—কথা কৈ কৈ মিনতি ৰান্ধনি শাললৈ উঠি গ'ল। তাই শুকোন ৰুটি দুখন আৰু চাহ দুগিলাচ কৰি জয়কান্তক আখলৰ ওচৰলৈকে মাতিলে। জয়কান্তই লাহে লাহে উঠি গৈ মিনতিৰ ওচৰতে বহি শুকোন ৰুটি এখন আৰু চাহ অকমান খাই বিছনাত পৰিলগৈ।

মিনতিয়ে কাপ-গিলাচ কেইটা সাৰ্মাৰ ভিতৰলৈ সোমাই গৈ দেখে—দিনৰে কৰ'বা ভাতকেইটা খাই ফ'টা লেপখন টনা-আজোৰা কৰি ল'ৰা-ছোৱালী কেইটা ইতিপূৰ্বে টোপনিত লাল-কাল দিছে।

মাত্ৰ টোপনি নধৰে তাইৰ। দিনৰ দিনটো পৰিশ্ৰম কৰাৰ পাছতো টোপনিবোৰনো ক'লৈ যায়, তাই গমকে নাপায়। মিনতিয়ে জুইৰ টিং ছটা বিছনাৰ কাষলৈকে টানি ললে আৰু মাটিৰ চাকি এটাত নহৰু তেল অকমান গৰম কৰি জয়কান্তৰ পিঠিখন সেঁকি দিলে। হঠাতে মিনতি ৩০টা বছৰ পিচুৱাই গ'ল। মনত পৰিল—তাইৰ সেই অতীতৰ গাভৰু দেহৰ কথা। এদিন এই জয়কান্তৰ কোমল মঙহাল বুকুখনতে তাই তাইৰ জীৱনৰ সৰ্বস্ব সঁপি দিছিল। কিন্তু সেই সুঠাম বুকুখন আজি আৰু নাই। কামি হাড়লৈকে শুকাই মানুহটোৰ দেহাটো হাড় আৰু ছাললৈ ৰূপান্তৰিত হ'ল। মিনতি শিঁয়ৰি উঠিল। তাইৰ দুচকুৰেদি চকুপানী বৈ গ'ল।

—মিনতি।

জয়কান্তৰ মাতত মিনতি চক্ খাই উঠিল। জয়কান্তৰ আজি মিনতিক মৰম কৰিবলৈ বৰ মন গ'ল। জৰাজীৰ্ণ হাতখন মেলি দি সি মিনতিক সাৰটি ধৰিবলৈ চেষ্টা কৰিলে। তাই তাইৰ দুয়োখন হাত মেলি জয়কান্তক বুকুত সাৰটি ধৰিলে। বহুদিনৰ মূৰত জয়কান্তই যেন অকণমান শান্তি পালে। বেমাৰী হ'লেও, সি পুৰুষ। মিনতি নাৰী, মাতৃৰ ত্যাগেৰে মহিয়ান তাই। মিনতি জয়কান্তৰ বুকুৰ মাজৰ পৰা ওলাই আহিল। জয়কান্ত নিশ্চুপ্ হ'ল। জুইকুৰা দপ্-দপ্‌কৈ জ্বলি আকৌ নুমাবলৈ উপক্রম হোৱা দেখি মিনতিয়ে জেং খৰিৰে জুইকুৰা খুচৰি দিলে।

তাই পিৰাখনতে বহি মূৰটো আঠুৰ মূৰত গুজি দি চিন্তা কৰিলে—পুৰুষবোৰ যিমানেই ডাঙৰ নহওক লাগে, নাৰীৰ সান্নিধ্য পোৱাৰ লগে লগে ঠাউকতে কেঁচুৱাটো হৈ পৰে।

জুইকুৰাৰ সেমেকা পোহৰত তাই নিমাতে পিৰাখনত বহি টোপনিযাবলৈ ধৰিলে। লাহে লাহে জুইকুৰা নুমাই গ'ল। কোঠালিটো আন্ধাৰে আবৰি ধৰিলে। পুহ মাহৰ চেঁচা কুৱঁলিজাক বেৰৰ ফাঁকেৰে সোমাই আহি যেতিয়া তাইৰ গালে-মুখে চুই গ'ল তেতিয়া তাই খিয় হ'ল আৰু জয়কান্তৰ কাষতে দীঘল দি শুই পৰি চকুদুটা মুদি দিলে।

## ॥ ৪৩ ॥

পোৰা পোৰা গোন্ধ এটা আহি মনোৰমাৰ নাকত লাগিলহি। কেৰাহিৰ তলত শাকৰ ভাজিখিনি লাগি ধৰিছে, —লৰা-লৰিকৈ কেৰাহিটো নমাই ভিতৰলৈ উঠি গ'ল মনোৰমা। তাই আজি গুৱাহাটীলৈ যাব। কাৰণ হ'ল তাইৰ সৰু ভায়েক। পলাশবাৰীত থকা সম্বন্ধীয় মোমায়েকৰ ঘৰলৈ যাওঁতেই তাৰ ঘটনাটো ঘটিব লাগেনে? বিপদ অকলে নাহে। এবাৰ বিপদ আহিলে আহিয়েই থাকে। তাই বাকচৰ পৰা কাপোৰ এসাজ উলিয়ালে আৰু লৰালৰিকৈ পিন্ধি ১বজাৰ বাছত যাবৰ কাৰণে সাজু হ'ল। তাইৰ অতি মৰমৰ ভাইটিৰ ভৰিত পুলিচৰ গুলি লাগি গুৱাহাটীৰ হস্পিতেলত আছে বুলি খবৰ পাইছে। সেইদিনাই বগিয়া, মিৰ্জা, তেজপুৰকে ধৰি ৰাজ্যৰ ভালেমান ঠাইত গুলীচালনা হৈছে। শতাধিক লোক আহত হৈছে।

তাইৰ দুচকুৰেদি ওলাই অহা চকুপানী দুধাৰি মচিলে আৰু দুৱাৰখনত উঠা এটা লগাই বাছষ্টেণ্ডলৈ বুলি বাওণা হ'ল।

গুৱাহাটীলৈ যোৱা ১নম্বৰ বাছত উঠি তাই খিৰিকীৰ কাষতে বহি দুৰ-দুৰণিলৈ চাই গ'ল। তাইৰ বুকুখন যেন এবুকু বেজাৰে হেঁচা মাৰি ধৰিলে। এয়া যেন তাইৰ কৰ্মফল। কৰ্মফল ভোগ নকৰাকৈ কোনেও থাকিব নোৱাৰে।

গাড়ী চলিল। লগে লগে তাইৰ মন পথীয়েও পাখি মেলি উৰা মাৰিলে। মানুহৰ জীৱন কৰ্মময়। মানুহ জীয়াই থকাটোও এটা কাম। কিন্তু কোনো কামৰ ফল অনন্তকাল স্থায়ী হ'ব নোৱাৰে।

নিজৰ ঠাইতে তাই অকমান লৰ-চৰ কৰিলে আৰু গাৰ কাপোৰখন টানি মুৰলৈকে ঢাকি ললে। পুহ মাহৰ ফেৰ্-ফেৰিয়া বতাহে তাইক ভালকৈয়ে কোবাই গৈছিল। খিৰিকীৰ আষনাখন তাই বন্ধ কৰি দিলে। বতাহ অহা বন্ধ হ'ল কিন্তু বন্ধ নহ'ল তাইৰ চিন্তাৰ সোঁত। তাই ছাগে পূৰ্ব জনমত বৰ বেয়া কাম কৰিছিল, সেইকাৰণে আজি তাই ইমান দুখ পাব লগা হৈছে। তাইৰ ভায়েকৰ ভৰিত গুলি লাগিছে। —মনোৰমাই এটা হুমুনিয়াহ কাঢ়িলে; চাৰিওফালে—লাঠি, গুলি, আৰু চি. আৰ. পি.। মানুহে মানুহ হৈ বাচি থকাৰ অধিকাৰ যেন হেৰুৱাই পেলাইছে।

ইফালে হৰেশ্বৰ গোস্বামী, মুহিৰাম শইকীয়া, অনিল বৰা, নাৰায়ণ বৰা, বুদ্ধেশ্বৰ গোহাঁঞি, হেমেন কটকীকে ধৰি অসমৰ ভালে কেইজন নেতাক তিহাৰ জেললৈ প্ৰেৰণ কৰিছে। আজি বহুদিন ধৰি চন্দ্ৰ শৰ্মা, ধীৰেন বৰকাকতি আৰু হৰেণ শৰ্মা জেলতে আছে।

মনোৰমাই হুমুনিয়াহ কাঢ়িলে আৰু তাই মনতে ভাবিলে,—

হে মোৰ দুৰ্ভগা দেশ!
যাদেৰ কৰেছ অপমান
অপমানে হতে হবে তাহাদেৰ
সবাৰ সমান
মানুষেৰ অধিকাৰ বঞ্চিত কৰেছ যাৰে
সম্মুখে দাড়ায়ে ৰেখে তবু কোলে
দাও নাই স্থান,
অপমান হতে হবে তাদেৰ
সবাৰ সমান।

গাড়ী আহি দিচপুৰত ৰ'লহি। ৭৫মাইল বাট কেনেকৈ আহিল, তাই গমেই নাপালে। ঘড়ীটোলৈ চাই দেখে—চাৰিটা বাজিছে। তাই পল্টন বজাৰত নামি পোনে পোনে মেডিকেল হস্পিতেললৈ গ'ল।

হস্পিতেলৰ চাৰ্জিকেল ৱাৰ্ডৰ ৩০নম্বৰ বিছনাখনৰ ওচৰ চাপি গৈ তাই দেখিলে—ভাইটি চকুমুদি পৰি আছে।

তাই ওচৰ চাপি গ'ল আৰু লাহেকৈ মাতিলে—ভাইটি।

কাপোৰৰ তলৰ পৰা মুখখন উলিয়াই ভাইটিয়ে মনোৰমাৰ মুখলৈ ৰ লাগি চাই ৰ'ল। মনোৰমাই ঠিৰেৰে থাকিব নোৱাৰি ভায়েকক সাৱটি ধৰি হুকু-হুকাই কান্দিবলৈ ধৰিলে।

চিণ্টাৰ নিবেদিতাই সিহঁতক বুজনি দিলেহি আৰু মনোৰমাক আন এটা ৱাৰ্ডলৈ লৈ গ'ল—য'ত পৰি আছিল—হৰেকৃষ্ণ তালুকদাৰ, কুলেন দাস, প্ৰবীন দাস, ৰঞ্জিত ভৰালী, ভূপেন দাস, হৰিচৰণ পাঠক। সিহঁতৰ কাৰোবাৰ হাত, কাৰোবাৰ ভৰি ভাঙিছিল আৰু কাৰোবাৰ কংকালত বুট জোতাৰে গছকিছিল যাৰ ফলত চিৰদিনৰ কাৰণে ঘৃণীযা হৈছিল। কোনোবাই চিৰদিনৰ কাৰণে চকুৰ দৃষ্টি-শক্তি হেৰুৱাই পেলাইছিল।

ল'ৰাবোৰৰ ওপৰত চি আৰ পিৰ বৰ্ব্বৰতাৰ স্বাক্ষৰ দেখি মনোৰমা হঠাতে মূক হৈ পৰিল। ওচৰতে শুই থকা ফুল কুমলিয়া ছোৱালী সুৰভীয়ে কৈছিল—বাইদেউ, অসমীযা জাতিৰ ওপৰত মানুহৰ নামধাৰী ভাৰতীয়া গুণ্ডা কিছুমান মেলি দিয়া হৈছে। এইবোৰ গুণ্ডাই চকু কাঢ়িছে, হাত ভাঙিছে, প্ৰাণে মাৰিছে আৰু অসমৰ জীয়াৰি-বোৱাৰীবোৰৰ আত্মসম্মান হানি কৰিছে, সতীত্ব হৰিছে। দুখ কৰি লাভ নাই বাইদেউ, এতিয়া আপোনালোক আগবাঢ়ি যাব লাগিব, আমাৰ জয় অনিবাৰ্য্য।

মনোৰমাৰ প্ৰাণে হাঁহাকাৰ কৰি উঠিল। তাই উভটি আহিল-ভায়েকৰ ওচৰলৈ। তেতিয়া ভাইটিযে ওপৰলৈ মুখ কৰি নিতাল মাৰি শুই আছিল।

—ভাইটি।

বায়েকৰ মাতত সি চকু মেলিলে আৰু বায়েকে দিয়া গাখীৰ গিলাচ খাই ক'লে,—চিন্তা নকৰিবি বাইদেউ, মইতো জীয়াই আছোঁ। কিন্তু মোৰ লগত থকা সত্যাগ্ৰহী ৰাজেন কুমাৰ আৰু চন্দ্ৰধৰ কলিতাৰ মৃত্যু হৈছিল। আৰু মৃত্যু হৈছিল বিনোদ শৰ্মা, যতীন কলিতা আৰু সুনন্দ হাজৰিৰ।

মনোৰমাৰ দুচকু পানীৰে উপচি পৰিছিল। তাই ভয়েকৰ ওচৰতে

বহিল আৰু তাৰ মূৰটো কোলাত তুলি ললে। ভাইটিয়ে বায়েকৰ মুখখনলৈ চাই ক'লে—তই বেয়া পাইছ ?

—তই তেনেকৈ নকৰিবি ভাইটি !

—বেয়া নাপাবি বাইদেউ। দুখো নকৰিবি। সেইদিনা ২২ডিচেম্বৰ। সত্যাগ্ৰহী দলবিলাকে যি উৎসাহ-উদ্দীপনাৰে আগুৱাই গৈছিল, তই নেদেখিলে ভাবিব নোৱাৰ। সত্যাগ্ৰহী আছিল ২০হাজাৰ। ২০হাজাৰ জনতাই যেতিয়া পলাশবাৰীৰ উপ প্ৰতি-সমাহৰ্তা কাৰ্য্যালয়লৈ স্মাৰক-পত্ৰ দিবলৈ আগবাঢ়ি আহিল—লগতে আহিলো মই, ৰাজেন দাদা আৰু চন্দ্ৰধৰো। আমি একেবাৰে আগত। আমি আহিছোঁহে, এনেতে উক্ত অঞ্চলত জন সাধাৰণৰ উপস্থিতি বে-আইনী বুলি ঘোষণা কৰিলে। লগে লগে শান্তিপ্ৰিয় সত্যাগ্ৰহী সকল ৩৭নম্বৰ ৰাষ্ট্ৰীয় পথটোত বহি পৰিল। তাৰপিছত পলাশবাৰী থানাৰ ভাৰপ্ৰাপ্ত বিষয়া গৰাকীয়ে শ শ পুলিচ, চি আৰ পিক লৈ তাত উপস্থিত হ'ল আৰু কন্দুৱা গেছ এৰি দিলে। তথাপিও সত্যাগ্ৰহীয়ে লৰ-চৰ নকৰা দেখি থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই এক জাই গুলি সত্যাগ্ৰহীৰ মাজলৈ মাৰি পঠিয়ালে—আৰু লগে লগে ঢলি পৰিল-ৰাজেন দাদা, চন্দ্ৰধৰ কলিতা আৰু গুলি লাগি পৰি গ'ল নগেন কলিতা, ৰবীন কুমাৰ, শিবনাথ কলিতা, মদন কলিতা আৰু বাপুৰাম।—বাইদেউ। ৰাজেন কুমাৰ বিবাহিত আছিল। তেওঁৰ মাতৃ তাৰাবালাই হিয়া-ঢাকুৰি কান্দিছিল, আৰু কান্দিছিল পত্নী কাঞ্চন কুমাৰীযে। তিনিবছৰীযা মনোজে পিতৃক গুলীবিদ্ধ অবস্থাত পৰি থকা দেখি মাকক সুধিছিল,—দেউতা কিয ৰাস্তাত পৰি আছে মা ?

কাঞ্চন কুমাৰীয়ে কেতিয়াও ভবা নাছিল—সত্যাগ্ৰহ কৰিবলৈ গৈ তেওঁক তেওঁৰ স্বামীয়ে যে এনেকৈ চিৰদিনৰ বাবে এৰি থৈ গুছি যাব।

ঠিক সেইদৰেই বাইদেউ, চন্দ্ৰধৰ কলিতাৰ একমাত্ৰ ভায়েক ১১বছৰীযা দুলুমণি কলিতা, ভণীযেক বৰদা আৰু কল্যাণীয়েও ভবা নাছিল যে সিঁহতৰ ২৩বছৰীযা চফল ডেকা ককায়েক চন্দ্ৰধৰ কলিতাক এনেকৈ হেৰুৱাব লাগিব বুলি !!

মনোৰমাই একোকে ভাবিব নোৱাৰিলে। তাই এইবোৰ কি শুনিছে !

—বাইদেউ !

—মনোৰমাই ভায়েকৰ মাত শুনি তালৈ চালে। সি ক'বলৈ ধৰিলে—চা

বাইদেউ, মই জীয়াই আছো , মৰা নাই। ডাক্তৰে কৈছে—মোৰ এখন ভৰি কাটি পেলাব লাগিব।

—উস্ ! নকবি—নকবি ভাইটি ‍ !!

—নহয় বাইদেউ, তই নাকান্দিবি। মোৰ এখন ভৰি কাটি পেলালেও মইতো জীয়াই থাকিম , কিন্তু যাৰ ঘৰত শ্বহীদ হৈছে, সিহঁতৰ অৱস্থা কি হৈছে, ভাবি চাইছনে বাইদেউ ? তই কিয় কান্দিছ ? মইতো ইয়াত ভালেই আছোঁ। ডাক্তৰ দাদাহঁতে কিমানযে যত্ন লৈছে। এতিয়া আৰু ৰ'বৰ সময় নাই বাইদেউ। তহঁত আগুৱাই যাব লাগিব। আমাক সিহঁতে যি অত্যাচাৰ, উৎপীড়ন কৰিছে তাৰ এদিন অন্ত পেলাবই লাগিব।

ভাইটিযে কথাকেইটা কৈ ঘন-ঘনকৈ উশাহ ল'বলৈ ধৰিলে। তাৰ ভাগৰ লাগিছে ! উৎকণ্ঠাত তাৰ চকু, মুখ ৰঙা পৰিছে।

মনোৰমাই চাদৰৰ আঁচলেৰে চকুপানী খিনি মচি ক'লে—আৰু কথা নকবি ভাইটি,—মনে মনে থাক , মোৰ সোণ—মনে মনে থাক।

ভাইটিয়ে বায়েকৰ আঁচলেৰে মুখখন ঢাকি ধৰি চকুযোৰ মুদি দিলে। মনোৰমাই উদাস দৃষ্টিৰে কোঠালিটোৰ প্ৰতিজন আঘাতপ্ৰাপ্ত আন্দোলন কাৰীলৈ চাই ভাবিলে,—

মানুহ জীয়াই থাকক
পৃথিৱীৰ শ্ৰেষ্ঠতাৰে
ফলক আমাৰ শ্ৰম ফচল,
যদিওবা শ্বাস কষ্ট
ই এক সময় সাধনা।

## ॥ ৪৪ ॥

৩৬বৰ্ষীয়া অসম বন্ধৰে '৮০চনটোৰে বিদায় ললে। '৮১চনৰ জানুৱাৰী মাহৰ পৰা বিভিন্ন কাৰ্য্যসূচীৰে দিনবোৰ খৰ গতিৰে আগবাঢ়িল। ৪জানুৱাৰীত নতুন দিল্লীত অসমৰ সমস্যা আলোচনা কৰিবৰ কাৰণে ৰাষ্ট্ৰীয় অভিৱৰ্তন অনুষ্ঠিত হ'ল, কিন্তু তাৰ একো ফলশ্ৰুতি বাইজে দেখিবলৈ

নাপালে। তাৰ পাছত, জানুৱাৰীৰ মাজ ভাগৰ পৰা আন্দোলনৰ কাৰ্যসূচী অযোধিতভাৱে বন্ধ ৰখা হ'ল কিন্তু ৩১মে'ৰ পৰা তেৰ দিন ধৰি চলা আলোচনা অৱশেষত ব্যৰ্থ হ'ল।

আন্ধাৰৰ মাজে মাজে জীৱনে খবৰকৈ খোজ দিলে। পুহ মাহৰ ঠেটুৰৈ ধৰা জাৰতো তাৰ চেঁচা নালাগিল। সি আগবাঢ়িল। মনত তাৰ নানা ধৰণৰ চিন্তা, বেদনাক্লিষ্ট হিয়াত তাৰ থিৰ্ নাইকিয়া হৈছে। আৰুযে কিমানে আই অসমীৰ চৰণত প্ৰাণ দিব লাগিব, কোনে জানে? ১জুলাইৰ পৰা অসমত পুনৰ ৰাষ্ট্ৰপতিৰ শাসন আৰম্ভ হ'ল। ১আগষ্ট তাৰিখে বৃহত্তৰ গুৱাহাটীৰ মহিলা সমাজে ১২ঘণ্টীয়া প্ৰতীক অনশন পালন কৰিলে। ১৭আগষ্ট তাৰিখে পুনৰ চাৰিজনীয়া প্ৰতিনিধি দল দিল্লীলৈ গৈছিল যদিও ফল একো নহ'ল। তাৰোপৰি ২৪চেপ্তেম্বৰত আন্দোলনৰ নেতৃবৰ্গই পুনৰ খছৰা প্ৰস্তুত কৰি দিল্লীলৈ প্ৰেৰণ কৰিলে। তাৰ পিছত আকৌ ৮অক্টোবৰ তাৰিখে আলোচনা কৰিবৰ কাৰণে ৬জনীযা প্ৰতিনিধিৰ দলটো দিল্লীলৈ যাওণা হ'ল।

তাৰ মুখটো গৰম উঠি গ'ল। দিল্লীলৈ অহা আৰু যোৱা, তাঁত-বাটি কৰোঁতে কৰোঁতে আমনি লাগিল, কিন্তু ফল হ'লে একো নহ'ল।

সি গৈ নিজৰ পদুলিমুখ পালেগৈ। ইমান দীঘল বাটছোৱা সি কেনেকৈ আহিল, নিজেই ক'ব নোৱাৰিলে।

হঠাতে থমকি ৰ'ল জীৱন। বাৰান্দাত ভদৰাম ককাইটিযে ঘোষা গোৱা শুনি সি আৰু বৈ থাকিব নোৱাৰিলে। সি ভিতৰ সোমাই গৈ দেখিলে— বন্তিযে মাকৰ ওচৰতে বহি কান্দি আছে। তাৰ আৰু বুজিবলৈ বাকী নাথাকিল যে, তাৰ মাকৰ জীৱন-বন্তি নুমাবলৈ আৰু বেছিসময় নাই। সি অস্থিৰ হ'ল আৰু মাকক সাৱটি ধৰি চিঞঁৰি উঠিল—'মা !' —সি মাকৰ গালে-মুখে তাৰ মুখখন লগাই দিলে আৰু উচুপি-উচুপি মাকৰ মুখটো কোলাত লৈ ৰ-লাগি চাই থাকিল। মাকে কিন্তু একো কথা ক'ব নোৱাৰিলে। গোটেই জীৱন ধৰি কোৱা কথাবোৰ যেন নিমিষতে মানুহজনীৰ মুখৰ পৰা হেৰাই গ'ল। তাৰ চিৰ চেনেহী মাকজনীৰ চকু লাহে লাহে জাপ্ খাই আহিল। ওঁঠ দুটা কঁপি উঠিল, দুচকুৰেদি পানী বৈ আহিল আৰু ডিঙিয়েদি এটা শব্দ হ'ল। ওচৰতে থকা বন্তিয়ে মাকৰ অৱস্থা দেখি "মোৰ মাৰ কি হ'ল অ' আহহ'ত অ' " বুলি চিঞঁৰ মাৰি দিলে। ভদৰাম ককাইটি

বাৰান্দাৰ পৰা ল'ৰালৰিকৈ উঠি আহি ক'লে—হুলস্থুল নকৰিবি, এতিয়াও একো হোৱা নাই, গা গৰমেই আছে। হেৰ' জীৱন, এতিয়া কন্দাৰ সময় নহয়। ধৰ—বাহিৰলৈ ল।

জীৱনে মাকক সাৱটি ধৰিলে। বস্তিযে ৰাউঁচি জুৰি কান্দিলে।

ভদৰাম ককাইটিৰ লগত মাকক ধৰা-ধৰিকৈ বাহিৰলৈ উলিয়াই আনি তুলসী জোপাৰ তলতে শুৱাই দিলে। তাৰ গোটেই জীৱনটো অসাৰ যেন লাগিল। সি যেন এটা যুদ্ধ কৰি কৰি ভাগৰিপৰা পৰাস্ত সৈনিকহে—তাৰ এনে ভাৱ হ'ল। চাৰিওফালে নিয়তিৰ অট্টহাস্য শুনি সি আৰু ঠিৰেৰে থাকিব নোৱাৰিলে। জীৱন একেছাটে ওলাই পদুলিমুখ পালেগৈ। বাটৰ কাষত বননিৰ ওপৰত বহি সি ওপৰলৈ চালে—মেঘে ঢকা আকাশ। কুঁৱলিযে ভৰা সেমেকা বতাহজাকে যেন তাৰ মনটো আৰু ভাবাক্ৰান্ত কৰি তুলিলে।

—জীৱন!

মাত শুনি সি ওপৰলৈ চালে। তাৰ কাষত থিয় হৈ আছে—গিৰীণ, দিগেন, পবিত্ৰ, বিজয়, শ্যামল আৰু বসন্ত। সিহঁতক দেখি সি মূৰটো আঠুৰ মাজত গুজি দি কান্দিবলৈ ধৰিলে। সিহঁত ভিতৰলৈ সোমাই গ'ল কিন্তু সিহঁতৰ যে উপায় নাই। বাইজ সিফালে বৈ থাকিব। —কৰ্তব্যৰ আহ্বান ।

ইতিপূৰ্বে জীৱন আহি চোতালত ঢাছ্ কৰি বাগৰি পৰিলহি। গিৰীণে জীৱনক ধৰি বহুৱালে আৰু বুজালে—তই দুখ নকৰিবি জীৱন। মানুহৰ মৃত্যু হ'বই। তই, মই, সকলো—এদিন মৰিবই লাগিব। এতিয়া তই ধৈৰ্য্য ধৰ। তোৰ লগত জ্যোতি আৰু মানস থাকিব। আমি সোনকালে ঘূৰি আহিম।

গাড়ী চলিল। গাড়ীৰ ভিতৰত সিহঁতে কোনো কথা পাতিব নোৱাৰিলে। সিহঁত গৈ ৰাইদিঙিয়া নামঘৰ পাওঁতে পাওঁতে ৰাতি প্ৰায় ১১টা বাজিল। সিহঁত গৈ পোৱাৰ লগে লগে দেৱ বৰা আহি সিহঁতক আদৰি নিলে। আগতেই দেৱই সভাৰ সকলো ঠিক কৰি থৈছিল। ৰাইজ গোটখাই আছিল। গিৰীণ নামঘৰৰ ভিতৰত বহিল। স্বেচ্ছাসেৱক বাহিনীযে বাহিৰত পহৰা দিলে। গাঁৱৰ দুৱাৰমুখত গাঁওৰক্ষী বাহিনীক সণ্টম কৰি ৰখা হ'ল। দেৱই ক'লে—

—তহঁতে বৰ দেৰি কৰিলি। এতিয়া সোনকালে কাম আৰম্ভ কৰ, ৰাইজে বৰ কষ্ট পাইছে।

গিৰীশ থিয় হ'ল আৰু নমস্কাৰ জনাই আৰম্ভ কৰিলে—সংগ্ৰামী ৰাইজ! আপোনালোকে ইতিমধ্যে জানিব পাৰিছে যে, চৰকাৰে আমাৰ আন্দোলনটো ছলে-বলে-কৌশলে ধ্বংস কৰিবলৈ চেষ্টা চলাই আহিছে আৰু বহু ঠাইত নৃশংসভাৱে হত্যাকাণ্ড চলাইছে। গতিকে ৰাইজ, বাহি থাকিলে আৰু নহ'ব। তাৰোপৰি দিল্লীৰ আলোচনা বাৰে বাৰে ব্যৰ্থ হৈছে। ব্যৰ্থ হোৱাৰ কাৰণ হ'ল—আমাৰ দাবীবোৰ সিহঁতে মানিব নোখোজে। সিহঁতে বিদেশী ৰাখিবহে খোজে। কিন্তু আমি শেষ বিন্দু ৰক্ত থকালৈকে যুঁজিহে যাম। কিন্তু সেই যুঁজ হ'ব—অহিংসাৰ। এসময়ত গান্ধীজীয়ে কৈছিল—অহিংসা হৈছে মানৱৰ উচ্চতম আদৰ্শ। এইটো গুণ সাহিয়ালসকলৰ গাতহে থাকে। এই গুণ কেতিয়াও কাপুৰুষৰ বাবে নহয়। গতিকে ৰাইজ! সাহিয়াল হৈ আমি আগবাঢ়ি যাব লাগিব। দীৰ্ঘদিন হ'ল বুলি গা-মন পেলাই দিলে নহ'ব।

এইবাৰ দিগেনে হাতআঙি চিঞৰি ক'লে—এবাৰ গুলিয়াব, আকৌ আহিম, দুবাৰ গুলিয়াব, আকৌ আহিম। তৃতীয়বাৰত বন্দুক পেলাই দিবলৈ বাধ্য নহ'বনে ৰাইজ?

চাৰিওফালে হাত চাপৰি পৰিল। এইবাৰ দিগেন উঠি গৈ ক'লে— ৰাইজ! শাসক শ্ৰেণীৰ মতে ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক দেশ। কিন্তু এই গণতান্ত্ৰিক দেশৰ মূলবস্তু দমন, নিৰ্য্যাতন আৰু গণ-হত্যা নে? যদি নহয়, তেনেহ'লে আজি অসমৰ বুকুত স-শস্ত্ৰ পুলিচ আৰু সৈন্যবাহিনী নমাই দি অসমীয়া জাতিৰ মুখ বন্ধ কৰিবলৈ কিয় চেষ্টা চলাইছে? নিৰস্ত্ৰ, অহিংস জনসাধাৰণ, ফুলকোমলীয়া স্কুল-কলেজৰ ল'ৰাহঁতক এইদৰে হত্যা কৰাৰ উদ্দেশ্য শান্তি-ৰক্ষানে? আপোনালোকে জানে, ১৯নবেম্বৰত ৩৬ঘণ্টীয়া জোৰা অসম বন্ধৰ দিনা ধ্ৰুৱজ্যোতি নাথ আৰু লোকনাথ শইকীয়াক নিষ্ঠুৰ-ভাৱে গুলীয়াই হত্যা কৰা হৈছে। সেয়েহে ৰাইজ! অসমীয়া জাতিৰ ঐক্য আৰু সাংবিধানিক অধিকাৰৰ কাৰণে সংগ্ৰাম চলাই যাব লাগিব।

লগে লগে কন্দৰ্প থিয় হ'ল আৰু উদাত্ত কণ্ঠেৰে ক'বলৈ আৰম্ভ কৰিলে,— ৰাইজ! চৰকাৰৰ পৈশাচিক আক্ৰমণ অতি ভয়ংকৰ হৈ উঠিছে। ইফালে তথাকথিত বিৰোধী দলবোৰৰ নীৰৱ ভূমিকা। এই দলবোৰৰ মানদণ্ড ইমান তললৈ গৈছে যে, তেওঁলোকে আজি গণ-হত্যা, ছাত্ৰ-হত্যাৰ বিৰুদ্ধে মাত মাতিব নোৱাৰা হৈছে। দেশ যায় যায় অৱস্থাতো আজি এই নেতাবোৰে নীৰৱ

ভূমিকা গ্ৰহণ কৰিছে। মানৱ অধিকাৰ চিনি নোপোৱা, নৈতিকতাশূন্য এই-সকল তথাকথিত নেতাৰ হাতত শাসনৰ বাঘজৰী পৰিলে দেশৰ কিবা ভাগ্য সলনি হ'বনে? আজি আমাৰ ৰাজনীতি একপ্ৰকাৰ ভুৱা প্ৰমাণিত হৈছে। বাইজ! হতাশ নহ'ব, আমি আমাৰ মাটিতে সমস্যা সমাধান কৰিব লাগিব। পলায়নৰ পথ ত্যাগ কৰি, সংগ্ৰামৰ পথেদি আমি আগবাঢ়ি যাব লাগিব। আমাৰ সংগ্ৰাম হ'ব অহিংসাৰ। জয় আমাৰ অনিবাৰ্য্য। এতিয়া সকলো বাইজে সমস্বৰে কওক—জয় আমাৰ অনিবাৰ্য্য।

সভা ভঙ্গ হ'ল। নীৰৱ, নিস্তব্ধ নিশা সিহঁতৰ জীপগাড়ীখন যেতিয়া জীৱনৰ পদূলিমূখত ৰৈছিলহি, সিহঁতে দেখা পাইছিল—তুলসী তলত বগা কাপোৰেৰে ঢাকি জীৱনৰ মাকক তেতিয়াও শুৱাই থৈছিল।

॥ ৪৫ ॥

পুতুলে নিজৰ কোঠালিটোৰ ভিতৰতে অস্থিৰ হৈ চিঞৰি উঠিল—বিপ্লৱ, বিপ্লৱ, বিপ্লৱ!—বিপ্লৱৰ বুকুতে হয় নতুনৰ জন্ম।

মানুহৰ চিৰন্তন অভিজ্ঞতা আৰু আধ্যাত্মিক জিজ্ঞাসাৰ মূল অৰ্থ হৈছে—পৰৰ কাৰণে জীৱন উৎসৰ্গা কৰা। এইটোৱেই হ'ল জীৱনৰ আটাইতকৈ অৰ্থপূৰ্ণ দিশ। জীৱনৰ গভীৰতম আৰু ব্যক্তিগত অভিজ্ঞতাৰ সেন্দুৰীয়া পথেৰে গ'লেই মানুহে জীৱনৰ মধুৰ সত্যটো বিচাৰি পাব পাৰে, যি নেকি এসময়ত গোমধৰ কোৱঁৰে বিচাৰি পাইছিল। খাব ঘৰত জুই দিয়াৰ সময়ত সকলোকে পলুৱাই পঠাই দি জীৱনৰ আটাইতকৈ চৰম শোকাবহ মুহূৰ্তটোক অতি আপোন কৰি সাৱটি লৈছিল আৰু সেই একেই সত্য বিচাৰি পাইছিল মণিৰাম দেৱানে, পিয়লি ফুকনে, তিলক ডেকাই আৰু কণকলতাই।

পুতুলৰ দুচকুৰে দুধাৰি লোতক সৰি পৰিল। ক'ব নোৱাৰাকৈ সি কান্দি পেলালে। এই কান্দোনত আছিল দেশক ভালপোৱা এক অনাবিল আনন্দ। মুহূৰ্ততে পুতুল সচেতন হ'ল। সিতো ইমান দুৰ্বল হ'ল নহ'ব। অসমৰ ছাত্ৰশক্তিৰ সি নেতা। সি কেতিয়াও ভাগিব নপৰে, কিন্তু এই অন্যায় কিয়?

এখন স্বাধীন দেশৰ জনতা আৰু পুলিচ, চি. আৰ. পিৰ মাজত এক সংগ্ৰামমুখী প্ৰচেষ্টা চলি থাকিলে সেই ঠাইলৈ কেতিয়াও শান্তি আহিব নোৱাৰে।

ভাৰতবৰ্ষৰ এই উত্তৰ-পূৰ্বাঞ্চলৰ পৰিস্থিতি অতি গুৰুত্বপূৰ্ণ হৈ পৰিছে। এই অঞ্চলৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক স্থিৰতা ৰক্ষা কৰাটো দেশৰ জনগণৰ প্ৰধান কৰ্তব্য হৈ পৰিছে। স্বাধীনতা পোৱাৰ পিছৰেপৰা বৰ্তমানলৈকে কেন্দ্ৰীয় চৰকাৰে এই অঞ্চলক অৱহেলা কৰি আহিছে। যি কেন্দ্ৰীয় চৰকাৰে ঐক্য আৰু শান্তিৰ কাৰণে চিঞৰি ফুৰিছে সেই চৰকাৰেই সমগ্ৰ পূৰ্বাঞ্চলৰ ঐক্য-শান্তি বিনষ্ট কৰিবলৈ ধৰিছে।

এসময়ৰ বৰ অসম টুকুৰা-টুকুৰা হ'ল, অস্তিত্ব বিপন্ন হ'ল। সেই অস্তিত্ব ৰক্ষা কৰিবলৈকে অসমীয়া জাতিয়ে আজি আন্দোলন কৰিবলগা হৈছে। কিন্তু চৰকাৰে জনতাৰ মাত বন্ধ কৰিবলৈ যি প্ৰচেষ্টা হাতত লৈছে সি সঁচাকৈ কষ্টকৰ।

আমাৰ বিদেশী সমস্যাটো হ'ল—এক ৰাষ্ট্ৰীয় সমস্যা আৰু এই সমস্যাটোৱেই এদিন অসমক গ্ৰাস কৰি পেলাব।

আজি দেশৰ কৰ্ণধাৰসকলে দেশৰ স্বাৰ্থৰ কথা পাহৰি অন্ধ হৈ গৈছে। তাৰোপৰি মাতৃজাতিৰ সমস্ত শক্তি লুণ্ঠন কৰিবলৈ মেলি দিছে জোৱান নামধাৰী পশু। নিজৰ মাতৃভূমিৰ মান ৰক্ষা কৰিবলৈ, যি মাতৃয়ে ঘৰৰপৰা ৰাজপথলৈ ওলাই আহিছে সেই মাতৃসকলেই আজি ভাৰতৰ জোৱানৰ হাতত লাঞ্ছিতা হৈছে, অপমানিতা হৈছে।

পুতুলে কোঠালিটোৰ পূবফালৰ খিৰিকীখনেদি একান্তভাৱে দূৰৰ আকাশখনলৈ চাই ভাবিলে,—অৰণ্যৰে আবৰি থকা সৌ পাহাৰৰ চাৰিওফালে পখিলাবোৰ ঘূৰি ফুৰাৰ দৰে মোৰ অন্তৰৰ চাৰিওফালে যেন ঘূৰি ফুৰিছে দেশ মাতৃৰ অফুৰন্ত প্ৰেম। সেয়েহে মই—

—অতিক্ৰম কৰোঁ
দিনৰ শেহৰ পথক্লিষ্ট দিন
ৰাতিৰ শেহৰ পথক্লিষ্ট ৰাতি।

—মহন্ত দা!

পুতুল চক্ খাই উঠিল।

—কি হ'ল হেমন্ত?

—ডিমৌত গুলীচালনা হৈছে।

পদুমে বহুতকৈ চকুহাল মেলি হেমন্তলৈ চালে। হেমন্তই ভাবলৈ মুখ কৰি লাহে লাহে কৈ গ'ল—

——'পথ বন্ধ' কাৰ্য্যসূচী ৰূপায়ণ কৰিবলৈ হাজাৰ হাজাৰ মুনিহ-তিৰোতা ৰাজপথলৈ ওলাই আহিছিল। নগাৱঁৰ ডিমৌ অঞ্চলৰ দায়িত্বত আছিল চন্দন সিং। আপুনিতো জানেই মহন্ত দা, নগাৱঁৰ ৰবকোলা গাৱঁৰ অসমীয়া শিখ ডেকা চন্দন সিং এজন নিষ্ঠাবান কৰ্মী।

—মই জানো। তাৰ পিছত কি হ'ল কোৱা—

—তাৰ পিছত—ডিমৌ চাৰিআলিত 'পথ বন্ধ' কাৰ্য্যসূচী কৰিবলৈ জনতাৰ ভিৰ আৰম্ভ হ'ল। প্ৰতিজ্ঞাবদ্ধ জনতাক উশৃংখল নহ'বলৈ চন্দন সিঙে বাৰে বাৰে বাইক্ৰক সঁকিয়াই দিলে। সমূহ মুনিহ-তিৰোতাই ঘাই পথত অৱস্থান কৰি থাকোতেই সময় আগবাঢ়িল। ঠিক ১২½টা মান বজাত হঠাৎ চি আৰ পিৰ এখন গাড়ী আহি চাৰিআলিত ৰ'লহি আৰু তাৰপৰা নামি আহিল—এজাক বন্দুক-বেয়নেটধাৰী সু-সজ্জিত বাহিনী। গৰজি উঠিল বন্দুকৰ শব্দ। লগে লগে ঢলি পৰিল ভূধৰ ডেকা, বাজীৱ ৰাজকুমাৰ আৰু নৰেন্দ্ৰ নাথ। মহন্ত দা,—চন্দন সিং দৌৰি গৈ ফুল-কোমলীয়া নৰেনক সাৱটি ধৰোঁতেই চি আৰ পিয়ে আকৌ গুলি চলাইছিল। কিন্তু ভাগ্য ভাল—চন্দনৰ গাত গুলি নালাগিল।

—আহতসকলক হস্পিটেললৈ স্থানান্তৰিত কৰা হ'ল নে?

—হৈছে।

—চন্দন ক'ত আছে?

—বীণা বাইদেউৰ তাত।

—বাৰু,—এতিয়া তই যা। বাকী কেইটা দিনৰ খবৰ সংগ্ৰহ কৰি তই তুৰন্তে আহিবি।

—বাৰু, মহন্ত দা। জয় আই অসম—মই আহিলোঁ।

হেমন্ত সন্তৰ্পণে ওলাই গ'ল। পদুমুল অস্থিৰ হৈ পৰিল। আজি অসমৰ বাহিৰে-ভিতৰে শত্ৰু। এফালে যেনেকৈ দেশ-প্ৰেমৰ আহিঁৰে অসমৰ বাইজ আন্দোলনত উঠি-পৰি লাগিছে, আনফালে কিছুমান মানুহে নিজৰ স্বাৰ্থতে বলিয়া হৈ দেশদ্ৰোহীৰ কাম কৰিছে।

আজি অসমৰ মুক্তিৰ পথ কোনে দেখুৱাই দিব? শঙ্কৰদেৱে অসমৰ পদদলিত মুমূৰ্ষু জনতাক একগোট কৰিছিল, সমাজৰ জাতিভেদ আঁতৰাইছিল।

শেষ চান্দ খাঁক শিয্যত্ব দি অসমৰ মাৰলঘৰত সংহতিৰ সৌধ ৰচনা কৰিছিল। আজি সেই সৌধ ধ্বংস হোৱাৰ পথত। এক অসমীয়া জাতিৰ নামত আজি বিভিন্ন জাতিৰ জন্ম দি নিজৰ ভাই-ভাইৰ মাজত হিংসা-খিয়াল লগাই এচাম দুষ্কৃতিকাৰীয়ে আনন্দত আত্মহাৰা হৈছে।

—মহন্ত দা, মহন্ত দা।

পতুলে ঘূৰি চালে। এইবাৰ ৰূপেশ্বৰ আহিছে।

—কি খবৰ আনিছ ৰূপেশ্বৰ ?

—মহন্ত দা, চাৰিওফালে হাঁহাকাৰ লাগিছে। ল'ৰাবোৰক ঘৰত বিচাৰি নাপাই বুঢ়া বাপেকক ৰছীৰে বান্ধি আনিছে। তাৰোপৰি ঘৰ-দুৱাৰ ভাঙিছে, বস্ত্র-বস্তু নষ্ট কৰিছে। বন্ধৰ আহ্বানত সঁহাৰি দি বন্ধ কৰা দোকানবোৰৰ টলা চি আৰ. পিয়ে ভাঙি পেলাইছে আৰু স্কুলঘৰত সজা শ্বহীদবেদী চি আৰ পিয়ে ভৰিৰে গছকি ভাঙি অপমান কৰিছে মহন্ত দা।

ৰূপেশ্বৰে তললৈ মূৰ কৰিলে। অলপ সময়ৰ পিছত সি আকৌ ক'লে,— এয়া জানো আইন মহন্ত দা ?

—নহয় ৰূপেশ্বৰ, নহয়। এয়া কেতিয়াও আইন হ'ব নোৱাৰে। এই গোটেইবিলাক কাম পুলিচে প্ৰশাসনৰ নামত চলাই আছে।

—সিহঁতে আৰু আমাৰ ওপৰত বেছিদিন অত্যাচাৰ চলাব নোৱাৰে মহন্ত দা। সময় ওচৰ চাপি আহিছে।

—অঁ ৰূপেশ্বৰ, সময় ওচৰ চাপি আহিছে। তই আকৌ যা। অতি সাৱধানে বাতৰি সংগ্ৰহ কৰিবি আৰু সোনকালে আহিবি। বিশ্বাসঘাতকতা কৰা বিলাকৰ নাম অতি সাৱধানে লিখি আনিবি।

—বাৰু, মহন্ত দা। মই তেনেহ'লে আহিলোঁ। জয় আই অসম— !!

ৰূপেশ্বৰ গুচি গ'ল। পতুলে পুনৰ খিৰিকীখনৰ কাষলৈ গৈ আকাশলৈ চালে—সন্ধিয়াৰ আকাশত তেতিয়া সি দেখিবলৈ পালে—

তেজ আৰু তেজ· !!

'৮১চন শেষ হ'ল। ২৪ঘণ্টীয়া অসম বন্ধৰে ৰাইজে পুনৰ '৮২চনটোক আদৰণি জনালে। অসমবাসীয়ে তেওঁলোকৰ ঐক্যবদ্ধ মনোভাৱ পুনৰাই বিশ্ববাসীৰ আগত দাঙি ধৰিলে।

তাৰোপৰি ২৬জানুৱাৰীৰ দিনা গণতন্ত্ৰ দিৱস বৰ্জন কৰি ৰাইজে জনতা সান্ধ্য আইন ঘোষণা কৰিলে। ৭ফেব্ৰুৱাৰী তাৰিখে গণ-সংগ্ৰাম পৰিষদ আৰু ছাত্ৰসন্থাৰ ২৮জনীয়া প্ৰতিনিধি দলে ত্ৰিপাক্ষিক আলোচনাৰ বাবে দিল্লীলৈ গৈযো একো সমাধানৰ সূত্ৰ উলিয়াব নোৱাৰিলে।

চৰকাৰী চাকৰিয়ালসকলে চৰকাৰৰ কঠোৰ নিৰ্দ্দেশ আৰু ভাবুকিলৈ আওকাণ কৰি ৰাইজৰ আগত দৃঢ় মনৰ পৰিচয় দিলে। সকলো চৰকাৰী চাকৰিয়ালে মুকলি আকাশৰ তললৈ স্ব-ইচ্ছাই ওলাই আহি প্ৰতিজ্ঞাবদ্ধ হ'ল—'দেশতকৈ চাকৰি ডাঙৰ নহয়', কিন্তু এই বন্ধৰ অজুহাতত কিছুমান কৰ্মচাৰীক চাকৰিৰপৰা নিলম্বিত কৰিলে, আৰু মনে সঁজা কিছুমান অভিযোগত ধৰি আনি তেওঁলোকক হাৰাশাস্তি কৰিলে।

সচিবালয়ৰ কৰ্ম্মচাৰী সন্থাৰ সাধাৰণ সম্পাদক শ্ৰীচৰণ ডেকাক পুলিচে যি নিৰ্ম্মম অত্যাচাৰ কৰি থানালৈ চোঁচৰাই নিছিল, সেই নিৰ্দ্দয়তাৰ তুলনা নাই!;

—কথাবোৰ ভাবি ভাবি মনোৰমাৰ মনতো বিষণ্ণতাৰে ভৰি পৰিল। তাই মাকক পগলা ফাটেকলৈ পঠোৱাৰ পাছত, একেবাৰে অকলশৰীয়া হ'ল। তথাপিও, তাই জীয়াই থাকিব লাগিব।

মনোৰমাই দুৱাৰখন খুলি বাহিৰলৈ ওলাই গ'ল। বাহিৰত ঘিট্-মিটীয়া· আন্ধাৰ, দীপৰ্মাণিও ইমান পৰলৈকে অহা নাই। ভাইটি নথকা দিন ধৰি দীপৰ্মাণিক মনোৰমাই ৰাতি শুবলৈ মাতি আনিছে যদিও;কামত অহা নাই। সিও ৰাতি এপৰলৈকে নাহে। অকমাণি ভাইটিটোক·;মাকক;পগলা ফাটেকলৈ নিযাৰ পিছত জেঠায়েকে লৈ গ'ল বুলিহে ·· ।

টোপনি তাইৰ নাহিল। আকাশৰ তৰাবোৰে··নাচি-নাচি ঘূৰি-ঘূৰি পশ্চিমফালে গতি কৰাৰ দৰে তাইৰ মনটোও প্ৰিয়জনৰ কাষলৈ গতি কৰিলে—

এমন কৰিযা কেমন কাটিবে
মাধৱী ৰাতি,
দক্ষিণে বাতাসে কেহ নাই পাশে
সাথেৰ সাথি

টক্‌ টক্‌ টক্‌

তাই দুৱাৰখন খুলি দিলে।

—তোৰ ইমান দেৰি হ'ব লাগেনে ?

—নক'বা বাইদেউ, আজি বৰ গুৰুতৰ মিটিং হৈছিল।

—কিহৰ মিটিং ?

—কিয়, তুমি নজনাই হ'লা হ'বলা ? চৰকাৰে নিৰ্ব্বাচন পাতিব নহয়, তাকে বন্ধ কৰিবলৈ আলোচনা হৈছিল।

নিৰ্ব্বাচন বন্ধ কৰক। বন্ধ কৰক ॥
আমাৰ দাবী—
মানিবই লাগিব, মানিবই লাগিব।
আমাৰ দাবী—
ন্যায্য দাবী, ন্যায্য দাবী ॥

মনোৰমাই হাঁহি ক'লে—ধেৎ পাগল, তই মানুহ মাৰিবি দেই। বিছনাতে শ্লোগান আৰম্ভ কৰি দিলি।

—দীপমণিয়ে বায়েকৰ মুখলৈ চাই আকৌ চিঞৰিলে—

আছে হেং ডাং লোৱা নাই
ল'লে কিন্তু ৰক্ষা নাই—

—বাৰু হ'ব হ'ব। এতিয়া, মই ভাত ঢাকি থৈছোঁ, তই খাই-বৈ শুই থাকগৈ।

—নহয় বাইদেউ, এতিয়া ভাত খাবলৈ মোৰ মন যোৱা নাই। কেনেকৈ ভাত খাবা বাইদেউ ? আকৌ এইবাৰ '৮২চনৰ জানুৱাৰী-ফেব্ৰুৱাৰী মাহতে 'আইন অমান্য' আন্দোলন আৰু 'পথ বন্ধ' কাৰ্য্যসূচীত ৪জন শ্বহীদ হ'লেই। —মনোৰমাই দীপমণিৰ কথাত একো মাতিব নোৱাৰি মনে মনে চিন্তা কৰিলে, —এৰা, জানুৱাৰী মাহৰ ১তাৰিখেই অনুকূল কাকতি (তেজপুৰ), প্ৰফুল্ল বড়ো (ৰূপনগৰ), ১১তাৰিখে গোপাল মেধি, ফেব্ৰুৱাৰী মাহত মাধৱ গোস্বামী, নীলাৰাম দাসে মৃত্যুবৰণ কৰিবলগা হ'ল।

তাই ক'ব নোৱাৰাকৈয়ে হুমুনিয়াহ এটা হিয়াভেদি ওলাই আহিল। কিছু সময়ৰ পাছত মনোৰমাই গম পালে, দীপমণিয়ে কান্দিছে—তাই তাৰ ওচৰলৈ গৈ মূৰে-গায়ে হাতফুৰাই দি ক'লে—নাকান্দিবি দীপমণি। বীৰ পুৰুষে

কেতিয়াও নাকান্দে। যেতিয়া দেশলৈ বিপদ আহে, সেই সময়ত সকলোৱে ধৈৰ্য্য ধৰি একগোটে কাম কৰিবলৈ দৃঢ়সংকল্প ল'ব লাগে—দেশৰক্ষাৰ সংকল্প, তাত চকুৰ পানী থাকিব নোৱাৰে —থাকিব লাগিব মনৰ দৃঢ়তা আৰু যিকোনো পৰিস্থিতি আয়ত্ব কৰাৰ উৎসাহ, তহঁতেই হ'ব লাগিব বিদ্ৰোহৰ এটা এটা স্ফুলিঙ্গ। উঠ দীপমণি, মুখ-হাত ধুই ভাত খাই ল। আকৌ তহঁতে কাম কৰিব লাগিব। এতিয়া কন্দাৰ সময় নহয়, এতিয়া কামৰ সময়।

॥ ৪৭ ॥

হুজ গাৰঁৰ নামঘৰত হ'ব লগা সভালৈ যাওঁতে পুলিনে পকেটৰপৰা বাৰ্তাৰি কাকতখন উলিয়াই পঢ়ি গ'ল—

'১৯৮২চনৰ ১০জুন তাৰিখে অসমজুৰি "ছাত্ৰ সংহতি দিৱস" পালন কৰা হৈছিল। সেইদিনা সোণাৰী ভাগৱতী প্ৰসাদ বৰুৱা সোঁৱৰণী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত উদ্যোগী ছাত্ৰ ইখ্তিয়াজুদ্দিনে আন আন ছাত্ৰ নেতাৰ লগত লগ লাগি উৎসাহ-উদ্দীপনাৰে বিদ্যালয়ৰ প্ৰাঙ্গণতে শ্বহীদবেদী সজাই-পৰাই তুলিছিল। ইতিমধ্যে আঞ্চলিক ছাত্ৰসন্থাৰ সভাপতি, সম্পাদক প্ৰমুখ্যে যুৱছাত্ৰ-পৰিষদৰ সোণাৰী শাখাৰ সভাপতি পুতুল গগৈও আহি সেই ঠাইত উপস্থিত হৈছিলহি। ৰাজ্যিক সদস্য শ্ৰীপ্ৰদীপ জ্যোতি বৰুৱা, শিৱসাগৰ কলেজৰ ছাত্ৰ একতা সভাৰ সম্পাদক শ্ৰীপবিত্ৰপ্ৰাণ ভট্টাচাৰ্য্যও এই অনুষ্ঠানত উপস্থিত আছিল। যথেষ্ট 'গাম্ভীৰ্য্যপূৰ্ণ পৰিৱেশৰ মাজেদি অনুষ্ঠানৰ কাৰ্য্যসূচী পালন কৰা হ'ল। কিন্তু হঠাতে গতিয়ে বিপৰীত পথ ল'লে। আৰক্ষী চকীৰপৰা অধ্যক্ষলৈ কাঢ়া নিৰ্দ্দেশ আহিল—শ্বহীদবেদী তুলি নিব লাগে। ছাত্ৰসকলে অধ্যক্ষক জনাই দিলে যে নিৰ্দ্দিষ্ট সময়ৰ আগতে শ্বহীদবেদী তুলি নিয়া নহ'ব। অধ্যক্ষই লিখিতভাৱে জনালে যে নিজৰ কৰ্ত্তব্য বুলি বিবেচনা কৰি নিৰ্ম্মাণ কৰা শ্বহীদবেদী কোনো কাৰণতে নিৰ্দ্দিষ্ট সময়ৰ আগতে তুলি নিয়া নহ'ব।

এই বাৰ্তাৰি পোৱাৰ লগে লগে আৰক্ষী চকীৰপৰা চি আৰ পি সহ দুজন আৰক্ষী বিষয়া বিদ্যালয়ৰ চৌহদত সোমাই শ্বহীদবেদীৰ ওপৰত থকা ফুল-তুলসীবোৰ গুৰিয়াই-লঠিয়াই শ্বহীদবেদীটো ভাঙি চুৰমাৰ কৰিলে, আৰু তাতো ক্ষান্ত নহৈ ল'ৰাবোৰক খেদি খেদি মাৰ-ধৰ কৰিবলৈ ধৰিলে।

হঠাতে হোৱা আক্ৰমণত উপায়ন্তৰ হৈ ল'ৰাবিলাকে প্ৰায় এক কিলোমিটাৰ দূৰত থকা টাওকাক্ নদীৰ দাঁতিত থকা হাবিতলিত লুকাবলৈ লৰ ধৰিলে। ল'ৰাবিলাকক পিচে পিচে খেদি গ'ল চি আৰ. পিৰ দলে। বৰষুণৰ বতৰত নদীৰ গড়া পিচল হৈ আছিল তথাপি চি আৰ পিৰ অত্যাচাৰৰপৰা ৰক্ষা পাবৰ কাৰণে নদীৰ গড়াই দি নামি গ'ল মুঠ নজন ছাত্ৰ। তাতো ৰক্ষা নাপাই পানীলৈ জঁপিয়াই পৰিল ছাত্ৰনেতাসকল। তাৰে ৭জন নেতা সাঁতুৰি সাঁতুৰি নিজকে ৰক্ষা কৰিবলৈ সমৰ্থ হ'ল কিন্তু সমৰ্থ নহ'ল ইম্তিয়াজুদ্দিন আৰু পুতুল গগৈ।

পিছদিনা ১১জুন তাৰিখে দিনৰ ১-৩০বজাত পুতুলৰ মৃতদেহ টাওকাক্ নদীৰ দলঙৰ তলৰপৰা উদ্ধাৰ কৰা হ'ল। তাৰ চাৰিদিনৰ পিছতহে ইম্তিয়াজক সেই একেখন দলঙৰ তলতে উদ্ধাৰ কৰা হ'ল।

শ্বহীদ পুতুল গগৈৰ মৃতদেহ কাকতীবাৰীৰ নিজাঘৰৰ চোঁহদত আগনণ বাইজৰ শ্ৰদ্ধা আৰু সম্মানেৰে সমাধিস্থ কৰা হ'ল। আনহাতে ইম্তিয়াজৰ মৃতদেহ সোণাৰী কবৰস্থানত সমাধিস্থ কৰা হ'ল। পুতুলৰ দেউতাকে শ্বহীদ বেদীত শ্ৰদ্ধাঞ্জলি আগবঢ়াই কৈছিল—"মোৰ পুত্ৰই দেশৰ বাবে প্ৰাণ আহুতি দিলে। মযো আজিৰ পৰা মোৰ দেশৰ সংগ্ৰামত ব্ৰতী হ'ম"—এইবুলি মাটি চুই সংকল্প কৰিলে।

সুন্দৰ-সুঠাম স্বাস্থ্যৰ পুতুল গগৈৰ জন্ম হৈছিল ১৯৫৭চনত। স্নাতক পৰীক্ষা দি আন্দোলনত সক্ৰিয়ভাৱে কাম কৰি যুৱ-নেতা হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল।

ইম্তিয়াজৰ জন্ম হৈছিল ১৯৬৪চনত। সোণাৰী ভাগৱতী প্ৰসাদ বৰুৱা সোঁৱৰণী উচ্চতৰ মাধ্যমিক বিদ্যালযৰ দ্বাদশমান শ্ৰেণীৰ ছাত্ৰ আছিল। ইম্তিয়াজৰ পিতৃ তামিজুদ্দিন আহমেদ জৱকা চাহবাগিচাৰ এজন কৰ্মচাৰী আছিল। তেওঁ পুত্ৰৰ গাত হাত দি কৈছিল—দেশৰ বাবে, দহৰ বাবে মোৰ পুত্ৰই মৃত্যু বৰণ কৰাত মই গৌৰৱ কৰিছোঁ।

সেই সময়তে সোণাৰীলৈ অহা তৰলিক জামাতৰ এজন চুফী চাহাবে কৈছিল—মই ভাৰতৰ সকলো ঠাইতে ফুৰিছোঁ, কিন্তু এনে সম্প্ৰীতি ক'তো দেখা নাই। মই এই কথা ভাৰতৰ সকলো ঠাইতে প্ৰচাৰ কৰিম।

পুলিনে কাগজখন পঢ়ি উঠি পকেটত ভৰাই থৈ ক'লে—এনে সম্প্ৰীতিৰ বুকুতে বৰবিহ সিঁচি দিবলৈ এচাম কু-চক্ৰান্তকাৰীয়ে চাই আছে, কিন্তু পাৰিব জানো?

—নোৱাৰে পুলিচ নোৱাৰে, কেতিয়াও নোৱাৰে।

—নকীব খলিল, তহঁতবে কিছুমান মানুহক চৰকাৰে হাঁঠিয়াৰ ৰূপে ব্যৱহাৰ কৰি আছে। তাক জানো মুছলমান ভাইসকলে বুজি পাইছে? চৰ অঞ্চলত জীযাতু ভোগা পমুৱা মুছলমানসকলৰ ভোটেৰে সিংহাসন লাভ কৰা কংগ্ৰেছী ৰজাসকলে এবাৰ সেই সকললৈ ফিৰি চাইচেনে? নাই—মাত্ৰ উচটাই দিছে। ভাই-ভাইৰ মাজত কাজিয়া লগাইছে আৰু দেশক খণ্ড-খণ্ড কৰিছে।

খলিল গহীন হ'ল। সঁচাকৈয়ে কথাটো মিছা নহয়।

গিৰীণে ক'লে—এতিয়া চিন্তা কৰি লাভ নাই। সৌৱা হুজ্ৰ পাৰ'ৰ নামঘৰ পালোঁহি।

সকলোবোৰে নামঘৰৰ ভিতৰত সোমাই ঢাৰি কঠত-বহিল। অতুল শৰ্ম্মা থিয় হৈ ৰাইজৰ উদ্দেশ্যে বক্তৃতা আৰম্ভ কৰিলে—সংগ্ৰামী ৰাইজ, আমি বহুদূৰ আগবাঢ়ি আহিলোঁ। এতিয়া আৰু পিছলৈ হুহকি গ'লে নহ'ব। আমি আগুৱাই যাবই লাগিব। হাজাৰ হাজাৰ বন্দুকৰ গুলি বুকুপাতি ল'ব লাগিব। দেশ মাতৃক বিদেশীৰ কবলৰপৰা ৰক্ষা নকৰা পৰ্য্যন্ত অসমবাসী ক্ষান্ত থাকিব নোৱাৰে।

হঠাতে হুইচেল বজোৱাৰ শব্দ শুনিবলৈ পোৱা গ'ল। মানুহবোৰ যেনি-তেনি পলাল। ছাত্ৰনেতাসকল ওচৰৰ মানুহৰ ঘৰত সোমালগৈ। চি আৰ. পি বুট জোতাৰে নামঘৰৰ ভিতৰলৈ সোমাই গ'ল। কাকো নাপাই লাঠিৰে নামঘৰৰ বেৰতে কোবালে। তাকে দেখি নামঘৰৰ আতৈ আহি পুলিচৰ বিষয়া গৰাকীলৈ চাই ক'লে—বোপাই, এয়া নামঘৰ,—হৰিৰবস্তু থাপনাত আছে। তুমি জানো অসমীয়া নোহোৱা বোপাই, তোমাৰ আগতে চি আৰ পি মথাই বুট জোতাৰে নামঘৰটো চলাথ কৰিছে, তুমি দেখা নাইনে? তুমি সহ্য কৰিব পাৰিছানে বোপাই? —বুঢ়াই পুলিচ অফিচাৰৰ লগত কথা পতা দেখি চি. আৰ পি মথাই বুঢ়াক মাৰিবলৈ খেদি গ'ল। আতৈয়ে বুকুখন উদঙাই দি ক'লে—মাৰ চাল্লাহঁত, মাৰ। একেবাৰে শেষ কৰি দে। —চি আৰ পি. মথাই খেদি আহিল।

ডেকা বিষয়া শইকীয়াই আতৈক নামাৰিবলৈ ইংৰাজীতে নিৰ্দ্দেশ দিলে। বুঢ়া আতৈয়ে চিঞৰি চিঞৰি ক'লে—শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু দেশ গ'ল। এনে

অধৰ্ম মই কাহানিও দেখা নাছিলোঁ। বোপাই, পুলিচৰ চাকৰি কৰি ধৰ্ম কৰিব লাগে, কিন্তু কৰিছা অধৰ্ম—পাপৰ ভাগী তোমালোক হ'ব লাগিব।

বুঢ়া আতৈৰ বগা চকুলৈ ৰ লাগি চাই থাকি অসমীয়া ডেকা পুলিচ বিষয়াজনে হাতত থকা লাঠিদাল শূন্যতে ঘূৰাই-ঘূৰাই গাড়ীত উঠিল আৰু চি আৰ পি মথাক যাবলৈ নিৰ্দ্দেশ দিলে।

বুঢ়া আতৈয়ে কান্ধৰ গামোছাখনেৰে চকুহাল মচি বননিতে বহিল। পুলিচৰ গাড়ী যোৱাৰ পাছত সকলো ছাত্ৰনেতা, মুনিহ-তিৰোতা আহি বননিতে আতৈৰ চাৰিওফালে বহি পৰিল। আতৈয়ে সকলোলৈকে চাই ক'লে—বোপাইহঁত, তহঁতে ভালেই পাৰ, বা বেযাই পাৰ কথা এটা ক'ব খুজিছোঁ।

—কওঁক দেউতা।—অতুলে নম্ৰভাৱে ক'লে।

—তহঁতৰ মাজত কোনোবা 'বদন' সোমাইছে। সোনকালে সেই 'বদনক' বাচি উলিয়া।

সকলো ৰাইজে হয়, হয় কৰি ক'লে—এৰাটো! নহ'লেনো ইয়াত এই সময়ত মিটিং হ'ব বুলি কেনেকৈ জানিলে?

—এৰা, আতৈ দেউতা, আপুনি ঠিকেই কৈছে। আমাৰ মাজতে থাকি আমাকে বিশ্বাসঘাতকতা কৰিছে।

আতৈয়ে অতুললৈ চাই ক'লে—কি কৰিবি, টকা ১০টা দিলেই সকলো কৈ দিয়ে। আমাৰ অসমীয়া ল'ৰাৰ এনে পইচাৰ খক হ'ব নালাগিছিল।

সকলোৱে তলমূৰ কৰিলে। খলিলে মাজতে চিঞৰি উঠিল—চাল্লা বেইমান, একদম হালাল কৰি দিব লাগে।

জয়ন্তই হাঁহি মাৰি ক'লে—ৰ'বা, ৰ'বা খলিল দা, বিপদত ধৈৰ্য্য ধৰিব লাগে। এদিন সিহঁতৰ আপোনা-আপুনি মুখা খুলি পৰিব। ব'লা, এতিয়া আমি যাওঁ, বেলেগ এটা দিনত ব্যৱস্থা কৰিব লাগিব।

সকলো ঘৰাঘৰি গ'ল। বুঢ়া আতৈয়ে দুৱাৰ ডবাতে বহি গাবলৈ ধৰিলে—

হে প্ৰাণপ্ৰভু কৃষ্ণদেৰ
প্ৰাণ কৃষ্ণদেৱ
দীনক কৰিয়ো দয়া।
পৰম তাপিতে মাগোহো তোমাৰ
শীতল চৰণ ছাঁয়া॥

মিনতি পেহীৰে জুহালৰ জুইকুৰা বাঁহৰ ফুঁকনিটোৰে ফুঁৱাবলৈ চেষ্টা কৰিলে। জয়কান্তৰ কফ্‌টো দিনে দিনে বেছি হৈ যাব লাগিছে, কিন্তু উপায় কি? সিদিনা ইমান চেষ্টা কৰিও মিনতিয়ে জয়কান্তক হস্পিটেললৈ নিব নোৱাৰিলে। মৰিলে বোলে ঘৰতে মৰিব। ডাক্তৰেনো কিমান কৰিব? ঔষধৰ যিহে দাম, বিনা পইচাৰে হ'ল বুলিনো কিমান ঔষধ-পাতি আনি থাকিব? ডাঃ ধীৰেন বৰকাকতি, ডাঃ দিলীপ বৰুৱা, ডাঃ মৃণাল শৰ্মাই সহায় কৰিছে বুলিহে। তাৰোপৰি, এই আন্দোলনৰ সময়ছোৱাত তেওঁলোকে ল'ৰাহঁতক যি সহায় কৰিছে তাক কোনেও পাহৰিব নোৱাৰে।

মিনতিয়ে কথাবোৰ মনৰ ভিতৰতে গুণি-গুণি পানীৰ কেট্‌লিটো জুইৰ ওপৰত তুলি দিলে।

জয়কান্তই মিনতি অহা গম পাই শেহাই মাতিলে—মিনতি।

—অকণমান উঠি বহকচোন। কাল সন্ধিয়া লাগিছে।

—নালাগে দে, বৰ দুৰ্বল লাগিছে। তই মোৰ ওচৰত বহহিচোন।

মিনতি ওচৰ চাপি গ'ল। হাপানি ৰোগ এনেকুৱাই। ভয় খাবলৈ বোলে কোনো কাৰণ নাই। জয়কান্তই কিছুসময় নিতাল মাৰি থকাৰ পিছত লাহেকৈ সুধিলে—তহঁতৰনো কি আলোচনা হ'ল?

—ক'ম বাৰু, পিছে আপুনি অকণমান উঠি বহকচোন।

জয়কান্ত উঠি বহিল আৰু বেৰখনত মূৰটো আওজাই দিলে। মিনতিয়ে ওচৰতে বহি ক'লে—আমাৰ নতুন কাৰ্য্যসূচী দিছে—১৫জুনত ছবিঘৰবোৰ বন্ধ ৰখা হ'ব, ২৯জুনত গুৱাহাটীত জনতা সান্ধ্য আইন, ৪জুলাইত শ্বহীদ দিৱস পালন, ১২জুলাই তাৰিখে প্ৰতিকৃতি দাহ কাৰ্য্যসূচী, ২৪জুলাই তাৰিখে গুৱাহাটীত কেন্দ্ৰীয় কৰ্মচাৰীসকলৰ সমাৱেশ আৰু ১৫আগষ্ট তাৰিখে স্বাধীনতা দিৱসৰ চৰকাৰী কাৰ্য্যসূচী বৰ্জন।

জয়কান্তই এটা হুমুনিয়াহ কাঢ়ি মিনতিক ক'লে—চাওঁ—মোক অকমান ধৰি শুৱাই দে চোন। মোৰ গাটোত কিবা এটা পোৰণি উঠিছে।—মিনতিয়ে ল'ৰালৰিকৈ জয়কান্তক বিছনাত শুৱাই দিলে। বিছনাত পৰিয়েই তেওঁ বেৰৰ ফালে মুখখন কৰি শুই পৰিল। তাই জুহালৰ ওচৰলৈ উঠি গ'ল—গৰম চাহ

এটুপি খুৱাব পাৰিলে হয়তো ভাল পাব।—মিনতি বিমূঢ় হ'ল। ঘৰখনত মানুহজনৰ এনে অৱস্থাত তাই কি কৰিব, একো ভাবি নাপালে। ল'ৰালৰিকৈ চাহৰ গিলাচটো আনি মিনতিয়ে পুনৰ মাতিলেহি—হেৰি। উঠকচোন, গৰম চাহ অকমান খাই দিয়ক—ভাল পাব।—ওহোঁ, জয়কান্তৰ মাত-বোলেই নাই। বিছনাত নিতাল দি পৰি জয়কান্তই যেন ভাবিলে—এয়েই সুন্দৰ সময়। দেশৰ এই দুৰ্দিনত লোকক আমনি দি থকাৰ কোনো প্ৰয়োজন নাই। আবৰ্জনাবোৰ সোনকালে আঁতৰিব লাগে—

মোৰ সম পাপী লোক
নাহিকে ই তিনি লোক
তুমি সম নাহি পাপ হাৰী—
ইজানি গোবিন্দ মোক
যেন জুৰাই কৰিও
তুৱা পদে কৰোঁহো গোহাৰী।

—আপোনা-আপোনি জয়কান্তৰ দুধাৰি চকুলো বৈ গ'ল।

—হেৰি। শুনিছেনে? চাহ খাওক।

নমতা দেখি মিনতিয়ে জয়কান্তৰ গাত ধৰি ক'লে—বোলো উঠকচোন—চাহ খাওক।—একেবাৰে দেখোন সাৰ-সুৰ নাই। হঠাতেনো কি হ'ল। হেৰি, উঠকচোন।

—হঁ,—জয়কান্তই মাত দি এটা গেঙণি মাৰিলে।

—বোলো, চাহকাপ খাওক।

জয়কান্তই একো নামাতিলে। মাতিব নোৱাৰিলে। মিনতিয়ে জয়কান্তৰ কামিহাড় ওলাই যোৱা বুকুখন উজনি-ভাটি কৰা দেখি চক্ খালে। তাই মনতে ভাবিলে—এইটো বেমাৰত তেনে হযেই। তাই জয়কান্তলৈ বিমূঢ় হৈ চাই থাকোঁতেই হঠাতে দুৱাৰত কোনোবাই টক্ টক্ কৰা শুনিলে। তাই উঠি গৈ দুৱাৰখন খুলি ইন্দ্ৰক দেখি আচৰিত হ'ল।

—আই ঐ দেহি! কেতিয়া আহিলি বোপাই? আহ আহ—সোমাই আহ। বহ,—এইটো মূঢ়াতে বহ। বাৰু, কচোন—কেতিয়া আহিলি?

—কালিয়েই আহিলো পেহী। পেহাৰ খবৰটো লৈ যাওঁ বুলি সোমালোঁ।

—আহ বোপাই, কিনো চাবি—পেহাৰৰ অৱস্থা বেয়া।

পেহীয়ে ইন্দ্ৰক জয়কান্ত থকা কোঠালিটোলৈ লৈ গ'ল। ক'লা পৰা চিম্‌নিটোৰ ঢিমিক-ঢামাক পোহৰত ইন্দ্ৰই পেহাক দেখি চমকি উঠিল—

—পেহী, পেহী—পেহাই উশাহ লওঁতে কষ্ট পাইছে, তৎক্ষণাৎ হস্পিটললৈ নিব লাগিব।

—হয় নেকি ইন্দ্ৰ? পিছে পেহাৰ জানো যাব?

—নহয় পেহী, যাবই লাগিব।

ইন্দ্ৰ ব্যস্ত হৈ ওলাই গ'ল। মিনতি পেহী স্বৰগ পৰা মানুহৰ দৰে থৰ্ লাগিল। অলপ সময়ৰ পিছতে ইন্দ্ৰই নীলকান্তৰ সৈতে 'এম্বেুলেন্স' এখন লৈ আহিল আৰু পেহাক হস্পিটেললৈ লৈ গ'ল। এই খবৰ পাই বীণা বাইদেউ, খলিল, ধন, ভুবন, অৱনী, বাবুলিহঁত আহি মিনতি পেহীৰ লগত থাকিলহি।

সময় আগবাঢিল। কেইঘণ্টামানৰ আগতে আন্দোলনৰ কাৰ্য্যসূচী গম লোৱা জয়কান্তই আৰু কথা ক'ব নোৱাৰিলে। বহল চকু হাল মেলি জয়কান্তই মাথোঁ ওপৰলৈ চাই থাকিল।

সময়বোৰ নিষ্ঠুৰ গতিৰে আহি যেন জয়কান্তৰ ওচৰত ৰ'লহি। সময় হ'ল—পেহা ধৰ্‌-ফৰাই উঠিল আৰু এসময়ত তেওঁৰ মূৰটো কাটি হৈ গ'ল। ওৰৰতে থিয় হৈ থকা 'চিস্টাৰ' গৰাকীয়ে নাকৰ পাইপ দাল আঁতৰাই দি পেহীৰ মুখলৈ চালে।

মিনতি পেহীয়ে 'আই ঐ—মোৰ কি হ'ল ঐ' বুলি জয়কান্তৰ অস্থিৰচৰ্ম্ম বুকুখনৰ ওপৰত ঢলি পৰিল।

॥ ৪৯ ॥

হঠাতে ঘটা ঘটনাটো ইন্দ্ৰনীলে সহ্য কৰিব নোৱাৰিলে। মানুহৰ মৃত্যু এনেকৈয়ে হয়নে? শ্মশানৰপৰা আহি ইন্দ্ৰনীলে ৰ'দ-কাচলিত বহি দেখিলে—আকাশ ফৰকাল। বৰষুণ অহাৰ সম্ভাৱনা নাই। বৰষুণ অহাহেঁতেন অৱশ্যে ভাল লাগিলহেঁতেন। কিয়নো, যোৱা নিশা শ্মশানত জুয়ে তাৰ পাটো একেবাৰে দাকি পেলাইছিল। অলপ সময়ৰ পিছতে সি ভিতৰলৈ উঠি

গ'ল—আজি দুদিন ধৰি সি নগাঁও কলেজ হোষ্টেলতে থিতাপি লৈ আছেহি যদিও আজি সি গুৱাহাটীলৈ যাব লাগিব। কিন্তু তাৰ আগতে মনোৰমাৰ ওচৰলৈ এবাৰ যাবলৈ তাৰ বৰ মন গ'ল। সি খৰ্‌খৰ্‌কৈ কামিজটো গাত সুমুৱাই ল'লে আৰু কলং নদীৰ পাৰত থকা মনোৰমাৰ ঘৰলৈ খোজ ল'লে। তেতিয়া ৰাতিপুৱাৰ ৰ'দজাকে আকাশ ফালি পৃথিৱীৰ বুকুলৈ দৌৰি আহিছিল।

মনোৰমাই পেহাৰ মৃত্যুৰ খবৰ পাই বিব্ৰত অৱস্থাত ইফাল-সিফাল কৰি থাকোঁতেই হঠাতে ইন্দ্ৰক দেখি আচৰিত হ'ল।

—তুমি !

—অঁ মনো, মই অহা আজি তিন দিনেই হ'ল। কালি পেহীৰ ঘৰলৈ গৈ তাতেই লাগি থাকি একেবাৰে পেহাৰ সংকাৰ শেষ কৰি ৰাতিপুৱাহে আহিলোঁ।

—মই অলপ আগতহে গম পালোঁ। ইমান হঠাতে এনে অঘটন ঘটিব লাগেনে !

—কি কৰিবা মনো, মৃত্যু এনেকুৱাই। মৃত্যু যেতিয়া আহিব আৰু ৰক্ষা নাই। গীতাত কি কৈছে জানা,—

ন জয়তে ম্ৰিয়তে বা কদাচিৎ
নায়ং ভূত্বা
ভবিতা বা ন ভূয়ঃ।
অজো নিত্যঃ শ্বাশ্বতোহয়ং
পুৰাণো ন হন্যতে
হন্যমানে শৰীৰে ॥

মনোৰমাই মুখলৈ ভেবা লাগি চাই থকা দেখি· ইন্দ্ৰই মিচিকিয়াই হাঁহি মাৰি ক'লে—কিয়, বুজা নাই ? —"আত্মা কেতিয়াও নোপজে আৰু নমৰে বা উপজি আৰু নুপজিব সিও নহয়, আত্মা আজন্ম নিত্য, শ্বাশ্বত আৰু পুৰাতন। শৰীৰৰ বিনাশ হ'লেও ইয়াৰ বিনাশ নাই। বুজিলা ? সেই কাৰণে দুখ নকৰিবা। তুমি এবাৰ যাবা, খবৰ কৰি আহিবা।

—অঁ, মইতো যাবলৈকে ওলাইছিলোঁ।

—মই আহি বাধা দিলোঁ নহয় ?

—ধেৎ, !

—কি ধেৎ, ব'বা,—মই বেছি দেৰি নকৰো। দেখিছাই নহয়—চাৰিওফালে হাঁহিয়াকাৰ লাগি আছে। মই যাওঁ—পুতুলহঁতক লগ পাব লাগে।

—ব'বা, চাহ খাই যোৱা।

মনোৰমা চাহ কৰিবলৈ গ'ল। ইন্দ্ৰনীলে মনোৰমা যোৱাৰ ফালে চাই থাকিল। মনোৰমাই ভিতৰৰপৰা আহি চাহ কাপ ইন্দ্ৰৰ হাতত তুলি দি হাঁহি এটা মাৰি তাৰৈ গভীৰভাৱে চালে।

—কিয় চালা ?

—এনেয়ে ।

—কিয় এনেযে চালা ?

ইন্দ্ৰই হাঁহিলে আৰু মনতে ভাবিলে, কেতিয়াবা এনেযে চালেও অন্তৰত বহুত কথা থাকে—গোপন কথা, আনক ক'ব নোৱাৰা কথা, যি কথাই হৃদয়ৰ মাজত আন এখন হৃদয়ৰ প্ৰৱেশ ঘটাব পাৰে। —সি বাওঁহাতে চাহকাপ লৈ ওচৰতে বৈ থকা মনোৰমাক কাষলৈ টানি আনিলে আৰু তাৰ ওচৰতে বিছনাত বহুৱাই তাইৰ মুখলৈ চাই ইন্দ্ৰনীলে গালে—

মনৰ আলোকপুৰী জিনি আছা
অৰূপা সুন্দৰী মনোৰমা
প্ৰাণেৰে পৰশ নাপাই তোমাৰ
গঢ়িছোঁ মনতে তিলোত্তমা।

মনোৰমাই তললৈ মূৰ কৰিলে।

ক্ষন্তেকতে ইন্দ্ৰনীলৰ হৃদয়ৰ প্ৰবল উচ্ছ্বাসে তাইক দূৰ-দূৰণিলৈ টানি নিলে। মুকলি আকাশত চৰাইবোৰে বতাহৰ দোলনাত গা এৰা দি চাৰিও-ফালে বনাই ফুৰাৰ দৰেই তাইৰ মন ইন্দ্ৰনীলৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে।

ইন্দ্ৰনীলেও মনোৰমালৈ চাই থাকি ভাবিলে, নাৰীদেহৰ সৌন্দৰ্য্য বা অন্তৰ্নিহিত ৰূপ-ৰাশি কেৱল চাই থাকিয়েই ক্ষান্ত থাকিব নোৱাৰি, তাৰ লগত যোগ দিব লাগিব স্পৰ্শ কৰাৰ অনুভূতি। নাৰী সৌন্দৰ্য্যত হাত বোলাই হে সেই সৌন্দৰ্য্য মদিৰা পান কৰিব পাৰি—I see with an eye that feels and feels with a hand that sees

একে হোঁপাতে চাহখিনি শেষ কৰি কাপযোৰ হাতৰ পৰা মাটিত থৈ মনোৰমাক ইন্দ্ৰনীলে সাৱটি ধৰিলে আৰু গালত তাৰ ওঁঠটো লগাই দিলে।

মনোৰমাই কিছু সময়ৰ কাৰণে অপৰিসীম সুখত নিজকে সময়ৰ সোঁতত নিৰিবিলিভাৱে এৰি দিলে।

হঠাতে ইন্দ্ৰনীল চমকি উঠিল। তাৰ চকুৰ আগত নাচিবলৈ ধৰিলে—তেজলগা হাত কিছুমানে। দূৰৈৰ পৰা ভাঁহি অহা কিছুমান হুলস্থূলে তাৰ কাণ দুখন যেন তাল মাৰি ধৰিলেহি। এৰা, সি এইবোৰ কি কৰিছে? কি কৰিছে?? তাৰ আগত প্ৰতিজ্ঞাবদ্ধ জনতাৰ দল। নিমিষতে মনোৰমাৰ ওচৰৰপৰা আঁতৰি আহি সি ক'লে—মই যাওঁ, মই যাওঁ মনোৰমা—

ইন্দ্ৰনীল খৰ খোজেৰে ঘৰৰ পৰা ওলাই গ'ল। মনোৰমাই সি যোৱাৰ ফালে চাই থাকি ক'লে—যোৱা ইন্দ্ৰ, দেশ বুলিলে আদেশ নালাগে।

॥ ৫০ ॥

এমাহ-দুমাহ কৰি '৮২চনৰ দিনবোৰ যাবলৈ ধৰিলে। ৪জানুৱাৰী তাৰিখে আছু, গণ-সংগ্ৰাম পৰিষদৰ কাৰ্য্য-নিৰ্ব্বাহিকৰ শোভাযাত্ৰাৰে ১৪৪ধাৰা ভঙ্গ কৰিলে। ৭ফেব্ৰুৱাৰীত ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ ২৮জনীয়া প্ৰতিনিধিৰ ত্ৰিপাক্ষিক আলোচনাৰ বাবে দিল্লীলৈ যাত্ৰা, ১৫ৰপৰা ১৯মাৰ্চলৈ চাৰি গৰাকীকৈ মহিলাৰ প্ৰশাসনীয় কাৰ্য্যালয়ৰ সমুখত ১২ঘণ্টীয়া অনশন, ৬এপ্ৰিলত আন্দোলনকাৰী ২১জনীয়া নেতৃবৰ্গৰ দিল্লী যাত্ৰা, ২০জুনত আছুৰ উদ্যোগত কলাগুৰু বিষ্ণুৰাভা দিবস পালন কৰা হয় আৰু ১৫আগষ্ট তাৰিখে পুনৰ চৰকাৰী কাৰ্য্যসূচী বৰ্জ্জন কৰি জনতা সান্ধ্য আইন দিয়া হ'ল।

২৫আগষ্ট তাৰিখে দিল্লীত বিদেশী নাগৰিকৰ সম্পৰ্কত ত্ৰিপাক্ষিক আলোচনাৰ বাবে বিৰোধী নেতাসকলক আহ্বান কৰিলে। ইয়াৰ এমাহৰ পিছত অৰ্থাৎ ২৫চেপ্তেম্বৰ তাৰিখে আছু আৰু গণ-সংগ্ৰাম পৰিষদৰ পাঁচজনীয়া দলটো দিল্লীলৈ যাত্ৰা কৰিলে আৰু ২৯চেপ্তেম্বৰত দিল্লীত পুনৰ আলোচনা হ'ল। হতাশাত অসমৰ বাইজ ভাঙি পৰিল আৰু ক্ষোভ আৰু বিদ্ৰোহত ২ডিচেম্বৰত ২৪ঘণ্টীয়া অসম বন্ধ দি ৰাইজৰ প্ৰতিবাদ সাব্যস্ত কৰিলে যদিও ৭ডিচেম্বৰ তাৰিখে কেন্দ্ৰৰদ্বাৰা দিল্লীৰ আলোচনা অনিৰ্দ্দিষ্ট কাললৈ স্থগিত ৰখা হ'ল।

সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ আহ্বানত যোৱা ৯ডিচেম্বৰ তাৰিখে অনেক বাধা-বিঘিনী নেওচি ২ঘণ্টীয়া অন্ধকাৰ

দিৱস সফল কৰি তোলাৰ বাবে ছাত্ৰসন্থাৰ সভাপতি আৰু সম্পাদকে ৰাইজক সংগ্ৰামী অভিনন্দন জনাইছে। বাৰে বাৰে আলোচনা কৰিও বিদেশী নাগৰিকৰ সমস্যাটো সমাধান হোৱাৰ কোনো লক্ষণ অসমৰ ৰাইজে দেখা নাপালে, বৰঞ্চ অবৈধ নিৰ্ব্বাচন ৰাজ্যখনত জাপি দিবলৈ কেন্দ্ৰীয় চৰকাৰে চলোৱা প্ৰচেষ্টা প্ৰতিহত কৰিবৰ শক্তি যে অসমবাসীৰ আছে তাকে পুনৰ অসমীয়া ৰাইজে প্ৰতিপন্ন কৰিলে। নিশা ৫বজাৰ পৰা ৭বজালৈ ৰাজ্যখনৰ প্ৰতি ঘৰে-ঘৰে চাকি নুমুৱাই ৰাখিলে।

এই নিস্প্ৰদীপ সন্ধিয়াৰ সুযোগ লৈ সমগ্ৰ অসমতে পুলিচ, চি আৰ পি বাহিনীয়ে কৰা অমানুষিক, অভাবনীয় আৰু অকথ্য অত্যাচাৰে ৰাইজৰ মনত বিষাদৰ ছাঁ পেলালে।

আচলতে ৬ডিচেম্বৰ তাৰিখে প্ৰস্তাৱিত দিল্লী বৈঠক স্থগিত হোৱাৰ পিছৰে পৰা ৰাজ্যখনত পুলিচ, চি আৰ পি, গৃহৰক্ষী আৰু বেটেলিয়ান বাহিনীৰ অত্যাচাৰ বিস্তৃত হৈ পৰিল।

সদৌ অসম ছাত্ৰসন্থাৰ সম্পাদক ভৃগুকুমাৰ ফুকনে B T হোষ্টেলৰ নিজৰ কোঠালিটোত থকা বিচনাখনত বহি ডায়েৰীখন উলিয়াই ল'লে আৰু এটা এটাকৈ হৈ যোৱা কাৰ্য্যসূচীবোৰ চালি-জাৰি চাবলৈ ধৰিলে। ৮ডিচেম্বৰ তাৰিখৰ পৰাই পুলিচে গুৱাহাটীত নিৰ্ব্বিবাদে গ্ৰেপ্তাৰ অভিযান চলাইছে। নুনমাটি, খানাপাৰা, দিছপুৰ, মালিগাঁও, চান্দমাৰী আৰু অসমৰ আন আন ঠাইৰ চুকে-কোণে পুলিচৰ অত্যাচাৰৰ প্ৰকোপ চৰিছে আৰু বহুতো যুৱছাত্ৰ পুলিচৰ হাতত বন্দী হৈছে, তাৰোপৰি ব্যৱসায়ী সকলক কৰা গ্ৰেপ্তাৰ কাৰ্য্যই ফুকনৰ মনত আঘাত দিলে।

উদ্‌ভ্ৰান্ত হৈ কোঠালিটোৰ ভিতৰতে টহল দি ফুৰিলে ভৃগুৱে—হঠাতে দুৱাৰমুখত ললিত ৰাজখোৱাক দেখি সম্বিত ঘূৰাই পাই হাঁহি মাৰি ক'লে—আহক, ললিত দা। বহক।

ললিত ৰাজখোৱাই চকিখনত বহি ল'লে আৰু চিন্তিতভাৱে ক'লে—এনেকৈ আৰু কিমান দিন সহ্য কৰিব পাৰিবা ফুকন? ছাত্ৰাবাসতো যেতিয়া পুলিচৰ অত্যাচাৰ হ'ল আৰু চাই থাকিব পাৰিনে?

অসম ইঞ্জিনীয়াৰিং ইনষ্টিটিউটৰ ছাত্ৰাবাস, ৰাজগড় মেডিকেল কলেজৰ ছাত্ৰাবাস আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসতো পুলিচৰ অত্যাচাৰ চলিবলৈ বাকী নাথাকিল।

—এতিয়া কি কৰা যায় ?

এটা সময়ত সদৌ গুৱাহাটী ছাত্ৰসন্থাৰ ভাৰপ্ৰাপ্ত সভাপতি বিজয় কুমাৰ মহাজন আৰু সাধাৰণ সম্পাদক পবীন লহকৰ হুৰ্-মুৰকৈ সোমাই আহি দুয়োলৈকে চাই ক'লে—মেডিকেল কলেজৰ ছাত্ৰ দেবদত্ত কলিতাৰ অৱস্থা অতি সংকটজনক বুলি আজি খবৰ পালোঁ।

—হয় ললিতদা ! কালি নিষ্প্ৰদীপ সময় চোৱাতে গুৱাহাটী মেডিকেল কলেজৰ চাৰি নম্বৰ হোষ্টেলত পুলিচ, চি আৰ পি সোমাই ছাত্ৰসকলক লাঠিৰে প্ৰহাৰ কৰে আৰু দেবদত্ত কলিতাৰ বেছিকৈ জখম হয়। জানে ললিতদা, আমাৰ এজন অসমীয়া পুলিচ বিষয়াই বোলে ছাত্ৰসকলৰ আগত বিভলভাৰ টোৱাই ভাবুকি দিছিল, এনে দুৰ্ভগীয়া অসম দেশ।

তাৰোপৰি এইজনা ডি এচ্. পিৰ নেতৃত্বতে পুলিচ দলে ডাঃঅৰুণ শৰ্মাক বিচাৰি নাপাই দীনেশ গগৈকে গ্ৰেপ্তাৰ কৰিছে।

তাৰোপৰি খানাপাৰাৰ সংগ্ৰাম সমিতিৰ সাধাৰণ সম্পাদক বিমান হাজৰিকা আৰু সদস্য অজয় দত্ত আৰু গণেশ সন্দিকৈকো গ্ৰেপ্তাৰ কৰি কালি লক্-আপত থৈছে।

—শুনক, আমি এই সকলৰ মুক্তিৰ ব্যৱস্থা কৰিব লাগে।

—এবা ব'লক। অফিচলৈকে প্ৰথমে যাওঁ, তাৰ পিচত কাছাৰীলৈ যাম।

দুয়োজন ৰাজপথলৈ ওলাই আহিল আৰু ছাত্ৰসন্থাৰ কেন্দ্ৰীয় কাৰ্য্যালয়লৈ খোজ ল'লে।

॥ ৫১ ॥

সদৌ অসম ছাত্ৰসন্থাৰ কাৰ্য্যালয়ত সেই সময়ত জয়নাথ শৰ্মা, সচিবালয়ৰ সেৱা সন্থাৰ যুটীয়া সম্পাদক চৰণ ডেকা, গণ-সংগ্ৰাম পৰিষদৰ আহ্বায়ক বিৰাজ শৰ্মা, প্ৰবীণ কুমাৰ গগৈ, পবিন্দ্ৰ ডেকা, তপন ডেকা, নৃপেন মেধিয়ে গুৰুত্বপূৰ্ণ আলোচনা কৰি আছিল।

ভৃগু আৰু ললিত ৰাজখোৱা কাৰ্য্যালয়লৈ সোমাই গ'ল। ভৃগুৱে সকলোলৈকে চাই ক'লে—বৰ্ত্তমান বিধিনি আন্দোলনকাৰী জেল-হাজোতত

আছে তেওঁলোকৰ মুক্তিৰ ব্যৱস্থা কৰিব লাগে। সেয়েহে মই ভাবিছোঁ, আমাৰ পুনৰ্মান কাহাৰীলৈ যোৱা ভাল হ'ব।

—আমি তাকেই আলোচনা কৰি আছিলোঁ। তুমি আহি পালা ভালেই হ'ল। কালি সন্ধিয়া হাজোৰ পৰা ৩৫কিলোমিটাৰ নিলগত আৰু এজন শ্বহীদ হ'ল। যোৱা কালি সেই অঞ্চল ভ্ৰমণ কৰি এইমাত্ৰ শৰ্মাহঁত পাইছোঁহি।

ভৃগুৱে বিৰাজ শৰ্মালৈ চাই সুধিলে—কিয় এনে হ'বলৈ পালে শৰ্মা ?

শুকান মুখ আৰু নিস্তেজ চকুহাল তুলি ভৃগুলৈ চাই বিৰাজ শৰ্মাই এটা হুমুনিয়াহ কাঢ়িলে। তেওঁলোক যেন ভাগৰত ক্লান্ত।

—আমি নিশা ১টা বজাত হাজো অঞ্চলত প্ৰশাসনৰ অনুমতি লৈ সোমালো।

—তাৰ পিচত ?—ভৃগুৱে উৎকণ্ঠাৰে তেওঁলৈ চালে।

—হাজোৰপৰা ৩৫কিলোমিটাৰ নিলগত বজাৰ অঞ্চলত ১৫মিনিট জোৰা ধ্বনি দিবৰ বাবে হাজাৰ হাজাৰ জনতা গোট খালে। পাশামেলা চঁকত যুৱ ছাত্ৰদল এটাই ধ্বনি দি থকা অৱস্থাতে চি আৰ পি বাহিনীৰ এটা দলে হঠাৎ লাঠী, বেযনেট আদি প্ৰযোগ কৰি আন্দোলনকাৰীৰ ওপৰত আক্ৰমণ চলায় আৰু কেইবাজনকো আহত কৰি মাটিত বগৰাই দিযে। অতি আশ্চৰ্য্যৰ কথা যে ১০/১২ বছৰীয়া ল'ৰা এটাক এতিয়াও বিচাৰি পোৱা নাই। বাইজৰ মতে আহত সকলক পুলিচে গাড়ীত তুলি লৈ গৈছে।

এনে সময়তে জয়নাথ শৰ্মা উত্তেজিতভাৱে থিয় হ'ল আৰু সম্পাদক ভৃগুকুমাৰ ফুকনলৈ চাই ক'বলৈ ধৰিলে—চাওক ফুকন, হাজোত সান্ধ্য আইন জাৰী কৰাৰ পিছত সশস্ত্ৰ চি আৰ পি বাহিনী হাজো অঞ্চলত নমাই দিয়া হৈছে। মানুহৰ ঘৰে ঘৰে গৈ সিহঁতে জধে-মধে মাৰপিট কৰিছে আৰু বহুতো লোকক গ্ৰেপ্তাৰ কৰি লৈ গৈছে, আনকি ক'কালত বচিৰে বান্ধি ডেকা ল'ৰা সকলক আলিবাটেদি চোঁচৰাই লৈ গৈছে। এনে অবৰ্ণনীয় অত্যাচাৰ চাই থাকিব পাৰিনে ?

আৰু শুনক ফুকন—সিহঁতে কি নকৰিছে ? তেজপুৰৰ প্ৰতিনিধি সভা চলি থাকোতেই মোক ঘেৰাও কৰি গ্ৰেপ্তাৰ কৰিছিল আৰু চাৰিটা খোচৰ তাঁৰিও ক্ষান্ত নাছিল। ৭২ঘণ্টা পুলিচৰ জিম্মাত ৰাখি মোৰ ওপৰত অকথ্য অত্যাচাৰ চলালে। তিনি ডিচেম্বৰ তাৰিখে মোক মঙ্গলদৈ থানাত

তাৰ ভাৰপ্ৰাপ্ত বিষয়া গৰাকীয়ে মোৰ হাত আৰু পেটত গুৰুতৰভাৱে আঘাত কৰিলে আৰু বাছৰ ভিতৰত বচীৱে বান্ধি গুৱাহাটীৰ হস্পিটেললৈ আনিলে, কিন্তু অতি পৰিতাপৰ বিষয় যে, সম্পূৰ্ণ চিকিৎসাৰ পৰা বঞ্চিত কৰি মোক হস্পিটেলৰ পৰা মুক্তি দিলে।

আজি আমি '৪২চনতে পুনৰ প্ৰফুল্ল বড়ো, কল্পনাথ ভট্টাচাৰ্য্য, ইমতিয়াজুদ্দিন, পুতুল গগৈ, প্ৰদীপ বৰা, গোপাল মেধি, দীপক কেওঁট, অনুকূল কাকতি, মনজিৎ দাস, অতুল মুক্তিয়াৰ, ৰঞ্জনা গোস্বামী, ৰূপক নাথকে ধৰি অসমৰ বীৰ সন্তান সকলক হেৰুৱালো।

—ইয়াৰ বিচাৰ লাগে, ইয়াৰ বিচাৰ লাগে। —জয়নাথৰ চিঞৰেৰে কোঠালিটো ঝন্-ঝনাই উঠিল। জয়নাথে ৰুমালেৰে ঘামবোৰ মচি মচি কৈছিল —আমি নাহাৰো, আমি জিকিম, আমাৰ জয় অনিবাৰ্য্য। এসময়ত মোগলৰ হাতৰ পৰা ইটাখুলি উদ্ধাৰ কৰাটো কষ্টসাধ্য আছিল। মোগলৰ বন্দুক-বাৰুদ ইটাখুলিৰ দুৰ্গ ভৰি আছিল, কিন্তু চোৰবচা অসমীয়া সোনাই মাজনিশা ইটাখুলি দুৰ্গ আক্ৰমণ কৰি মোগলৰ হিলৈৰ মুখত পানী ভৰাই দি হিলৈ অকৰ্মণ্য কৰি তুলিছিল। মোগলৰ সেনাই অসমীয়া সেনাৰ হাতত তিষ্ঠিব নোৱাৰি পলাই গৈছিল। এতিয়া আমি নোৱাৰিম কিয় ?

সেই সময়তে পুতুল বিষণ্ণ মনেৰে ভিতৰলৈ সোমাই আহিল। বাকী সকলে পুতুললৈ চালে। পুতুলে জয়নাথ শৰ্মালৈ চাই ক'লে—ধৈৰ্য্য ধৰিব লাগিব শৰ্মা।

—ধৈৰ্য্য—ধৈৰ্য্য—ধৈৰ্য্য, আৰু কিমান ধৈৰ্য্য ধৰিম ?

—আমাৰ আন্দোলনেই হৈছে অহিংস আন্দোলন, শান্তিৰ আন্দোলন।

—আমি শান্তিৰ আন্দোলন কৰিছোঁ। অহিংস আন্দোলন কৰিছোঁ, আৰু তাৰে পৰিনা লৈ চৰকাৰে আমাৰ বাই-ভনীক কাঢ়ি নিছে। ৰাস্তা-ঘাটত চাবুক, বেয়নেটেৰে কোবাইছে। আৰু আমি ? নীৰৱ দৰ্শক হৈ চাই আছোঁ। এয়ে নেকি আমাৰ মানৱতা ?

—হিংসাৰে হিংসাক প্ৰতিহত কৰিব নোৱাৰি শৰ্মা। আমি যি বাটেৰে আগুৱাই গ'লো এতিয়া আৰু ঘূৰি আহিবৰ উপায় নাই।

পুতুলে কিছুসময় মনে মনে থাকি পুনৰ বিনম্ৰভাৱে ক'লে—এই অত্যাচাৰৰ প্ৰতিবাদত কালিলৈ মহিলা সকলে ৭বজাৰ পৰা আবেলি ৪বজালৈকে ৯ঘণ্টীয়া প্ৰতীক অনশন কৰিব। মই মহিলাসকলক লগ পাই

আহিলোঁ। জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে যথেষ্ট সংখ্যক মহিলা ওলাই আহিছে।

পুতুল বহিল। চৰণ ডেকাই থিয় হৈ ক'লে—নিৰ্বাচনৰ গুণ-গুণনি ইতিমধ্যে চলিছে। কৰ্মচাৰী সকলে নিৰ্বাচন পাতিলে অংশগ্ৰহণ নকৰে বুলি আশংকা কৰি ইতিমধ্যে অন্য ৰাজ্যৰ পৰা কৰ্মচাৰী অনাৰ গুণো-গুঁথা চলিছে।

—ডেকা, চিন্তা নকৰিব। আমি অসীম ধৈৰ্য্য আৰু সাহসেৰে সকলো সমস্যাৰ সন্মুখীন হ'বলৈ দৃঢ়প্ৰতিজ্ঞ আৰু চৰকাৰে জাপি দিবলৈ বিচৰা অবৈধ নিৰ্বাচনৰ প্ৰবল বিৰোধিতা কৰিবৰ কাৰণে সাজু থাকিব লাগিব।

সম্পাদক ভৃগুৰ কথাত সভাপতি পুতুলে গম্ভীৰভাৱে ক'লে—আজি অগ্নি উঠোহে। হাতত সময় বৰ কম। ২৭ডিচেম্বৰত সংকেট ধ্বনি দিৱসৰ কাৰণে আমি সকলো প্ৰস্তুত হ'ব লাগিব।

সকলো উঠিল। পুতুলে জয়নাথৰ পিঠিত থপৰিয়াই ক'লে—আহা, "যথা ধৰ্ম তথা জয়"।

সিহঁত গৈ বাহিৰ পোৱাৰ লগে লগে এখন টেক্সি আহি সিহঁতক লৈ গ'ল। কামাখ্যা পাহাৰৰ একা-বেঁকা পথেৰে ওপৰলৈ উঠি আহোঁতে দেখিবলৈ পালে—তলৰ সৌন্দৰ্য্যময় গুৱাহাটী চহৰৰ উলাহ। মেটেকাৰে ভৰা খালৰ মাজতো গঢ়ি উঠা তিনি-চাৰি-পাঁচমহলীয়া ঘৰ। গাড়ী ওপৰলৈ উঠিছিল। গাড়ীৰ ভিতৰত থকা জয়নাথ শৰ্মা, পুতুল, ললিত আৰু ভৃগুহঁত গৈ যি ডোখৰ ঠাইত নামিছিল, সেই ঠাইৰ পৰা খোজকাঢ়ি কিছুদূৰ গ'লে দূৰৈৰ ব্ৰহ্মপুত্ৰ দেখা যায়। সিহঁত বননিৰ মাজে মাজে গৈ লুইতলৈ চাই বহিছিল, তেতিয়া বেলিৰ ৰক্তিম শিখাবোৰ কঁপি কঁপি লুইতৰ বালিৰ লগত মিলি গৈছিল। পুতুলে লুইতৰ বহল পানীখিনিলৈ চাই আছিল।

এই গহীন পৰিৱেশ আঁতৰাই দিবৰ কাৰণে ললিত ৰাজখোৱাই গালে—

"দিখোঁ নৈ এৰিব পাৰোঁ মই লাহৰী
জাঁজী নৈ এৰিব পাৰোঁ

—তেনেহ'লে কাক এৰিব নোৱাৰা?

—তললৈ মুখ কৰি মিচিকিয়াই হাঁহি মাৰি পুতুলে সুধিলে।

—এৰা, তাকেহে ভাবিবলগীয়া হৈছে। লাহৰী দেখোন নায়েই।

আটাই কেইটাই হাঁহি দিলে। সেই হাঁহিৰ লহৰে লুইতৰ পানী কঁপাই তুলিলে।

ৰাজ্যৰ অন্যান্য ঠাইৰ বাতৰিমতে বুধবাৰে সঞ্চিয়াৰ ধ্বনি কাৰ্য্যসূচী শান্তিপূৰ্ণভাৱে সম্পন্ন হয়। সঞ্চিয়াৰ আকাশত বিদেশী নাগৰিকৰ সমস্যা সমাধান কৰা, অবৈধ নিৰ্ব্বাচন বন্ধ কৰা, পুলিচী অত্যাচাৰ বন্ধ কৰা আদি বিষয়ৰ ধ্বনি মুখৰিত হৈ পৰে। সম্প্ৰতি অসমত কথা কোৱা, সভা পতা, আলি-বাটেদি অহা-যোৱা কৰা, বিক্ষোভ প্ৰদৰ্শন কৰা আদি সকলো অধিকাৰ নিঃশেষ হৈ যোৱা অৱস্থাত আৰু অভাৱনীয় অত্যাচাৰ চলোৱাৰ মুৰতো এই কাৰ্য্যসূচী সম্পাদিত হৈছে। গ্ৰেপ্তাৰ, নিলম্বিত কৰণ আদিৰ যোগেদি ৰাইজক ভীতি প্ৰদৰ্শন কৰাৰ উপায় অৱলম্বন কৰিছে, তাৰোপৰি অধ্যক্ষ, অধ্যাপক আদি বিশিষ্ট লোকক গ্ৰেপ্তাৰ কৰি মানুহৰ মনোবল ভাঙি দিবলৈকো আপ্ৰাণ চেষ্টা কৰি আহিছে। আনহাতে ৰাজনৈতিক প্ৰভুসকলৰ চামুচা জাকৰ হতুৱাই ৰাইজৰ মাজত বিভাজনৰ সৃষ্টি কৰিবলৈ সৰ্বাত্মক অভিযান চলোৱা হৈছে। কিন্তু এনে সৰ্বাত্মক ৰূপত অতিচাৰ চলায়ো মানুহখিনিৰ মন ভাঙিব পৰা নাই। চৰকাৰৰ এনেবোৰ কাৰ্য্যই মানুহৰ মন দৃঢ় কৰিহে তুলিছে। বাধা-নিষেধ থকা স্বত্বেও চুবুৰীয়ে-চুবুৰীয়ে, ঘৰে-ঘৰে উঠা ধ্বনিয়ে আকাশ-বতাহ মুখৰিত হৈছে। চৰকাৰে তাক বাধা দি ৰাখিব পাৰিলে? নোৱাৰে। কেতিয়াও নোৱাৰে। জনতাক গচকি বিদেশী নাগৰিকৰ সমস্যাটো গাপত দি বলেৰে নিৰ্ব্বাচন যে পাতিব নোৱাৰে সেই সত্য চৰকাৰে মানি লোৱা উচিত আছিল।

পুলিচ, চি আৰ পি আৰু বেটেলিয়ন বঢ়াই যুদ্ধ সদৃশ অৱস্থাৰ সৃষ্টি কৰি, অসমৰ বাহিৰৰ পৰা বিষয়া-কৰ্মচাৰী আনি অসমত বলেৰে নিৰ্ব্বাচন পাতিবলৈ যো-জা কৰি ইন্দিৰা কংগ্ৰেছ দলৰ পৰা প্ৰশংসা-পত্ৰ বিচৰা এইসকল লোকে বাস্তৱক উপলব্ধি কৰিব লাগিব। অসমৰ মানুহখিনিক তেওঁলোকে ইমান নিৰ্গতি বুলি ভাবিছিলনে যে নিৰ্ব্বাচনৰ সময়ত ঔচ বুলি মাতিলেই আহিব?

"দৈনিক অসম"ৰ সম্পাদক কীৰ্ত্তিনাথ হাজৰিকাদেৱে নিভীকভাৱে লিখা সম্পাদকীয়টো গিৰীণ দাসে পঢ়ি থকা সময়তে কাৰ্য্যালয়লৈ সোমাই আহিল প্ৰদীপ শৰ্ম্মা, সুনীত, অভিজিত, অজিত সিংহ, লাচিত, নেত্ৰকমল আৰু কুকিল বেজবৰুৱা। গিৰীণে টেবুলত কাগজখন থৈ ক'লে—আহা আহা, তোমালোক

আহিলা—বৰ ভাল হ'ল। আজিৰ সম্পাদকীয়টো পঢ়িছানে? হাজৰিকা-দেৱে বৰ ভাল লিখিছে।

—এনে দুৰ্যোগৰ সময়ত বুদ্ধিজীৱি সকলে এনেদৰে মাত মতা উচিত।

—প্ৰদীপ শৰ্মাই ক'লে—জাতীয় আন্দোলন এটা আগবঢ়াই নিবৰ কাৰণে কবি, সাহিত্যিক, সাংবাদিক সকলৰ ওপৰত যথেষ্ট নিৰ্ভৰ কৰে। নহ'লেনো লিখেনে—

সমুখ সমৰ ভয় নকৰিবি
মুক্তি যুঁজাৰু হুঁছিযাৰ

সকলোৱে একমুখে চিঞৰি ক'লে—

হুঁছিযাৰ হুঁছিযাৰ—

প্ৰদীপ শৰ্মাই আকৌ ক'লে—সঁচা কথা ক'বলৈ হ'লে সাহিত্য-সংস্কৃতিৰ মূলতে হ'ব লাগিব জাতীয় জীৱন, স্বদেশ আৰু স্বজাতিৰ প্ৰতি ভালপোৱা। অম্বিকাগিৰি ৰায়চৌধুৰী আছিল তেনে এজন মানুহ, যিজনে ৰাজনৈতিক আন্দোলনটো তেওঁৰ জীৱনৰ আদৰ্শ আৰু মূলমন্ত্ৰ হিচাবে লৈছিল। সেয়েহে হয়তো চীনৰ আক্ৰমণৰ সময়ত এইজনা দেশপ্ৰাণ কবিয়ে গুৱাহাটীৰ বাটে-পথে উদ্বোধনী গীত গাইছিল—

মই কাল বিজয়ী বিপ্লৱী
মই কাল বিনাশী তাণ্ডৱী
আজি বিপ্লৱ তোলোঁ ক'ত?
মই তাণ্ডৱ তোলোঁ ক'ত?
সৃষ্টিৰ স্নায়ু ধুনা-ধুন কৰি
উঠলি উঠিছে
বিপ্লৱ মোৰ
উঠলি উঠিছে বিপ্লৱ

সুনীতে ক'লে—জ্যোতিপ্ৰসাদে লিখি থৈ গৈছে,—

ৰূপান্তৰৰ মই যুগান্তৰৰ মই
ভাৰতৰ-জগতৰ বিদ্ৰোহী বীৰ্য্য
বিপ্লৱে বিপ্লৱে বিজুলি-বজ্ৰ হানি
সুঘোষিত কৰি যাওঁ অগ্নিতুৰ্য্য !!

নেত্ৰকমলে সৌহাত দাঙি চিঞৰি উঠিল—

কালান্তৰৰ যি ৰূপান্তৰ যি যুগমীয়া সত্য
সিয়েহে গুপ্ত অনিত্য
সেই বেত্ত বিজুলিৰে গঢ়ি যাওঁ
আগ্নেয় অস্ত্ৰ

লগে লগে প্ৰফুল্ল শৰ্মাই ক'বলৈ আৰম্ভ কৰিলে,—বুজিলি নেত্ৰ, এতিয়া তহঁত প্ৰত্যেকেই একো-একোজন জ্যোতিপ্ৰসাদ হ'ব লাগিব। আমি অসমীয়া নহওঁ দুখীয়া বুলি হাত সাবটি বহি থাকিলেই নহ'ব—কিয়নো, চৰকাৰে বলপূৰ্ব্বক নিৰ্ব্বাচন পতাৰ খচৰা প্ৰস্তুত কৰিছেই।

বাহিৰৰ পৰা বিষয়া, কৰ্মচাৰী আনি হ'লেও অসমত নিৰ্ব্বাচন পাতিবলৈ চৰকাৰে দৃঢ় মত পোষণ কৰিছে। তেনে বলপূৰ্বকভাৱে পতা নিৰ্ব্বাচন যাতে সুকলমে সমাধা হয়, তাৰ কাৰণে শিক্ষানুষ্ঠান, হোষ্টেল আদি বন্ধ কৰি তাত নিৰ্ব্বাচনী বিষয়া, কৰ্ম্মী আৰু চি আৰ পি তথা নিৰাপত্তা বাহিনীৰ লোকসকলক ৰখাৰ ব্যৱস্থা কৰাৰ বাতৰি পোৱা গৈছে। তাৰ মাজতে অতুল শৰ্মাই ক'লে—মুখ্য নিৰ্ব্বাচনী বিষয়ালৈ যোৰহাটৰ উপায়ুক্তই বোলে নিৰ্ব্বাচনত হ'ব লগা অনুমানিক খৰছৰ তালিকা এখনো প্ৰেৰণ কৰিছে বুলি জানিব পৰা গৈছে। তাৰ বাহিৰেও যোৰহাটত যি বৈঠক বহিছিল, তাত আন্দোলনকাৰীৰ বাধা স্বত্বেও কিদৰে অসমত নিৰ্ব্বাচন পাতিব পৰা যায় তাৰ কৌশলবোৰ খৰচি মাৰি আলোচনা হৈছিল বুলিও জানিব পৰা গৈছে। লাচিতে টেবুলত চাপৰ এটা মাৰি ক'লে—সিহঁতে কেনেকৈ নিৰ্ব্বাচন পাতে আমিও এবাৰ চাম।

আজি অসমৰ প্ৰতি ঘৰে ঘৰে নিৰ্ব্বাচন বিৰোধী অভিযান চলিছে। সেইবোৰ সিহঁতে দেখা নাই নেকি? সিহঁতে ভাবিছে—ছাত্ৰাবাস বোলহে আন্দোলনকাৰীৰ উৎস,—লাচিতে হাঁহিলে। অতুল মেধিয়ে গহীণ হৈ ক'লে—বন্ধ কৰক দিয়া স্কুল-কলেজ, তথাপিও জানো ছাত্ৰ-ছাত্ৰীক বান্ধি ৰাখিব পাৰিব?

সেই সময়তে প্ৰভাত কলিতা সোমাই সকলোৰে বিব্ৰত মুখবোৰ দেখি ক'লে—অসমত নিৰ্ব্বাচন পাতিবলৈ চৰকাৰে যি ষড়যন্ত্ৰ কৰিছে সেই ষড়যন্ত্ৰ নিৰ্মূল কৰিবৰ কাৰণে আৰু সমস্যাটোৰ তৎকালীন সমাধানৰ দাবী তুলিবলৈ কালিৰ পৰা গাঁও অঞ্চলত চাইকেল সমদল কাৰ্য্যসূচী গ্ৰহণ কৰা হৈছে। এই কাৰ্য্যসূচী ২৮ডিচেম্বৰৰ পৰা ৩০ডিচেম্বৰ পৰ্য্যন্ত চলিব।

—২৮তাৰিখতো কালিলৈকে হ'ল ?

—অঁ লাচিত, কালিৰ পৰা চাইকেল সমদল হ'ব। ৩০ডিচেম্বৰৰ পৰা পুনৰ নতুন কাৰ্য্যসূচী ঘোষণা কৰা হ'ব। এতিয়া আমাৰ প্ৰধান কাম হ'ল—স্বেচ্ছাসেৱক বাহিনীক দায়িত্ব দিব লাগে যাতে নগাৱঁৰ বিভিন্ন অঞ্চললৈ গৈ ৰাইজক বৰ্তমানৰ পৰিস্থিতি আৰু চৰকাৰৰ ষড়যন্ত্ৰৰ কথা জনসাধাৰণক অৱগত কৰোৱা আৰু চাইকেলেৰে যাব নোৱাৰা সকলে পদযাত্ৰা কৰি যাব আৰু আলি-কেঁকুৰিত সভা-সমিতি পাতি গাঁওৰ ৰাইজৰ পৰামৰ্শ লিখিতভাৱে সংগ্ৰহ কৰিব। তাৰোপৰি মহিলাসকলে প্ৰতি ঘৰে-ঘৰে গৈ নিৰ্ব্বাচন যাতে বন্ধ হয় তাৰবাবে ৰাইজক সকলো কথা অৱগত কৰাব। মুঠতে আমি এটা কথাই চিন্তা কৰিব লাগিব যাতে গাৱঁৰ এই প্ৰচাৰ অভিযান সফল হয়। —জয়ন্তই প্ৰভাতলৈ চাই লাহেকৈ ক'লে—সফল নোহোৱাৰ কোনো কাৰণেই থাকিব নোৱাৰে প্ৰভাত। অসমৰ সকলো ৰাইজৰ চেতনা আজি জাগ্ৰত হৈ উঠিছে। —কথাষাৰ কৈ জয়ন্ত থিয় হ'ল আৰু নিজৰ নিজৰ কামত সকলোকে আত্মনিয়োগ কৰিবলৈ পৰামৰ্শ দিলে।

সকলো দিহা-দিহি গ'ল। নিজৰ ঠাইতে কিছুসময় থিয় হৈ থাকি জয়ন্তই ভাবিলে—এতিয়াও বহুত কৰ্মী জেলত আছে—কন্দৰ্প শইকীয়া, শৰৎ মুদৈক এতিয়াও এৰি দিয়া নাই। সি বাহিৰলৈ ওলাই আহিল। বাহিৰৰ পোহৰে তাৰ মনটো ধোৱাই গ'ল। সি ৰাজপথত খোজ দিলে—আগলৈ আৰু আগলৈ।

॥ ৫৩ ॥

সমগ্ৰ অসমত প্ৰচাৰ অভিযান চলিল। মহিলাসকলে প্ৰতি ঘৰে-ঘৰে গৈ অসমৰ পৰিস্থিতি ৰাইজৰ আগত অৱগত কৰালে। ৰাইজৰ বুজিবলৈ বাকী নাথাকিল যে দিল্লী আলোচনাক এটা টোপ হিচাবে আগত ৰাখি বৰ্তমান কেন্দ্ৰীয় চৰকাৰে চাৰিওফালে এটা ৰাজনৈতিক কৌশলৰ বেহু সাজিছে। তিনি বছৰীয়া সুদীৰ্ঘ কালৰ আলোচনা আৰু বিভিন্ন মেলে-মিটিঙে কেন্দ্ৰৰ পৰা ঘোষণা কৰা হৈছিল যে, বিদেশী সমস্যাৰ সমাধান কৰিহে অসমত নিৰ্বাচন পতা হ'ব।

ৰাইজক ইয়াকো অৱগত কৰোৱা হৈছিল যে, ১৯৬১—'৭১চনৰ বিদেশী-খিনিৰ নাগৰিকত্ব আৰু 'অপসাৰণৰ প্ৰশ্নটোৰ বাহিৰে বাকী জটিল প্ৰশ্নসমূহৰ মীমাংসা প্ৰায় হৈ গৈছিল। আন্দোলনকাৰী সকলে ১৯৬১চনৰ আগৰখিনি লোকক সামৰি লোৱাৰ সন্মতি দিছিল আৰু কেন্দ্ৰীয় চৰকাৰে ১৯৭১চনৰ পিছৰখিনিহে বহিষ্কাৰ কৰাৰ কথা ঘোষণা কৰিছিল। সাংবিধানিক আইনতঃ বা নীতিগতভাৱেও বিদেশীসকলক ৰাষ্ট্ৰত স্থায়ীভাৱে ৰখাটো অসম্ভৱ যদিও অসমৰ আন্দোলনকাৰীসকলে যথোচিত ৰাষ্ট্ৰীয়বোধ, গভীৰ মানৱতাবোধৰ পৰিচয় দি ১৯৬১—'৭১চনৰ ভিতৰৰ বিদেশী সকলৰ প্ৰতি গভীৰ দৃষ্টিভঙ্গী গ্ৰহণ কৰিছিল আৰু সম্প্ৰতি বিদেশীসকলক চিনাক্ত কৰি ভোটাৰ তালিকাৰ পৰা নাম কৰ্তন কৰি দেশৰ পৰা বহিষ্কাৰ কৰিব নোৱাৰিলেও পিছত অসমৰ পৰা আন দেশলৈ বহিষ্কাৰ কৰাৰ দাবী কৰিছিল। চৰকাৰে এই গোটেইবোৰৰ ওপৰত এটা গ্ৰহণযোগ্য সমাধান ওলোৱাৰ ধাৰণা দি থাকি আলোচনাৰ গতি দীঘলীয়া কৰি নি তিনি জানুৱাৰীৰ পৰা চলা কেন্দ্ৰীয় আলোচনা সম্পূৰ্ণ নোহওঁতেই অসমীয়া ৰাইজৰ সকলো আশা চুৰমাৰ কৰি অসমত ১৪, ১৭ আৰু ২০ফেব্ৰুৱাৰীত নিৰ্ব্বাচনৰ দিন ঘোষণা কৰিলে। অতি নিৰ্লজ্জভাৱে বিদেশী নাগৰিক সমস্যাৰ আশু সমাধানকল্পে ত্ৰিপাক্ষিক আলোচনাৰ বাবে দিল্লীলৈ যোৱা আন্দোলনৰ নেতৃবৃন্দক প্ৰত্যাৱৰ্তন কৰাৰ পথত বৰঝাৰ বিমান কোঠত ৰাষ্ট্ৰীয় নিৰাপত্তা আইনৰ অধীনত আটক কৰিলে আৰু বাতৰি কাকতৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰি ৰাইজৰ ওচৰৰপৰা আঁতৰাই ৰখাৰ চেষ্টা কৰিলে। এনে নিষ্ঠুৰ প্ৰশাসনক অসমৰ ৰাইজে কেতিয়াও মানি চলিব নোৱাৰে।

দিনক ৰাতি, ৰাতিক দিন কৰি অসমৰ মহিলাসকল সংগঠনৰ কামত লাগি গ'ল। অসমত অবৈধ নিৰ্ব্বাচন কেতিয়াও পাতিব নোৱাৰিব। হয়তো আমাৰ প্ৰাণ যাব তথাপিও অসমীয়া নাৰীযে পিছ হুহঁকি নাহে।

অসমৰ আবাল-বৃদ্ধ-বণিতাই মৃত্যুসংকল্প ললে। নাৰীসকলৰ সংহাৰ মূৰ্ত্তি আকৌ এবাৰ জাগ্ৰত হ'ল। সৰস্বতী, দীপিকা, মণিকুল, মামণিহঁতে ভাগে ভাগে কামত লাগিল। চি আৰ. পি, মিলিটেৰী জোৱানে সিহঁতক অত্যাচাৰ কৰিলে, লাঠীৰে কোবালে তথাপিও সিহঁত পিছ হুহঁকি নগ'ল।

কেন্দ্ৰীয় চৰকাৰে দেখ-দেখকৈ আন্দোলনৰ নেতাসকলক দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰিলে আৰু লগতে ভঙ্গ কৰিলে নিৰ্ব্বাচনৰ বিধিসন্মত প্ৰক্ৰিয়া। ভোটৰ তালিকা সংশোধন নকৰাকৈ নিৰ্ব্বাচন যে পাতিব নোৱাৰি তাকো মহিলাসকলে

ঘৰে-ঘৰে গৈ বুজাই দিলে। ভোটাৰ তালিকা সংশোধন নোহোৱাৰ ফলত প্ৰাপ্তবয়স্ক লাখ লাখ আমাৰ যুৱক-যুৱতী এতিয়া ভোটদানৰ পৰা বঞ্চিত হ'ব। সেই সকলোবোৰ কাৰণেই লক্ষ্য ৰাখি নিৰ্ব্বাচন বন্ধ কৰিব লাগিব— মহিলাসকলে এই মত দৃঢ়ভাৱে সকলোফালে প্ৰচাৰ কৰিলে।

কথাবোৰ চিন্তা কৰি থাকোতেই বীণা বাইদেৱে ইন্দ্ৰক দেখি আগবাঢ়ি আহিল—ইন্দ্ৰ, তই আহিলি ? ক চোন, গুৱাহাটীৰ খবৰ কি ? আমাৰ নেতা সকলক হ'বলা এৰেষ্ট কৰিলে ? —কথা কৈ কৈ বীণা বাইদেৱে ইন্দ্ৰক বহিবলৈ দি নিজেও ওচৰতে বহি ললে।

—হয় বাইদেউ, আন্দোলনকাৰীৰ দলটোক হঠাতে বৰঝাৰ বিমান কোঠত এৰেষ্ট কৰিলে।

—এনে নীচ আৰু বিশ্বাসঘাতক চৰকাৰ যদি হয়, কেনেকৈ কাম কৰিবি ইন্দ্ৰ ?

—এতিয়া সভাপতি, সম্পাদকৰ দায়িত্ব কোনে লৈছে ?

—নুৰুল হুচেইন আৰু আৰু গিৰীন্দ্ৰ বৰুৱাই।

—এৰা, আমিও ভগৱানক খাটিছোঁ, সিহঁতেও যাতে পুতুল, ভৃগুৰ নিচিনাকৈ কাম চলাব পাৰে।

ইন্দ্ৰই বীণা বাইদেউৰ চকুলৈ চালে। প্ৰত্যয়ৰে ভৰা এহাল চকু, মনত দাৰুণ সাহ আৰু কৰ্মনিষ্ঠাৰে ভৰা এগৰাকী মাতৃ। সেই মাতৃক ওচৰতে পাই ইন্দ্ৰৰ সমগ্ৰ অসমৰ সকলো মাতৃকে ওচৰতে পোৱা যেন লাগিল।

বীণাই ইন্দ্ৰলৈ চাই ক'লে—কেন্দ্ৰই ভাবিছে, আমি সহজে মানি লম। কিন্তু নহ'ব ইন্দ্ৰ, আমি কেতিয়াও মানি ল'ব নোৱাৰিম। ৰাজ্যখনত নিষেধাজ্ঞা বলবৎ আছে, য'ত পাঁচজন মানুহো একেলগ হ'ব নোৱাৰে, বাৰ্তাৰ কাকতৰ কণ্ঠ ৰোধ কৰা হৈছে, বিপুলসংখ্যক চি আৰ পি বাহিনী অসমৰ বুকুত মেলি দিয়া হৈছে ইন্দ্ৰ—গণতন্ত্ৰৰ নামত ইয়াতকৈ ডাঙৰ প্ৰহসন আৰু কি হ'ব পাৰে ? ইফালে নগাৱঁতো কন্দৰ্প, অতুল শৰ্মা, জয়ন্ত বৰা, পৰাণ গোহাঁই, প্ৰভাত কলিতা, অজিত সিং, ছিমল দেউৰীহঁতক ইতিপূৰ্বে এৰেষ্ট কৰিছেই। তাৰোপৰি কৰ্মচাৰী পৰিষদৰ নগেন শইকীয়া, পুষ্প বৰা আৰু ৰমা বৰুৱাকো গ্ৰেপ্তাৰ কৰি শিলচৰলৈ চালান দিছে। এয়া জানো গণতন্ত্ৰ হ'ল ?

—বাইদেউ, অসমৰ গণতন্ত্ৰক কেতিয়াবাই কবৰ দিয়া হৈছে।

—বাৰু ইন্দ্ৰ, বিৰোধী পক্ষৰ মত কি ?

—ইতিমধ্যে, বাওঁ আৰু গণতান্ত্রিক মর্চ্চাৰ বাহিৰে বাকী বিৰোধী পক্ষত থকা জনতা, ভাৰতীয় জনতা, লোকদল আদি দলসমূহে নিৰ্ব্বাচন অবৈধ বুলি বৰ্জ্জন কৰিছে।

—বৰ্জ্জন কৰিবই লাগিব। যিসকলে এই নিৰ্ব্বাচন বন্ধ নকৰে বা কৰিবলৈ চেষ্টা নকৰে তেওঁলোকক ঘাটে-পানীয়ে নিষেধ কৰিব লাগিব। দেশদ্ৰোহীক ক্ষমা কৰিব নাপায়। লোকে অন্যায় কৰি থাকিব আৰু আমি সহ্য কৰি থাকিম, —সেইটো হ'ব নোৱাৰে ইন্দ্ৰ। —খং আৰু বিদ্ৰোহত বীণা বাইদেউ ক'পিছিল।

ইন্দ্ৰই ক'লে—এতিয়া মই যাওঁ, আপোনালোক কামত লাগি যাওক।

—এতিয়া ক'লৈ যাবি?

—মই পেহীৰ খবৰটো লৈ যাওঁ বুলি ভাবিছোঁ।

—ৰ, মযো যাওঁ। অকলে যাযাবি।

—ধৰি নিলে আপুনি আছেই নহয়। —ইন্দ্ৰই হাঁহিলে।

ঘিট্-মিটীয়া আন্ধাৰৰ মাজে মাজে সিহঁতে মিনতি পেহীৰ ঘৰৰ ফালে খোজ ললে। সেইখিনি সময়তে আন আন ল'ৰাবিলাকৰ লগতে জ্যোতি, শঙ্কৰ, পৰোজ আহি পেহীৰ ঘৰ সোমালহি। পেহা ঢুকোৱাৰ পিছৰে পৰা পেহীৰ ঘৰখন ছাত্ৰসন্থাৰ গোপনীয় ঘাটি হ'ল। ল'ৰাবিলাক অহা গম পাই পেহী দুৱাৰখন খুলি ওলাই আহিল আৰু পিছফালৰ বাৰান্দা খনতে খৰি এসোপা জাপি জুই জ্বলালে।

—ক'ৰ পৰা আহিলো আ'ক সুধিছা? —জ্যোতিহঁতে ৰং লগা হাত কেইখন দেখুৱাই দি ক'লে—বুজিছা পেহী,—আগতে সমস্যা সমাধান, পিছত নিৰ্ব্বাচন। অসমীয়াৰ গাত এটুঁপি তেজ থাকে মানে নিৰ্ব্বাচন পাতিবলৈ দিয়া নহ'ব।

—অ', তহঁতে তাৰমানে দেৱালত লিখি আহিছ? তাকে নকৰনো কিয়? তহঁতে হাত-ভৰি সেক, মই চাহকে অকণমান বহাই দিওঁ।

—এৰা পেহী, সোনকালে কৰা। চাহ অকণমান খাবলৈ পাম বুলিতো তোমাৰ তালৈ আহিছোঁ।

পেহী ভিতৰলৈ সোমাই গ'ল। জ্যোতিয়ে খৰি এডালৰ ওপৰতে বহি হাত সেকিবলৈ ধৰোতেই জপনাত খটক্‌কৈ শব্দ হোৱা শুনি সিহঁতে পিছফালে দৌৰ মাৰিলে। ইন্দ্ৰই চিঞৰি ক'লে—পেহী, মই ইন্দ্ৰহে। ইন্দ্ৰৰ মাত শুনি

জ্যোতিহ'ত আকৌ বাবীব পৰা উভটি আহি ইন্দ্ৰৰ ওচৰতে বৈ সুধিলে—ইমান বাতি ইন্দ্ৰদা ! আমি আক' ভাবিছিলোঁ পুলিচ পালেহিয়েই বুলি।

ইন্দ্ৰই হাঁহি মাৰি ক'লে—কি কৰিবা, দেশৰ দুৰ্দিনত দিনক ৰাতি, ৰাতিক দিন কৰিবলগা হৈছে। তোমালোকক দেখি মোৰ খুউব ভাল লাগিছে। অসমৰ প্ৰতিজন ব্যক্তিযে এনেকৈ নিষ্ঠাৰে কাম কৰিলে আমাৰ জয় হ'বযেই হ'ব।

ল'বাহঁতে ইন্দ্ৰক বেঢ়ি ধৰি সুধিলে—মহন্তদাক এতিয়া ক'ত ৰাখিছে ?

—বৰ্তমানে তেওঁলোকক গুৱাহাটীৰ জেলতে ৰাখিছে। অলপতে ধুবুৰীলৈ নিব বুলি শুনিছোঁ।

সেইখিনি সময়তে মিনতি পেহীয়ে ৰঙা চাহ কেইকাপ মান আনি ইন্দ্ৰলৈ চাই ক'লে,—বোপাই, তোক ধৰা নাই হ'বলা ?

—নাই পেহী, এবাৰ কোনোমতে ওলাই আহিছোঁ, আৰু সহজে ধৰা নিদিওঁ।

—পিছে, তোমালোকে আন্দোলন কেনে চলাইছা ?

ইন্দ্ৰ আৰু বীণা বাইদেৱে জুইৰ ওচৰত থকা সৰু মূঢ়া দুটাত বহি ললে আৰু ল'ৰাজাকেও জুইকুৰা সমুখত লৈ ঘেৰাও কৰি বহিল। চাহৰ কাপ কেইটা এটা এটাকৈ বিলাই দি পেহীয়ে ক'লে—কি চলাবি। ধৰণী ঘূৰ্ণীযা হ'ল, চাৰিওফালে তেজ আৰু তেজ ! মাত্ৰ কলঢোপ্ কলঢোপ্ জীয়াটো আছে। মানৰ দিনতো বোলে এনে অতপালি হোৱা নাছিল। এনে জঘন্য অত্যাচাৰ কৰি চৰকাৰ এটা টিকি থাকিব পাৰেনে ? আমাৰ অসমীযা মানুহমখা মৰিব এতিয়া। তথাপিও নিৰ্ব্বাচন পাতে, ৰজা হ'বলৈ লাগে, ঘিউ-মৌৰে খাবলৈ লাগে, মটৰ-গাড়ীত উঠি ফুৰিবলৈ লাগে—ইফালে ৰাইজ মৰক। জানো বোপাই, কপা বিধতাই কিনো লেখিছে।

—দুখ নকৰিবা পেহী। এতিয়া লাগে মাথোন বল আৰু সাহস।

—হেৰৌ, আমাৰ বল-সাহ নাই বুলি তোক কোনে ক'লে ? মাৰিহে মৰিম—জানিবি।

ইন্দ্ৰই তললৈ মূৰ কৰিলে। নাৰীৰ অন্তৰাত্মা জাগ্ৰত হৈছে, বেদনাক্লিষ্ট ধৰণী কম্পমান হৈছে। ডেকা-গাভৰু সকলৰ প্ৰাণ দেশপ্ৰেমেৰে উত্ৰাউল হৈ উঠিছে। এনে সময়ত মাত মাতি লাভ নাই বুলি ভাবি ইন্দ্ৰ মনে মনে থাকিল। মিনতি পেহী ভিতৰলৈ উঠি গ'ল। ইন্দ্ৰই ছাত্ৰনেতা সকলৰ লগত

আগন্তুক নিৰ্ব্বাচন সম্পৰ্কে আলোচনা কৰিলে। আলোচনা কৰোঁতে কৰোঁতে বাতি শেষ হ'ল। ইন্দ্ৰই পেহীক মাতি ক'লে—পেহী মই যাওঁ! তোমালোকে কামত লাগি যোৱা।

—যা বোপাই, ভগৱান তহঁতৰ সহায় হওক।

—ব'লক বীণা বাইদেউ, আপোনাক ঘৰত থৈ মই কলিযাবৰলৈ যাব লাগিব। তাত গুনীণদাহঁতে কাম কৰি আছে।

—ব'ল তেনেহ'লে

সিহঁতে যেতিয়া গাৱঁৰ আলিবাটত খোজ দিছিল, ওচৰে তিনিআলিটোত কুকুৰবিলাকে তেতিয়া একগোট হৈ বিনাই আছিল।

## ॥ ৫৪ ॥

ভকতি মিনতি প্ৰণতি নাজানো হৰি এ
মোত পৰে জ্ঞানশূন্য হীনমতি নাই ৰাম ৰাম।
তুমি প্ৰভু কৃপা ৰসব সাগৰ হৰি এ
দিয়া মোক তুৱা পদছায়া তলে ঠাই ৰাম ৰাম॥

গোঁসাই থাপনাৰ আগত বন্তিগছি জ্বলি উঠিছিল। জ্বলি থকা বন্তিগছিলৈ ৰ লাগি চাই থাকি পুতুলৰ মাকে থোকাথুকি মাতেৰে কাকুতি কৰিছিল—প্ৰভু। ল'ৰাহঁতক বল দিয়া, শক্তি দিয়া।

কিমান সময় যে তেওঁ গোঁসাইঘৰত সোমাই আছিল, তেওঁৰ যেন কাণত কোনোবাই কৈছিলহি—মা, তুমি চিন্তা নকৰিবা মা—চিন্তা নকৰিবা।

লক্ষীদেৱীয়ে চকুপানী মচি গোঁসাইঘৰৰ পৰা ওলাই দুৱাৰৰ দাংদাল লগাই চোতালত খোজ দিছিলহে মাত্ৰ। লক্ষীদেৱীয়ে ওপৰলৈ চাই দেখিছিল ইন্দ্ৰনীলক।

মা!

—অ' তুমি আহিছা? আহা আহা। —পুতুলৰ মাক অধীৰ হৈ পৰিছিল আৰু ইন্দ্ৰক বহিবলৈ দি একাগ্ৰচিত্তেৰে খবৰ শুনিবলৈ ওচৰতে বৈ আছিল।

—মা, দেউতা নাই নেকি?

—ওচৰতে ক'ৰবালৈ গৈছে হ'বলা। আজি-কালি ঘৰত নাথাকেই নহয়।

গৈছে তোমালোকৰ আটাইবে খবৰ ভালনে? —কথাষাৰ কৈ লক্ষীদেৱীয়ে তললৈ মূৰ কৰিলে।

লক্ষীদেৱীক শোকে খুন্দা মাৰি ধৰিছিল আৰু কথাকেইটা কওঁতে কষ্ট পাইছিল। ইন্দ্ৰই তেখেতৰ অন্তৰৰ কথা বুজিব পাৰি লাহে লাহে ক'লে—অ' মা, ভালেই। পুতুলহঁতবো ভাল। মই দেখা কৰি আহিছোঁ।

—কিবা শাস্তি দিছে নেকি?

এইবাৰ পুতুলৰ মাকে মূৰ তুলি ইন্দ্ৰলৈ চালে।

—নাই, সহজে তেওঁলোকক শাস্তি দিব নোৱাৰে। তাৰবাবে চিন্তা নকৰিব।

—গুৱাহাটীতে ৰাখিব নে আন ক'ৰবালৈ নিব?

—২১জানুৱাৰীৰ দিনা ধুবুৰীলৈ নিব বুলি গম পাইছোঁ। অ' সৌৱা, দেউতা আহিলেই।

মহন্তচাব ওচৰ চাপি আহিল আৰু ইন্দ্ৰক দেখি হাঁহি মাৰি সুধিলে—অ' তুমি আহিলা? দিলীপ নাহিল নেকি?

—নাই, দিলীপ অহা নাই। পুতুলৰ খবৰ কৰি থাকিব লাগে কাৰণে তাক গুৱাহাটীতে থৈ আহিছোঁ।

—সিহঁতৰ ভালনে? জেলত কেনেকৈ ৰাখিছে?

—ভালেই আছে দেউতা, চিন্তা কৰিবলৈ মানা কৰিছে।

—মইনো আৰু কি চিন্তা কৰিম। দেশৰ কামত লাগিছে যেতিয়া চিন্তাৰ কাৰণ নাই। তোমালোক মাত্ৰ আগুৱাই যোৱা। প্ৰফুল্ল, ভৃগুহঁত জেলত সোমাইছে, তোমালোক বাহি থাকিবানে? আমাৰ দেশৰ প্ৰতিটো ল'ৰাৰ গাত গুণ আছে, বুজিলা ইন্দ্ৰ? তেজ আছে, শক্তি আছে আৰু আছে—স্বাধীনচিতীয়া মন। অসমত সকলো আছে, সকলো আছে।

মহন্তচাবে বিষাদেৰে হাঁহিলে। তেওঁ চোতাল খনতে ইফাল-সিফাল কৰি ক'বলৈ ধৰিলে—এসময়ত বাদছাহী সৈন্যৰ বিৰুদ্ধে যেতিয়া অসমীয়া সৈন্য পঠাবলগা হ'ল, তাৰ সেনাপতি কোন হ'ব—এই লৈ স্বৰ্গদেউ চক্ৰধ্বজ সিংহই উপযুক্ত মানুহ বিচৰাত লাগিল। এইকথা জানিব পাৰি লাচিতে কি কৈছিল জানা? লাচিতে কৈছিল—স্বৰ্গদেৱে ধুলো দিলে অসমে সেনাপতি বাচি উলিয়াব। সেইমতে লাচিত সেনাপতি হৈছিল আৰু ইফালে ঔৰংজেবে দেশত উপযুক্ত বিষয়াৰ অভাৱ বুলি আপত্তি কৰাত ছাদুল্লা খাঁ বৰ উজীৰে কৈছিল

—"কোনো যুগতে উপযুক্ত মানুহৰ অভাৱ নহয়। স্বাৰ্থপৰ মানুহৰ নিন্দা নুশুনি প্ৰবীণ মুৰব্বী সকলে ভাল মানুহ বাচি উলিওৱাটো কৰ্ত্তব্য। বচাৰ পাছত তেওঁলোকক নিজৰ ফলীয়া কৰি ল'ব লাগিব আৰু তেওঁলোকৰ দ্বাৰা যথাকাৰ্য্য সম্পাদন কৰিব লাগিব।" আমি ৰাইজৰ আত্মবিশ্বাসবোধ সংৰক্ষণ কৰিবৰ কাৰণে অতিশয় কঠোৰতাৰে কাম কৰি যাব লাগিব ইন্দ্ৰ। —মহন্তচাৰ থামিছিল আৰু অস্থিৰভাৱে ইফালে-সিফালে অহা-যোৱা কৰিছিল।

লক্ষীদেৱীয়ে জানিছিল—আজি পুতুলৰ দেউতাকৰ কিহৰ এই অস্থিৰতা!

—আপুনি বহকচোন। ল'ৰাটোৰ ওচৰত বহিওতো কথা পাতিব পাৰে।

মহন্তচাৰে লক্ষী দেৱীলৈ মুৰ তুলি চালে—কি বহিবা, বহিয়েইতো আছোঁ। কৰিছোঁ নো কি? তুমি ল'ৰাটোক চাহ-জলপান দিয়া আৰু ভাতৰো ব্যৱস্থা কৰিবা। —কথা কৈ কৈ মহন্তচাৰ আহি চকিখনত বহিলহি আৰু পুনৰ ক'বলৈ আৰম্ভ কৰিলে—বুজিছা ইন্দ্ৰ, মুক্ত আৰু শুদ্ধ নিৰ্বাচন হ'ল—আইন সম্মতভাৱে প্ৰস্তুত কৰা ভোটৰ তালিকা আৰু দমনমূলক ব্যৱস্থা নথকা। কিন্তু অসমত হৈছে কি? নিৰ্ব্বাচনী আয়োগে নিজেই স্বীকাৰ কৰিছে যে, ভোটাৰ তালিকা সমূহ জন প্ৰতিনিধিত্ব আইন অনুসৰি সংশোধন কৰা হোৱা নাই। মুক্ত আৰু শুদ্ধ নিৰ্ব্বাচনৰ বাবে প্ৰয়োজনীয় অধিকাৰ সমূহ আজি অসমৰ ৰাইজৰ নাই। অসমৰ জনগণে মুক্তভাৱে মিলি-জুলি ফুৰা-চকা কৰাৰ পৰা বঞ্চিত। অসমৰ বাতৰি কাকত সমূহৰ ক্ষেত্ৰত 'চেন্সৰছিপ' ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছে। এনে এটা অৱস্থাত চৰকাৰে নিৰ্ব্বাচন পাতিব পাৰিবনে ইন্দ্ৰ?

—নোৱাৰে দেউতা, এই নিৰ্ব্বাচন আমি কেতিয়াও পাতিবলৈ নিদিওঁ। এই নিৰ্ব্বাচন বৰ্জ্জন কৰা হ'ব।

—আহক, চাহ দিছোঁ। আহা ইন্দ্ৰ।

দুয়ো ভিতৰলৈ উঠি গ'ল আৰু চাহৰ টেবুলত বহিলগৈ। মাকে ওচৰতে থিয় হৈ ইন্দ্ৰলৈ চাই সুধিলে—ইয়াৰ পাছৰ কাৰ্য্যসূচী প্ৰস্তুত হ'লনে ইন্দ্ৰ?

—হৈছে মা, ৰ'ব—মই দেখুৱাইছোঁ। —এইবুলি চাহৰ কাপটো টেবুলত থৈ ইন্দ্ৰই পকেটৰ পৰা কাগজ এখন উলিয়াই পুতুলৰ মাকৰ হাতত দিলে। লক্ষীদেৱীয়ে কাগজখন মনোযোগেৰে পঢ়িবলৈ ধৰিলে—৯জানুৱাৰীৰ পৰা ছাত্ৰ-ছাত্ৰী, সাধাৰণ ৰাইজ আৰু মহিলা তথা বয়োবৃদ্ধ সকলে আগন্তুক নিৰ্ব্বাচনত বিসকল প্ৰাৰ্থীয়ে মনোনয়ন-পত্ৰ দিয়াৰ সম্ভাৱনা আছে, সেই সকলৰ ঘৰে-ঘৰে গৈ মনোনয়ন-পত্ৰ দাখিল নকৰিবলৈ অনুৰোধ কৰিব। নিৰ্ব্বাচনী বিষয়াসকলে

যি ঠাইত মনোনয়ন-পত্ৰ দাখিল কৰিবৰ কাৰণে ঘোষণা কৰে উক্ত এলেকাত তেওঁলোকে পিকেটিং কৰিব আৰু কাৰ্য্যালয়ত প্ৰবেশ কৰিব নোৱাৰাকৈ ঘেৰাওৰ ব্যৱস্থা কৰিব। ১০জানুৱাৰীত সমগ্ৰ অসমতে সন্ধিয়া ৬বজাৰ পৰা ৮বজালৈ প্ৰতিবাদ শিখা হাতত লৈ শোভাযাত্ৰা কৰি নিৰ্ব্বাচনী বিৰোধী ধ্বনি দিব। মহাবাহু ব্ৰহ্মপুত্ৰ নদীৰ বুকুত কলগছৰ ভুৰ সাজি অগ্নিশিখা উটুৱাই দিয়াৰ ব্যৱস্থা কৰিব। ১১জানুৱাৰীৰ নিশা ৮বজাৰ পৰা পুৱা ৪বজালৈ নিষ্প্ৰদীপ আৰু সমগ্ৰ অসমত 'পথবন্ধ' কাৰ্য্যসূচী পালন কৰা হ'ব। ১২—১৯জানুৱাৰীলৈ মনোনয়ন-পত্ৰ প্ৰদানত বাধাদান কাৰ্য্যসূচী—যেনে:— ঘেৰাও, পিকেটিং, অসহযোগ আদি চলি থাকিব। স্বেচ্ছাসেৱক আৰু মহিলা-সকলে চাহ-বাগান তথা গাঁও অঞ্চলত ব্যাপকভাৱে নিৰ্ব্বাচন প্ৰতিৰোধৰ প্ৰচাৰ কাৰ্য্য চলাই থাকিব।

কাগজখন পঢ়ি উঠি লক্ষীদেৱীয়ে পুনৰ ইন্দ্ৰৰ হাতলৈ দি ক'লে—এই কাৰ্য্যসূচী বাতৰি কাকতত ছপা হ'বনে নহয়?

—হ'ব। নহ'লে এইদৰেই গোটেই অসমত বিলোৱাৰ ব্যৱস্থা কৰা হৈছে।

মহন্তচাৰে এইবাৰ গৰ্-গৰাই ক'লে—কিয় নহ'ব হে? চৰকাৰে বাতৰি কাকতৰ কণ্ঠৰোধ কৰিলেও অসমৰ মানুহৰ কণ্ঠৰোধ কৰিব নোৱাৰে।

মহন্তচাৰ থিয় হ'ল আৰু ইন্দ্ৰলৈ চাই ক'লে—ব'লা ইন্দ্ৰ, বাহিৰলৈকে যাওঁ।

তেওঁলোক দুয়ো বাহিৰলৈ উঠি যোৱাৰ পাছত পুতুলৰ মাকে কাপ-গিলাচখিনি সামৰি ৰান্ধনিশাললৈ সোমাই গৈ শাক-পাছলিৰ পাচিটোলৈ চাই দেখে—পাচিটোত দেখোন একোৱেই নাই। কাপ-গিলাচখিনি মাটিত থৈ মাটিতে লেপেটা কাঢ়ি বহি উদং পাচিটো সমুখত লৈ ভাবিলে—এৰা, ক'ব পৰানো হ'ব। অসমৰ বাইজে খাবলৈকে পাহৰিছে, চাৰিওফালে আন্দোলনৰ জুই জ্বলিছে, মানুহৰ গাত ৰণ-ধ্বনি উঠিছে।—কথাবোৰ ভাবি ভাবি লক্ষীদেৱী সেইফালেই থৰু হ'ল। কোঠালিটো আন্ধাৰে আৱৰি ধৰিলে। ক'ৰবাত হঠাতে ডবা বজোৱা শব্দ শুনা গ'ল। বাইজৰ অথন্তৰ হৈছে—অথন্তৰ। লক্ষীদেৱীয়ে দৌৰ মাৰি বাহিৰলৈ আহি দেখে—ইন্দ্ৰ আৰু পুত্তুলৰ দেউতাক বাৰান্দাখনত নাই। হয়তো গাৱঁলৈ গৈছে। লক্ষীদেৱীয়ে অবাক দৃষ্টিৰে পদূলিলৈ চাই পঠিয়ালে। তেতিয়া তেওঁলোকৰ পদূলিত কোনো নাছিল।

॥ ৫৫ ॥

ইন্দ্ৰনীলে চাহ-জলপান খোৱাৰ পিছত কলিয়াবৰৰ ৰাইজ, ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ কৰ্ম-কৰ্তাসকলক লগ ধৰিবৰ বাবে ওলাই গ'ল। এটুকুৰা নিৰ্দ্দিষ্ট গোপন ঠাইত নিৰ্ব্বাচন প্ৰতিহত কৰাৰ বিষয়ে আলোচনা কৰা হ'ব।

পুহেমহীয়া চেঁচা বতাহজাকে গাৰ'ৰ সুৰ-সুৰিয়া আলিয়েদি বাওঁতে ইন্দ্ৰনীল আৰু মহন্তচাৰক বাৰুকৈয়ে কঁপাইছিল। ইন্দ্ৰনীলে খোজকাঢ়ি বাওঁতে মনে মনে ভাবিলে—আৰু দুই এদিনৰ পিছতেই মাঘ মাহ সোমাব। অসমৰ বাপতি সাহোন মাঘ বিহুটি অসমলৈ আহিব। সংস্কৃতি হ'ল এক বোৱঁতি নৈ। সময়ৰ লগে লগে ঐক্য আৰু সমন্বয়ৰ মাজেৰে দিয়া আৰু লোৱা—পৰম্পৰাগত ৰীতি-নীতিৰে এই সংস্কৃতিৰ নদীখনি আগবাঢ়ি গৈ আছে। আহোমৰ ছশ বছৰীয়া ৰাজত্বৰ সময় ছোৱাতে শঙ্কৰদেৱে অসমৰ বুকুত সংস্কৃতিৰ ভেঁটি বান্ধিছিল আৰু তাৰ পাছতেই আহিছিল মান-মৰাণৰ উৎপাত। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত অসমীয়া সংস্কৃতিয়ে গা কৰিব পৰা নাছিল।

কথাবোৰ চিন্তা কৰি কৰি ইন্দ্ৰই মাত দিলে—দেউতা, অসমত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত অসমীয়া সংস্কৃতিৰ অৱস্থা কেনে আছিল?

—আজি তুমি বহুত দিনৰ আগৰ কথা মনত পেলালা। সেই সময়ত সংস্কৃতিৰ বোৱঁতি সুঁতি চিৰদিনৰ বাবে বন্ধ হৈ গৈছিল ইন্দ্ৰ। অসমত নাছিল কি! খনিকৰ, বাঢ়ৈ, সোণোৱাল, গুণাকটিয়া, বহগকৰা, আগৰকটিয়া, শিলাকুটি, ছাঁতে শুকোৱা মুঠিতে লুকোৱা কাপোৰ বোৱা শিপিনী আদি সকলো আছিল ইন্দ্ৰ। কিন্তু এই শিল্পবোৰ সেই বিদ্ৰোহৰ সময়ত চিৰদিনৰ কাৰণে লোপ পাইছিল। মন্দিৰ-সত্ৰ পতিত হৈছিল, গাঁও উছন হৈছিল। কিন্তু সেইবুলি জানো অসমীয়া বহি আছিল? নাই—ইন্দ্ৰ নাই। ধ্বংস হ'ব খোজা অসমীয়া সংস্কৃতিক আকৌ অসমৰ জাতি-উপজাতিয়ে মিলি অসমৰ মাৰল ঘৰত পুনৰ সজাই-পৰাই তুলিছিল।

কিন্তু আজি অসমৰ সংস্কৃতি পুনৰ লোপ পাবলৈ আৰম্ভ কৰিছে। সৌ সিদিনালৈ যি বিহুটি অহাৰ কথা, সেয়া জানো বিহু হৈ আহিব ইন্দ্ৰ? বৰ্ত্তমান

অসমত বিহুৰ পৰিৱেশ নাই। মথাদৈৰ সৰ্লনি কেঁচা তেজৰ গোন্ধে মানুহৰ অন্তৰাত্মা কঁপাই তুলিছে। অসমৰ গাৱঁত আজি ঢোকিৰ মাত নাই, ঢোল-পেঁপা-গগণাৰ মাত নাই। মেজি পুৰি পিঠা খাবলৈ আজি ৰাইজৰ ঠাই নোহোৱা হ'ল ইন্দ্ৰ।—সিহঁতে কথা পাতি গৈ গৈ নিৰ্দ্দিষ্ট ঠাই ডোখৰ পালেগৈ। তাত ইন্দ্ৰই কৰ্মৰত অৱস্থাত গুনীণ হাৰ্জাৰিকাক লগ পালে আৰু তাত যোটখাই থকা ৰাইজৰ আগত ইন্দ্ৰই বৰ্তমান সমস্যাৰ কথা ব্যক্ত কৰিলে—

ৰাইজ,—আপোনালোকে নিশ্চয় গম পাইছে যে, অসমৰ আন্দোলনৰ নেতাসকলক আলোচনাৰ বাবে মাতি নি হঠাতে আলোচনাৰ আঁত কাটি নিষ্ঠুৰতাৰে, অন্যায়ভাৱে অসমৰ ওপৰত নিৰ্ব্বাচন জাপি দিছে আৰু আন্দোলনৰ নেতা-সকলক নিৰাপত্তা আইনত বন্দী কৰিছে।

হঠাতে এজন ৰাইজৰ মাজৰ পৰা থিয় হৈ ক'লে—আমি এই অন্যায় সহ্য কৰিব নোৱাৰিম। আমি ঘোৰ প্ৰতিবাদ কৰিম। আমি এই নিৰ্ব্বাচন হ'বলৈ নিদিওঁ।

—হয়, ৰাইজ। আমি এই নিৰ্ব্বাচন বন্ধ কৰিবই লাগিব। পথ অৱৰোধ, সান্ধ্য আইন, প্ৰাৰ্থীসকলক ঘেৰাও কৰি এই নিৰ্ব্বাচন বন্ধ কৰিব লাগিব।

—হয়নে, আগন্তুক নিৰ্ব্বাচনৰ বাবে বোলে বেলট্ পেপাৰ দিল্লীত ছপোৱা হৈছে, আৰু সেই কামৰ বাবে অসমৰ নিৰ্ব্বাচনী বিষয়াজন সদলবলে গৈ নতুন দিল্লীত বাহৰ পাতি আছেগৈ?

ইন্দ্ৰই ধৈৰ্য্য ধৰি অমায়িকভাৱে ক'লে,—আপোনালোকে যি শুনিছে মিছা নহয়। জানিব পোৱামতে আন ঠাইৰ পৰা কৰ্মচাৰী আনি হ'লেও নিৰ্ব্বাচন পাতিবই। ইফালে দিচপুৰৰ সুৰক্ষাৰ কাৰণে ৫০টা বেটেলিয়ন অসমলৈ পঠাব বুলি জানিব পৰা গৈছে। গতিকে ৰাইজ, এই বিষয় লৈ হতাশ হ'লে নহ'ব। সকলো প্ৰকাৰৰ অসহযোগ কৰিব লাগিব। নহ'লে আমাৰ অসম মাতৃৰ চৰণত প্ৰাণ আহুতি দিয়া শ্বহীদসকলৰ আত্মাই শান্তি নাপাব।

হঠাতে সভাৰ মাজৰ পৰা কোনোবাই চিঞৰি দিলে—'পুলিচ'। সকলোৱে যেনি-তেনি পলাবলৈ ধৰিলে। অধ্যাপক গুনীণ হাৰ্জাৰিকা আৰু ইন্দ্ৰনীলে কলঙৰ পাৰৰ কঁহুৱা দবাৰ মাজত লুকাই থাকি একো কথা ক'ব পৰা নাছিল। তেওঁলোকে উৎকণ্ঠাৰে মাত্ৰ বাট চাইছিল—কিবা শব্দ শুনে নেকি! যদি সেই শব্দ গুলিৰ শব্দ হয়?

সেইখিনি সময়ত অধ্যাপক গুনীণ হাজৰিকাৰ অন্তৰত এজাক ধুমুহা বলিছিল। সেই ধুমুহা হিৰ্-হিৰাই অহা বিজুলি-ঢেৰেকণিৰ ধুমুহা নাছিল। সেই ধুমুহা আছিল,—মাত্ৰ গভীৰ উপলব্ধিৰ !!

॥ ৫৬ ॥

১৯৮৩চনৰ ১৮জানুৱাৰীৰ পুৱা ৫বজাৰ পৰা ১৯জানুৱাৰীৰ আবেলি ৪বজালৈ ৰাইজে 'সৰ্বাত্মক অসম বন্ধ' পালন কৰিলে। অসমত ৰাষ্ট্ৰপতি শাসনৰ কালছোৱাত আৰু তাৰো আগেযে ৪বাৰকৈ কম সময়ৰ ভিতৰতে মন্ত্ৰীসভাৰ উত্থান-পতনৰ সুযোগ লৈ দিচপুৰৰ মাজ-মজিয়াতে এটা অসম বিৰোধী চক্ৰ গঢ় লৈ উঠিল। এই বিৰোধী চক্ৰৰ মতে অসমীয়াৰ সৰ্বনাশ হ'লেও এই নিৰ্বাচন পাতিবই লাগিব আৰু এই স্বাৰ্থন্বেষী দলটোৱে অসমৰ প্ৰকৃত অৱস্থা কেন্দ্ৰৰ পৰা লুকুৱাই ৰাখিলে। দিনবোৰ ওচৰ চাপি আহিল। ২৬জানুৱাৰীৰ চৰকাৰী কাৰ্য্যসূচী বৰ্জ্জন কৰা হ'ল আৰু তাৰ ঠাইত 'জনতা সান্ধ্য আইন' দিয়া হ'ল। জনগণে মৰো-জীউকৈ কাৰ্য্যসূচী পালন কৰিলে। কিন্তু দিন ওচৰ চাপি অহাৰ লগে লগে শান্তিৰ সলনি বন্দুক-বাৰুদৰ শব্দহে বেছিকৈ শুনা গ'ল।

আলোক, দিবাকৰ, অবিনাশ, ভবানন্দ থাকুলাৰী, দিপুলাল হোজাই, নিশিকান্ত ফংলুৱে ডবকা পাহাৰৰ বৰজুৰিৰ কাষত এডোখৰ নিৰিবিলি ঠাইত ৰ'লগৈ। নিজম গহীন বনত প্ৰকাণ্ড শিল এচটাৰ আঁৰত আলোকে পিঠিৰ পৰা বোজাটো নমাই থৈ ক'লে—বুজিছ থাকুলাৰী, আমি যদি এতিয়াও অহিংস-অহিংস বুলি হাত সাৱঁটি থাকোঁ তেনেহ'লে নহ'ব। কালি শুনা নাইনে হোজাই, মৈৰাবাৰী অঞ্চলৰ পুখুৰী বোৰৰ পৰা তামোল গছৰে স'জা যাঠি ট্ৰাকে ট্ৰাকে জব্দ কৰি আনিছে ?

—এৰা অ' আলোক, সেইবোৰ কেতিয়া বনাইছিল, কোনে বনাইছিল কেনেকৈ জানিবি ? সেইবোৰকে বনাই আন্দোলনকাৰীক প্ৰতিহত কৰিবৰ কাৰণে বোধহয় সাজু হৈছিল।

—কি কৰিব থাকুলাৰী, আমাৰ অসমীয়া কেইটাৰ যি কেইটা লাইচেঞ্চ থকা বন্দুক আছিল, তাকো বোলে জব্দ কৰি নিলে।

ভবানন্দই হাঁহি মাৰি ক'লে—ভালেই কৰিলে। অসমীয়া মানুহৰ যিহে ভয়! পৰুৱা এটাকো মাৰিবলৈ চিন্তা কৰা অসমীয়া মানুহে কি মানুহ মাৰিব ?

সেই সময়ে দিবাকৰে সিহঁতলৈ চাই ক'লে—

—এতিয়া যে মেল মাৰি আছ, কাম কৰিবি কেতিয়া ? যন্ত্ৰ-পাতিবোৰ লৈ বহি থাকিলেই হ'বনে ?

—জানো ॥ —আলোকে হুমুনিযাহ কাঢ়ি ক'লে।

—যদি নাজানই,—যন্ত্ৰ-পাতিবোৰ লৈ আহিছ কিয ? বাপেৰহঁতে পাব লাগিলে সুখেৰে নেৰিব, বুইছ।

—ব অ' নিশিকান্ত, তই বৰ হুতা-হুতাকৈ কথাবোৰ কৈছ। আমাৰ অসমীয়া ল'ৰাই বাপ জনমতো এইবোৰ কাম কৰি পোৱা নাই , এতিয়া ক'ৰপৰা কৰিব ?

নিশিকান্ত ফংলুৰে হাঁহি মাৰি ক'লে—আমাক নকলি কিয , আমি ল'ৰা লৈ আহিলোহেঁতেন নহয। আমাৰ ল'ৰাই নাগালেণ্ডত 'ট্ৰেইনিং' লৈ আহিছে নহয়। তহঁতো নাগালেণ্ডলৈ ট্ৰেইনিং লবলৈ যাব লাগে।

—বাপ্ ৰে। নাগালেণ্ড ? আই-বোপাযে দিলেহে হৈছে।

—বেয়া নাপাবি, বুইছ আলোক—তহঁতৰ মানুহবোৰ বৰ ঘৰগোণা অ'—। ঘৰখন এৰি আৰু ক'লৈকো যাব নোখোজে।

—এৰা অ' নিশিকান্ত, কি কৰিবি! অসমীযা মানুহৰ কিবা অভাৱ থাকিলেহে ? ঘৰত বহি থাকিযেই যেতিযা পেট ভৰাই খাবলৈ পায তেনেহ'লে আৰু কি লাগিছে ?

—এৰা, সেইকাৰণেইতো তহঁতক বিদেশীযে ঘেৰাও কৰিছে।

—হয়। হয, নিশিকান্ত। কথাটো একেবাৰে সঁচা। এতিয়াৰ পৰা আমি আৰু ঘৰগোণা নহওঁ। কিন্তু এতিযা এটা কথা হ'ল নহয,—মোৰ যে বৰ ভোক লাগিছে।

—ভোক ? —নিশিকান্ত আৰু থাক্ লাৰীয়ে খুউৰ হাঁহিলে।

—তোৰহে লাগিছেনে ?

—তহঁতৰো লাগিছে কিজানি। —আলোকে চকুহাল বহলকৈ মেলি সিহঁতলৈ চালে।

—কিয় নালাগিব ? আজি চাৰিদিন হ'ল—ভাত দেখাই নাই। চিৰা-

মুবিগালো শেষ হ'ল। এই হাবিব মাজত আৰু কিমান সময় অপেক্ষা কৰিবি? কুন্দনহঁত অহাৰ কথা আছিল, কিন্তু সিহঁতৰ দেখোন দেখা-দেখিয়েই নাই।

—সিহঁতৰ বা কি গতি হৈছে। মিলিটেৰীৰ কাৰণে আহিব পাৰিলেহে।

সিহঁত কেইটাই দুৰলৈ চালে। মাঘ মাহৰ কুঁৱলিয়ে দূৰৰ হাবি-বন ঢাকি ধৰিছে। আলোকে ঘড়ীটোলৈ চালে—সন্ধিয়া ৫বাজো বাজো। তাৰ অকণমান ঘড়ীটোৰ কাঁটা কেইডালেও যেন টিক্ টিক্ শব্দ কৰি নিজান-শব্দহীন বনত আস্ফালন কৰি উঠিছে। এই আস্ফালনত এইমাত্ৰ এখন দুৱাৰ খোল খাব আৰু সেই খোলা দুৱাৰেদি সোমাই আহিব হিংসাৰ একুৰা জুই! আলোকে অট্টহাস্য কৰিলে আৰু চিগাৰেটটোত দীঘলকৈ হোপা এটা মাৰি ধোঁৱাবোৰ ওপৰলৈ এৰি দিলে। নিমিষতে ধোঁৱাবোৰে সিহঁতক চাৰিওদিশে ঘেৰি ধৰিলেহি। কিমান দিন ধৈৰ্য্য ধৰিবা? নাই,—আমি একো অন্যায় কৰিবলৈ ওলোৱা নাই। গোমধৰ কোৱঁৰে খাৰঘৰত জুই দিযাটো জানো অন্যায আছিল? '৪২ৰ আন্দোলনত এফালে অহিংসা, আনফালে দলংবিলাক ভাঙি মিলিটেৰীবোৰ নমৰা হেঁতেন অসম বাছিলহেঁতেন নে? ভোগেশ্বৰী ফুকননীয়ে একো নাপাই পতাকাৰেই মিলিটেৰীক কোবোৱা নাছিলনে? অৰ্জুনে নিজৰ ঈষ্ট-কুটুম্বৰ সৈতে যুদ্ধত প্ৰবৃত্ত হোৱা নাছিলনে, —নাই,— এনেদৰে আৰু কুকুৰ-মেকুৰীৰ দৰে মৰিব নোৱাৰি। আমি এই নিৰ্ব্বাচন হ'বলৈ নিদিওঁ। দৰকাৰ হ'লে দলং জ্বলাই দিম, মিলিটেৰী অহাৰ বাটত গছ পেলাম, বোমা দিম। কিন্তু বোমা বনাব কোনে? বন্দুক-বাৰুদ দিব কোনে? দিলেও চলাব কোনে?

আলোকে আঠুৰ মাজত মূৰটো থৈ চিন্তা কৰিলে। সি ভোকে-পিয়াহে জৰ্জৰিত হ'ল। তথাপিও যেন তাক এটা মহাশক্তিযে আগলৈ টানিব লাগিছে।

হঠাতে সিহঁতে এটা শব্দ শুনিলে। কেইজোৰমান বুট জোতাৰ শব্দ যেন সিহঁতৰ ফালে আগবাঢ়ি আহিছে। সিহঁত নপলায়। সিহঁতে জানিছে— আজি সিহঁতৰ মৃত্যু অনিবাৰ্য্য। আলোক, দিবাকৰ, খাকলাৰীহঁতে যিফালৰ পৰা শব্দবোৰ আহিছে সেইফালে চাবলৈ ধৰিলে। শব্দবোৰ ওচৰ চাপি আহিছে—ওচৰলৈ আৰু ওচৰলৈ । এটা সময়ত শব্দবোৰ সিহঁতৰ ওচৰত বৈ গ'লহি। কুন্দনৰ সৈতে এটা দল—। আলোকহঁত থিয় হ'ল।

—তহঁত ঠিকেই আছতো?

কুন্দনৰ গল্‌গলিয়া মাতটোত সিহঁতে লাহেকৈ ক'লে—আছোঁ।

—বোধহয় তহঁতৰ ভোক লাগিছে, —একো খাব নালাগে বুজিলি? নাখাই মানুহ মৰা ক'ত শুনিছ?

কুন্দনে কথা কৈ কৈ পাহাৰৰ শিল এছটাত বহি ক'লে—বুজিছ আলোক, জীৱনৰ পথ বৰ বিপদসংকুল। কিন্তু কান্দিলে জানো বিপদ এৰাই চলিব পাৰিবি? বিপদৰ লগত যুদ্ধ দিব লাগিব—বুজিছ? আজি অসমৰ ৰাইজ উৎপীড়নৰ বলি হৈছে—এই উৎপীড়নে পশু আৰু মানুহৰ মাজত পাৰ্থক্য নাইকিয়া কৰিছে। আজিৰ এই সময়ত গান্ধীজীৰ বাণীয়ে, যিশুৰ বাণীযে কাম নিদিব আলোক।

মানুহতকৈ, দেশৰ অস্তিত্ব ৰক্ষাতকৈ চৰকাৰে নিজৰ দলৰ কথা চিন্তা কৰিছে আৰু ৰজা হোৱাৰ কথা চিন্তা কৰি জঘন্যতম হীনতাৰ আশ্ৰয় লৈছে।

চকুৰ আগত বাই-ভনীৰ ধৰ্ষণ, ভাতৃৰ বুকুৱেদি গুলীবৰ্ষণ, —মাতৃৰ নিৰ্য্যাতন, লাঠীৰ কোব, বুট জোতাৰ গছক উস্‌! সহ্য কৰিব নোৱাৰি আলোক—সহ্য কৰিব নোৱাৰি। বীৰ, বীৰৰ দৰে মৰিব লাগে,—কাপুৰুষ হৈ মৰিব নোৱাৰোঁ আলোক আৰু ? আৰু জীযাই থকা বাই-ভনী-মাতৃহঁতৰ বেদনা কেনেকৈ সহ্য কৰিম? সেইকাৰণে অহিংসাৰ পথৰ পৰা পলাই আহিলোঁ। হিংসাক হিংসাৰে দমন কৰিব লাগিব—মৃত্যু কিম্বা জয়॥ হে মোৰ অসমী তাই—মোক ক্ষমা কৰিবা।

॥ ৫৭ ॥

ইন্দ্ৰ কেইদিনমান নোহোৱাত জীৱনৰ ভাল নালাগিল। যিমানেই দিন ওচৰ চাপি আহিছে সিমানেই সভা-সমিতি, পথ-বন্ধ, নানাৰকমৰ হেঁচা চৰকাৰৰ ওপৰত দিয়া হৈছে। গাৱেঁ-ভূঁয়ে সিহঁতে সভা-সমিতি পাতিছে যাতে কোনোৰকমৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি নহয়। কাৰণ আন্দোলনকাৰীয়ে চৰকাৰৰ ওচৰতহে প্ৰতিবাদ কৰিছে—নিৰীহ ৰাইজৰ ওচৰত নহয়। শাক-পাচলিৰ দোকানখন আগতলৈ জীৱনে এই কথাবোৰকে চিন্তা কৰিলে—সিহঁত কিয় অসমলৈ আহিল? সিহঁত মানে—সেই বিদেশীজাক। ভগৱানলো

এনে নিষ্ঠুৰ হ'ব লাগেনে ? মানুহক সৃষ্টি কৰিছে অথচ থাকিবলৈ আৰু খাবলৈ দিয়া নাই। জীৱনক জীয়াই ৰখাৰ নিৰাপত্তা দিয়া নাই। কোন সেই ভগৱান ? কোন সেই সৃষ্টিকৰ্তা, যাৰ হৃদয় ইমান নিষ্ঠুৰ হ'ব পাৰে ? কালি সি মিটিং কৰিবলৈ গৈ ৰিখিনি মানুহক লগ পালে তাৰ মাজৰ সেই মিঠা বৰণীয়া গাভৰু ছোৱালীজনীক দেখি তাৰ মায়া ওপজিছিল। তাই বাৰু কেনেকুৱা আছিল ? তাইৰ দেহত নাছিল চোলা, এখন জৰাজীৰ্ণ শাড়ীৰে তাই দেহটো ঢাকিছিল। গাঢ় নীলা চকুহালত জিলিকি আছিল—ভয়, ভীত আৰু ত্ৰাস। তাই যেন সিহঁতক দেখি চিঞৰি চিঞৰি ক'বলৈ বিচাৰিছিল— তোমালোকে আমাক নেখেদিবা ককাইদেউ। আমাৰ নিজৰ সতীত্ব ৰক্ষাৰ কাৰণে আমাৰ ওপৰত চলা ব্যভিচাৰী তাণ্ডৱ নৃত্যৰ পৰা হাত সাৰিবৰ কাৰণে আমি গুচি আহিবলৈ বাধ্য হৈছোঁ ককাইদেউ। আমাক তোমালোকে নিৰাপত্তা দিব নোৱাৰানে ? আৰু সি লগ পাইছিল ফৰ্মুদ আলি, হেলিম, ৰছিদ, ছবিৰহঁতক। সিহঁত বোলে মাটি হীন প্ৰজা আছিল। জমিদাৰ আছিল সিহঁতৰ প্ৰভু। সিহঁতে শুনিবলৈ পাইছিল—অসমত শ শ বিঘা জমি আবাদে পৰি আছে। সিহঁতে আশাৰ ৰেঙণি দেখিছিল। নিজৰ জন্মভূমিত এচাহিও মাটি নথকা ফৰ্মুদ আলিহঁতে অসমলৈ ঢাপলি মেলিছিল। সিহঁতৰ ভূ-স্বামীৰ দাসত্ব পৰিহাৰ কৰি আহি আহি পাইছিল অসমৰ চৰ অঞ্চলৰ শ শ বিঘা মাটিৰ বুকু। সেই বুকুতে নল-খাগৰিৰ মাজত জুপুৰি ঘৰ সাজি সিহঁতে জীয়াই থকাৰ সপোন দেখিছিল। তেতিয়া সিহঁতে ভবা নাছিল—কোন হিন্দু, কোন মুছলমান। মাত্ৰ সিহঁতে এটা কথাই জানিছিল, সেইটো হৈছে— জীয়াই থাকিব লাগে। নিজৰ জন্মভূমি এৰি থৈ অহাৰ দুখৰ যি চকুপানী, সেই চকুপানীত আছিল—জীৱনজোৰা সংঘাট। মানুহে যেতিয়া জীয়াই থাকিবলৈ যুদ্ধ কৰিবলগীয়া হয়, সেয়া কিমান বেদনাদায়ক হয়, তাক উপলব্ধিৰ বাহিৰে কোৱা নাযায়। সেই হিন্দু বঙালী ছোৱালীজনী আৰু ইছলামহতঁৰ চকুপানী —একেই আছিল। কিন্তু, কিছুমান স্বাৰ্থান্বেষী দালাল আৰু সিংহাসনলোভী ৰজাসকলৰ ঠগ আৰু প্ৰৱঞ্চনাৰ জালেৰে সিহঁতক মেৰিয়াই পেলাইছিল আৰু সিহঁতৰ মাজত সুমুৱাই দিছিল—সাম্প্ৰদায়িকতাৰ উন্মাদনা।

এইবোৰ চিন্তাৰ কোনো পাৰাপাৰ নাই। কিন্তু এটা কথা ঠিক, সি বুজি পাইছে যে,—নিজৰ দল আৰু গাদী ৰক্ষাৰ কাৰণে এচাম নেতাই সেই নিঃকীন মানুহখিনিক পথভ্ৰষ্ট কৰিছে। দুৰ্ভিক্ষৰ তাড়ণাত জুৰুলা হোৱা মানুহখিনিক

দিক্‌বিদিক্‌ শূন্য কৰিবৰ কাৰণে কিবা ভেল্‌কি বাণ মাৰিছিল, যাৰ ফলত সিহঁতে হিতাহিত জ্ঞান হেৰুৱাই পেলাইছিল আৰু জীযাই থকাৰ আনন্দত ভূগি সিহঁতৰ মাজতে ভায়ে-ভায়ে কটাকটি কৰিছিল।

এই পাপৰ বাবে দায়ী কোন? হিন্দু নে মুছলমান? নে ভাষা, নে কৃষ্টি?—নহয় নহয়, এইবোৰ একো নহয়। ইযাৰ বাবে দাযী—এচাম আপোন স্বাৰ্থত বলিয়া মানুহ।

জীৱনে মুৰটো আচাৰি দিলে।

—জীৱন কি হ'ল? বৰ অস্থিৰ দেখিছোঁ?

—একো নাই হোৱা ককাই, কিবা লাগে নেকি?

—অঁ—লাগেতো।—এইবুলি ককাযে তালৈ মোনাটো আগবঢ়াই দিলে।

শাক-পাছলিবে ভৰ্ত্তি কৰি মোনাটো মানুহজনলৈ আগবঢাই দি সি ভাৱিলে, আজি-কালি বেছিভাগ গ্ৰাহক তাৰ তালৈকে আহে। স্বাৱলম্বী হোৱাৰ আশাত সি দুপইচা বেছিকৈ নলয। কাৰণ সি জানে—স্বাৱলম্বী হ'বলৈ গৈ চাহৰ কাপত এটকা, জোতা পালিছ কৰোঁতে পাঁচ টকা, শাক-পাছলিৰ প্ৰতি কিলোত সিকিটো, টকাটো বেছিকৈ ল'লে স্বাৱলম্বী হোৱাৰ পথ ঠাইতে মৰিব। সোণৰ হাঁহজনী সুবিধা পাওঁতেই খাই থলে একেবাৰে ধ্বংস অনিবাৰ্য্য। তাৰ পিৰ্চে চাকৰিতকৈ ভালহে লাগিছে, স্বাধীন ব্যৱসায়, যি মন যায় তাকে কৰিব পাৰি। দহটা বজাৰ পৰা অফিচত ফাইলৰ মাজত থাকি দেশৰ ফাক্‌-ফুক্‌খন সি কৰিব নোৱাৰে—এটা কামৰ বাবে দহদিন চোঁচৰাই থকাটো সি পচন্দ নকৰে। তাৰ 'ববাবু'ৰে সেয়েহে তাক বেযা পায়। তাক ববাবুৱে কয—দুইটাৰ মাজত 'ফিফ্‌টি-ফিফ্‌টি' কৰি ললেই হ'ল, নহ'লেনো আবেলি মাছ-পুঠি কিহেৰে নিবা? ভালেই হ'ল, তাৰ চাকৰিটো গ'ল। সি আৰু চাকৰি নকৰে।

হঠাতে তাৰ সন্মুখত ইন্দ্ৰ আৰু দিগেন আহি ওলালহি। দিগেনে গল্‌গলীয়া মাতেৰে ক'লে—

—কাৰবাৰ কেনে চলিছে?

—ভালেই।

—তোমালোকে বোলে বৰ দাম বঢ়াইছা?

—কোনে ক'লে?

—কোনে ক'ব আৰু—বাইজে।

—মই দাদা বঢ়োৱা নাই দিগেন , যদি কোনোবাই বঢ়াইছে ক'ব নোৱাৰো।

—ওঁ, তুমি নবঢ়াবা ,—লাহে লাহে আগবাঢ়া। পিছে, তুমি আজি যাব পাৰিবানে ?

—পাৰিম। কেই বজাত ?

—ৰাতি দহ বজাত।

সিহঁত গুচি গ'ল। জীৱনে সৰু ফঁটাকাণিখনেৰে বেঙেনাখিনি মছি মছি এটা এটাকৈ চাং খনত ধুনীয়াকৈ সঁজাই গুণ-গুণাই গালে—

তেজ দিলা প্ৰাণ দিলা
ত্যাগ দিলা ডেকা বন্ধু
পুনু আহিবা আহি যুঁজিবা
যুঁজি জিকিবাই ডেকা বন্ধু !!

সাঁজৰা দোকান সামৰি সি ঘৰৰ ফালে গ'ল। ঘৰত ভনীয়েকে দিয়া চাহ-কাপ খাই ক'লে—ভণ্টি, মই আজি ঘৰত নাথাকো। তই বীণা বাইদেউ-হঁতৰ ঘৰতে শুবলৈ যাবি।

—তই ভাত নাখাব জানো ?

—খাব লাগিব। কেইটামান সোনকালে ৰান্ধিবি , ইন্দ্ৰও অহাৰ কথা আছে।

অকস্মাৎ সময়ৰ পাছতে সিহঁতে দেখিলে,—ইন্দ্ৰ আহিছেই।

—অ' ইন্দ্ৰ আহিলি ? বহ। মই এতিয়াহে দোকানৰ পৰা আহিলোঁ। যি দেখিছোঁ—দোকান আৰু বন্ধ কৰি দিব লাগিব।

—কিয় ?

—দোকানত কোনোমতেই মন নবহে। দেশৰ এনে দুৰ্দিনত মই দোকানত বহি থাকিব নোৱাৰো ইন্দ্ৰ। বাৰু কচোন—তই আজি পালিহি নেকি ?

—অ', আজি নগাঁও পায়েই দিগেনৰ লগতে তোৰ তালৈ গৈছিলো। পিচে যমেশে পাত্তীখন দিয়াৰ কথা আছিল—কিবা খবৰ দিছেনে ?

—নাই দেখোন।

—তয়ে যাচোন—খবৰটো লৈ আহ। নহ'লে অন্য ব্যৱস্থা কৰিব লাগিব।

—সিহঁতৰ ঘৰলৈ যাবলৈ ভাল নালাগে অ'।

—কি হ'ব ? একো নহয়—যাচোন বাৰু।

জীৱন গৈ ৰমেশহঁতৰ ঘৰৰ দুৱাৰমুখ পালেগৈ। Calling bellটো টিপি দি ক্ষন্তেক ৰোৱাৰ পিছতে বনকৰা ছোৱালীজনী ওলাই আহিল।

—ৰমেশ আছেনে ?

—নাই।

—আহিলে ক'বা—মই আহিছিলোঁ বুলি।

ৰমেশক বিদায় দি ছোৱালীজনীয়ে দুৱাৰখন বন্ধ কৰি ভিতৰলৈ সোমাই গ'ল।

—কোন আহিছিল অ' ? —ৰমেশৰ মাকে বনকৰা ছোৱালীজনীক সুধিলে।

—জীৱন ককাইদেউ আহিছিল—ৰমেশদাদাক বিচাৰি।

—থ, থ, ৰমেশ আহিলে একো নকবি। দিন নাই, ৰাতি নাই—কেৱল মিটিং আৰু মিটিং !

কথা কৈ কৈ ৰমেশৰ মাকে উল গুঠি গুঠি কাণ্ডাক খঙেৰে মাতি ক'লে—কাণ্ডা, ঐ কাণ্ডা।

—মাইজী !

—কিয়, তই কাণেৰে কম শুন নেকি ? মাতিলে যে নামাত ? যা, যা,—মাংসখিনি ভালকৈ ৰান্ধিবি। দাইলত ঘিঁউ দিবি। আৰু শুন,—একাপ গাখীৰ ভণ্টিক দিবি বুজিলি ? তাই পঢ়ি আছে।

—মা, দৰজাখন খোলা !

—অ'—তই আহিলি ?

—মই এঠাইলৈ যাব লাগে। মা, জীৱন আহিছিল বোলে ?

—জানো,—মই ক'ব নোৱাৰোঁ।

—কেনেকৈ ক'ব পাৰিবা। মানুহ আহিলে তোমালোক ওলাই যোৱা জানো ? হাকিম, মুন্সিফ আহিলেহে ওলাবা !

—চুপ্! তোৰ মুখখন বাঢ়ি গৈছে। বাপেৰৰ 'ষ্টেটাচ্' বচাইহে চলিব লাগিব। সেইবোৰ মানুহৰ লগত হলি-গলি নকৰিবলে—থাবি ভালকৈ !

—মই জানো মা, দেউতা ডাঙৰ অফিচাৰ। সেই কাৰণেই হ'বলা আমাৰ ঘৰত ফ্ৰিজৰ পৰা আৰম্ভ কৰি কোনো বস্তুৰে অভাৱ নাই। কিন্তু সেয়া নিজৰ দৰ্মহাৰ পইচাৰনে ?

—ইস্, ইও বৰ ধৰ্ম্ম-যুধিষ্ঠিৰ ওলাইছে। ৰ, দেউতাৰ আহক। এতিয়া ভাত খা আৰু শুই থাক। দুপৰ নিশাখন মৰিবলৈ যাব নালাগে।

—মই মৰিবলৈকে ওলাইছোঁ মা। তোমালোকে মাছে-মঙহে খোৱা, আজি ক'তৰ ঘৰৰ আখলত জুই জ্বলা নাই, কেৰাচিন তেলৰ অভাৱত চাকি জ্বলা নাই, ৰাঙিযা, মিল্জাত গুলীচালনাত কতজন নিহত, কতজন আহত হৈছে, সেই খবৰ তোমালোকে ৰাখিছানে? বুজিছা মা, তোমালোকৰ নিচিনা মানুহবোৰ যেতিযা মৰি-হজি নাইকিয়া হ'বা, তেতিযাহে অসমলৈ ভাল দিন আহিব। এতিযা মোক গাডীৰ চাবি দিযা।

—দেউতাৰ নাই, মই চাবি দিব নোৱাৰোঁ।—মাকে গৰজি উঠিল।

—তুমি দিবই লাগিব। যদি নিদিয়া মই খোজ কাঢ়ি হ'লেও যামেই।

—হেৰা, কি গণ্ডগোলখন কৰিছা?—কেঁকৈ ৰমেশৰ বাপেক সোমাই আহিল।

—তাক বোলে গাডীৰ চাবি লাগে।

—চাবি লাগে? সি ক'লৈ যায?

—ক'ৰবাত মিটিং কৰিবলৈ।

—দিয়া, চাবিপাত দি দিযা। তাৰ লগত তুমি আকৌ কি চুপতিখন কৰি আছা?

মাকে বাপেকলৈ চালে আৰু ভিতৰৰ পৰা গাডীৰ চাবিপাত আনি মজিযালৈ দলি মাৰি দিলে।

ৰমেশে হাতেৰে চাবিপাত তুলি লৈ দেউতাকলৈ চালে।

—যা, টেংক ফুল হৈ আছে, তেল ভৰাব নেলাগে।

ৰমেশ যোৱাৰ পিছত দেউতাকে মাকলৈ চাই ক'লে—তোমালোক তিৰোতা জাতিটো ঠাইতে বুৰ্ব্বক হৈ পৰা, বুজিলা? এইখিনি সমযত ছাত্ৰনেতা সকলৰ লগত হলি-গলি কৰিবা, মিঠা হাঁহিৰে কথা পাতিবা, নহ'লে তোমাৰো বিপদ আৰু মোৰো বিপদ। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব লাগিব। পেটৰ ভিতৰত যি আছে আছে। ইমান দিনে নিমখ খাই চৰকাৰটোক শ'লঠেকত পেলাব নোৱাৰোঁ নহয়! কিন্তু এই মখা চেঙেলীযা ল'ৰাক হাতত নাৰাখিলেও নহ'ব। সেই কাৰণে বাগ্ মিলাই চলিবা, বুজিলা?

—সেই বুলিয়েই আপুনি তিৰোতা জাতিটোক ধৰিব লাগেনে?

—অ' সেইটো কথা—বাৰু আহা আহা, এইখিনি টকা থৈ দিযা। কাইলৈ মৈবাৰাৰী অঞ্চলত গোপনে বিলাই দিব লাগিব। তাৰে আধা তোমাৰ।

—ইমানবোৰ টকানো ক'ত পালে ?

—সেইটোৱেইটো কথা। পুৰুষৰ বুদ্ধি, বুজিলা। পুৰুষৰ বুদ্ধি হ'লে টকা গছতো লাগে।

—জানিছো ; শৰ্মা মন্ত্ৰীদেৱে দিছে হ'বলা ?

—সেইয়া, তুমি ঠিক্ ধৰি পেলালা।

ৰমেশৰ মাকে হাঁহিলে। ঘড়ীটোত দহ বজাৰ সংকট দিলে। ৰমেশৰ মাক-দেউতাকহঁতে ভাত-পানী খাই বিছনাত পৰিল।

নিশা আগবাঢ়িল। ৰমেশহঁতে গাড়ী লৈ জাজিৰ গাঁও পালেগৈ। গাৱঁৰ মাজত থকা প্ৰাইমাৰী স্কুলখনৰ ভিতৰত সভা আৰম্ভ হ'ল। মৌলবী হাইদৰ আলীয়ে টেবুলত লেম্প এটা আনি থলেহি। গাৱঁৰ বচা বচা যুৱক আৰু নিষ্ঠাবান কৰ্ম্মী আহি স্কুল ঘৰৰ ভিতৰ ঠাহ খালেহি।

দিগেনে ক'বলৈ আৰম্ভ কৰিলে—

ৰাইজ। আমি যি একতা আৰু ত্যাগৰ নিৰ্দশনেৰে আগবাঢ়িছো, সেই আদৰ্শ যাতে কোনেও মষিমূৰ কৰিব নোৱাৰে তাৰ বাবে সাৱধান হ'ব লাগিব। আপোনালোকে জানে যে, বিদেশী নাগৰিকৰ সমস্যাটো এটা ৰাষ্ট্ৰীয় সমস্যা, কিন্তু এই সমস্যাৰ সমাধানৰ বাবে অসমীয়া ৰাইজে অকথ্য যন্ত্ৰণা ভোগ কৰিবলগা হৈছে। আমাৰ আদৰ্শ—গান্ধীজীৰ আদৰ্শ। অহিংসাৰ বাটেৰে আমি আগুৱাই যাব লাগিব। প্ৰশাসনে ইমান দিনে নিষ্পেষণৰ ৰাজত্ব চলাই আহিছে। তাৰোপৰি, আজি আমাৰ ওপৰত সন্ত্ৰাসৰ ৰাজত্ব সৃষ্টি কৰি যি অবৈধ নিৰ্ব্বাচন জাপি দিবলৈ চেষ্টা কৰিছে, সেই নিৰ্ব্বাচন আমি কেতিয়াও হ'বলৈ নিদিওঁ। এই নিৰ্ব্বাচন বন্ধ কৰিবলৈ যাওঁতে যাতে কোনো সাম্প্ৰদায়িক সংঘৰ্ষ নহয় তাৰ বাবে সাৱধান হ'ব লাগিব। আপোনালোকৰ ওচৰত আমাৰ এয়ে অনুৰোধ।

লগে লগে গাঁওবুঢ়া চৈয়দ আলীয়ে ঠিয় হৈ ক'লে—আমি ইয়াত হিন্দু-মুছলমান সকলো একেলগে বাস কৰিছো। আমি বুঢ়া হলোঁহি—আমাৰ মাজত হিন্দু-মুছলমান বুলি বাচ-বিচাৰ নাই। আমি এক অসমীয়া জাতি। একে ৰাম-ৰহিমৰ সৃষ্টিৰ আমি মানুহ। গতিকে ৰাইজ! আমাৰ ইয়াত ভেদা-ভেদ সৃষ্টি কৰিবলৈ কোনো ৰাজনীতিবিদক সোমাবলৈ দিয়া নহ'ব।—সৌহাতখন ডাঙি চৈয়দ আলীয়ে চিএঁৰি ক'লে—এতিয়াও কওক ৰাইজ, সকলোৰে মত একেনে ?

এইবাৰ নৰুল, হেমন্ত, কাচেম, ৰামেশ্বৰ, চৌকত সকলোৱে একেমুখে চিঞৰিলে—আমাৰ সকলোৰে একমত। ৰাইজ একমুঠ হৈ থাকিলে শত্ৰু আমাৰ মাজত সোমাব নোৱাৰে।

ইন্দ্ৰই ক'লে—এতিয়া সকলোৱে একমুখে কওক—জয় আই অসম। জয় আমাৰ হ'বই লাগিব, হ'বই লাগিব।

॥ ৫৮ ॥

ইন্দ্ৰনীলহঁতে মিটিং কৰি আহি গম পালে যে ২৫জানুৱাৰী তাৰিখৰ পৰা আহত হৈ পৰি থকা নৰ্নৈ পানীগাৱঁৰ ৬০বছৰীয়া বৃদ্ধা আইতী তামুলীৰ মৃত্যু ঘটিছে।

পুৱতি নিশা সিহঁত পুনৰ নৰ্নৈ লৈ গ'ল আৰু শ্বহীদ গৰাকীৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰিলে। নৰ্নৈৰ পৰা আহি ইন্দ্ৰনীল বাহিৰে বাহিৰে গুৱাহাটীলৈ বুলি ৰাওনা হ'ল। মিৰ্জা, বেলশৰ আদি ঠাইত পুলিচৰ গুলীচালনা হৈছে। সি অতি সোনকালে পুতুলক ল'গ পাব লাগে।

আজি ৪ফেব্ৰুৱাৰী।

ইন্দ্ৰ গৈ গুৱাহাটী পাই জানিব পাৰিলে যে ১২জানুৱাৰী তাৰিখেই পুতুলক গুৱাহাটীৰ পৰা ধুবুৰীলৈ স্থানান্তৰিত কৰিলে। ধুবুৰীৰত কোনো Security Prisoner ৰখাৰ ব্যৱস্থা নথকাত কেইদিনমান হস্পিটেলৰ বিছনাত আন ৰোগীৰ লগতে ৰাখিলে। তাৰপিছত ১৭জানুৱাৰী তাৰিখে গোটা বাহিৰে বেৰ দিয়া এটা অ-স্বাস্থ্যকৰ ঘৰলৈ তেওঁক হস্পিটেলৰ পৰা লৈ যোৱা হ'ল। তাত তেওঁৰ বুকুৰ বিষ আৰু ৰক্তচাপ বৃদ্ধি পায়। —ইন্দ্ৰই দিলীপৰ মুখে সকলো কথা জানিব পাৰি পুতুলক লগ ধৰিবলৈ ইচ্ছা কৰিলে।

—নাই, নাই ইন্দ্ৰদা। তুমি নাযাবা। তুমি গ'লে তোমাকো গ্ৰেপ্তাৰ কৰিব। ময়ে গৈ তোমালোকৰ সকলো খবৰ কমগৈ। দাদাই তোমালোকক গ্ৰেপ্তাৰ বৰণ কৰাটো বিচৰা নাই। দাদাই কৈছে, তোমালোকে যাতে গাৱেঁ গাৱেঁ গৈ কোনো সাম্প্ৰদায়িক সংঘৰ্ষ নঘটে তালৈ চকু ৰাখা।

—অ' দিলীপ, তই পুতুলক কবি—আমি সাম্প্ৰদায়িক সংঘৰ্ষ নঘটাবলৈকে

চেষ্টা কৰিছোঁ কিন্তু তলে তলে ৰাজনৈতিক দালাল এচামে আমাৰ অ-শিক্ষিত গৰীব মানুহখিনিক ভুলপথে পৰিচালিত কৰি উচটাব লাগিছে। ২৮জানুৱাৰীৰ দিনা কেন্দ্ৰীয় মন্ত্ৰী গণিখান চৌধুৰীয়ে বৰপেটা, বিজনী আদি পমুৱা আৰু বাঙালীপ্ৰধান অঞ্চলবোৰতহে নিৰ্ব্বাচনী সভা পাতিছিল আৰু জনতাক সাম্প্ৰদায়িকতাৰ উচৰ্টনি দি কৈছিল—সিহঁতে তোমালোকৰ এজনক হত্যা কৰিলে তোমালোকে সিহঁতৰ চাৰিজনক হত্যা কৰিবা।

—এৰা ইন্দ্ৰদা, কেনেবাকৈ যদি সাম্প্ৰদায়িক সংঘৰ্ষ ঘটে—অসম শেষ হ'ব।

—আমি সেই কাৰণেইটো প্ৰাণ পণে চেষ্টা কৰিছোঁ যাতে কোনেও সিংহাসন লোভী ৰাজনৈতিক নেতাৰ উচৰ্তনিত ভোল নাযায়। চিন্তা নকৰিবি দিলীপ, সত্যৰ সদায় জয়।

—ইন্দ্ৰদা, বঙ্গাইগাৱঁত পুলিচ, চি আৰ পি বাহিনীৰ অত্যাচাৰে সকলো সীমা চেৰাই গৈছে। তাৰোপৰি, টংলাত আমাৰ স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱিকা বিলাকক কাৰাগাৰত আবদ্ধ কৰি ৰাখিছে।

—এৰা, কি কৰিবি ? গাঁও বিলাকত চি আৰ পি বাহিনীয়ে ল'ৰাবিলাকক বিচাৰি ফুৰিছে, নাপালে বুঢ়া-মেথা সকলকে ধৰি আমি মাৰ-ধৰ কৰি হাজোতত ৰাখিছে। কাৰোবাক আকৌ অনাহাৰে-অনিদ্ৰাই হাড়কঁপোৱা জাৰত কাপোৰ-কানি নোহোৱাকৈ ঘণ্টাৰ পিচত ঘণ্টা ৰাখি এৰি দিছে। চৰকাৰে মাত্ৰ কোনো-মতে নিৰ্ব্বাচন পাতি জয়যুক্ত হোৱাৰ সপোন দেখিছে।

—গাৱঁৰ কথা বাদেই ইন্দ্ৰদা, গুৱাহাটী হেন চহৰতো বয়োজ্যেষ্ঠ লোক এঠাইৰ পৰা আনঠাইলৈ যাবৰ কাৰণে বিপদজনক হৈ পৰিছে। চিটি বাছত উঠা ল'ৰাক লাঠিৰে কোবাই বগৰাই পেলাইছে। আটাইতকৈ ডাঙৰ কথা কি জানা ইন্দ্ৰদা—চৰকাৰী প্ৰচাৰ মাধ্যম সমূহে অসমৰ পৰিস্থিতি স্বাভাৱিক বুলি ঘোষণা কৰিছে আৰু প্ৰচাৰ কৰিছে যে, এই নিৰ্ব্বাচন বোলে মুক্ত আৰু নিৰপেক্ষ। এই ভুৱা বাতৰিৰ প্ৰচাৰ কাৰ্য্যই ৰাইজক হতাশ কৰিছে।

—সেই কাৰণেই হ'বলা অসমৰ ৰাইজে বি-বি-চি, ভয়েচ অব আমেৰিকা বা ৰেডিঅ' অষ্ট্ৰেলিয়াৰ আশ্ৰয় ল'ব লগা হৈছে।

এতিয়া আকৌ ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধী ৮ফেব্ৰুৱাৰী তাৰিখে অসমলৈ আহিব বুলি বাতৰিত প্ৰকাশ হৈছে।

—এৰা তেওঁলোকে বোলে কাছাৰ, নগাঁও, বৰপেটা, ধুবুৰী প্ৰমুখ্যে

কেইবাখনো ঠাইত নিৰ্ব্বাচনী সভাত ভাষণ দিব। ব্ৰহ্মপুত্ৰ উপত্যকাৰ নিৰ্ব্বাচনী সভাবোৰৰ স্থান আৰু তাৰিখ এতিয়াও গোপন ৰখা হৈছে। জনামতে ৭ফেব্ৰুৱাৰীৰ দিনা জি টি চি খেল পথাৰত ৰাজহুৱা সভাত কংগ্ৰেছ ( এছ ) সভাপতি শাৰদ পাৱাৰ, চি পি এম নেতা শ্ৰীই এম- এছ নাম্বুদিৰিপদ আৰু চি পি আই নেতা শ্ৰীইন্দ্ৰজিৎ গুপ্তই ভাষণ দিব।

—চিন্তা নকৰিবি দিলীপ, সকলো ঠিক হৈ যাব। বাৰু, মই এতিয়া কি কৰো ?

—ইন্দ্ৰদা, আজি তুমি মোৰ লগতে থাকা, মই ধুবুৰীলৈ গৈ তুমি অহাৰ খবৰটো দিওঁগৈ।

—বাৰু হ'বদে, মই বাকীখিনি কাম কৰি কালিলৈ ৰাতিহে আহিম। তই পুতুলক কবি ঘৰত সকলোৰে ভাল আৰু সংগঠনৰ কাম পুৰাদমে চলি আছে।

দিলীপ এঘণ্টা মানৰ ভিতৰতে ধুবুৰীলৈ ৰাওনা হ'ল।

* * *

ধুবুৰী কাৰাগাৰত আজি সদৌ অসম ছাত্ৰসন্থাৰ সভাপতি প্ৰফুল্ল কুমাৰ মহন্ত বন্দী।

সৰু কোঠালিটোৰ ভিতৰত পুতুল ধ্যানমগ্ন হৈ বহি আছিল। বেৰৰ ফাঁকেদি তেতিয়া চেঁচা বতাহ এজাক সোমাই আহিছিল। তেওঁ ভাবিছিল পণ্ডিত বুঢ়াৰ কথা, এসময়ত এইজনা পণ্ডিতেই কৈছিল—সকলো মানুহেই প্ৰকৃততে ভাল, কিন্তু সমাজৰ দুৰ্নীতিপূৰ্ণ অনুষ্ঠান আৰু আইন-কানুন-বোৰে, মানুহক বেয়া কৰি পেলাইছে। মানুহে যেতিয়া নিজৰ দেশ, নিজৰ মাতৃ, নিজৰ ভগ্নীৰ স্নেহ-মমতাৰ কথা পাহৰি পেলায়, তেতিয়াই মানুহ হৈ পৰে পশু।

হঠাতে তেওঁৰ কোঠালিটোৰ দুৱাৰখন খোল খালে আৰু এখন অসমীয়া বাতৰি কাকত তেওঁৰ হাতত পৰিলহি। ফেব্ৰুৱাৰী মাহৰ তিনি তাৰিখৰ কাগজখন হাতত লৈ পুতুলে খবৰকৈ পঢ়িবলৈ ধৰিলে—মঙ্গলদৈৰ ওচৰত জোনাৰাম চুক আৰু ৰবদলৈগুৰিত কালি আবেলি চি আৰ পিয়ে কেইবাজাই গুলি চলোৱাৰ ফলত কেইবাজনো লোকৰ মৃত্যু আৰু বহুতো লোক আহত হৈছে। গুৱাহাটীৰ ১৮৭জন উকীলক অহা ১০ফেব্ৰুৱাৰীলৈ

কাৰাদণ্ড দিয়া হৈছে। কাৰাবৰণ কৰা সকলৰ ভিতৰত দীনেশ গোস্বামী, ৰমেশচন্দ্র চৌধুৰী, গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য, পাচুগোপাল বৰুৱা, শ্ৰীমতী কুন্তলা ডেকাও আছে।

—চাৰিওফালে গ্ৰেপ্তাৰ, গুলীচালনাৰ জোৱাৰ উঠিছে। ইহঁতে অসমখন শেষ কৰিবলৈ ওলাইছে। নাই, অসম কেতিয়াও শেষ নহয়, অসমীয়া জাতি কেতিয়াও নমৰে। এইখন দেশ লাচিতৰ দেশ—"বঙালে মোক ধৰি নিয়ক, ৰাইজ সুখে-শান্তিৰে ঘৰলৈ উভতি যাওক।"—এইবুলি হিলৈজাৰি কৰি নৰিয়া গাৰেই ৰৰফুকনে এইখন দেশতে ৰাম সিংহক ভেঁটা দিবলৈ সাতখন নাও মেলি দিছিল। আহ্মৰ বালিৰ সুৰঙ্গাইদি গুৱাহাটী সোমাব পাৰিম বুলি মোগল সেনাপতি ৰচিদ খাঁই নাৱত বহি অসমীয়াৰ ফালে পিঠি দি হেচুকা খাই থাকোঁতেই শত্ৰুৰ গুলিযে ৰাচিদ খাঁক বগৰাই পেলাইছিল।

আজি অসমৰ বাহিৰৰ পৰা শ শ পুলিচ, মিলিটেৰীয়ে সহজ-সৰল অসমীয়া নিৰীহ মানুহখিনিক কুকুৰ-মেকুৰীৰ নিচিনাকৈ গুলিযাইছে। সেয়া নহ'ব, সেয়া হ'বলৈ দিব নোৱাৰি।—পুতুলে কাগজখন হাতত লৈ চিঞৰি উঠিল—নহ'ব—নহ'ব —নহ'ব।

পুতুলৰ চিঞৰ শুনি কোঠালিৰ দুৱাৰ খুলি হাজিৰ হ'ল, তিনিজন দলৰ কৰ্ম্ম-কৰ্ত্তা।

সিহঁতক দেখি পুতুলে দুগুণে চিঞৰি ক'লে—আঁতৰি যাওক—আঁতৰি যাওক, মোৰ সন্মুখত থাকিবলৈ আপোনালোকৰ কোনো অধিকাৰ নাই।

তেতিয়া আবেলিৰ বেলিযে পশ্চিমৰ ফালে ঢাপলি মেলিছিল—চাৰিও-ফালৰ পৰা অহা বতাহৰ হো-হোৱানি শব্দ এটাই পুতুলৰ কাণ তাল মাৰি ধৰিছিল। বেৰৰ ফাঁকেদি অহা মাঘ মাহৰ বতাহজাকে পুতুলৈ কাঢ়িয়াই আনিছিল—কেঁচা তেজৰ গোন্ধ। সেই গোন্ধে পুতুলক অস্থিৰ কৰি তুলিছিল। গোটা বাঁহৰ বেৰখনত হাতেৰে মাৰি মাৰি চিঞৰি চিঞৰি তেওঁ কৈছিল,—সিহঁতক গুলি নকৰিবা, গুলি নকৰিবা। গুলিৰে তোমালোকে আমাৰ কণ্ঠৰোধ কৰিব নোৱাৰা।

পুতুল মাটিত ঢলি পৰিছিল আৰু লগে লগে জ্ঞান হেৰুৱাইছিল।

॥ ৫৯ ॥

নগাঁও জিলাত হাঁহাকাৰ লাগিছে। ছাত্ৰসন্হা আৰু গণ-সংগ্ৰাম পৰিষদৰ সকলো কৰ্ম-কৰ্ত্তাই ৰাইজৰ সহযোগত চাৰিওফালে শান্তিৰ গড় মাৰিবলৈ অহৰহ চেষ্টা চলাইছে। ৰাইজে মাৰ বান্ধি থিয় দিছে। ছাত্ৰনেতা সকল দলে দলে গৈ গাৱঁত সোমাইছে আৰু গাৱঁৰ ৰাইজক বুজনি দিছে। হোজাই, ডবকা, লামডিং, লঙ্কা, নগাঁও, মৰিগাঁও, জাৰ্জৰি, ৰূপহী, ঢিং সকলো ঠাইতে স্বেচ্ছা-সেৱক বাহিনী সণ্টম হৈ পৰিছে। ৰাইজে বিভিন্ন ঠাইত সভা-সমিতি পাতি শান্তি-সম্প্ৰীতি অটুট ৰাখিবলৈ জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্বিশেষে গোহাৰি জনাইছে।

৫ফেব্ৰুৱাৰী তাৰিখে ইট্‌মাদুল হক লাহৰিঘাট পালেগৈ। লাহৰীঘাটৰ সেউজীয়া পথাৰৰ সেন্দুৰী আমৰ তলত বহি, তাত সমবেত হোৱা ৰাইজক উদ্দেশ্য কৰি ক'লে—ৰাইজ, আপোনালোক অসম মাতৃক বিশ্বাসঘাতকতা নকৰিব। মুছলমান সকলে ভোট নিদিলে বহিস্কাৰ কৰা হ'ব বুলি ৰাজনৈতিক দালাল সকলে যি ভাবুকি দিছে তাৰ কোনো অৰ্থ নাই। বিদেশী বিদেশীযেই, সি হিন্দুবেই হওক বা মুছলমানেই হওক, এই আন্দোলন কোনো ধৰ্মীয় বা ভাষিক সকলৰ বিৰুদ্ধে নহয়। গতিকে ৰাইজ, আপোনালোকে আনৰ প্ৰবোচনাত পৰি দিক্‌ভ্ৰষ্ট নহ'ব। আপোনালোকে পাহৰি নাযাব ৰাইজ, এই অসমতে এসময়ত হিন্দু-মুছলমান লগ লাগি ১৭বাৰ মোগলক ভেঁটা দিছিল। লাচিত বৰফুকনৰ পালি সেনাপতি বাঘ হাজৰিকাৰ অৱদান আজিও বুৰঞ্জীত জিলিকি আছে। মণিৰাম দেৱানৰ লগত বাহাদুৰ শেখ গাঁওবুঢাই যি কৰি গ'ল, সেয়া কোনে পাহৰিছে ?

সেই সভাত উপস্থিত থকা ভাৰপ্ৰাপ্ত সভাপতি নুৰুল হুছেইনে ক'লে —আপোনালোকে গম পাইছে যে এই অস্তিত্ব ৰক্ষাৰ আন্দোলনত জঁপিযাই পৰা কিশোৰৰ পৰা বৃদ্ধা আইতালৈকে শাসকগোষ্ঠীৰ জঘন্য, অমানৱীয অত্যাচাৰৰ বলি হ'ব লগা হৈছে। এসময়ৰ হিট্‌লাৰ, আইক্‌মেনৰ দৰে নৰ-হত্যাকাৰীৰ হত্যালীলা অসমৰ ওপৰতো চলিব লাগিছে। —নুৰুলে আকৌ ক'লে—ৰাইজ, মনত ৰাখিব, আৰু দুদিন পিচতে আপোনাক, মোক আৰু সকলোকে গেছ চেম্বাৰত সুমুৱাই মৃত্যু ঘটাব। তেতিয়া হিন্দু

কোন, মুছলমান কোন বিচাৰ কৰিবলৈ সিহঁতৰ সময় নাথাকিব। গতিকে, আপোনালোক সাৱধান হ'ব লাগিব যাতে তেনে কোনো কু-চক্ৰান্তকাৰী গাৱঁত সোমাব নোৱাৰে।

সেইখিনি সময়তে চন্দন সিং আহি সভাত উপস্থিত হ'লহি। ইট্‌মাদুলে তালৈ চাই আচৰিত হৈ ক'লে—চন্দন! তই দেখোন পবনপুত্ৰ হনুমানৰ দৰে গোটেইখন ভ্ৰমি ফুৰিছ। য'তেই মিটিং হৈছে তাতে তই উপস্থিত হৈছগৈ। পিছে, তই মানুহটো আছ ক'ত ?

চন্দনে ইট্‌মাদুললৈ চাই হাঁহিলে। তাৰ বিষাদেৰে ভৰা চকুহালত জিলিকি উঠিল—"মোৰ তেজৰ শিখাত বাৰুদ ভৰা স্বপ্নৰ যন্ত্ৰণা।"

সি থিয় হৈ হাত দাঙি ক'লে—আহক ৰাইজ, আমি মাৰ বান্ধি থিয় দিওঁ। আজি আমি দেখুৱাই দিওঁ সম্প্ৰীতি, সংহতি আৰু জাতিৰ একতাৰে বন্ধা এয়া অসমদেশ—এয়া একতাৰ দেশ,—হিন্দু, মুছলমান, শিখ, লালুং, কছাৰী, আহোম, চুতীয়া, বড়ো, অ'কা, ডফলা, মিৰি, আবৰ, মিচিমিৰ দেশ।

চন্দনে আকৌ ক'লে,—আপোনালোকে বোধহয় গম পাইছে ২ফেব্ৰুৱাৰী তাৰিখে মঙ্গলদৈৰ ওচৰত নিৰীহ জনতাৰ ওপৰত গুলীচালনা কৰিছে। সমগ্ৰ মহকুমাটোত অতি গুৰুতৰ পৰিস্থিতি বিৰাজ কৰিছে, তাত সান্ধ্য আইন জাৰি কৰিছে। সেই সান্ধ্য আইন ভঙ্গ কৰিবলৈ সহস্ৰ জনতা আলিবাটলৈ ওলাই আহিছে। মুঠতে এচাম দুষ্কৃতিকাৰীয়ে আমাৰ নিৰীহ জনতাক পথভ্ৰষ্ট কৰিছে। তাৰ ফলত দেশত অশান্তি বাঢ়িছে, অগ্নি সংযোগ আৰু হিংসাত্মক কাৰ্য্য আৰম্ভ হৈছে। এতিয়া, আপোনালোক সতৰ্ক হওক আৰু চাব, যাতে এই শান্তিপূৰ্ণ গাঁওবিলাকত কোনো 'বদন' সোমাব নোৱাৰে, তাৰ বাবে আপোনালোকে গাৱঁত পহৰাৰ ব্যৱস্থা কৰক।

—হয়! হয়। গাঁৱত গাঁওৰক্ষীবাহিনী সংগঠন কৰি ৰাখিব লাগিব। আমি সকলোৱে শান্তি বিচাৰো, বোপাইহঁত। শান্তি বিচাৰো।

সভা ভঙ্গ হ'ল। সকলো মানুহ যোৱাৰ পিচত হবিব, মনচুৰ, ইয়াচিন আৰু কণ চিপাহীয়ে গৈ আন্ধাৰতে এজোপা বাঁহৰ তলত বহিলগৈ। কণ চিপাহীয়ে বিড়িটোত হোপা এটা মাৰি ক'লে—হেৰৌ! এইবোৰ চলাহি কথাত ভোল নাযাবি, বুজিলি। ওঁঠ চেপিলে গাখীৰ ওলায়, এইমখাই আকৌ ৰাজনীতি শিকাবলৈ আহে ? বোলো কাক শিকায়—আমোলাতন্ত্ৰ আমাৰ হাতত হে। হেৰ ইয়াচিন, মনে মনে আছ দেখোন। তোকো সেই বেকাৰ

এথাই ভেলেকিবাজী মাৰি গ'ল নেকি ? মন ঠিক কৰ, বুজিলি ! যদি মই কোৱা মতে কাম কৰহঁত, গাৱঁৰ দুই-চাৰিটা ল'ৰাৰ মন ঘুৰাব পাৰহঁত, তেনে-হ'লে কথাই নাই। টকা, চাকৰি, ব্যৱসায কৰিবলৈ "লোন" আৰু ক'ত সুবিধা পাবি।

—পিছে কণ ককাই, টকা কিমান দিবা ?

—তহঁতক কিমান লাগে ?

—কিমান লাগে তুমি নজনাই হ'লা ? ঘৰত জুই দিম, পুলিচৰ গালৈ শিলগুটি দলিযাম, ধৰা পৰিলেটো কথাই নাই, মোৰ ল'ৰা-ছোৱালীয়েটো খাব লাগিব।

—আৰে ইযাচিন্ ! কিহৰ চিন্তা ? সকলো ঠিক হৈ যাব। বৰ্ত্তমান শাসন আমাৰ হাতত, ডাঙৰ ডাঙৰ পুঁজিপতি-ব্যৱসাযী আমাৰ হাতত—যিমান টকা লাগে পাবি—মাত্র তহঁতে ৰাইজৰ মাজত গণ্ডগোলৰ সৃষ্টি কৰিব লাগিব। পৰিস্থিতি বেয়াৰ ফালে যোৱাত সহায কৰিব লাগিব।

—এৰা, কালি ৰচিদ চাহাবেও আহি আমাক কৈছেহি—বোলে অসমত আমাৰ ভাত উকলি গৈছে।

—ধেৎ, ৰচিদ চাহাবৰ কথা বাদ দেৰে। আমাৰ ভোটেৰে সিহঁত ৰজা হৈছে, কিন্তু আমি আজি ছযত্রিশ বছৰে পালোঁ কি ? লুইতৰ লগত যুদ্ধ কৰিছোঁ, হাইজা, মেলেৰিযা আদি মহামাৰীৰ লগত যুদ্ধ কৰিছোঁ, এমুঠি ভাতৰ কাৰণে হাঁহাকাৰ কৰিছোঁ, কিন্তু সেই ৰাজনীতি কৰি ফুৰা ৰজা সকলে আমাৰ কাৰণে কিবা চিন্তা কৰিলেনে ? নে, নতুন নতুন আঁচনিৰ টকাবোৰ জোপত ভৰালে ? এতিযা তুমি ল'ৰাবোৰক বেকাৰ বুলিছা, নকবা কণকাই, —ইহঁত হৈছে মহান ডেকা শক্তি।

—থ, থ, তযো বৰ পণ্ডিতটো ওলাইছ। তোকো আমি একেবাৰে ঠিক কৰি পেলাম, চিনি পোৱা নাই। তই আমাৰ লগত নাথাকি ক'লৈ যাবি ? সুবিধা পালে ল'ব লাগে, বুজিলি হবিব।

লগতে যাদৱ চন্দ্র কুন্দুৰে সুবিধা পাই মাত লগালে—আমি হিন্দু, বঙালী আৰু মুছলমানখিনি যদি একেলগ হওঁ—আমাক আৰু কোনে বলে পাৰে ?

—চাল্লা নিমখহাৰাম।

হাবিবে যাদবক গোৰ মাৰি দি ক'লে—"পাণ্ডৱৰ চাউল খাই কৌৰৱৰ গুণ

গাবলৈ আহিছ ? অসমৰ চাউল খাই অসমৰ ৰাইজক ঠগিব খুজিছ ? মোৰ দ্বাৰা নহ'ব। মই এইবোৰ গদ্দাৰী কৰিব নোৱাৰোঁ। য'ত জন্মগ্ৰহণ কৰি আইৰ গাখীৰ খাইছোঁ, বায়ু-পানী সেৱন কৰিছোঁ, সেয়ে মোৰ জন্মভূমি। আমি ইমানদিন কি হিন্দু, কি মুছলমান কোনো বিচাৰ নোহোৱাকৈ এটা পৰিয়ালৰ দৰে বাস কৰিছোঁ। তাত এইবোৰ চল-চাতুৰি নচলিব যাদব।

—হেৰ' হৰিব। বেছি লেকচাৰ নেমাৰিবি। এতিয়া ক তই আমাৰ ফালে হবি নে নহব—ইয়াচিনে তালৈ চাই খঙেৰে ক'লে।

—নহঁও, তহঁতে মোক মাৰি পেলালেও পেলা।

কণ চিপাহীয়ে ইতিকিং কৰি ক'লে—

—ইস্, ই বেটাই অন্যায় নকৰে। ইয়াক এৰি দিব নোৱাৰি। ইয়াক একদম খতম কৰি দে, নহ'লে আমাৰ বিপদ হ'ব ইয়াচিন।

—ঠিক কৈছা কণ ককাই, ইয়াক এৰি নিদিওঁ। চাল্লা। বল—ইয়াচিনে হৰিবক দুটা চৰ মাৰিলে আৰু কলঙৰ পাৰলৈ টানি টানি লৈ গ'ল।

কণ চিপাহীয়ে ওখ গড়খাৱৈটোত থিয় হৈ এটা শব্দ শুনিবলৈ স্থিৰ হৈ বৈ থাকিল। কেইটামান মুহূৰ্ত্তৰ ভিতৰতে কিবা এটা পানীত পেলোৱাৰ শব্দ সি শুনিবলৈ পালে। সি হাঁহিলে, সি যে সেই শব্দটো শুনিবলৈ বাট চাই আছিল।

॥ ৬০ ॥

ঘৰটোত সোমাই থাকি মনোৰমাৰ মনলৈ অকনো শান্তি নাহিল। অকলশৰীয়া জীৱনটোৰ কথাবোৰ ভাবি ভাবি তায়ো যেন পগলা হৈ যাব এতিয়া। মাকৰ আজিলৈকে কোনো পৰিৱৰ্ত্তন নহ'ল। তেজপুৰৰ পগলা-ফাটেকতে তাইৰ চেনেহী মাকে দিনবোৰ অতিবাহিত কৰিব লাগিছে আৰু তাইৰ ভাইটিৰ ? ভাইটিৰ এখন ভৰি কাটি পেলাইছে। হস্পিটালৰ পৰা অহা দিন ধৰি সি আছে মাহীয়েকৰ ঘৰত। আৰু ইন্দ্ৰ ? গুৱাহাটীলৈ যাওঁ বুলি যি গ'ল আজিও দেখা-দেখিয়েই নাই। ইফালে-চাৰিওফালে গুলীচালনা হৈছে। বৰদলৈগুৰিৰ গুলীচালনাত গজেন শৰ্মা, কণ্ঠি মেধি, লোহিতচন্দ্ৰ

নাথ, ভোগৰাম নাথ, ৰামচন্দ্ৰ নাথ, মাধৱৰাম ডেকা, নীলাৰাম নাথ আৰু প্ৰহ্লাদ শৰ্মাৰ মৃত্যু হৈছে বুলি তাই গম পাইছে। উস্, এনেকৈ মানুহ মৰেনে

—মনোৰমা! অ' মনোৰমা!

মনোৰমাই হঠাতে পেহীৰ মাত শুনি আচৰিত হ'ল। —অ' পেহী আহিছা, বহা। ক'ৰ পৰানো আহিলা পেহী।

—ক'ৰ পৰানো আহিবি। ঘৰৰ পৰাই আহিছোঁ। মনত একেবাৰে শান্তি নোহোৱা হৈছে অ' মনোৰমা।

—ক'ৰ পৰানো মনলৈ শান্তি আহিব পেহী। দেশত জুই লাগিছে, নিৰীহ জনতাৰ মৃত্যু হৈছে। বাৰু পেহী, বীণা বাইদেউক দেখিছিলা নে?

—নাই অ', তাই ল'ৰাবিলাকৰ লগত গাঁৱে-গাঁৱে মিটিং কৰি ফুৰিছে। শান্তি, সম্প্ৰীতিৰ কাৰণে তাই ৰাতিয়ে-দিনে সংগঠন কৰি ফুৰিছে। কি কৰিবি মনো, মানৰ দিনতকৈও বেছিহে অত্যাচাৰ হৈছে অ'। পিছে, ইন্দ্ৰৰ খবৰ কিবা পাইছনে?

—নাই পেহী। সেই যে গুৱাহাটীলৈ গ'ল তাৰ পৰা আৰু একো খবৰেই নাই।

—সি ছাগৈ মঙ্গলদৈ পালেগৈ। তাত বহুত মানুহ আহত হৈছে বুলি গম পাইছোঁ। চিন্তা নকৰিবি, আহিব।

—অ' সৌৱা, বীণা বাইদেউ আহিছেই—আহক বাইদেউ, আমি আকৌ আপোনাৰ কথাকেই পাতি আছিলোঁ, কওকচোন খবৰ কিবা আছে নেকি?

—কি খবৰ শুনিবি? আমাৰ মানুহবোৰেও একেবাৰে ধৈৰ্য হেৰুৱাই পেলাইছে।

বীণা বাইদেউৰ কথা শুনি পেহী গৰ্গৰাই উঠিল—কিয় নেহেৰুৱাব বীণা, সেইবুলি আৰু কুকুৰ-মেকুৰীৰ নিচিনাকৈ মানুহ মৰিব নোৱাৰি নহয়। আমি মাইকী মানুহমখাই থাকিব নোৱাৰা হৈছোঁ।

বীণা বাইদেৱে হুমুনিয়াহ কাঢ়ি ক'লে—এৰা পেহী, এই উত্তেজনাৰ বশৱৰ্তী হৈ কালি যোৱা তিনি-চাৰি হাজাৰ লোকে চিপাঝাৰত কাঠৰ দলং জ্বলাই দিছে, পুলিচৰ গাৰ্ডলৈ শিলগুটি দলিয়াইছে আৰু কাঁড় মাৰিছে।

—কিয় নামাৰিব? দলংবোৰ জ্বলাই দিব লাগেটো। দলং নাথাকিলে মিলিটেৰীৰ গাড়ীবোৰ কেনেকৈ যাব? '৪২চনৰ আন্দোলনত জানো দলং জ্বলোৱা নাছিল?

—নহয় পেহী, তেনেকৈ নক'বা। আমাৰ আন্দোলন অহিংসাৰ আন্দোলন।

—মযো ভাবিছিলোঁ, অহিংসাৰ আন্দোলনকে কৰিম, পিছে এনেকৈ অন্যায়-ভাৱে মানুহ মাৰি-কাটি শেষ কৰিলে কেনেকৈ সহ্য কৰিবি ?

এইবাৰ মনোৰমাই বীণালৈ চাই ক'লে—বুজিছে বীণা বাইদেউ, যেতিয়া ৰাইজৰ ওপৰত শোষণ চলে, অত্যাচাৰ চলে, অৰ্থনৈতিক দুৰৱস্থা আহি পৰে, অভাৱ-অনাটন, সামাজিক ভাবুকি আহে তেতিয়া শান্তিকামী এচাম মানুহে ধৈৰ্য্য ধৰি থাকিব নোৱাৰে।

এসময়ত জন্মভূমিৰ কাৰণে হিন্দু-মুছলমানে হৃদয়ৰ তেজ দিছিল—যিখিনি সময়ত দিল্লী, পলাশী, কাণপুৰ, চেকন্দ্ৰাবাদত তেজৰ নৈ বৈ গৈছিল—হাতী-ঘোঁৰাৰ মৰাশৰে আলিবাট পোত গৈছিল, দেশত বিদেশী শাসনৰ অন্ত পেলাবলৈ দুই লাখ ভাৰতীয় মুক্তি যুঁজাৰুৱে প্ৰাণ দিছিল, সেই সময়ত ভাৰতৰ পুব প্ৰান্তত থকা অসম বহি থকা নাছিল। অসমৰ ডিঙিত দাসত্বৰ শিকলি লগাবলৈ যি নীতি বৃটিছ চৰকাৰে প্ৰৱৰ্তন কৰিবলৈ চেষ্টা কৰিছিল সেই নীতি লুপ্ত কৰি অসমৰ স্বাধীনতাক অক্ষুণ্ণ ৰাখিবলৈ আপ্ৰাণ চেষ্টা চলাইছিল অসমৰ অসমীয়াই, তাৰ প্ৰধান হোতা আছিল—মণিৰাম দেৱান, পিয়লি ফুকন আৰু এওঁলোকৰ লগত থকা বুলি প্ৰমাণিত হোৱাত ফৰমুদ আলি গাওঁবুঢ়াকে ধৰি ২৪জন অসমীয়াক কলিযাপানীলৈ নিৰ্ব্বাসিত কৰিছিল আৰু মণিৰাম, পিয়লিৰ হৈছিল ফাঁচি।

—মনোৰমাই কথাখিনি কৈ গভীৰ উত্তেজনাত কঁপি উঠিছিল। বীণাই মনোৰমালৈ বিষণ্ণতাৰে চাই ক'লে—ধৈৰ্য্য ধৰা মনোৰমা, সময় আহিছে। আমি এই আন্দোলনৰ যোগেদি পুৰণি সমাজ ব্যৱস্থাক মষিমুৰ কৰি নতুন সমাজ ব্যৱস্থাক প্ৰতিষ্ঠা কৰিব লাগিব। আমাৰ কাম আৰম্ভ হ'ব আন্দোলন শেষ হোৱাৰ পিছতহে। সৰ্ব্বসাধাৰণ জৰাগ্ৰস্ত ৰাইজৰ চিন্তাৰ পৰিৱৰ্তন আনিব লাগিব। যদি এটা বিপ্লৱে সমাজৰ নতুন দিক্ নিৰ্ণয় কৰিব নোৱাৰে, জনতাৰ অন্তৰত নতুন চিন্তাৰ জন্ম দিব নোৱাৰে তেনেহ'লে সেই বিপ্লৱ সাৰ্থক বিপ্লৱ হ'ব নোৱাৰে। ইমান ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি অসমৰ ৰাইজে নিশ্চয় নতুন চিন্তাৰ জন্ম দিব। প্ৰতিজন ব্যক্তিয়ে অন্তৰত সত্য প্ৰতিষ্ঠা কৰিব। আজি ৩৬টা বছৰে খুঁটি পুতি লোৱা শ্ৰেণী বিভেদ, বৈষম্যমূলক আইন-কানুন, অভাৱ-অনাটন, দুনীতি সকলো নিৰ্ম্মূল কৰি তাৰ ঠাইত প্ৰতিষ্ঠা কৰিব

লাগিব—নতুন সমাজ ব্যৱস্থা। তাকে কৰিবলৈ যাওঁতে আমাৰ প্ৰতিজন ব্যক্তি হ'ব লাগিব সৎ, নিঃস্বাৰ্থ আৰু নিষ্ঠাবান।

—কিন্তু সেইবোৰ কোনে কৰিব বীণা বাইদেউ ?

বীণাই এইবাৰ হাঁহিলে আৰু ক'লে—কিয় ? আমি। আমিয়েই কৰিব লাগিব। নাৰী জাতিৰ ত্যাগৰ বলেৰে অসমক নতুনকৈ গঢ়ি তুলিব লাগিব। সেই দিন আহি আছে মনোৰমা, আহি আছে।

বীণাই মনোৰমাৰ মূৰত হাতখন ফুৰাই দি ক'লে—মনোৰমা! তুমি আজি চকুৰ আগত যি সন্ত্ৰাস দেখা পাইছা, সেযা বেছি দিন নাথাকে মনোৰমা, বেছি দিন নাথাকে।

—নাথাকিবটো। লোকক বিনা বিচাৰে আটক কৰা, বাটে-পথে মানুহক গুলিয়াই হত্যা কৰা, দিন দুপৰতে নাৰীক ধৰ্ষণ কৰা দেখি মানুহ কি বহি থাকিব ? সশস্ত্ৰ বিদ্ৰোহ কৰিব বাইদেউ—সশস্ত্ৰ বিদ্ৰোহ, যাৰ ফলত অসমৰ সমগ্ৰ শাসন ব্যৱস্থা অসমৰ হাতত তুলি দিবলৈ বাধ্য হ'ব।

বীণা বাইদেৱে মনে মনে থাকি ভাবিলে, মনোৰমাৰ মন বিদ্ৰোহী হোৱাটো স্বাভাৱিক। মাক পাগলী হৈছে, বাপেকক হেৰুৱাইছে, ভায়েকৰ ভৰি কাটি পেলাব লগা হৈছে, এনে সময়ত তাইক বুজাই লাভ নাই। তথাপিও, বীণা বাইদেৱে মনোৰমাৰ হাতখনত ধৰি ক'লে—মনোৰমা, মানৱ জীৱনৰ কল্যাণৰ কাৰণে মানুহে হিংসা-দ্বেষ বৰ্জন কৰিব লাগিব—কথা কৈ কৈ বীণা বাহিৰলৈ ওলাই আহিল। তাই আকাশলৈ চাই পঠিয়ালে। পৃথিৱীত যদি হিংসা নাথাকিলহেঁতেন, পৃথিৱীখন কিমান সুন্দৰ হ'লহেঁতেন॥

* * *

॥ ৬৯

ইন্দ্ৰ গৈ মঙ্গলদৈ পাইছিলগৈ। তেওঁৰ লগত গ'ল কামৰূপ জিলাৰ ছাত্ৰ-সন্থাৰ উপদেষ্টা জোহিৰুল ইছলাম। তিনি তাৰিখৰ অভূতপূৰ্ব হিংসাত্মক ঘটনাৰ পিচত চাৰি তাৰিখে ৰাতিপুৱাৰ পৰা মঙ্গলদৈ মহকুমাৰ সান্ধ্য আইনৰ কবলত থকা অঞ্চলত সৈন্যবাহিনী নিযুক্ত কৰা হৈছিল। ইন্দ্ৰ আৰু ছাত্ৰসন্থাৰ দলটো মনে মনে গাৱঁত সোমাইছিলগৈ। অত্যাচাৰত জুৰুলা হোৱা গাৱঁৰ

ৰাইজৰ মুখৰপৰা ইন্দ্ৰহঁতে জানিবলৈ পাইছিল যে,—১ফেব্ৰুৱাৰী তাৰিখে চিপাঝাৰৰ ওচৰৰ ৰবদলৈগুৰিত বহা বজাৰলৈ এজাক চি. আৰ. পি. সোমাই যায় আৰু বজাৰলৈ অহা মানুহক খেদি খেদি কোবাবলৈ ধৰে, লগতে ল'ৰাবিলাকক ধৰি ধৰি হাজোতলৈ টানি লৈ যায়। তাৰে এজন ল'ৰাৰ পিতৃয়ে হাজোতলৈ যাওঁতে পুত্ৰৰ অৱস্থা দেখি মৃত্যুবৰণ কৰে।

এইদৰে নিৰপৰাধী মানুহক অত্যাচাৰ কৰাৰ ফলত ৰাইজৰ মাজত ক্ষোভৰ মাত্ৰা বাঢ়ি যায় আৰু প্ৰতিহিংসাৰ তাড়ণাত উম্মাদ হৈ সেইদিনা নিশাই চিপাঝাৰৰ ওচৰৰ থানাখন জ্বলাই দিয়ে।

চৰকাৰৰ দমন নীতিৰ বিৰুদ্ধে ৰাইজৰ ক্ষোভ পোণ প্ৰথম বাৰৰ কাৰণে মূৰ্ত্ত হৈ উঠে। ২ফেব্ৰুৱাৰী তাৰিখে ৰাইজৰ ওপৰত হোৱা অপ্ৰৰোচিত গুলি বৰ্ষণৰ ফলত দুলাল নাথ, মাধু নাথ, মাধা ডেকা আহত হয়। আৰু সেই একে সময়তে প্ৰায় ডেৰটামান বজাত কোনোবা দুৰ্বৃত্তই চিপাঝাৰৰ খণ্ড উন্নয়নৰ কাৰ্য্যালয়টোত জুই লগাই দিয়ে। ৰাইজক তেতিয়া চি আৰ পিয়ে জুই নুমুৱাবলৈ নিৰ্দ্দেশ দিয়ে। ৰাইজে জুই নুমুৱাবলৈ অসমৰ্থ প্ৰকাশ কৰাত ওচৰতে থিয় হৈ থকা প্ৰহ্লাদ শৰ্মা, চিত্ত বৰুৱা আৰু তপন বৰুৱাক টানি জুইলৈ দলিয়াই দিয়ে। সিহঁতে আই ঐ, মৰিলোঁ বুলি অজ্ঞান হৈ পৰা দৃশ্য দেখিও নিৰস্ত্ৰ-হোজা ৰাইজ বোবা হৈ চাই থাকিল।

ইন্দ্ৰহঁত যেতিয়া প্ৰহ্লাদ শৰ্মাৰ ঘৰলৈ গৈছিল প্ৰহ্লাদ শৰ্মাৰ পিতৃয়ে কান্দি কান্দি কৈছিল—মোৰ বাচাক শেষ বাৰৰ কাৰণে চাব নোৱাৰিলোঁ। সিহঁতে মোৰ ল'ৰাটো জীয়াই জীয়াই পুৰি মাৰিলে বোপাই—।

তাৰ পিছত ইন্দ্ৰহঁত গৈছিল কণ্ঠি মেধিৰ খবৰ লবলৈ। তেতিয়া তেওঁলোকৰ ঘৰৰ মানুহে কান্দি কান্দি কৈছিল—আহত হৈ পৰা ল'ৰা কেইটাক সিহঁতে বেয়নেটেৰে খুচি খুচি মাৰিছিল। ইন্দ্ৰই তেওঁলোকক সুধিছিল—আপোনা-লোকে দলগুত জুই দিছিল নে?

—নাই বোপাই। আমি জুই দিয়া নাই। কোনোবা দুৰ্বৃত্তই জুই লগাই দিছিল। সিহঁতক দেখিও চি আৰ পিহঁতে গুলীচালনা কৰা নাছিল, বুজিছা বোপাইহঁত। টকা লৈ বেয়া কাম কৰা মানুহ আমাৰ মাজতে আছে।

গাৱঁৰ বুঢ়াসকলে শোকাকুল হৈ কৈছিল—কোন সেই 'বদন' ওলাইছে? চৰকাৰৰ পৰা ধন লৈ দেশক বিক্ৰি কৰিছে, দেশৰ ৰাইজলৈ বিপদ কঢ়িয়াই আনিছে? আমি দলগুত জুই দিয়া নাই, খণ্ড উন্নয়ন বিষয়াৰ কাৰ্য্যালয়ত জুই

দিয়া নাই, কিন্তু থানাখন হ'লে ৰাইজেই জ্বলাই দিছিল। ইমানবোৰ অপকৰ্ম্ম দেখিও যেতিয়া পুলিচৰ কৰ্ম-কৰ্ত্তা সকল নীৰৱ হৈ আছিল ৰাইজৰ তেতিয়া উপায় নাছিল। উপায়ন্তৰ হৈয়ে ৰাইজে থানা জ্বলাবলৈ বাধ্য হৈছিল।

সিহঁতে ৰাইজক বুজাইছিল—আপোনালোকে ধৈৰ্য্য নেহেৰুৱাব ৰাইজ, এই পাপৰ এদিন বিচাৰ হ'বই।

মাতৃসকলে বেদনা কাতৰ অন্তৰেৰে চিঞৰি চিঞৰি কৈছিল—হে ভগবান, ইযাৰ বিচাৰ তুমি এদিন কৰিবা প্ৰভু !

এটা সহিব নোৱাৰা পৰিৱেশৰ পৰা উভতি আহি ইন্দ্ৰহঁতে গুৱাহাটী গণ সংগ্ৰাম পৰিষদৰ কাৰ্য্যালয়ত উপস্থিত হ'লহি। সেই সময়ত কাৰ্য্যালয়ত পবিন্দ্ৰ ডেকা, অৰূপ বৰদলৈ আৰু দৈনিক অসমৰ সম্পাদক কীৰ্তিনাথ হাজৰিকা উপস্থিত আছিল। ইন্দ্ৰহঁতে তেওঁলোকক সবিশেষ কোবাৰ পিচত পবিন্দ্ৰ ডেকাই আক্ষেপ কৰি ক'লে যে, আন্দোলনকাৰীক পৰাভূত কৰিবলৈ ভাৰত চৰকাৰে আশীহেজাৰতো অধিক চি আৰ পি বাহিনী অসমৰ গাঁৱে-ভূঁয়ে সুমুৱাই দিছে আৰু তাৰ মাজতে সুমুৱাই দিছে অসমৰ গাৰ'ত জুই দিযা দুষ্কৃতিকাৰীৰ দল। চি আৰ পিৰ দলবোৰক অসমৰ ভাই-ভনীক শত্ৰু বুলি ভাবিবলৈ শিকনি দিছে। ইযাৰ অন্তৰালত আছে—বিদেশীৰ স্বাৰ্থ আৰু অসমৰ কলা-সংস্কৃতি শেষ কৰি দিযাৰ গভীৰ ষড়যন্ত্ৰ।

অৰূপ বৰদলৈয়ে ইন্দ্ৰলৈ চাই ক'লে—জানা ইন্দ্ৰ। অসমৰ সম্পদৰাজি যাতে সুকলমে শোষণ কৰিব পাৰে তাৰ বাবে হাজাৰজন অসমীযাক পঙ্গু কৰিছে, প্ৰাণেৰে মাৰিছে, জনজাতীয ভাই-ভনীৰ মাজত বিভেদৰ বীজ সিঁচি দিছে, ভাই-ভাইৰ মাজত কাজিয়া লগাইছে, যিবোৰ শক্তিযে এইবোৰ দেখিও নিৰ্ব্বাচনত যোগ দিছে, তেওঁলোকক ৰাইজে অদূৰ ভৱিষ্যতে বিচাৰ কৰিব।

কাৰ্য্যালযৰ পৰিবেশ গহীন হৈ পৰিছিল। পৰিষদৰ কৰ্ম-কৰ্ত্তাসকল ব্যস্ত হৈ পৰিছিল। এই গভীৰ পৰিৱেশৰ মাজত হাজৰিকাদেৱে ক'লে—আমাৰ মানুহখিনিৰ মনৰ পৰিচয পাবলৈ, অসমত পুলিচ, চি আৰ পিৰ বৰ্ণনা কৰিব নোৱাৰা অত্যাচাৰ চলোৱাৰ খবৰ পাবলৈ এতিয়াও প্ৰধান মন্ত্ৰীৰ বাকী আছেনে ? আমি দাবিৰ বাতৰি দাঁৰে বাতৰিত প্ৰকাশ কৰিছোঁ, যদিও আমি প্ৰধান মন্ত্ৰীক অন্ততঃ এবাৰলৈ হ'লেও নিজকে ন্যস্তস্বাৰ্থৰ পৰা উৰ্দ্ধলৈ নি অসম তথা দেশক ৰক্ষা কৰিবলৈ সঁকিয়াই দিছোঁ।

সেই সময়তে গিৰীণ কাৰ্য্যালয়লৈ সোমাই আহি হাজৰিকাদেৱক

নমস্কাৰ জনাই ওচৰত বহি সুধিলে—দাদা, কালিৰ পৰা কৰ্ম্মচাৰী সকলৰ অসহযোগ আছে। আমাৰ কাৰ্য্যসূচী কাগজত প্ৰকাশ পাবনে?

—নিশ্চয গিৰীণ, নিশ্চয় প্ৰকাশ পাব। আমি সাধ্যই আঁতে মানে যিমানখিনি প্ৰকাশ কৰিব পাৰো কৰিমেই। বুজিছা গিৰীণ, অসম চৰকাৰ তথা ভাৰত চৰকাৰে জেদৰ ভাব লৈ বলপূৰ্ব্বকভাবে নিৰ্ব্বাচন পাতিবলৈ লৈ যি সমস্যা মাতি আনিব খুজিছে তাক বুজিও নুবুজাৰ ভাও জোৰাত আমি স্তম্ভিত হৈছোঁ। আনহাতে ৰক্তপাত, তিক্ততা আৰু প্ৰতিবাদৰ মাজতো বলেৰে নিৰ্ব্বাচন পাতিলেও শাসনৰ বাঘজৰী হাতত লবলৈ শাসক দলে মনে খুন্দা পুখুৰীত পানী খাবলৈ পাব জানো? বলেৰে নিৰ্ব্বাচন পাতিলেই আন্দোলন মষিমূৰ কৰিব পাৰিব বুলি আমি বিশ্বাস কৰিব নোৱাৰো। এনেকৈ তেওঁলোকে জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিবনে? জনপ্ৰিয়তা বিচাৰি পাপ হে অৰ্জন কৰিছে, বুজিছা গিৰীণ। প্ৰকৃততে যিসকল সৎ, তেওঁলোকে এই পাপত মতি নাৰাখে।

গিৰীন্দ্ৰই তললৈ মূৰ কৰি সকলো কথা শুনিলে। অকণমান সময় থাকি হাজৰিকাদেৱ যোৱাৰ পিচত গিৰীণে ইন্দ্ৰলৈ চাই ক'লে—ইন্দ্ৰদা, আপুনি আজিযেই নগাৱঁলৈ যাওকগৈ। ৫তাৰিখৰ পৰা কৰ্ম্মচাৰীৰ অসহযোগ হ'ব। মই গুৱাহাটীত থাকিব লাগিব। আপুনি নগাঁও চম্ভালিব। এই সৰ্ব্বাত্মক অসহযোগৰ সমস্ত মহিলা সকলক গুৰুত্বপূৰ্ণ ভূমিকা লবলৈ আহ্বান জনাব। আই. এ এছ বিষয়া সকল যাতে অফিচলৈ যাব নোৱাৰে আৰু কোনো কৰ্ম্মচাৰীযে চৰকাৰী কাগজ-পত্ৰ যাতে গ্ৰহণ নকৰে, তাৰ বাবে সতৰ্ক হ'ব। তাৰোপৰি, ১১ফেব্ৰুৱাৰী তাৰিখে ৰাতিপুৱা ৬বজাৰ পৰা ২০ফেব্ৰুৱাৰীৰ সন্ধিয়া ৬বজালৈকে পথবন্ধ কাৰ্য্যসূচী চলি থাকিব, কোনো কৰ্ম্মচাৰীক গ্ৰেপ্তাৰ কৰি নিলেও যাতে নিৰ্ব্বাচনত সহযোগ নকৰে।

—তুমি কেতিয়া নগাৱঁলৈ যাবা?

—আপুনি গ'লে আৰু মই কিয় যাব লাগিছে? আপুনি গৈযেই সকলোকে খবৰ জনাবগৈ। পথবন্ধৰ সময়চোৱাত চাইকেল, মটৰ চাইকেল, গৰু-গাড়ী, অটৰিক্সা, ঘোঁৰাগাড়ী চলি থাকিব। পানী, গাখীৰ, বিদ্যুৎ যোগান, টেলিফোন, টেলিগ্ৰাফ সেৱা চলাই থকা হ'ব আৰু উচ্চ ন্যায়ালয়, বাৰ্ত্তাৰ কাকত, বাৰ্ত্তাৰ প্ৰতিষ্ঠানক ৰেহাই দিয়া হৈছে, কিন্তু সেৱা সমূহৰ লগত জড়িত কৰ্ম্মচাৰীয়ে নিৰ্ব্বাচনৰ কামত যোগ দিব নোৱাৰিব। ইন্দ্ৰদা, আপুনি

এইখন কাৰ্য্যসূচী লৈ যাওক, ৰাতি আলোচনা কৰিব পাৰিব। কালিলৈ অৱশ্যে কাগজত প্ৰকাশ পাব। এতিয়া মই যাওঁ ইন্দ্ৰদা।

সি গুচি যোৱাৰ পিচত ইন্দ্ৰই নগাৱঁলৈ যাবলৈ পৱিন্দ্ৰ আৰু অৰূপ ৰবদলৈৰ পৰা বিদায় ল'লে।

॥ ৬২ ॥

ইন্দ্ৰই কোনোমতে লুকাই-চুৰকৈ আহি নগাঁও পালেহি। নগাঁও পায়েই জীৱনৰ তালৈ গ'ল। সি ঘৰত নাই, ঘৰত তলা লগোৱা। তাৰ সন্দেহ হ'ল। লগে লগে ইন্দ্ৰ বীণা বাইদেউৰ ঘৰ পালেগৈ। বাইদেউৰ পৰা জানিব পাৰিলে, জীৱন পলাই ফুৰিছে। ভণ্টি মিনতি পেহীৰ ঘৰত আছেগৈ।

—তেনেহ'লে মই জীৱনক ক'ত ল'গ পাম ?

বীণা বাইদেউ লগে লগে ভিতৰলৈ গ'ল আৰু কাগজ এখন আনি তাৰ হাতত তুলি দিলেহি। কাগজখনত চকু ফুৰাযে ইন্দ্ৰই বুজি পালে,—জীৱন ক'ত আছে। ইন্দ্ৰই কৰ্ম্মব্যস্ত হৈ ক'লে—মই যাওঁ বাইদেউ, জীৱনক মই লগ পাবই লাগিব। সি বীণা বাইদেউহঁতৰ বাৰীৰ পিচফালৰ আলিযেদি খৰকৈ খোজ দিলে। কিছুদূৰ যোৱাৰ পাছত সি এডোখৰ ডাঠ হাবি পালেগৈ। তাৰ ওচৰতে এখন শ্মশান। ওচৰেদি বৈ গৈছে কলং নদীৰে এটা সুঁতি। নিৰিবিলি শ্মশানৰ ৰিঙা-ৰিঙা সুৰে তাক আকুল কৰি তুলিছিল। শ্মশানৰ মাজত থকা সৰু টিনৰ চালি দিয়া ঘৰটোত সি দেখিবলৈ পাইছিল একুৰা জুই। হয়তো অলপ আগতে ৰাতিপুৱাৰ ভাগতে ইয়ালৈ কোনোবা আহিছিল। বতাহতে সি পাইছিল মানুহ পোৰা এটা গোন্ধ। সি ঘৰটোত সোমাই আকৌ ওলাই আহি চাৰিওফালে চাই দেখিছিল,—ফঁটাকাণি, লেপতুলি, মাটিৰ কলহ, পোৰা খৰিৰ অৱশিষ্টবোৰ যেনি-তেনি পৰি আছে। তাৰ ভাব হ'ল,—এয়ে মানুহৰ শেষ আশ্ৰয়! হায়, কি নিকৰুণ মানুহৰ জীৱন! কত আচবাব, কত ঐশ্বৰ্য্য-বিভূতিৰ কাৰণে মানুহ পাগল, কিন্তু শেষ আশ্ৰয় হ'ল—অকমাণ ধৰণীৰ মাটি !!

—ইন্দ্ৰ।

মাতটো শুনি সি চক্ খাই উঠিল আৰু জীৱনক সাৱটি ধৰিলে। ইন্দ্ৰই তাৰ অৱস্থা দেখি খুউব্ হাঁহিলে,—ধেৎ, একেবাৰে বাবা হৈ গলি দেখোন ?

—কি কৰিবি ভাই, ক'তো ৰক্ষা নাই। মোক বিচাৰি পুলিচ, মিলিটেৰীয়ে চলাথ লগাইছে। মোক নাপাই বীণা বাইদেউৰ ঘৰত তালাচি চলাইছে। পুলিচ, মিলিটেৰীয়ে পাকঘৰৰ চৌকা খান্দি খান্দি বোমা-বাৰুদ বিচাৰিছে। তেওঁক নানা ৰকমৰ অত্যাচাৰ কৰিছে। এনেদৰে ভেশচন নকৰিলে সিহঁতে মোক ধৰি নিব।

—ঠিক কৰিছ। দুদিনমান তই ওলাব নালাগে। একেবাৰে ১২ফেব্ৰুৱাৰী তাৰিখে ওলাবি। আজি ৯তাৰিখ, আৰু চাৰিদিন আছে। এতিয়া আহ, সৌ গছজোপাৰ তললৈকে যাওঁ। তাত আৰু কোনেও নেদেখে, জ্যোতিও তাতে আছে।

—এৰা জীৱন, প্ৰায়বোৰ ছাত্ৰনেতা জেলত আৱদ্ধ হৈ থকাৰ কাৰণে বহুত অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছে। তথাপিও, আগবাঢ়ি যাব লাগিব।

সিহঁত দুটা গৈ বাঁহজোপাৰ তল পালেগৈ। মাঘ গৈ ফাগুন সোমাওঁ সোমাওঁ হৈছে। বাঁহ গছৰ ফেৰ্-ফেৰিয়া বতাহজাকে সিহঁতক কঁপাই তুলিলে। দূৰত ঝিলিৰ বিকট চিঞঁৰে শ্মশানখন আৰু বেছি জঁযাল কৰি তুলিছে। সিহঁত গৈ বাঁহ গছৰ তলত মাটিতে বহিল।

—এতিয়া ক ইন্দ্ৰ, খবৰ কি ?

—কিনো খবৰ দিম ? ২তাৰিখৰ শ্বহীদৰ খবৰ তই গম পাইছই। ৫তাৰিখে আকৌ চতিয়াপাৰা, জালাহ, টংলা, ফুটুকীবাৰী, দৌলাশাল, গাঠিয়াপাৰা, দলপানী আদি ঠাইৰ প্ৰবীণ ডেকা, খাম্পা ডেকা, পুষ্প ডেকা, অৰবিন্দ ডেকা, সুৰেন হাজৰিকা, খগেন দাস, দেহিৰাম চহৰীয়া, ভাৰত ভৌমিকক হেৰুৱাব লগা হ'ল।

জীৱনে ইন্দ্ৰলৈ থৰ্ লাগি চাই ক'লে—ইন্দ্ৰ। চাৰিওফালে হিংসাত্মক ঘটনা ঘটিবলৈ লৈছে দেখোন।

—কি কৰিবি। দুই-এটাটো হিংসাত্মক ঘটনা ঘটিবই। তাক আমি কেনেকৈ বাধা দিম ? চকুৰ আগত হোৱা অত্যাচাৰ কোনে চাই থাকিব 'বাৰু ? কালিৰ নৈত কালি মন্টু শইকীয়া নামৰ এজন ছাত্ৰক দলঙৰ ওপৰতে গুলিয়াই

হত্যা কৰিছে। বেলশিৰিত কালি ৫জন, সৰু চৰাইত এজন ছাত্ৰক গুলিয়াই হত্যা কৰিছে।

—মই সকলো গম পাইছোঁ। বেলশৰত বীৰেন্দ্ৰনাৰায়ণ দাস, মহেশ তালুকদাৰ, প্ৰতাপ বৰ্ম্মণ, শ্ৰীকান্ত বৰ্ম্মণ, কাঞ্চাৰাম দাসক পুলিচে গুলিয়াই হত্যা কৰিছে। তাৰোপৰি, প্ৰকাশৰ দেউতাকৰ আদ্যশ্ৰাদ্ধৰ কাৰণে "পেৰল" নোপোৱাত জেলতে অনশন আৰম্ভ কৰিছে।

—হয় নেকি জীৱন। বৰ্ত্তমান নগাঁও জেলত আৰু কোন কোন আছে?

—পবিত্ৰপ্ৰাণ শৰ্মা, অতুল গোস্বামী, ধীৰেণ বৰকাকতি, দিলীপ ৰাজখোৱা আৰু চামগুৰি প্ৰশিক্ষণ বিদ্যালয়ৰ শিক্ষক-অধ্যক্ষকে ধৰি প্ৰায় ৬০জন মান আছে। শুনিছোঁ, মহন্তদাহঁতকো নগাঁও জেললৈ আনিব, হয়নে?

—আজিৰ পৰা তিনিদিনৰ ভিতৰত পুতুল, ভৃগু আৰু জয়নাথ শৰ্মাক আমাৰ ইয়াৰ জেললৈ অনাৰ কথা আছে।

—জীৱন, ১২তাৰিখে প্ৰধান মন্ত্ৰীৰ অসম ভ্ৰমণৰ প্ৰতিবাদত ১২ঘণ্টীয়া অসম বন্ধ, নিষ্প্ৰদীপ আৰু জনতা সান্ধ্য আইনৰ কাৰ্য্যসূচী ঘোষণা কৰা হৈছে। এই কাৰ্য্যসূচী চলি থকা সময়ত যাতে কোনো ৰকমৰ অপ্ৰীতিকৰ ঘটনা নঘটে তাৰ কাৰণে আমি সাৱধান হ'ব লাগিব।

—হ'ব লাগিব ইন্দ্ৰ। সাৱধান হ'ব লাগিব। পিছে তই সাৱধানে ফুৰিবি, যাতে পুলিচৰ হাতত নপৰ।

ইন্দ্ৰই জীৱনলৈ চাই শেঁতা হাঁহি মাৰি ক'লে—ৰচোন, সহজে ধৰা নিদিওঁ।

জ্যোতি গায়ন ইমান পৰে মনে মনে আছিল আৰু তললৈ মূৰ কৰিয়েই কৈ গ'ল—কৰ্ম্মচাৰীসকলৰ সৰ্বাত্মক অসহযোগৰ ফলত ৰাজ্যৰ প্ৰশাসন সম্পূৰ্ণৰূপে অচল হৈ পৰিছে, নহয় নে ইন্দ্ৰদা?

—অঁ জ্যোতি, ধুবুৰীৰ পৰা শদিয়ালৈকে ব্ৰহ্মপুত্ৰ উপত্যকাত আৰু কাৰ্বি আংলং জিলাৰ প্ৰশাসনীয় কাম-কাজ সম্পূৰ্ণৰূপে বন্ধ হৈ গৈছে। মুষ্টিমেয় কেইজনমান বিষয়া লৈ মাত্ৰ নিৰ্ব্বাচনী কাম-কাজ চলাই থকা দেখা গৈছে।

—আজি অসমত জুই জ্বলিছে ইন্দ্ৰদা। এই জুয়ে সাধাৰণ মানুহৰ জীৱনবোৰ এফালৰ পৰা দাহ কৰি নিছে, ৰাজ্যৰ কোষাগাৰ শূন্য হৈছে, নিৰ্ব্বাচনৰ নামত মটৰগাড়ী অধিগ্ৰহণ কৰা হৈছে। যোৱা সপ্তাহতে পুলিচৰ গুলিত ৩২জন লোক নিহত হৈছে, দুশৰো অধিক লোক আহত হৈছে। তাৰোপৰি, কমাৰকুছি, হাজো, আমিনগাঁও, আগিয়াঠুৰিত চি আৰ পিৰ গুলীচালনা

অব্যাহত আছে। ইফালে যোৰহাট, কমাৰবন্ধা, ডিব্ৰুগড়তো একেই অৱস্থা। মানুহে দিনতে জীউটো ব্ৰকুত বান্ধি ফুৰিব লগা হৈছে।

—কথাবোৰ মিছা নহয জ্যোতি, পৰিস্থিতি বৰ বেযাৰ ফাললৈ গৈছে। অইল ইণ্ডিযা ডুলিয়াজানৰ ১৫০জনবো অধিক উচ্চপদস্থ বিষযাই তেওঁলোকৰ পদত্যাগ-পত্ৰ দাখিল কৰিছে। শ্ৰমিক বিষযাসকলৰ অসহযোগৰ ফলত সমগ্ৰ ড্ৰিলিং আৰু পাম্পিং কাৰ্য্য অচল হৈ আছে। কৰ্ম্মচাৰীসকলৰ এই মহান ত্যাগৰ কথা কোনে পাহৰিব জ্যোতি ?

জীৱনে এইবাৰ জোৰ দি ক'লে—কোনে পাহৰিব ? এনে ত্যাগৰ কথা পাহৰি অসমীযা জাতি অকৃতজ্ঞ হ'ব পাৰিবনে ? যদি কোনোবাই অকৃতজ্ঞতা প্ৰকাশ কৰে তাৰ ফল ভযাবহ নহ'ব নে ?

—হ'ব ইন্দ্ৰ, হ'ব। অসমীযা জাতিযে কেতিযাও এই ত্যাগৰ কথা পাহৰিব নোৱাৰে। আমাৰ আত্মাৰ গভীৰতাত আজি বিপ্লৱ জাগি উঠিছে আৰু আমাৰ মাতৃভূমিক মুক্ত কৰাৰ বাসনাই আজি সমূহ অসমীযা বাইজক উদ্বুদ্ধ কৰি তুলিছে।

জীবন ইন্দ্ৰৰ ওচৰ চাপি গ'ল আৰু বেদনাৰে ভৰা অন্তৰ এখন লৈ ক'লে—ইন্দ্ৰ, তই যা। তোৰ হাতত-যে সময বৰ কম। হযতো তোৰ আৰু মোৰ আৰু দেখাদেখি নহবও পাৰে, চিন্তা নকৰিবি। ইন্দ্ৰ, মই পলাযনবাদী নহওঁ, মই আগবাঢ়ি যাম, কাৰণ কি জান ইন্দ্ৰ ? তোৰ নিচিনাকৈ পদুলিমুখত আদৰণি জনাবলৈ মোৰতো আৰু কোনো নাই ॥

॥ ৬৩ ॥

সমযবোৰ খৰগতিৰে আগবাঢ়িল। গিৰীশ গৈ ঘটনাস্থলী পালেগৈ। গাৱঁৰ মানুহবোৰৰ পৰা বুজ লৈ সি জানিব পাৰিলে যে—সূৰ্য্য উদয় হোৱাৰ আগতেই পিপলিবাৰী, চুটীকাটা, টাপা, বৰ্ণিবাৰী, কৈকয়া, শালমাৰা, কৈহাটী, বেলশৰ, শ'লমাৰী আদি গাৱঁৰ কৃষক-বনুৱা, বেপাৰী সকলোৰে নিৰ্ব্বাচন প্ৰতিৰোধ কৰিবৰ কাৰণে সমদল যাত্ৰাৰ আযোজন কৰিছিল আৰু দলটোত কমেও দহ হেজাৰ হিন্দু-মুছলমান, জন-জাতীয় আৰু তপশীলযুক্ত

মানুহ আছিল। দলটোৰ লক্ষ্য আছিল—বেলশৰৰ ছোৱালী হাইস্কুলত বৈ থকা জনতাৰ লগত মিলি থানাৰ কাষেৰে চামতালৈ যাব আৰু চামতাৰ পৰা পিপলিবাৰীলৈ উভতি আহিব আৰু গাৱঁৰ কীৰ্ত্তন ঘৰত সকলোৱে মিলি প্ৰসাদ খাব।

কিন্তু বিধিয়ে সেই কাম কৰিবলৈ নিদিলে। প্ৰায় ছশমান মানুহ থানাখন পাৰ হওঁতেই চিটিকি আহিল—বন্দুকৰ গুলি। নিৰস্ত্ৰ, শান্তিপূৰ্ণ সমদলৰ ওপৰত পিছফালৰ পৰা গুলিবৰ্ষণ কৰিবলৈ ধৰিলে। এই ঘটনাৰ ফলত বহুত লোক নিহত আৰু আহত হ'ল। বীৰেন্দ্ৰনাথ ঠাকুৰীয়া, বসন্ত শৰ্মা, মদন নাথ, মহাদেৱ বৰ্মণ, নাৰায়ণ বৰ্মণ, বসন্ত হালৈ, অমৰেন্দ্ৰ শৰ্মা, শৰৎ মেধি, ৰমেন শৰ্মা আৰু প্ৰভাত সেন ডেকাকে ধৰি কমেও ১৭জনমান লোকক নলবাৰী আৰু গুৱাহাটীৰ চিকিৎসালয়লৈ পঠোৱা হ'ল। বীৰেন্দ্ৰনাথ দাস, মহেশ্বৰ তালুকদাৰ, শ্ৰীকান্ত বৰ্মণ, প্ৰতাপ বৰ্মণ আৰু কাঞ্চাৰাম দাস সিদিনাই পুলিচৰ গুলিত নিহত হয়।

ছাত্ৰ প্ৰতিনিধি দলটোৱে সকলো কথা জানিব পাৰি শ্বহীদসকলৰ ঘৰলৈ যাবলৈ ওলাল। প্ৰথমে তেওঁলোক গ'ল মহেশ্বৰ তালুকদাৰৰ ঘৰলৈ। শ্বহীদ মহেশ্বৰ তালুকদাৰে ১৯৩৮চনৰ ২৫জানুৱাৰী তাৰিখে জন্মলাভ কৰিছিল। তেওঁ আছিল এজন উচ্চমানৰ ফুটবল খেলুৱৈ। আধুনিক পদ্ধতিৰে কৃষি আৰু পশুপালন কৰি জীৱিকা নিৰ্বাহ কৰিছিল।

সিদিনা পামৰ পৰা ঘূৰি আহি তেওঁ কৃষকসকলৰ সমদলৰ লগত গৈছিল আৰু নিৰ্ম্মমভাৱে কৰা পুলিচৰ গুলীচালনাই তেওঁৰ অণ্ডকোষ চিঙি পেলাইছিল। তেওঁৰ মৰমৰ পত্নীয়ে শিৰৰ সেন্দুৰ মচি চাৰি পুত্ৰক আঁকোৱালি লৈ কান্দোনত গছৰ পাত সৰাইছিল। খবৰ লবলৈ যোৱা গণ-সংগ্ৰাম আৰু ছাত্ৰসংস্থাৰ কৰ্ম-কৰ্ত্তাসকলে একো শান্ত্বনা দিব পৰা নাছিল। বিননিৰ মাজেৰে সিহঁত আগবাঢ়িছিল—প্ৰতাপচন্দ্ৰ বৰ্মণৰ ঘৰলৈ। পিপলিবাৰী গাৱঁৰ সৰ্ব্ব পশ্চিম চুবাটোৰ নামেই টেঙাবাৰী। তাৰে দক্ষিণ পশ্চিম অংশত তিনিটা জুপুৰী ঘৰৰ পৰা যেতিয়া প্ৰতাপ বৰ্মণৰ পত্নী শ্ৰীমতী বৰ্মণৰ হৃদয় বিদাৰক চিঞৰ শুনিবলৈ পাইছিল, সিহঁতৰ খোজবোৰ যেন জঠৰ হৈ পৰিছিল। শ্ৰীমতী বৰ্মণে কান্দিছিল—সাতোটা প্ৰাণীক এতিয়া কোনে পোহপাল দিব ঐ !! শ্বহীদ প্ৰতাপ বৰ্মণে পাঁচটি পুত্ৰ সন্তান আৰু দুটি কন্যা সন্তান এৰি থৈ ৰক্তলোলুপ আৰক্ষী লোকৰ হাতত মাতৃৰ উদ্ধাৰৰ কাৰণে প্ৰাণ বলি দিছিল।

গিৰীণহঁতে চাপৰি সৰু পঁজাটোৰ ভিতৰত মাটিত পৰি থকা শ্বহীদৰ পত্নীক দেখি একো শান্তনা দিব পৰা নাছিল। তেওঁৰ মহান ত্যাগৰ আগত সিহঁতৰ কৰ্ম যেন নিষ্প্ৰভ হৈ পৰিছিল। তথাপিও গিৰীণে শোকাকুল অন্তৰেৰে কৈছিল—নাকান্দিব আই, আপোনালোকৰ চৰম ত্যাগে দেশ উদ্ধাৰ কৰিব, আপোনাৰ নিচিনা শত-সহস্ৰ মুমূৰ্ষু মহিলাৰ জীৱনলৈ সুখ আৰু শান্তি ঘূৰি আহিবই।

শ্ৰীমতী বৰ্মণে চকুপানী মচি কৈছিল—বাচা। তোমালোকক মই আশীৰ্ব্বাদ কৰিছোঁ,—মোৰ স্বামীৰ মৃত্যুৰ কথা তোমালোকে যেন মনত ৰাখি কৰ্মত অগ্ৰসৰ হোৱা, তোমালোকৰ জয় অনিবাৰ্য্য।

সিহঁতে তেওঁক নমস্কাৰ জনাই পুনৰ গৈছিল, বীৰেন্দ্ৰ নাৰায়ণ দাসৰ ঘৰলৈ। চমতা ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীউপেন্দ্ৰ নাৰায়ণ দাসৰ পুত্ৰ আছিল বীৰেন্দ্ৰ নাৰায়ণ। তেওঁ নলবাৰী আইন মহাবিদ্যালয়ত পঢ়ি আছিল। পিতৃ-মাতৃৰ অত্যন্ত অনুগত বীৰেণ যিদৰে ৰাজহুৱা কিম্বা ব্যক্তিগত কামত আগ্ৰহী আছিল, সেইদৰে, কৃষি কাৰ্য্যতো সমানে মনোযোগ দিছিল। সদায় হাঁহি থকা ল'ৰাজনে ৮ফেব্ৰুৱাৰী তাৰিখে শান্তিপূৰ্ণ সমদলত অংশগ্ৰহণ কৰি "জয় আই অসম", "বিদেশী বহিষ্কাৰ কৰক", "অবৈধ নিৰ্ব্বাচন বন্ধ কৰক" ধ্বনিৰে আকাশ-বতাহ কঁপাই তুলিছিল। হঠাতে গুৰুম্-গুৰুম্ শব্দ হ'ল, ৰাস্তা-ঘাট গুলি-বাৰুদৰ ধোঁৱাৰে ধুৰঁলি-কুৰঁলি হ'ল। বহুতো আহত হ'ল, তিনিজনৰ থিতাতে মৃত্যু হ'ল। বীৰেণ গুলি লাগি মাটিত ঢলি পৰিল। শ্ৰীবৰদা শৰ্মাক হস্পিতাললৈ কেইজনমান যুৱকে গৰুৰ গাড়ীত তুলি লৈ গ'ল। পানী—পানী বুলি চিঞৰা বীৰেণক পানী দিবলৈ ধৰোঁতেই চি আৰ পি আহি উপস্থিত হ'ল। পানী আৰু দিয়া নহ'ল। পানীৰ পৰিবৰ্ত্তে চি আৰ পিৰ গোবহে পালে। বীৰেণক বেলশৰ থানালৈ আৰক্ষীৰ লোকসকলে লৈ গ'ল। দুটা গুলি পেটত সোমাই হৃৎপিণ্ড ভেদ কৰি যোৱা বীৰেণক যথা সময়ত চিকিৎসা কৰা হ'লে ভাল হ'লহেঁতেন, কিন্তু যথা সময়ত চিকিৎসা কৰা নহ'ল। মেডিকেল কলেজলৈ নিয়াৰ পথত ঘগ্ৰাপাৰাৰ কেঁকুৰীটো পাওঁতেই বীৰেণে ক'লে—"মই আহিলো আৰু, অসমীয়া জাতি সজাগ হওক।"

তাৰ পিছতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিছিল। সেইদৰে আইৰ চৰণত নিজকে অৰ্পণ কৰিছিল কাঞ্চাৰাম দাস আৰু শ্ৰীকান্ত বৰ্মণে।

সহস্ৰ শোকাকুল জনতাই একগোট হৈ ছাত্ৰসন্থাৰ প্ৰতিনিধি দলটোৰ মুখলৈ

চাই আছিল। গিৰীণে জানিছিল,—সেযা কিহৰ চাৱনি। শোকাকুল ৰাইজৰ চকুত যেন ফুটি উঠিছিল—অসহায়তা ॥ ক্ষোভ আৰু বিদ্ৰোহেৰে ভৰা সহস্ৰ চকুৰে যেন ছাত্ৰসন্থাৰ দলটোক প্ৰশ্ন কৰিছিল—আমি এতিয়া কি কৰিম ? কি কৰিম ??

গিৰীণে বিনম্ৰভাৱে আৰম্ভ কৰিছিল,—ৰাইজ, আপোনালোকে ধৈৰ্য্য নেহেৰুৱাব। অসমক আজি এইদৰে অশান্ত কৰাৰ গুৰিতে আছে নিৰ্ব্বাচনত সহযোগ কৰা ৰাজনৈতিক দলবোৰৰ ষড়যন্ত্ৰ। অসমৰ ৰাইজৰ প্ৰবল জনমতৰ বিৰুদ্ধে অসমবাসীৰ ওপৰত নিৰ্ব্বাচন জাপি দি অসমৰ আকাশে-বতাহে ভযাবহ ৰূপৰ সৃষ্টি কৰিছে। আন্দোলনৰ আৰম্ভণিৰে পৰা শাসনাধিষ্ঠ চৰকাৰে অসমৰ খিলঞ্জীযা সকলক হেয জ্ঞান কৰিছে আৰু নিৰ্ব্বাচন পতাৰ নামত পুলিচ বাহিনীক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি অসমৰ ডেকা-গাভৰুক প্ৰাণে মাৰিছে। ৰাইজ, ধৈৰ্য্য ধৰিবই লাগিব। আমাৰ নীতি,—অহিংস নীতি। আমি গান্ধীজীৰ আদৰ্শেৰে আগবাঢ়ি যাব লাগিব। সত্যৰ পথত বিপদ আছেই। আপোনালোকে পাণ্ডৱৰ কাহিনী জানে, ৰামৰ কাহিনী জানে। অহংকাৰৰ ধ্বংস অনিবাৰ্য্য। আজি আমাক সিহঁতে অত্যাচাৰ কৰিছে বুলি আমি হিংসাৰ আশ্ৰয ল'মনে ? নহয ৰাইজ, নহয। আমি মনত বল বান্ধি সৎ পথেৰে আগুৱাই যাব লাগিব। আজি আপোনালোকৰ বীৰ সন্তানসকলে অপৰাজেয মৃত্যু বৰণ কৰিছে, তেওঁলোকৰ আত্মাৰ সদ্‌গতিৰ কাৰণেই আমি আগবাঢ়ি যাব লাগিব। আমাৰ হাতত আজি সময বৰ কম। শেষত আমি ইযাকে কওঁ যে,—আপোনালোকে যাতে ঐক্য-সংহতি অটুট ৰাখে। "জয আই অসম"।

হৃদয়ত শোকৰ বেদনা লৈ উভতি আহোঁতে সিহঁতে শুনিছিল,—জনতাৰ কোলাহল। শত-সহস্ৰ নিপীড়িত জনগণৰ আৰ্ত্তনাদ—

কৃষকে বিনাই
শ্ৰমিকে কান্দে,
অস্পৃশ্য অসহায
সেই অসহায়ত,
সৃষ্টি আজি, বিদ্ৰোহ মহানল,
বোৱা শোণিতৰ ঢল, জল-মল জল-মল।

গুইন হাবি ডবাৰ মাজত হঠাতে আলোকহঁতে জীৱনক দেখি আচৰিত হ'ল। কুন্দন আগবাঢি আহিল আৰু জীৱনলৈ চাই ক'লে—আৰে! জীৱন তই? শুনিছোঁ, আমাৰ মাজতে পঞ্চাশ টকা ভেঁটিলৈ আন্দোলনকাৰীক ধৰাই দিছে, অয়ো মোক ধৰাই দিবলৈ আহিছ নেকি?

—নাই নাই, মোক অবিশ্বাস নকৰিবি। মই তোক ধৰাই দিবলৈ অহা নাই। মযো তোৰ লগ লবলৈহে আহিলোঁ।

—কিয় অহিংসা? অহিংসা তোৰ দেখোন ধৰ্ম্ম আছিল।

—এৰা, আছিল কুন্দন, আছিল, কিন্তু মোৰ আত্মাই মুক্তি বিচাৰিছে। কাৰাগাৰত সোমাই থাকি অহিংস নীতি আৰু কিমান মানি চলিবি? তই হযতো গম পাইছ চিত্ৰ বৰুৱাৰ মেডিকেল কলেজত মৃত্যু হৈছে। তাৰোপৰি, নলবাৰীৰ মছলপুৰত গুলীচালনা হৈছে। ৯তাৰিখৰ গুলীচালনাত অমল ভট্টাচাৰ্য্য, কৰুণা দাস, অনিল কলিতা, মইনুল আলিৰ মৃত্যু হৈছে।

কুন্দনে উত্তেজিত হৈ অট্টহাস্য কৰি উঠিল—ইমানেইনে জীৱন? আৰু নাই?—সি আকৌ অট্টহাস্য কৰিলে। জীৱনে তললৈ মূৰ কৰিলে। তাৰ্লৈ আজি জীৱনে চাব নোৱাৰা হৈছে।

—জীৱন, নামাত কিয়? এইযাই হ'ল তহঁতৰ অহিংস আন্দোলনৰ ভয়ানক ইতিহাস।—কুন্দনে আকৌ হাঁহিলে। বুজিছ জীৱন, বিদেশী নাগৰিকৰ লগত কিছুমান দুস্কৃতিকাৰীযে হাত মিলাইছে আৰু অসমৰ সাম্প্ৰদায়িকতাৰ সদ্ভাৱ হানি কৰিছে। গতিকে আমি আজি বহি থাকিব নোৱাৰোঁ। আমাৰ ওপৰত জাপি দিয়া নিৰ্ব্বাচন প্ৰতিৰোধ কৰিবলৈ মোৰ শেষ বিন্দু বক্ত থকালৈকে যুঁজিম জীৱন।

—সচাঁ কুন্দন, মযো শেষ বিন্দু বক্ত থকালৈকে যুঁজিম।

—তই? হাঃ, হাঃ, হাঃ তই যুঁজিবি? কিহেৰে? ঢাল-তৰোৱাল নোহোৱা নিধিৰাম চৰ্দাব।

—তেনেকৈ নকবি কুন্দন তেনেকৈ নকবি, আমি অহিংসাৰেহে যুদ্ধ কৰিছোঁ। গতিকে ঢাল-তৰোৱাল ক'বপৰা থাকিব? অহিংসাতকৈ ডাঙৰ অস্ত্ৰ কিবা আছেনে?

—হেৰৌ, মোক অহিংসাৰ কথা শিকাবলৈ নাহিবি। তোৰ যদি ভয় আছে যাগৈ। বুজিছ জীৱন, ৰামেও যুদ্ধ কৰিহে সীতাক উদ্ধাৰ কৰিছিল। কৃষ্ণয়ো শেষত অস্ত্ৰ লবলৈ বাধ্য হৈছিল। ইয়াৰ কাৰণ কি জাননে?

—দৈত্য-দানৱক নিপাত কৰা। মহিষাসুৰৰ অতপালি ধ্বংস কৰিবলৈ শেষত দেৱতাসকলে দুৰ্গাক সৃষ্টি কৰিছিল। দেশত অত্যাচাৰ কৰা অসুৰ বিলাকক মুঠতে বধ কৰিব লাগে। তেহে দেশলৈ শান্তি আহিব। দুষ্টক দমন কৰি সত্যক প্ৰতিস্থা কৰিব পৰাটোৱেই হে আচল ধৰ্ম্ম। আজি কেন্দ্ৰৰ আমাৰ প্ৰতি সদ্‌ভাৱ নাই, কেন্দ্ৰৰ আমি এলাগি সন্তান। আমাক মাতৃৰ মৰম দিয়া নাই।

জীৱনে গভীৰ ভাৱে কুন্দনলৈ চালে। ইমানবোৰ কথা কুন্দনে ক'ত শিকিলে? সিটো ইমান কথা কোনো দিনেই কোৱা শুনা নাছিল।

দুয়ো কিছুসময় মনে মনে থকা দেখি ওচৰতে নীৰৱে কাম কৰি থকা আলোকে ক'লে—বুজিছা জীৱন, তুমিও আমাৰ লগ লাগিবলৈ আহিছা যেতিয়া বৰ ভাল কথা হৈছে। কাৰণ আমি আজি অসমৰ জনগণৰ চিৰন্তন মুক্তি আৰু স্বাধীনতা প্ৰকাশৰ এটা সাৰ্থক বিপ্লৱ কৰিবলৈ ওলাইছোঁ। কেন্দ্ৰীয় চৰকাৰে আমাৰ মাজত যি বিদ্ৰোহৰ বীজ সিঁচি দিছে, যি বিলাক 'পশু চিকাৰী' আমাৰ মাজত নমাই দিছে, সেই বিলাকক ধ্বংস কৰিবলৈ আমি আজি আগবাঢ়িছোঁ। সেই অত্যাচাৰী শাসনৰ শেষ কৰিবই লাগিব আৰু ৰাইজে বিচৰা ধৰণৰ এটা চৰকাৰ আমি প্ৰতিস্থা কৰিব লাগিব। কেন্দ্ৰীয় চৰকাৰে জানিছে, আমি কি কৰিবলৈ ওলাইছোঁ। সেই কাৰণেই হয়তো যি কোনো প্ৰকাৰে অসমীয়া ৰাইজক পথভ্ৰষ্ট কৰি অসমৰ আশা-আকাংক্ষা কলিতে ধ্বংস কৰিবলৈ চেষ্টা কৰিছে।

—আলোকে কথা কৈ কৈ শিলৰ গুহাটোৰ ভিতৰলৈ সোমাই গ'ল।

জীৱনে ভাবিলে—সঁচাকৈয়ে সি আজি সঁচা বিপ্লৱ কৰিবলৈ আহিছে নেকি? তেনেহ'লে ইমান দিন সি কি কৰিছিল নাই, নাই, সি ভুল কৰা নাছিল। সি আন্দোলনেই কৰিছিল, সৎ আৰু ন্যায় পথেৰে যাবলৈ চেষ্টা কৰিছিল, কিন্তু তাৰ সন্মুখত যেতিয়া অন্যায হৈছে, অত্যাচাৰে তাণ্ডৱলীলা কৰিছে তেনেহ'লে সি মুমুৰ্ষ হৈ বহি থাকিব পাৰিব জানো? সি ঠিকেই কৰিছে। সি হিংসাৰ আশ্ৰয লবলৈ আহিছে, হয়তো সি মৰিব। সি জানে মৰিলেও তাৰ আত্মাটো অমৰ হৈ দুখীয়া দেশ খনতে পুনৰ জন্ম ল'ব। সি

চকুদ্‌টা মুদি দিলে। অন্ধকাৰ হাবিৰ মাজত তাৰ চাৰিওফালে যেন কিছুমান অদেহী আত্মা ঘূৰিব লাগিছে,—তাৰ এনে লাগিল।

সি চকুদ্‌টা মেলি দিলে। সি আজি অস্ত্র-শস্ত্রৰে সুসজ্জিত বিপ্লৱৰ আদৰ্শ লৈ আগবাঢ়ি যাব। মুঠতে সি যুদ্ধত প্ৰবৃত্ত হৈ অপশক্তিবোৰক ধ্বংস কৰিব আৰু এটা সংঘবদ্ধ শক্তিৰে অত্যাচাৰী শাসনৰ যৱনিকা পেলাব।

সি থিয হ'ল আৰু আকাশলৈ চালে। আকাশখন ডাবৰে ঢাকি আছে। এটাও তৰা তাৰ চকুত নপৰিল।

॥ ৬৫ ॥

কালিকা লগা দিনবোৰ আগবাঢি গৈছে। কন্দৰ্প, শৰৎ মুদৈ, প্ৰভাত, পৰাগ গোঁহাই, জয়ন্ত বৰা, অতুল শৰ্মা, অতুল মেধি, কেশৱ মহন্তকে ধৰি কেইজনমান ছাত্রনেতা জেলৰ পৰা মুক্তি পাইছে। ভৃগু, জয়নাথ শৰ্মাক নগাঁও জেললৈ আনিছে।

চাৰিওফালে বিভীষিকাৰ জঁযাল পৰিৱেশ এটা বিৰাজ কৰিছে। ধ্ৰুৱজিৎ, অমৰজিৎ, ৰাজীৱ ৰাণা, অভিজিৎ, মুকুল, তগৰ, আলোক গগৈ, কমল বৰা, দীপক ভূঞা, বুদ্ধেশ্বৰ, কৃষ্ণ দাস, দেবাঙ্গভূষণ, অৰুণ বৰা, মহেশ নাথকে ধৰি সমবয়সীয়া ছাত্র সকলেও একো একোটা বিপ্লৱৰ ফিৰিঙতি হৈ দেশৰ কামত জঁপিয়াই পৰিছে।

আন্দোলনৰ নেতা, সদৌ অসম ছাত্রসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদে কেতিয়াও নিৰ্ব্বাচন পাতিব নালাগে বুলি কোৱা নাই, তেওঁলোকে বিৰোধিতা কৰিছে বৃহৎ সংখ্যক অ-ভাৰতীয নাগৰিকৰ নামেৰে ত্ৰুটিপূৰ্ণ ভোটাৰ তালিকাৰ ভিত্তিত পতা নিৰ্ব্বাচনৰহে।

ল'ৰাহঁতৰ গাত স্থিৰতা নাইকিয়া হৈছে। ইন্দ্ৰৰ মনত ভাৱৰ হেন্দোলনি উঠিছে। অসমৰ ভোটাৰ তালিকাৰ বিষয়ে ভাৰত চৰকাৰে আৰু নিৰ্ব্বাচনী আয়োগে অতীততে দিয়া বিবৃতিবোৰলৈ মন কৰিলেই বিষয়টো পৰিষ্কাৰ হৈ পৰে।

১৯৭৮চনৰ ২৪অক্টোবৰৰ পৰা ২৬অক্টোবৰলৈ উটকামণ্ডত ৰাজ্যসমূহৰ মুখ্য

নিৰ্ব্বাচনী বিষয়া সকলৰ সন্মিলনত ভাৰতৰ মুখ্য নিৰ্ব্বাচনী আয়ুক্ত শ্ৰীশ্যামলাল শাকধৰে ভাষণত কৈছিল—"কিছুমান ৰাজ্যত, বিশেষকৈ উত্তৰ-পূব অঞ্চলত উদ্ভৱ হোৱা ভয়াবহ পৰিস্থিতিলৈ মই উল্লেখ কৰিব খোজোঁ। এই অঞ্চলৰ পৰা অহা প্ৰতিবেদনত প্ৰকাশ যে ভোটাৰ তালিকাত বৃহৎ সংখ্যক বিদেশী নাগৰিকৰ নাম সোমাই পৰিছে। এটা ক্ষেত্ৰত (অসম)ত পৰিলক্ষিত হৈছে যে ১৯৬১চনৰ সংখ্যাতকৈ ১৯৭১চনৰ জনসংখ্যা বৃদ্ধি হৈছে ৩৪.৯৮শতাংশ। ওচৰ-চুবুৰীয়া দেশৰ পৰা বহিৰাগতৰ আগমনেই এই বৃদ্ধিৰ কাৰণ বুলি কোৱা হৈছে। প্ৰব্ৰজন এটা সাধাৰণ নিয়মত পৰিণত হৈছে। দুটা লোকপিয়লৰ মাজৰ কালছোৱাত ৩৪.৯৮শতাংশ বৃদ্ধি হোৱালৈ চাই ১৯৬১চনৰ লোক পিয়লৰ তুলনাত ১৯৯১চনৰ লোকপিয়লত ১০০শতাংশতকৈ অধিক জনসংখ্যা বৃদ্ধি হোৱাৰ সম্ভাৱনা আছে বুলি ক'লে অত্যুক্তি কৰা নহ'ব। অৰ্থাৎ এনে এটা সময় আহিব, যেতিয়া ৰাজ্যখনত সংখ্যাগৰিষ্ঠ নহ'লেও বিদেশী নাগৰিকে জনসংখ্যাৰ এটা বৃহৎ শতাংশ অধিকাৰ কৰিব।" চৰকাৰ আৰু নিৰ্ব্বাচনী আযোগে ভাৰতীয় নাগৰিকত্ব নথকা বৃহৎ সংখ্যক লোকৰ নাম ভোটৰ তালিকাত অন্তৰ্ভুক্ত হোৱা বুলি স্বীকাৰ কৰা স্বত্বেও বিদেশী নাগৰিকৰ সমস্যাটো সমাধান নকৰাকৈ ১৯৭৯চনৰ ভোটাৰ তালিকা ব্যৱহাৰ কৰি অসমৰ জনসাধাৰণৰ ওপৰত নিৰ্ব্বাচন জাপি দি অসমৰ জনসাধাৰণক প্ৰৰোচিত কৰিছে।

ইন্দ্ৰই বেৰত আঁৰি থোৱা কেলেণ্ডাৰখনলৈ চালে। আজি ১২তাৰিখ, আৰু এটা দিনৰ পাছত প্ৰথম পৰ্য্যায়ৰ ভোট গ্ৰহণ কৰা হ'ব। ১৯৮৩চনৰ ৬জানুৱাৰী তাৰিখটো অসমৰ ৰাইজৰ বাবে এটা অভিশপ্ত দিন আছিল, কিয়নো সেইদিনাই অসমৰ প্ৰবল জনমতক আওকাণ কৰি ১৯৭৯চনৰ সম্পূৰ্ণ ভোটৰ তালিকাৰ ভিত্তিত ১৪, ১৭ আৰু ২০ফেব্ৰুৱাৰীত অসমত বিধান সভাৰ ১২৬খন আসনৰ নিৰ্ব্বাচন পতাৰ কথা ঘোষণা কৰে। ইতিপূৰ্ব্বে বিনা প্ৰতিদ্বন্দ্বিতাৰে বকোত কংগ্ৰেছ ( আই )ৰ প্ৰাৰ্থী এজন নিৰ্ব্বাচিত হৈছে। পৰহিলৈ তাত ভোট গ্ৰহণৰ কথা আছিল। অহা ১৭ আৰু ২০ফেব্ৰুৱাৰীত হ'বলগীয়া আন এটা সমষ্টিতো তিনিজন কংগ্ৰেছ (আই)ৰ প্ৰাৰ্থী বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্ব্বাচিত হৈছে বুলি সিহঁতলৈ বাতৰি আহিছে। স্বায়ত্ব শাসিত জিলাৰ এখন আসনৰ বাবে চাৰিজন প্ৰাৰ্থী থিয় হৈছে। নগাঁও, ধুবুৰী, তেজপুৰ, কলিয়াবৰ, যোৰহাট, ডিব্ৰুগড়, লক্ষীমপুৰ, কোকৰাঝাৰ,

বৰপেটা আৰু গুৱাহাটীৰ লোকসভা সমষ্টিবোৰৰ বিধানসভা খণ্ডৰ ভোট গ্ৰহণো ১৪তাৰিখে অনুষ্ঠিত হ'ব।

ৰাজ্যত সামগ্ৰিক পৰিস্থিতি অতি উত্তপ্ত হৈ পৰিছে। চুকে-কোণে নিৰ্ব্বাচন বিৰোধী প্ৰতিবাদৰ ধ্বনি উঠিছে, ইফালে চৰকাৰৰ দমনমূলক নীতি অব্যাহত আছে।

কথাবোৰ ভাবি ভাবিয়েই ইন্দ্ৰ দন্দুৱালৈ যাবলৈ ওলাল। ১৪তাৰিখে তাত ভোট গ্ৰহণ কৰা হ'ব। এটা দিন সিহঁত তাত থাকিব আৰু ছাত্ৰনেতা সকলৰ লগত গাৱেঁ গাৱেঁ গৈ শান্তি-সম্প্ৰীতি যাতে অটুট থাকে, তাৰ কাৰণে ব্যৱস্থা ল'ব।

ফজ্‌লুৰ্ কৰিম, জীৱন বৰা আৰু প্ৰদীপহঁতে তাত ইতিমধ্যে কাম কৰি আছে।

সিহঁত গৈ মৰিগাঁও পালেগৈ। কোনেও যাতে হিংসাত্মক কাৰ্য্যত প্ৰবৃত্ত নহয়, তাৰ বাবে সকলো ৰাইজক সাৱধান কৰিলে। শান্তি-সম্প্ৰীতি অটুট ৰাখি ভোট গ্ৰহণত ৰাইজে ভোঁটা দিব লাগিব, তাৰ বাবে প্ৰতিজন ৰাইজে সতৰ্কতা অৱলম্বন কৰিব লাগিব। সিহঁতে তাত মিটিং কৰি জাৰ্জৰিলৈ যাব। তাতো সিহঁতে কাম কৰিব লাগিব।

মৰিগাওঁ, দন্দুৱা। ১২ফেব্ৰুৱাৰী। লক্ষীকান্ত ডেকাই সমূহ ৰাইজক বকুল তলত গোট খাবলৈ আহ্বান জনালে। তেতিয়া সন্ধিয়াৰ বেলি কেনোবা দূৰ সাগৰৰ বুকুত লুকাই পৰিছে। আকাশত তৰাবলীয়ে নাচিব নোৱাৰি বেদনাত ভাৰাক্ৰান্ত হৈছে। বকুলৰ গোন্ধ, শেৱালিৰ সুবাসে ইতিপূৰ্বে পৃথিৱীৰ পৰা বিদায় মাগিছে। শুকান বকুল ফুলবোৰৰ ওপৰেদি খোজ কাঢ়ি আহিছে ঃ অলেখ আন্দোলনকাৰী ৰাইজ। বকুল তলত সমবেত হোৱা ৰাইজলৈ উদ্দেশ্য কৰি লক্ষীকান্ত ডেকাই ক'লে—ৰাইজ। আজি আমাৰ ইয়াত ভোট কেন্দ্ৰ পাতিবলৈ চি আৰ পি বাহিনী আহিব। কিন্তু আমি ইয়াত ভোট গ্ৰহণ কেন্দ্ৰ পাতিবলৈ কেতিয়াও নিদিওঁ, আমি পথ অৱৰোধ কৰিম। আজি আমি জীৱন মৰণৰ সন্ধিক্ষণত উপনীত হৈছোঁহি।

সমূহ ৰাইজক উদ্দেশ্য কৰি ফজ্‌লুৰে ক'লে—ৰাইজ। চৰকাৰে আমালৈ কাঢ়িয়াই আনিছে—যুদ্ধৰ প্ৰত্যাহ্বান। কিন্তু আমি যুদ্ধ নকৰোঁ, অহিংসাই আমাৰ ধৰ্ম্ম। আজি আৰু কালিলৈ গোটেই দিন আৰু ৰাতি আমি পহৰা দিম আৰু পথবন্ধ কাৰ্যসূচী পালন কৰিম।

দেৱ বৰাই উদাত্ত কণ্ঠেৰে ক'লে—ৰাইজ। আমাৰ জীৱন ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল—আমাৰ দেশ। অন্যায়ভাৱে আমাৰ ওপৰত যি নিৰ্বাচন জাপি দিছে, তাৰ প্ৰতিবাদ আমি কৰিমেই।—লগে লগে জনতাই চিঞৰি উঠিল—কৰিমেই কৰিমেই।

চন্দন! সকলোৱে চন্দনলৈ ফিৰি চালে। দেৱ আচৰিত হ'ল। চন্দন ক'ৰ পৰা ওলালহি? সি দেখোন জাৰ্জৰিত থকাৰ কথা আছিল।

চন্দনে হাত এখন ওপৰলৈ ডাঙি চিঞৰি উঠিল—

আইক পূজিবলৈ আহিছোঁ ওলাই

তপ্ত ৰক্ত শিৰাই শিৰাই।

আমি অন্যায়ৰ প্ৰতিবাদ কৰিমেই। অসমৰ মানুহখিনিক সিহঁতে কি বুলি ভাবিছে? ৰাইজ, আপোনালোকে দেখুৱাই দিব লাগিব—অসমৰ মানুহ কাপুৰুষ নহয়। আপোনালোকৰ ওপৰত সকলো দায়িত্ব আমি অৰ্পণ কৰিলোঁ। আপোনালোকে মৰিগাঁও, দন্দুৱাৰ সন্মান ৰাখিব লাগিব। এতিয়াই আমি জাৰ্জৰি, মাজগাঁৱলৈ যামগৈ। সময় ওচৰচাপি আহিছে ৰাইজ, জয় আই অসম।

দেৱ, চন্দন আৰু ইন্দ্ৰ মিটিং শেষ কৰি জাৰ্জৰিলৈ বুলি ৰাওনা হ'ল। ইফালে সেইদিনাই দন্দুৱা, মৰিগাঁৱৰ ৰাইজে পথবন্ধ কাৰ্যসূচী পালন কৰিবলৈ ৰাজপথত গোট খালেহি। লম্বোদৰ ডেকাই লৰা-লৰিকৈ তাৰ লুপুৰীটোৰ দুৱাৰখন জৰী এডালেৰে বান্ধি ঘৈণীয়েকক চাবলৈ ঢাপলি মেলিলে। ঘৈণীয়েক গৈ মাকৰ ঘৰত আছে। ডেৰমাইল দূৰ হ'লেও সি তাৰ এমহীয়া প্ৰথম সন্তানটো চাবলৈ যাবই। কাৰণ সংগঠনৰ কামত লাগি থাকোঁতেই কালি যাবলৈ সি সময়কে উলিয়াব নোৱাৰিলে।

সি কুকুৰ খোজেৰে পকা আলিবাটেদি খোজ দিলে। বাটত যাওঁতে তাৰ কিবা চিন্তাবোৰহে আহিল—সি যদি মৰে? মৰিলেও মৰিব। সংসাৰতনো কোন মানুহ চিৰদিন জীযাই থাকে। জন্ম, মৃত্যু আৰু বিবাহ—ভগৱানৰ হাতত। সেইবোৰ যি নহওক, সি তাৰ প্ৰিয়তমা প্ৰিয়া আৰু অকণমান সন্তানটিৰ পৰা বিদায় লৈ আহিবই লাগিব। সি গৈ প্ৰিয়াৰ ওচৰ পালেগৈ। কেঁচুৱাটো বুকুত সুমুৱাই লৈ চুমা খালে। যিমানবোৰ কথা পাতিম বুলি গৈছিল সি কোনো কথাকেই ঘৈণীয়েকৰ লগত পাতিব নোৱাৰিলে। ঘৈণীয়েকৰ ওচৰৰ পৰা বিদায় লৈ আহোঁতে তাৰ দেৰিযেই হলহি। আঁউসীৰ নিশা ঘোপমৰা

অন্ধকাৰৰ মাজে মাজে আহি সি জনতাৰ লগত পথৰুদ্ধ কাৰ্য্যসূচীত যোগ দিলেহি।

লাহে লাহে নিশা আগবাঢ়িল। দিনৰ ভিতৰত চি আৰ পিৰ গাড়ী নাহিল। ইফালে কণ চিপাহীৰ দলে সুবিধা চাই ফুৰিলে—ক'ৰবাত কিবা গণ্ডগোলটো লগাব পাৰি।

ফজলুৰ, কৰিমহঁতে ৰাইজক জনাই দিলে—যদি চি আৰ পিৰ গাড়ী আহে তেনেহ'লে নামঘৰত ডবা বজাই দিয়া হ'ব। ৰাইজ আহি নাওকটা আলিবাটত নিশাটোৰ কাৰণে গোট খালেহি।

আলিবাটৰ পৰা অলপ দূৰত গছৰ তলত বহি গাঁৱৰে মণিৰাম, ভোগৰাম, জামানে কথা পাতিলে—সিহঁতে দল্দুৰালৈ সোমাব পৰা একমাত্র দলংখন জ্বলাই দিব। তেতিয়া চি আৰ পি বিলাকৰ বেছি খং উঠিব আৰু যেনে-তেনে গাঁৱত গাড়ী সুমুৱাই দি পৰিস্থিতি বেযাৰ ফাললৈ নিব।

—ঠিক কৈছ মণিৰাম। তেনেহ'লে ব'ল। টকা লৈছোঁ যেতিয়া কাম কৰিবই লাগিব। ব'ল মণিৰাম, ব'ল জামান। সোনকাল কৰ। ৰাতি আগবাঢ়ি আহিছে।

সিহঁত দুপৰ নিশা ৰাইজৰ মাজৰ পৰা হঠাতে নাইকিয়া হ'ল আৰু দলং জ্বলোৱাৰ সা-সৰঞ্জাম লৈ পথাৰৰ মাজে মাজে খোজ দিলে।

গহীন এন্ধাৰ নিশা ৰাইজৰ কোনেও সিহঁতক নেদেখিলে।

সিহঁত গৈ দলংখনৰ ওচৰ পালেগৈ। ভোগৰামে জামানলৈ চাই ক'লে—হেৰৌ, সোনকাল কৰ। পেট্রল ঢালি দে। —কথা মতেই কাম। জামানে পেট্রল ঢালি দিলে। মণিৰামে ক'লে—জ্বলা।

জামানে দিয়াচলাই কাঠিটো মাৰি চিঞৰি ক'লে—পলা।

সিহঁতে পথাৰেদি দৌৰিবলৈ ধৰিলে। এবাৰ পিচলৈ ঘূৰি চাই ভোগৰামে দেখিলে—একুৰা লেলিহান শিখাই দলংখন আগুৰি ধৰিছে। উস্, ৰাতিপুৱাই ৰাইজক ফজলুৰহঁতে বাৰে বাৰে সঁকিয়াই দিছিল—যাতে কোনেও দুষ্কৃতি নকৰে। কিন্তু সিহঁতে কৰিলে কি? অলপ পইচাৰ কাৰণে ৰাইজক মৰিবলৈ বাট উলিয়াই দিলে। এতিয়া নৰহত্যা বাহিনীয়ে গাঁৱত তিতিৰি-তুলা হৈ এফালৰ পৰা গুলিয়াই যাব।

—হেৰৌ ভোগৰাম! পিচ পৰিছ কিয়? ধৰা পৰিব লাগিলে ৰাইজে একেবাৰে শেষ কৰিব।

—ভাবিছো জামান, পাপ কৰিলো নেকি ?

—পাপ ? আৰে, পাপ নাই ক'ত ?

জামানে বহুল পথাৰখনৰ মাজতে অকলে হাঁহিলে। ভোগৰামৰ কিন্তু ভয় লাগিল। সি ভয়তে কঁপিবলৈ ধৰিলে। মণিৰামে তালৈ চাই ক'লে— এতিয়া ভয় কৰিলে হ'বনে ? টকাখিনি লওঁতে ভয় নালাগিছিল আৰু ছোৱালীজনীৰ প্ৰাইমেৰী স্কুলৰ চাকৰিটো দেখোৱান টুপ্‌কৈ লৈ বৰ বৰ কথা কৈ আহিছিলি। ব'ল, এতিয়া ৰাইজৰ লগত মিলি যাব লাগিব। চাল্লা নিমখহাৰাম, এতিয়া ভয় দেখুৱাবলৈ আহিছ।

ভোগৰামে ক'লে—এৰা, ৰাইজৰ লগত লগ নালাগিলে ধৰা পৰিব লাগিব।

হঠাতে ফজলুৰ, কৰিমহঁতে দলঙৰ জুই আৰু চি আৰ পিৰ গাড়ী পথাৰেদি নাওকটা আলিলৈ সমূহবাই অনা দেখি একো বুজিব নোৱাৰিলে। মাত্ৰ সিহঁতে চিঞৰিলে—ৰাইজ, ডবা বজাওক। —বিপদ—বিপদ—নাওকটা পথলৈ চি আৰ পিৰ গাড়ী সোমাইছে, কোনোবাই দলঙত জুই দিছে ৰাইজ।

গাৱঁত ডবা বাজি উঠিল। প্ৰতি গাৱঁৰ ডবাত বাজি উঠা বিপদ সংকেতৰ ধ্বনিয়ে ৰাইজক সজাগ কৰি তুলিলে। ৰাতি আঠে বজাত পাটিত পৰি থকা জীয়াৰি-বোৱাৰী সাৰ পাই উঠিল। যেনেকৈ আছিল তেনেকৈয়ে জ্যুতিকা, জুনু দেৱী, গুলবানু, ভণ্টী, মিনতি, বেজিয়া গাৱঁৰ আলিলৈ ওলাই গগন ফটাই চিঞৰিলে—

আহ ঐ আহ
ওলাই আহ,
চি আৰ, পিক ভেটিবলৈ আহ,
ৰাইজ মৰিলে—আমিও মৰিম
ভোট কেন্দ্ৰ পাতিবলৈ নিদিওঁ
নিদিওঁ নিদিওঁ
আহ—আহ ৰণলৈ যাওঁ।

সমূহ ৰাইজ, জীয়াৰি-বোৱাৰী আহি নাওকটা তিনি আলিত চি আৰ পিৰ গাড়ী ভেঁটা দিবলৈ অৱস্থান কৰিলেহি।

সময় খৰ গতিৰে আগবাঢ়িল। ভোগৰাম, মণিৰাম, জামানহঁতো আহি ৰাইজৰ লগত লগ হ'লহি।

সিহঁতে নিজ চকুৰে দেখিবলৈ পালে, মিলিটেৰীৰ গাড়ী এখন এখনকৈ পথাৰৰ্দি লানি লাগিছে। সিহঁতে ভোটৰ বাকচ লৈ আহিছে।

জনতাই চিঞৰিৰ উঠিল—জয় আই অসম। নিৰ্ব্বাচন বন্ধ কৰক, বন্ধ কৰক।

"মৰে অসম জীয়ে কোন
জীয়ে অসম মৰে কোন ?"

গাড়ী ওচৰ চাপি আহিল। গছৰ ডালত নীৰৱে জুপুকা মাৰি থকা ফেঁচাই নিউ-নিউ কৰি চিঞৰিৰ উঠিল। মৰ আঁউসীৰ শেষ নিশা নিয়তিৰ অট্টহাস্যই নাওকটা পথৰ কাষৰ বন-বননি কঁপাই তুলিলে। গাড়ীৰ হেড্ লাইটৰ পোহৰত নিমাখিত মানুহখিনিৰ মুখবোৰ জিলিকি উঠিল,—বলিদানৰ প্ৰতিশ্ৰুতিৰে কঠোৰ একোখনি মুখ। অস্ত্ৰ বিহীন এজাক মানুহৰ মুৰ্ত্তি প্ৰকাশেঁ মিলিটেৰী বাহিনীক বিচলিত কৰি তুলিলে। অন্ধকাৰ ভেদি কিছুমান শব্দ ভাঁহি আহিল। সেয়া বন্দুকধাৰী চি আৰ পিৰ বুট জোতাৰ শব্দ। বাইজে পুনৰ জয়ধ্বনি দিলে—"জয় আই অসম'—লগে লগে অন্ধকাৰ ভেদি ৩৬জাই গুলিৰ শব্দই মৰিগাওঁ, দন্দুৱাৰ প্ৰাণ কঁপাই তুলিলে। আলিৰ ধুলিত বাগৰি পৰিল—লম্বোদৰ, তৰুণ, লোচন, জুতিকা আৰু জুনুদেৱী।

বুকুৰ কেঁচা তেজেৰে অসমী আইৰ কেঁচা মাটি আকৌ এবাৰ ৰাঙলি হ'ল। কেঁচা তেজৰ গোন্ধে হাজাৰ হাজাৰ জনতাক বলীয়া কৰিলে। ৰাইজে মিলিটেৰীৰ গাড়ীলৈ খেদি গ'ল। অন্ধকাৰ নিশা, কোনেও কাকো নেদেখে। গাড়ীৰ হেড্ লাইট পৰ্য্যন্ত নুমুৱাই দিলে নৰহত্যাকাৰীৰ দলে। তথাপিও ৰাইজে খেদি গ'ল—তহঁতে ভাবিছ নেকি এনেকৈ অসমীয়াক মাৰি শেষ কৰিবি ? —হাজাৰ হাজাৰ জনতাই গাড়ী ঘেৰাও কৰিলে, কিন্তু চি আৰ পিৰ গাড়ীৰ হেড্ লাইট জ্বলাই দি নিমিষতে সিহঁতে ভোটৰ বাকচ লৈ সেই ঠাইৰ পৰা পলাই গ'ল।

ভোগৰাম, মণিৰাম, জামানহঁত কেতিয়াবাই তাৰ পৰা আঁতৰ হৈছিল। নিজৰ বাই-ভনী, আত্মীয় সকলৈ বিপদ কঢ়িয়াই আনি সিহঁতে জানো বাচি থাকিব পাৰিব ? এদিন সিহঁতৰ বিচাৰ নহ'ব জানো ?

জামানে পথাৰৰ মাজত মদৰ বটলটোৰ পৰা এগিলাচ মদ ঢালিলৈ এঢোক মাৰি বহলকৈ চকুহাল মেলি চাৰিওফালে চালে—তেতিয়াও পোহৰ হ'বলৈ বহুত বাকী—দূৰত সিহঁতে মানুহৰ আৰ্তনাদ আৰু চিঞৰ শুনিবলৈ পালে।

আমানে নিচাতে চিঞৰি মাতিলে—ঐ ভোগৰাম! কোনে কান্দিছে অ' —কোনে চিঞৰিছে?

মদৰ নিচাতে ঢলং পলং কৰি ভোগৰামে ক'লে—মানুহ অ' মানুহ, মানুহে বিনাইছে, মানুহক বোলে চি· আৰ পিযে গুলিয়াইছে। হাতত বন্দুক নাই, যুদ্ধ কৰিবলৈ আহে—হাঃ-হাঃ এই অসমীয়া বুৰ্ব্বকজাকে,—সিহঁতে অহিংসা কৰিছে—অহিংসা—!!

॥ ৬৬ ॥

১২তাৰিখৰ মাজ নিশাতেই চন্দন আৰু দেৱই দন্দুৱাৰ ঘটনা শুনিবলৈ পাইছিল। কিন্তু, সিহঁতৰ কোনো উপায নাছিল। বাতিপুৱালৈ সিহঁতে পৰোজ আৰু শংকৰৰ মৃত্যুৰ খবৰ শুনি মৰ্মাহত হৈ পৰিছিল। ঘৰৰ পৰা নিশা ভাত খাবলৈ আহিম বুলি মাকহঁতক কৈ যি ওলাই গ'ল—সিহঁত আৰু ঘূৰি আহিব নোৱাৰিলে। দুৰ্বৃত্তই বাটতে সিহঁত দুটাক ধৰি হত্যা কৰিলে আৰু প্যানীগাঁও চাৰিআলিত পেলাই থৈ গৈছে বুলি সিহঁতে জানিব পাৰিলে। কিন্তু সেই খবৰ পাযো সিহঁত চহৰলৈ আহিব নোৱাৰে, কাৰণ—পুলিচে সিহঁতক ধৰিবলৈ খেদি ফুৰিছে। ইফালে ১০ আৰু ১১তাৰিখে কামৰূপ, দৰং, লক্ষীমপুৰ জিলাকে ধৰি ১০জন অসমৰ বীৰ সন্তানে প্ৰাণ হেৰুৱাইছে। দেৱই মনে মনে থকা দেখি চন্দন সিঙে সুধিলে—দেৱ, কি ভাবিছ?—চকলাঘাট গাৱঁৰ বাঁহতলীত কেঁচা মাটিত বহি আন্ধাৰতে চন্দনে দেৱলৈ চালে।

—কি ভাবিবি আৰু? আমাৰো দিন ওচৰ চাপি আহিছে যেন পাইছোঁ।

—অ' তই হ'বলা ভয় খাইছ?

—ধেৎ পগলা পাইছ নেকি ভয খাম যে? পিছে ইমান যে মানুহবোৰ মাৰিছে তাৰ ফল হ'বনে চাগৈ?

—কিয় নহ'ব, কামৰ ফল সদায আছেই। আমি কিবা নিজৰ কাৰণে কৰিছোঁনে? বাৰু, তোৰ হাতত থকা কাগজখন চাওঁ?

—কিনো চাবি? তাত শ্বহীদৰ নামহে আছে।

—কোন তাৰিখৰ?

—১০ আৰু ১১তাৰিখৰ।—দেৱই কথা কৈ কৈ জেপৰপৰা কাগজখন উলিয়াই দিলে। চন্দনে আন্ধাৰতে টৰ্চটো জ্বলাই বিজুলী বেগেৰে পঢ়ি গ'ল—প্ৰভাত পাটগিৰি, মুনিন বৰুৱা, ধীৰেণ বড়ো, গোবিন্দ দাস, গিৰিশ সুত, উপেন দাস, জ্যোতিষ চৌধুৰী, তপন বৰুৱা, কৰ্ণেশ্বৰ নাথ, মহেন্দ্ৰ নাথ, সত্যনাথ দাস, প্ৰভাত চেতিয়া, ভদ্ৰেশ্বৰ নাথ, গোলোক দাস, বীৰেশ্বৰ কলিতা, ভগৱান শৰ্মা, গহীণ ডেকা, মদন গগৈ, মঞ্জুৰাণী মহন্ত, গঙ্গা কলিতা।

চন্দনে হুমুনিয়াহ এটা কাঢ়ি কাগজখন দেৱলৈ আগবঢ়াই দিলে।

—পিছে দেৱ, এনেকৈয়ে থাকিবিনে ?

—কিয় থাকিম ? এতিয়া আৰু ৰ'বৰ সময় নাই।

—বুজিছ দেৱ, কালিলৈ ১৩তাৰিখ হ'লেই। আমি সকলো সাজু হ'ব লাগিব। ৰাতিপুৱাই জাঁজীৰৈলৈ যাব লাগিব। কালিৰ পৰা আমি জাঁজীৰত ঘাঁটি পাতিব লাগিব। ঘৰে ঘৰে গৈ জীয়াৰি-বোৱাৰী উলিয়াই আনি ভোট-কেন্দ্ৰ পতাত বাধা দিব লাগিব। এইখন মূলা গাভৰুৰ দেশ—দেৱ, মূলা-গাভৰুৰ দেশ।—আন্ধাৰতে চন্দনে হাঁহিলে—দূৰত দেখা জোনাকী পৰুৱাৰ টিপ্ টিপ্ চাকিৰ পোহৰত দেৱই চন্দনৰ বুকুৰ মুখখন চাবলৈ চেষ্টা কৰিলে।

—এৰা, এইখন মূলা গাভৰুৰ দেশ।

তুৰ্বকৰ প্ৰথম ৰণত মূলা গাভৰু আৰু তেওঁৰ স্বামীয়ে কলিয়াবৰত নিজৰ জীৱন দি ৰণ কৰিছিল আৰু দুইমোনি শিলৰ ওচৰতে তুৰ্বকৰ অজেয় শক্তি ধ্বংস পাইছিল। ১৬০৩—১৬৬১খৃঃলৈকে মুছলমানৰ আক্ৰমণে অসমত তীব্ৰ ৰূপ ধাৰণ কৰিছিল আৰু প্ৰতাপসিংহকে ধৰি আহোমৰ ৰজাসকলে সেই আক্ৰমণক বাধা দিবলৈ বিশাল ব্ৰহ্মপুত্ৰক লগাই প্ৰকাণ্ড গড়-কোঠ নিৰ্ম্মাণ কৰাইছিল, প্ৰতাপসিংহৰ দিনত কলিয়াবৰৰ পশ্চিমে পাহাৰ সদৃশ চামধৰা গড় আছিল আহোম ৰাজ্যৰ ধৰণীস্বৰূপে। আজি আমাৰ দেশৰ কোনো ধৰণীয়েই নাই। কিহক অৱলম্বন কৰি আজি আমি আগবাঢ়ি যাম ?

—তই ঠিকেই কৈছ চন্দন। কিহক আশ্ৰয় কৰি আমি আজি আগবাঢ়ি যাম ?

—এৰা, কিহক আশ্ৰয় কৰি,—কিয় সত্যক আশ্ৰয় কৰি ?—চন্দন অস্থিৰ হ'ল। সি দেৱক সুধিলে—ৰাতিপুৱাবলৈ আৰু কিমান সময় বাকী ?

সৰু ঘড়ীটো টৰ্চ মাৰি চাই দেৱই ক'লে—আঠটো বাজিছে, আৰু ঘণ্টাৰ পিছতহে ওলাব পাৰিবি।

চন্দন ছটফটাই উঠিল। তাৰ যেন সৰু আত্মাটোৱে সঁজাৰ পৰা সুবিধা পালেই ওলাই যাবলৈ হাঁহাকাৰ লগাইছে। বতাহত বিষাদৰ বা বলিছে। এজাৰ, শিমলু আৰু বাঁহ গছৰ পাতবিলাক ক্ৰন্দনমুখি হৈ তললৈ দোঁখাই পৰিছে। সি যেন সময়ৰ কোলাত ভাগৰি পৰিছে। চন্দনে ক'লে—বুজিছ দেৱ—

দুখৰ মাটিত মই শুই আছোঁ
শিতানত মোৰ
সপোনৰ সঁচাৰ কাঠি ॥

দেৱই চন্দনৰ কবিতা শুনি ভাবিলে—আজি তাৰ কি হ'ল ?

দেৱই মাটিত চুঁচৰি আগবাঢি গ'ল আৰু আৱেগত তাক সাৱটি ধৰিলে। কিছুসময় সিহঁতে নিতাল মাৰি থকাৰ পিছত চন্দন একেচাবেই উঠি বহিল—

—দেৱ, এতিয়া কামৰ সময়, আৱেগিকতাৰ সময় নহয়।

—মযো জানো চন্দন। কিন্তু হঠাতে জানো কিয মনটো বিঙা-বিঙা লাগিছে।

—বাদ দে, এতিযা উঠ। সোৱা পুবৰফালে চাচোন—বুলি ওপৰলৈ উঠি আহিছে।

সিহঁত দুয়ো ঠিয হ'ল, সেই সময়তে দেখিলে—কুকিলৰ সৈতে চাৰিটামান ল'ৰা সিহঁতৰফালে আহি আছে।

—আৰে, ক'ৰ পৰা আহিলি কুকিল ?

—গুৱাহাটীৰ পৰা অহা আজি দুদিনেই হ'ল। তহঁতক বিচাৰি বিচাৰি আহি ওলাইছোঁহি। গম পাইছই নহয পৰোজ, শংকৰ গ'ল, এতিযা চা—বাৰ তাৰিখৰ হিচাব—কামৰূপৰ খেখৰী বৈশ্য, দেৱেশ্বৰ ঠাকুৰীযা তাৰ পিছত দৰং জিলাৰ সোমেশ্বৰ শইকীয়া, লক্ষীমপুৰ জিলাৰ তেপুৰাম গগৈ, মোহন গগৈ, নগাঁও জিলাৰ শংকৰ কটকী, পৰোজ বৰা, মঘা বাংথাই, ৰংমলি বাংথাই, শম্ভু পাল, ইলডা কোৱঁৰ, বংধৰ গগৈ, নবকান্ত বৰদলৈ, নৌবিষা কোবঁৰ, ফণীধৰ পাতৰ, খগেন ডেকা, ভুলিনাথ পাতৰ আৰু প্ৰসন্ন নাথৰ মৃত্যু হৈছে।

চন্দনে হুমুনিয়াহ কাঢ়ি ক'লে—আৰু নোৱাৰি কুকিল, আৰু সহ্য কৰিব নোৱাৰি। আজি আমি জাঁজীৰলৈ যাবলৈ ওলাইছোঁ। কালিলৈ তাত ভোট গ্ৰহণৰ কথা। আমি যিকোনো প্ৰকাৰে তাত বাধা প্ৰদান কৰিবই লাগিব।

—তহঁতৰ জয় হওক। জয় হওক চন্দন, মই যাওঁ। আজিয়েই মই গুৱাহাটী পাবগৈ লাগে।

—বাৰু যা কুকিল—বিদায়।

কুকিল গুচি গ'ল আৰু সিহঁত জাঁজিৰিলৈ ৰাওনা হ'ল। মাজগাঁও, জাঁজিৰিকে ধৰি প্ৰতিখন গাবঁৰ প্ৰতি ঘৰ মানুহক সিহঁতে দিনৰ ভিতৰতে সজাগ কৰি তুলিলে। জাঁজিৰিত ভোটকেন্দ্ৰ পাতিব নোৱাৰে। চন্দনে চোতালে চোতালে গৈ সকলোকে জাগ্ৰত কৰিলে—তোমালোক সকলো জীয়াৰি-বোৱাৰী ওলাই আহিব লাগিব। চি আৰ পিলৈ ভয় নকৰিবা। এইবাৰ চি আৰ পিক আমাক গুলিযাবলৈ সুবিধা নিদিওঁ।

গোটেই দিনটো সিহঁতে ঘৰে ঘৰে কাম কৰি সন্ধিয়া গাৱঁৰ পৰা আঁতৰি নিজান পথাৰৰ মাজলৈ গ'লগৈ। পথাৰৰ মাজতে সিহঁতে খবৰ পালে শশীকান্ত বৰুৱা, কেৰপাই পাতৰ, শুক্ৰেশ্বৰ বৰদলৈ, মনো পাতৰ, অনন্ত শইকীয়া, হলিৰাম পাতৰে আজিৰ দিনটোতে মৃত্যু বৰণ কৰিছে।

চন্দনে দেৱলৈ চাই ক'লে—বাপু দেৱ! চি আৰ পিৰ গুলিয়ে যেনিবা আমাৰ মানুহ মাৰিলেই কিন্তু বিদেশী দুৰ্বৃত্তই আমাৰ মানুহ মাৰিবলৈ সাহস পালে ক'ৰ পৰা ?

—ক'ৰ পৰা পাব ? আমাৰ ৰজা সকলৰপৰা। আমাৰ ৰাইজৰ তেজ শুহি খাবলৈ সেই বিদেশী দুৰ্বৃত্তবোৰক আমাৰেই ৰদনহঁতে হাস্নাৰ কৰি আনিছে, টকা দিছে, প্ৰাণে মাৰিবলৈ উচটাইছে।

—অকল বিদেশী দুৰ্বৃত্তই নহয়, আমাৰ থলুৱা লোকেও সিহঁতক সহায় কৰিছে, নহ'লে কিবা সাহস পাবনে ?

—কেনেকৈ সাহস পাব ? আমাৰ কিছুমানে টকা লৈ আমাৰেই বিপক্ষে কাম কৰিছে। সিহঁতৰ কাৰণেই আজি ঠায়ে ঠায়ে হিংসাত্মক ঘটনা ঘটিছে। কোনো কোনো ঠাইত বোলে ক'লা পোচাক পিন্ধা অচিনাকী মানুহো ৰাইজে দেখিবলৈ পাইছে।

—উস্, কেনেকৈ সহ্য কৰিবি দেব, আমাৰ আকাশ মাৰ্গত বিদেশী হেলিকপ্টাৰ উৰিছে। অসমৰ মাটিত ৰাজাকাৰ বাহিনী নমাই দিয়া হৈছে বুলি জানিব পৰা গৈছে।

—কথা কৈ কৈ চন্দনে খেৰণী ডবাতে শুই দিলে। ক'ৰবাত নাম নজনা চৰায়ে বিনালে। বহুত দূৰত কুকুৰে কন্দা শুনা গ'ল।

—চন্দন, ৰাতি বহুত হ'ল, এতিয়া আৰু এইবোৰকে বলকি থাকিলে হ'বনে? কাইলৈ ১৪তাৰিখ, আমি হাতে-কামে লাগি যাম, চিন্তা নকৰিবি। —কথা কৈ কৈ সিও খেৰণীডৰাতে শুই পৰিল।

নিশা শেষ হৈ আহিছে, হয়তো অলপ পিছতে পোহৰৰ শিখাই সিহঁতলৈ কঢ়িয়াই আনিব ঃ এটা নতুন দিন। সেই দিনটোবা কেনেকুৱা হয়? —হয়তো সুন্দৰ হ'ব, হয়তো ৰক্তাক্ত হ'ব।

ধেৎ, সি এইবোৰ কি ভাবিছে? —দেৱেই চকুহাল জোৰকৈ মুদি খেৰণী ডৰাৰ ওপৰত বাগৰ দিলে। লাহে লাহে ক্লান্ত হৈ পৰা চকুলৈ অলসতা নামি আহিল আৰু আপোনা আপুনি চকুহাল মুদ খাই গ'ল।

কিন্তু অলপ দূৰত নিতাল মাৰি পৰি থকা চন্দনৰ চকুত টোপনি নাহিল। কত দিন সি শোৱা নাই। ৰাতি ঘূৰি ফুৰাৰ কাৰণে তাৰ মাক-দেউতাকে আৰু বায়েকে-ভনীয়েকে কত দিন যে হাক দিছিল। তাৰ হাঁহি উঠিল—এদিন সি মাকক কৈছিল—মাতৃভূমিৰ কাৰণে মই ৰাতিক দিন আৰু দিনক ৰাতি কৰিছোঁ মা, তুমি মোৰ কাৰণে চিন্তা নকৰিবা।

সঁচাকৈয়ে জন্মভূমিৰ কষ্ট দেখি সি হাত সাৱটি বহি থাকিব নোৱাৰে। শিখ জাতিৰ তেজ তাৰ গাত বৰ্তমান। এসময়ত শিখ সকলেই অসমক মানৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ হাদিৰাচকিত যুদ্ধ কৰি প্ৰাণ দিছিল। সেই ৰণত বাচি থকা সেনাবিলাকে ব্ৰহ্মপুত্ৰইদি উজাই আহি চাপৰমুখত থিতাপি লৈছিলহি। সেই বীৰসকলৰ তপত তেজ চন্দনৰ শিৰতো আছে। চন্দন সিহঁতৰ নাতি-পুতি হ'লেও আজি সি হাড়ে-হিমজুৱে অসমীয়া। অসমৰ বৰক'লা গাৱঁৰ মাটি তাৰ ৰক্তবিন্দু। অসমৰ কলা-সংস্কৃতি তাৰ প্ৰাণ। গতিকে সি বহি থাকিব নোৱাৰে—কেতিয়াও নোৱাৰে।

চন্দনৰ চিঞৰত দেৱ একে জাপেই উঠি বহিল—কি হ'ল চন্দন! কি হ'ল?

—নাই, একো হোৱা নাই। ৰাতি পুৱাবলৈ আৰু কিমান বাকী? বেচি সময় নাই হ'বলা?

বাহি গছৰ পাতৰ পৰা' কুৱঁলিবোৰ তপ্-তপ্কৈ সৰি পৰি চন্দনৰ গাৰ চোলাটো তেনেই তিয়াই পেলাইছিল। তথাপিও, তাৰ চেঁচা লগা নাছিল। জীৱন যুদ্ধত আজি সি ৰণুৱা, চিত্ত আজি তাৰ উগ্ৰাৱল হৈ পৰিছে—তই কৰিব লাগিব অগ্নিস্নান, সাজু হ সাজু হ নৱজোৱান।—তাৰ আজি পৃথিৱীলৈ

মায়া নাই। বিষ্ণু ৰাভাৰ গীতটিলৈ আজি তাৰ মনত পৰিছে। সেইটো যে তাৰ বৰ প্ৰিয় গীত আছিল।

এযে মোৰ শেষ গান—
জীৱন নাটৰ শেষ ৰাগিনী
কল্যাণ খৰমান।

দূৰত ফেঁচাজনীযে কুৰুলীযাই উঠিল। দেৱই ক'লে—বুজিছ চন্দন, ফেঁচাই উৰুলি দিযা বোলে বৰ ভাল।

—ওঁ, খুউব ভাল। আজি তেনেহ'লে কাৰ গাত মাহ-হালধি পৰে, ঠিক নাই।

দেৱই চন্দনলৈ চালে—তাৰ চকু দুটা ৰঙা হৈ পৰিছে। গোটেই মানুহটো যেন অস্থিৰ হৈ পৰিছে। দেৱই ক'লে—ব'ল চন্দন, সময হ'ল।

চন্দনে ক'লে—ব'ল।

সিহঁতে গাৱঁৰ ফালে খোজ দিলে। ইতিপূৰ্বে ৰাইজ সাজু হৈছিল। জাঁজিৰ মাজগাৱঁৰ ডবাত কোব পৰিছিল। ৰাইজে নামঘৰৰ থাপনাত সেৱা জনাই আগবাঢ়ি গৈছিল ভোটকেন্দ্ৰৰ ফালে। জাঁজিৰ হাইস্কুলত চি আৰ পিযে ভোটকেন্দ্ৰ পাতিবলৈ আহিছে। ৰাইজ আগবাঢি গৈছিল আৰু চিএঁৰি কৈছিল—নিৰ্ব্বাচন বন্ধ কৰক। নিৰ্ব্বাচন বন্ধ কৰক॥ ভোটকেন্দ্ৰ উঠাই নিযক।—চন্দন, দেৱহঁতে ৰাইজৰ লগ লাগি আগবাঢি গ'ল। আলোক, দিবাকৰ, খাকুলাৰি, ফংলুহঁতো সিহঁতৰ লগ লাগিলহি। সিহঁত লাহে লাহে আগবাঢি গৈছিল। সি অনুমান কৰিছিল কিবা যেন অঘটন ঘটিব। সি ৰাইজক আগুৱাই আহিবলৈ বাধা দিছিল। তাৰ চকুৰ আগত ভাই-ভনীৰ কৰুণ মৃত্যু সি সহ্য কৰিব নোৱাৰে। সেযেহে সি চিঞৰি চিঞঁৰি কৈছিল—ৰাইজ। আগবাঢি নাহিব। মই অকলেই ভোটকেন্দ্ৰ পতাত বাধা দিম। আপোনালোক নাহিব, নাহিব। কিন্তু ৰাইজে চন্দনক অকলে এৰি দিব নোৱাৰিলে। চন্দনৰ পিছে পিছে আগবাঢ়িল হাজাৰ হাজাৰ জনতা। পৰিস্থিতি উতপ্ত হৈ পৰিল। ঠিক এই সমযতে পুলিচৰ মাজৰপৰাই এজনে গাৱঁৰ খেৰৰ ঘৰত জুই লগাই দিলে।—জুই! জুই!—ৰাইজ বিমোৰ হ'ল। জীয়ৰি-বোৱাৰী ছেদেলি-ভেদেলি হৈ যেনি-তেনি দৌৰিবলৈ ধৰিলে। কিছুমানে জুই নুমুৱাবলৈ চেষ্টা কৰিলে। ঠিক সেই সময়তে ওথ পাগুৰীৰে জিলিকি থকা চন্দনক পুলিচে ঘেৰাও কৰিলে। চন্দন দৌৰি গ'ল ভোটকেন্দ্ৰৰ ফালে কিন্তু তাৰ আশা পূৰণ

নহ'ল। মিলিটেৰিয়ে তাক ধৰি পেলালে আৰু জাজিৰ হাইস্কুলৰ সন্মুখতহাই নিলে।

বাইজে ভাবিবই নোৱাৰিলে যে ইমান বুদ্ধিমান চন্দনক পুলিচে সহজে ধৰি পেলাব। কিন্তু ধৰিছিল। চন্দনক চি আৰ. পিয়ে ধৰি নি জাজিৰ হাই-স্কুলৰ মজিয়াত খুচি খুচি মাৰিছিল। চোকা অস্ত্ৰেৰে কণ্ঠনলী কাটি পেলাই-ছিল আৰু সিমানতো ক্ষান্ত নাথাকি চি আৰ পিয়ে গুলি কৰি চন্দনৰ বুকৰ খোলা ওফৰাই পেলাইছিল।

নিমিষতে এজন বীৰ সন্তানে অসমী আইৰ চৰণত কেঁচা তেজ ঢালি প্ৰাণ আহুতি দিয়া দেখি দেৱেই চিঞৰি চিঞৰি কান্দি কান্দি কৈছিল—কোনে দিব চন্দনৰ দৰে জীৱন দান? কোনে কয়—আমাৰ আন্দোলন বিফলে যাব? যদি কোনোবাই সেই কথা চিন্তা কৰিছাহঁক তেনেহ'লে যোৱা—জাজিৰ হাইস্কুলত এতিয়াও ডোঙা বান্ধি থকা চন্দনৰ কেঁচা তেজৰ চেকুৰা চোৱাগৈ।

দেৱেই তাৰ চুলিখিনি আঁজুৰি-আঁজুৰি মাজবাটতে বাগৰি পৰিছিল আৰু শুনিছিল চাৰিওফালৰ পৰা ভাঁহি অহা কান্দোন, চিঞৰ আৰু উচুপনি !!!

॥ ৬৭ ॥

গুমত এৰি চাদৰখন লৈ দিগেনে অস্থিৰভাৱে অস্থায়ী কাৰ্য্যালয়ত ইফাল-সিফাল কৰিলে। চন্দন সিঙৰ অভাৱনীয় হত্যাকাণ্ডই তাৰ অন্তৰত বেয়াকৈ আঘাত কৰিলে—তাৰোপৰি, মৰিগাঁও, দলগুৰাৰ ঘটনাই তাৰ মনলৈ বিষাদ কঢ়িয়াই আনিলে। সি পলাই ফুৰিছে। পুলিচ, মিলিটেৰীৰ পৰা হাত সাৰিবলৈ বিভিন্ন বেশ ধাৰণ কৰিছে। কেতিয়াবা ছোৱালী হৈও পুলিচৰ চকুত ধুলি মাৰিব লগা হৈছে। জাগীৰোডৰ পৰা গাড়ীত বোৱাৰী এজনী হৈ আহোঁতে কিন্তু কোনো মিলিটেৰীয়ে ধৰিব নোৱাৰিলে। গাড়ী তালাচি কৰিলেহে কৰিলে, বোৱাৰী বুলিয়েই তাক বাৰে বাৰে ভুল কৰিলে।

এই কেইটা দিন সাৰিব পাৰিলেই হ'ল। আজি তাৰ লগৰবোৰ অগ ভাগ হৈ পৰিছে। জীৱন আৰু ইন্দ্ৰক আজি বহুতদিন দেখাই পোৱা নাই। কিবাকৈ

সি কাম ধৰিব পৰা নাই। পুলিচ অনবৰত তাৰ পিছত আছেই। দুই-তিনিবাৰ জেলৰ ভাত খোৱাৰ পিছত সি আৰু ধৰা নিদিও বুলি প্ৰতিজ্ঞা কৰিছে। কিন্তু, কি ঠিক। ভাগ্যইহে জানে। সি কোনোমতে ঠিবেৰে থাকিব নোৱাৰিলে। কথাবোৰ ভাবোতে ভাবোতে তাৰ গাত পোৱালি উঠিল। পৰোক্ষ, শংকৰক কোনোবাই প্ৰাণে মাৰিলে, এই ৰহস্যজনক হত্যাকাণ্ডই গোটেই নগাঁও চহৰত শোকৰ ছাঁ পেলাইছে। চাৰিওফালে—গুলি আৰু গুলি। তথাপিও, সি হতাশ নহয়। সি এবাৰ যি পথত নামিছে, সেই পথৰ পৰা সি পলায়ন নকৰে। তাৰ ওপৰত পৰা কাৰ্য্যভাৰ সি নিষ্ঠাৰে পালন কৰি যাবই। সি কাৰ্য্যালয়ৰ দুৱাৰখন খুলি বাহিৰলৈ ওলাই আহিল। গোপাল শৰ্মাই গাড়ীখন লৈ অহাৰ কথা আছিল। বাটলৈ চাওঁতেই সি দেখিলে—গোপাল শৰ্মা আহিছেই।

—দেৰি হ'ল নহয় ? আহা সোনকালে। —দিগেনে গাড়ীৰ দুৱাৰ খুলি বহিল আৰু হস্পিতাললৈ ৰাওনা হ'ল। ইতিপূৰ্বে হস্পিতাল আহতসকলেৰে ভৰি পৰিছে। বীণা বাইদেউহঁতে আশ্ৰয় শিবিৰ খুলিছে। কচলুখোৱাৰ গণ-সংগ্ৰাম পৰিষদে হস্পিতালৰ দায়িত্ব লৈছে। গোপাল শৰ্মাই গাড়ী হস্পিতালৰ ভিতৰলৈ সুমুৱাই দিলে। দিগেনক দেখি ললিত শৰ্মা, বকুল ভাগৱতী, কমলা শইকীয়া, গোলাপ শইকীয়াহঁত আগবাঢ়ি আহিল। দিগেনে গাড়ীৰ পৰা নামি তেওঁলোকলৈ চাই ক'লে—আজি সকলোতে সংঘৰ্ষ হৈছে। গহপুৰত হোৱা সংঘৰ্ষই ভয়ৰহ ৰূপ ধাৰণ কৰিছে। টিহুৰ সংঘৰ্ষত বহুতো লোক হতাহত হৈছে। টংলাত গুলীচালনা হৈছে। আপোনালোকে বোধহয় এইবোৰ খবৰ জানিছেই। পিছে আমাৰ লাহৰীঘাটৰ আহত সকলৰ খবৰ কেনে ?

—সকলো আহত লোকক হস্পিতাললৈ আনিছে। চিকিৎসা কৰা হৈছে আৰু আমাৰ ল'ৰা সকলে তেজদান কৰিছে।

ললিত শৰ্মাৰ কথা কেইটা শেষ হোৱাৰ লগে লগেই গিৰবীণো আহি সেই-খিনি পালেহি। সি দিগেনলৈ চালে। ক'লা পৰা শুকান মুখখনত জিলিকি উঠিছে,—এক দাৰুণ প্ৰতিজ্ঞা। সেই প্ৰতিজ্ঞা আছিল ঃ মৃত্যুৰ কিম্বা জয়ৰ। দিগেনে গহীন হৈ গিৰবীণক ক'লে—তুমি সাৱধানে চলিবা।

গিৰবীণে বিষাদেৰে দিগেনলৈ চালে মাত্ৰ। তাৰ চকুত আছিল এক মূক অভিব্যক্তি।

যিদৰে মানবীয়তাৰ ঐশ্বৰ্য্যই
দূৰ অতিক্রম কৰে
অমানুষিকতাৰ
গৰ্ব্ব বিনাশ
যিদৰে হিংসা আৰু অন্যায়
শোষণহীন উদাৰতাৰ বৈভৱ ব্যাপ্তিয়ে
ক্রমে-অনুক্রমে
অন্তৰ্নিহিত কৰে
মানুহে মানুহ গঢ়া
অসহিষ্ণুতাৰ
দুৰ্ভেদ্য প্ৰাচীৰ— ।

সিহঁত ক্রমান্বয়ে আগবাঢ়িল। তাত সিহঁতে লগ পালে হৰেণ দাধৰা, দীপক, নীল, ভূৱন, চিদানন্দ ববঠাকুৰ আৰু তেজ দান কৰিবলৈ লানি লাগি থকা অলেখ জনতা।

আহত সকলৰ খবৰ-বাৰ্তাৰ লৈ সিহঁত দুটা আহি গছৰ তলত বহিলহি। সিহঁতক দেখি হস্পিতালত জুম বান্ধি থকা ৰাইজ ওচৰ চাপি আহিল। সিহঁতে বুজিব পাৰিলে, ৰাইজে যেন সিহঁতৰ পৰা কিবা শুনিবলৈ বিচাৰিছে।

গিৰীশে বিনম্রভাৱে আৰম্ভ কৰিলে,—ৰাইজ। আপোনালোকে ধৈৰ্য্য ধৰিব লাগিব। আজি অসমত জাপি দিয়া অবৈধ নিৰ্ব্বাচনৰ আগ মুহূৰ্ত্তত যিকোনো প্ৰকাৰে ভোট গ্ৰহণ কৰাৰ পৰিণতি স্বৰূপে নিৰ্ব্বাচনত নমা দল বিশেষে ৰাজ্যখনত অশান্তিৰ বীজ সিঁচি দিলে যাৰ ফলত আজি দেশত সাম্প্ৰদায়ীক সংঘৰ্ষৰ সৃষ্টি হৈছে। দুৰ্ভাগ্যজনক বিষয় যে প্ৰধান মন্ত্ৰীৰ ভ্ৰমণ কালতে এই সংঘৰ্ষৰ সূত্ৰপাত হ'ল।

দিগেনে সেই মুহূৰ্ত্ততে কৈ উঠিল—ৰাজনৈতিক ক্ষমতালাভৰ কাৰণে যদি এনে সাম্প্ৰদায়িক কূটনৈতিকতা প্ৰয়োগ কৰে তেনেহ'লে অসম তথা ভাৰতবৰ্ষৰ নিৰপেক্ষ নীতিৰ অৰ্থ কি থাকিব পাৰে? ৰাইজ! দেখ-দেখকৈ এই অসমত অবৈধ নিৰ্ব্বাচনত অংশগ্ৰহণ নকৰাৰ কাৰণে সমগ্ৰ প্ৰশাসনীয় শক্তিৰে আৰক্ষী, চি· আৰ পি·, অৰ্দ্ধ সামৰিক বাহিনীক মুমূৰ্ষু জনতাৰ ওপৰত অত্যাচাৰ চলাবলৈ মেলি দিয়া হৈছে। তাতোকৈ পৰিতাপৰ কথা যে, অসমৰ মাজ মজিয়াতে থাকি অসমৰে ভাত খাই অসমৰ স্বাৰ্থৰ

বিপৰীতে টকা লৈ কাম কৰা এচাম 'বদন' ওলাই অসমথনক ধ্বংস কৰিবলৈ ওলাইছে। গৃহযুদ্ধ হত্যাকাণ্ড চলিছে। ১৭খন থলুৱা গাড়ীৰ ওপৰত দুষ্কৃতিকাৰীৰ দলে আক্ৰমণ কৰিছে। ঘৰত জুই লগাই দিছে। তাত প্ৰায় দুহেজাৰ লোকক আশ্ৰয় শিবিৰত ৰাখিব লগা হৈছে। গতিকে মই আপোনালোকৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ—যি সকলে আজি অসম জননীৰ কাৰণে তেজ দিছে সেই তেজৰ মূল্য আমি দিবৰ কাৰণে আগুৱাই যাব লাগিব। আমি জানিছোঁ আপোনালোকৰ যথেষ্ট কষ্ট হৈছে। পুত্ৰ-ভগ্নীক হেৰুৱাইছে, বংশ-পৰিয়াল, ইষ্ট-কুটুম আহত হৈছে। সেইবুলি আমি আজি কান্দি থাকিলে নহ'ব। এই নিৰ্য্যাতনৰ হিচাব আমি লবই লাগিব নহলে আমাক অসমী আয়ে ক্ষমা নকৰিব।

আজি সময়ৰ প্ৰতিটো ক্ষণৰ লগত আপোনালোকৰ প্ৰতিজনৰ তেজৰ কণিকা নিহিত আছে। গতিকে বাইজ! আপোনালোক হতাশ নহ'ব, ভাঙি নপৰিব, আমাক আপোনালোকে সহায় কৰক। সহযোগীতাৰ হাত আগ-বঢ়াওক, উৎসাহ-উদ্দীপনাৰে ৰাইজক জগাই তোলক।

দিগেন আৰু গিৰীণ লৰালৰিকৈ গাড়ীৰ ওচৰলৈ গ'ল আৰু দুৱাৰ খুলি বহি ললে।

গাড়ী তীব্ৰবেগে চলিবলৈ ধৰিলে। সিহঁত গৈ চহৰৰ বাহিৰৰ অস্থায়ী কাৰ্য্যালয় পালেগৈ। তেতিয়া তাত জয়ন্ত, পৰেশ, অতুল বৰা, নাৰায়ণ বৰা আৰু কেশৱ মহন্তহঁতে ১৪তাৰিখৰ শ্বহীদসকলৰ তালিকা সম্পূৰ্ণ কৰাত ব্যস্ত আছিল। সিহঁতৰ চকুত জিলিকি উঠিছিল—বিপ্লৱৰ দাবানল। দিগেন আৰু গিৰীণ গৈ পোৱাৰ লগে লগে জয়ন্তই গিৰীণলৈ তালিকা এখন আগবঢ়াই দিলে। দুয়োটাই তৎকালেই তালিকাখন পঢ়িবলৈ ধৰিলে।

কামৰূপ জিলাত ১৩।২।৮৩ তাৰিখে ধন বাহাদুৰ ছেত্ৰী, চবিনচন্দ্ৰ ৰাভা, বটু কলিতা আৰু নগাঁও জিলাত লক্ষ্মী ডেকা, কেৰপাই পাটৰ, শুক্ৰেশ্বৰ বৰদলৈ, মনু পাটৰ, তুলাৰাম পাটৰ, অনন্ত শইকীয়া, মহেন্দ্ৰ দাসৰ মৃত্যু হৈছে।

ইয়াৰ বাহিৰেও কামৰূপ জিলাত ১৪।২।৮৩ তাৰিখে প্ৰফুল্ল ডেকা, উপেন কলিতা, বগা কাকতি, ভদ্ৰেশ্বৰ ডেকা, থানেশ্বৰ দাস, পৰশু পাটোৱাৰী, মহেন্দ্ৰ হালৈ আৰু শিৱসাগৰ জিলাত পোৱাল দাস, গোৱালপাৰাৰ মণিকান্ত ৰায়, দৰঙৰ কাহিৰাম ডেকা, লক্ষীমপুৰৰ আপস্তি দাস, কমল বৰা, সুৰেণ

বৰুৱা, জুবেমন টায়ে, প্ৰফুল্ল বৰুৱা, কলিযা বৰা, দুৰ্গেশ্বৰ শইকীযা, কণক হাজৰিকা, মিলাৰাম বৰুৱা, ডিব্ৰুগড় জিলাৰ অঞ্জন বৰঠাকুৰ, হেমচন্দ্ৰ বৰপাত্ৰগোহাঁই আৰু প্ৰকাশৰঞ্জন বৰাৰ মৃত্যু ঘটিছিল।

দিগেনে কঠোৰ কণ্ঠেৰে ক'লে—অসমত নৰমেধ যজ্ঞ চলিছে। এই ধ্বংস-লীলা কেতিয়া শেষ হ'ব ?

জয়ন্তই ধীৰ-গম্ভীৰ মাতেৰে উত্তৰ দিলে—কৰ্ম্মচাৰীৰ অসহযোগৰ আজি একাদশ দিনতো যেতিযা প্ৰশাসন অচল হৈ পৰিল, চৰকাৰে দমন নীতিৰ বাহিৰে আৰু কি ব্যৱস্থা লব ? কিন্তু এই ভাবুকিযেও ৰাইজ আৰু কৰ্ম্মচাৰীক তলাব পাৰিলে জানো ?

নাৰায়ণ বৰাই কৈ উঠিল—কেনেকৈ তলাব ? জননীৰ চৰণত কেঁচা তেজ দিবলৈ অসমীয়া ৰাইজ আজি বলীযা হৈ পৰিছে।

হঠাতে জীৱন হুৰ-মূৰকৈ সোমাই আহিল—তহঁতে খবৰ পাইছনে দযা শৰ্মাৰ মৃত্যু হৈছে।

—কোন দযা শৰ্মা ? —সিহঁতে চিঞৰি উঠিল।

—কিয় ? জয়নাথ শৰ্মাৰ ভায়েক যে—

—আৰু ? —অস্থিৰভাৱে গিৰীণে জীৱনলৈ চালে।

—বিষদ বিৱৰণ এতিযাও আহি পোৱা নাই। মাত্ৰ এটাই খবৰ আহিছে, চাউলখোৱা চাপৰিত অশান্তি হৈছে। বিদেশী দুৰ্বৃত্তৰ হাতত দযা শৰ্মাৰ মৃত্যু হৈছে।

জীৱনে কথা কেইটা কৈ উদভ্ৰান্ত হৈ ওলাই গ'ল। সিহঁতে আৰু জীৱনক কোনো কথা সুধিবলৈ সময নাপালে। জীৱন যোৱাৰ পিছত দিগেন আৰু আন ছাত্ৰনেতা সকলো লৰা লৰিকৈ কাৰ্য্যালযৰ পৰা ওলাই গ'ল। গিৰীণে অকলশৰে কাৰ্য্যালয়ত বহি ভাবিবলৈ ধৰিলে, - পৃথিৱীত সঁচাকৈ ঈশ্বৰ আছেনে ? যদি আছে তেনেহ'লে ইমান নিষ্ঠুৰ হ'ব পাৰিছেনে ? আজি অসমৰ জনগণে ন্যায় বিচাৰি সততাৰে আগবাঢ়িছে, তথাপিও এই নিৰস্ত্ৰ জনগণৰ ওপৰত ইমান অত্যাচাৰ কিয় ? হে নিৰাকাৰ সৃষ্টিকৰ্ত্তা, আমাক এজন নতুন ঈশ্বৰ দিয়া, আমাক নতুন আত্মবিশ্বাস দিয়া। —সি চিঞৰি উঠিল—Oh God, My God, why dost thou forsaken me ?

॥ ৬৮ ॥

নগাঁও জেলৰ ভিতৰত জয়নাথ শৰ্মাই দয়া শৰ্মাৰ মৃত্যুৰ বাতৰিটো পাই চিঞৰি উঠিল—নাই নাই হ'ব নোৱাৰে, হ'ব নোৱাৰে।

পুতুল আৰু ভৃগু জয়নাথ শৰ্মাৰ ওচৰ চাপি আহিল।

সিহঁতক দেখি জয়নাথে চিঞৰি চিঞৰি ক'বলৈ আৰম্ভ কৰিলে,—এয়া অহিংসাৰ নীতিনে? এয়া সত্যৰ নীতিনে? নহয়, এয়া ৰাজনৈতিক ষড়যন্ত্ৰ, ৰাজনৈতিক ষড়যন্ত্ৰ। মোৰ ভাই মৰা নাই, ফুকন, মোৰ ভাই জীয়াই আছে। সি ইমান সহজে মৰিব নোৱাৰে। —বহুত সময় নিমাতে থকাৰ পিছত জয়নাথে উচুপিলে আৰু গম্ভীৰভাৱে ভৃগুলৈ চাই ক'লে—মোক মৃত দেহ লাগে, ফুকন! মৃত দেহ লাগে।

ভৃগুৱে একো মাতিব নোৱাৰিলে। অজানিতে বৈ অহা চকুপানীখিনি মচি জয়নাথে পুনৰ ক'লে—কোন ক'ত আছহঁত, চাউলখোৱা চাপৰিলৈ যা। তাত কি বিলৈ হৈছে চাগৈ। তাত তেজৰ সোঁত বৈছে। —জয়নাথ বলিয়া হোৱাদি হ'ল। সি অট্টহাস্য কৰি ক'লে,—মহন্ত, তাত তেজৰ নদী বৈছে। কুতুমে-কুতুমে হয়তো কটা-কটি কৰিছে। কুতুমৰ তেজেৰে আজি আইৰ মজিয়াত বন্তি জ্বলিছে। উস্, মই কি কৰোঁ? মোক এৰি দিয়া—এৰি দিয়া—মই যাওঁ—মই যাওঁ—। মই মোৰ ভাইৰ মৃতদেহ আনিবলৈ যাওঁ। কোনে মাৰিলে মোৰ ভাইক—?

পুতুল আৰু জয়নাথৰ ওচৰত থাকিব নোৱাৰিলে। সঁচাকৈয়ে আজি অসমত তেজৰ নৈ বৈছে। বিশ্বৰ দৰবাৰত জনগণৰ কল্যাণৰ হকে বক্তৃতাৰ ফুলজাৰি মাৰি ফুৰা ভাৰতৰ প্ৰধান মন্ত্ৰীয়ে অসমত জাতি সংঘৰ মানৱ অধিকাৰৰ চনদসমূহ ভৰিৰে মোহাৰি পেলাইছে। অসমত সামৰিক বাহিনীৰ একনায়কত্বৰ ৰাজত্ব চলোৱা হৈছে। তাৰোপৰি, সাম্প্ৰদায়িকতাৰ বীজ সিঁচি দি সহজ-সৰল মানুহ বিলাকক উচতাই দিয়া হৈছে। কিছুমান ৰাজনৈতিক দালালে ভাষিক আৰু ধৰ্মীয় জটিলতাৰ সৃষ্টি কৰাৰ পিছত অসমত আজি ধ্বংসলীলা আৰম্ভ হৈছে। তেওঁলৈ অহা বাতৰিমতে ১৪ফেব্ৰুৱাৰী তাৰিখেই চৰ অঞ্চলৰ সন্দেহযুক্ত বাংলাদেশীয়ে প্ৰথমে চাউলখোৱা অঞ্চলৰ পমুৱা অসমীয়া

বাইজৰ ঘৰত অগ্নিসংযোগ কৰে। নিশাৰ অন্ধকাৰত ব্যাপক সংঘাতৰ সূত্ৰপাত হয়। ১৫তাৰিখেও পুনৰ সংঘৰ্ষ ঘটে আৰু যাঠি, জোং, ধনু-কাঁড়েৰে অসমীয়া মানুহক নৃশংসভাৱে হত্যা কৰে। তাৰোপৰি, ১৫ফেব্ৰুৱাৰী তাৰিখে গহপুৰ অঞ্চলৰ ঘগৰা বস্তি, মোনাবাৰী, খেৰনিবাৰী, বৰঘুলি, চেঙাই, পশ্চিমজুচিয়া, জাৰণি, নাহৰণি, শিমলুগুৰি, গোপালপুৰ আৰু পূৰ্ব্বজ্যোতিকে ধৰি ১৭খন গাৱঁত জনজাতীয় লোকে ব্যাপক আক্ৰমণ চলায় আৰু দুষ্কৃতিকাৰীৰ সংগঠিত দলে যাঠি, জোং, কাঁড ব্যৱহাৰ কৰে বুলি তেওঁলৈ বাৰ্তাৰি আহিছে।

ই এটা ৰাজনৈতিক ষড়যন্ত্ৰ, যাৰ ফলত দয়া-মমতা, বিচাৰ-বিবেচনা সকলো ভাৰিৰে গচাঁক মানুহৰ জীৱন লৈ এক জঘণ্য খেলা আৰম্ভ কৰা হ'ল। ১৩ফেব্ৰুৱাৰীৰ দিনাৰ পৰাই এই ভয়ানক পৰিস্থিতিৰ উদ্ভৱ হৈছিল আৰু ফলত হিন্দু, মুছলমান, বঙালী, অসমীয়া, জনজাতি, অ-জনজাতিৰ মাজত থকা সংভাৱক বলি দিযা হ'ল। আজি সমগ্ৰ অসমবাসীযে বিনিদ্ৰ ৰজনী কটাইছে। বাটে-পথে আন্দোলনকাৰীক কুকুৰ-মেকুৰীৰ নিচিনাকৈ অত্যাচাৰ কৰা হৈছে। দুষ্কৃতিকাৰী সকলে জনজাতীয় সকলৰ মাজত বিভেদৰ বীজ সিঁচি দি অ-জনজাতীযৰ মাজত অনৈক্যতাৰ ভাৱ ৰোপণ কৰিছিল, যাৰ ফলত জনজাতীয় ভাইসকলে অ-জনজাতীয ভাই সকলক কাটিছে, জুই দিছে, যাৰ ফলত ৬,৫০০ বাসিন্দাৰ অধিকাংশই সৰ্ব্বস্ব হেৰুৱাই আশ্ৰয বিচাৰি হাবাথুৰি খাব লগা হৈছে। এযেনে গণতন্ত্ৰ ??

পুতুল অস্থিৰ হোৱা নাছিল, সি ধীৰ আৰু গম্ভীৰভাৱে ভাৰিছিল—এয়া কিহৰ লক্ষণ? কোনো দিনে আশা নকৰা এক অনিশ্চয়তাই দেশৰ আকাশ মেঘাছন্ন কৰি তুলিছে। অসমৰ ডেকা-গাভৰুৱে মৃত্যুলৈ ভয নকৰি ৰাজ-পথলৈ ওলাই আহিছে। জনতাই প্ৰতিহিংসাৰ দাবানলত দগ্ধ হৈ উন্মুক্ত হৈ পৰিছে। ভাৰিছিলো, এটা শক্তিসম্পন্ন জাতিয়ে অহিংসাৰ আস্ফালন কৰি দেশক বিদেশীৰ কবলৰ পৰা মুক্ত কৰিব কিন্তু দেশৰ নেতা সকলক বন্দী কৰি জনতাক পুলিচ, চি আৰ. পিয়ে অত্যাচাৰ কৰাৰ ফলত যুৱশক্তি ক্ৰুদ্ধ হৈ পৰিছে। আজি অসমত যি অত্যাচাৰ, উৎপীড়ন চলিছে সি মানৱ বুৰঞ্জীত মানুহৰ প্ৰতি মানুহে কৰা অত্যাচাৰৰ এক কলঙ্কিত অধ্যায় হিচাবে সোণোৱালী আখৰেৰে জিলিকি থাকিব।

পুতুল এইবাৰ থিৰেৰে থাকিব নোৱাৰিলে। সি বন্ধ কাৰাগাৰৰ দুৱাৰত

হাতৰ মুঠিৰে আঘাত কৰি ওলাই যাব খুজিলে ঃ মুকলি আকাশৰ তললৈ—অত্যাচাৰ, উৎপীড়নত জৰ্জ্জৰিত হোৱা মুমূৰ্ষু জনতাৰ ওচৰলৈ।

মুকলি আকাশৰ তলত তেজেৰে তুমৰলি দিয়া জনগণৰ আগত যেন তেওঁ চিঞৰি চিঞৰি ক'বলৈ বিচাৰিলে—অসমৰ শান্তি ভঙ্গ কৰি মানুহ হত্যাৰ যি ধ্বংসলীলা চলিছে তাৰ বাবে আজি যদি ৰাইজ উন্মত্ত হয়, তাৰ বাবে দায়ী হ'ব —বৰ্ত্তমানৰ প্ৰশাসন, তোমালোক—তোমালোক স্বাৰ্থপৰ নেতাসকল। উস্, মইযে আজি বন্দী। দেশৰ দুৰ্দশাৰ সময়ত মইযে একো কৰিব পৰা নাই।—সি ব্যথিত অন্তৰেৰে চিঞৰি চিঞৰি ক'লে—মোৰ দৰিদ্ৰ ৰাইজ মৰিছে, মই কৰিছোঁ কি ? —পুতুলে মুৰটো বন্ধ দুৱাৰত খুন্দিযাই দিলে। সেই সময়ত পুতুলৰ ওচৰত কোনো নাছিল। তেতিয়া চাৰিওফালে এক অনিশ্চয়তাৰ ধুমুহা বলিছিল।

॥ ৬৯ ॥

অস্থায়ী কাৰ্য্যালয়লৈ শৰৎ খাউণ্ড আৰু পৰাণ গোঁহাই সোমাই আহিল। গিৰীণে দুয়োজনকে দেখি হাঁহি মাৰি সাৰটি ধৰিলে। পৰাণে ক'লে—গিৰীণ দেখিলা, আমাৰ জয় হ'ল। অসমৰ জনমতৰ বিৰুদ্ধে গৈ নিৰ্ব্বাচনী আয়োগে আৰু কেন্দ্ৰীয় চৰকাৰে অসমত অনুষ্ঠিত কৰা ১৪ফেব্ৰুৱাৰীৰ নিৰ্ব্বাচনৰ প্ৰথম দিনটোতে অসমৰ সংগ্ৰামী ৰাইজে মনৰ দৃঢ়তা পুনৰ প্ৰতিপন্ন কৰিলে। বিশ্বৰ দৰবাৰত ভাৰতীয় গণতন্ত্ৰ তথা ভাৰতৰ নিৰ্ব্বাচনী ব্যৱস্থাটো যে এটা প্ৰহসন মাত্ৰ,—সেইকথা কাৰো বুজিবলৈ বাকী নাথাকিল। —কথাখিনি কৈ কৈ পৰাণ গোঁহাই বহিল আৰু শৰৎ খাউণ্ডে পৰাণ গোঁহাইৰ কথাৰ আঁতধৰি ক'লে—সঁচাকৈয়ে গোঁহাই, আন্দোলনকাৰী ৰাইজৰ প্ৰতিৰোধৰ সন্মুখত আজি ভোট-গ্ৰহণৰ প্ৰথম দিনটোৱেই সম্পূৰ্ণ ব্যৰ্থ হ'ল। অসংখ্য ভোট গ্ৰহণ কেন্দ্ৰত এটাও ভোট গ্ৰহণ নহ'ল। তাৰোপৰি, অসম বিশেষ ক্ষমতা আইন, ১৯৬০চনৰ যোগে দৈনিক অসম, অসম ট্ৰিবিউন, দৈনিক জনমভূমি, সাপ্তাহিক জনমভূমি, অগ্ৰদূত আদি কাকতৰ ওপৰত যি নিষেধাজ্ঞা চৰকাৰে জাৰি কৰিছিল, ১৯৫০চনৰ লোক প্ৰতিনিধি আইনৰ ১২৭(ক) ধাৰা অনুসৰি চৰকাৰে যি প্ৰচাৰ পুস্তিকা,

প'ষ্টাৰ ছপা কৰাৰ কেন্দ্ৰবোৰ নিয়ন্ত্ৰণ আৰোপ কৰিছিল, অসমৰ জনগণৰ আগত সেইবোৰ ছিন্ন-ভিন্ন হৈ গ'ল।

পৰাণ গোঁহাই চকিখনৰ পৰা উঠিল আৰু খিৰিকীখনৰ ওচৰলৈ গৈ আকৌ ক'লে—তাতোকৈ আচৰিত কথা হ'ল—বহুতো সমষ্টিত নিৰ্ব্বাচনী বিষয়া ভোট গ্ৰহণ কেন্দ্ৰলৈ গৈয়ে নাপালে। তাৰোপৰি, অসমীয়া আখৰেৰে লিখা ভোটাৰ তালিকা পঢ়িবলৈ অক্ষম। অসমৰ বাহিৰৰ কৰ্ম্মচাৰীসকলক নিৰ্ব্বাচনী দায়িত্ব দিয়া হ'ল। শান্তিপ্ৰিয় আন্দোলনকাৰীৰ ওপৰত গুলিবৰ্ষণ কৰা হ'ল। অসমৰ বিভিন্ন অঞ্চলত সশস্ত্ৰ আক্ৰমণ চলাবলৈ উচটাই দিয়া হ'ল। কিন্তু কাছাৰ জিলাত ভোট গ্ৰহণ হ'ল। লামডিং, হোজাই এলেকাতো শতকৰা ত্ৰিশ আৰু চল্লিশজনে ভোট দিলে। কিন্তু কামৰূপ, লক্ষীমপুৰ, নগাঁও আৰু শিৱসাগৰৰ নাজিৰাৰ কিছুমান কেন্দ্ৰত ভোটদাতাই নাহিল। বাৰু গিৰীণ, উত্তৰ কাছাৰ জিলাৰ খবৰ কিবা পাইছানে ?

—আমালৈ তেনে কোনো বাতৰি অহা নাই। মুঠতে অসমত লাখ লাখ পুলিচ আৰু অৰ্দ্ধ সামৰিক লোকৰ বন্দুক-বেয়নেটৰ সন্মুখত পতা অবৈধ নিৰ্ব্বাচনটোত ভোটদানৰ এনে শোচনীয় অৱস্থাই আজি অসমৰ ৰাইজৰ সপক্ষে এটা ডাঙৰ ৰায় দিলে।

সেইখিনি সময়তে এজন ল'ৰা আহি তেওঁলোকক গোপন শিবিৰলৈ মাতি লৈ গ'ল। তাত গৈ তেওঁলোকে দেখিলে কেশৱ মহন্ত, জীৱন কলিতা, প্ৰদীপ বৰ্ম্মণ, সুৰেশ মহন্ত, বিৰাজ হাজৰিকা, উগ্ৰ হাজৰিকা, যতীন নাথ, অনিল বৰা, গিৰীণ বৰা, বিমল লেখাৰু, ভোগেশ্বৰ বৰুৱা আৰু কৃষ্ণ শইকীয়াই ১৫তাৰিখলৈকে হৈ যোৱা ঘটনা লিপিবদ্ধ কৰাত ব্যস্ত আছিল। পৰাণ গোঁহাই আৰু শৰৎ থাউণ্ড সিহঁতৰ ওচৰ পোৱাৰ লগে লগে গোটেইবোৰ ছাত্ৰনেতাই সিহঁতলৈ স্থিৰ হৈ চালে। পৰাণে হাঁহি মাৰি ক'লে—তোমালোক সকলোৱে ভালেই আছাটো ? আমাৰ কিন্তু বৰ ভয় লাগি আছে।

—কিয় গ্ৰেপ্তাৰ হম বুলি ? দুই-তিনিবাৰ গ্ৰেপ্তাৰ হৈ কোনোমতে মুকলি হৈছোঁ আৰু ধৰা নিদিওঁ, বুজিলা পৰাণদা।

বিৰাজ হাজৰিকাৰ কথাত পৰাণে হাঁহি মাৰি ক'লে—ভাল কথা, বৰ ভাল কথা। তোমালোকৰ আশাৰ ফলতেই যে আমি প্ৰথম দিনাৰ ভোট গ্ৰহণৰ বাধা-দানত কৃতকাৰ্য্য হৈছোঁ। নহয়নে অনিল ?

—আমিনো কি কৰিছোঁ ? এয়া হ'ল ৰাইজৰ কষ্ট আৰু আত্ম বলিদানৰ

ফল। আমাক ৰঙিয়া আঞ্চলিক গণ-সংগ্ৰাম পৰিষদৰ সভাপতি ৰামচৰণ মহন্তই জনাইছে যে দলৈগাঁও, গৰুকুছি, গিলৰমৰা, কান্দুৰীবাৰী আদি গাঁৱৰ বড়ো ৰাইজে নিৰ্ব্বাচন বন্ধ কৰাৰ সিদ্ধান্ত লৈছে, তাৰোপৰি হাজো অঞ্চলৰ মুছলিম সমাজৰ হৈ মঃ ইব্ৰাহিম আলি, চৈয়দ ৰৌচন আলি, চৈয়দ চামছেৰ্ আলিয়ে ( প্ৰাক্তন খাদিম, পোৱামক্কাৰ দৰ্গাহ্ ) আদি ধৰ্ম্মপ্ৰাণ মুছলমান সকলে জাতি-ধৰ্ম্ম নিৰ্বিশেষে প্ৰতি অসমীয়াই ঐক্য অটুত ৰাখি যিকোনো পৰিস্থিতিতে দ্বিতীয় পৰ্য্যায়ৰ নিৰ্ব্বাচন বন্ধ কৰিবলৈ আহ্বান জনাইছে।

—ইয়াতকৈ আৰু ভাল কথা কি থাকিব পাৰে ? আমাৰ জয় হবই। পিছে, তোমালোকৰ গোৱালপাৰা ভ্ৰমণৰ সবিশেষ কি ?

এইবাৰ আনিলে কৈ গ'ল—বুজিছা পৰাণদা, এইবোৰ হ'ল ইচ্ছাকৃতভাৱে উচতাই দিয়া অশান্তি। আমি দক্ষিণ গোৱালপাৰাৰ কৰাইখোৱা, তুলসীবাৰী, পানডবা, ছটাবাৰী গাঁৱত মাত্ৰ দেখিছিলোঁ—জুইৰ নিৰ্ব্বাপিত শিখা, ধোৱাঁ-ছইৰ বাহিৰে গাৱঁত একোৱেই নাছিল। ১৪তাৰিখে গাৱঁৰ চৌদিশৰ পৰা ভীতি প্ৰদৰ্শন কৰি দুষ্কৃতিকাৰী সকলে তীব্ৰ হুংকাৰ দি আছিল। পিছদিনা ১৫তাৰিখে পৰিকল্পিত আৰু সঙ্ঘবদ্ধভাৱে সেই দুষ্কৃতিকাৰী সকলে হালুৱা গাঁওবিলাক আক্ৰমণ কৰাত গাওঁবাসীসকল ভয়তে যেনি-তেনি পলাবলৈ ধৰিলে। যেতিয়াই দেখিলে আক্ৰমণ ক্ৰমশঃ ব্যপক হৈ আহিছে তেতিয়াই সিহঁত আৰু ৰ'ব নোৱাৰিলে, কেঁচা মাটিৰ গোন্ধে সিহঁতক বলিয়া কৰি তুলিলে। নিজৰ জীৱন, নিজৰ মাটি-বাৰী ৰক্ষা কৰাৰ কাৰণে সিহঁতো আগবাঢ়ি গ'ল—তাৰ পৰিণামত বৈ গ'ল ঃ কেঁচা তেজ। মাতৃভূমিৰ বুকুত নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ গৈ শ্বহীদ হ'ল—গোপালচন্দ্ৰ ৰাভা, সুৰেন্দ্ৰ ৰাভা, গজেন্দ্ৰবিজয় ৰাভা, পৰমেশ্বৰ ৰাভা, জেপলক ৰাভা, চাযলা ৰাভা, লুদ্ৰমোহন ৰাভা, গনেশ নাথ, বিকাৰু নাথ, হিৰেন্দ্ৰকুমাৰ ৰাভা, ৰাজাৰুৰাম দাস, গকলং ৰাভা।

পৰাণহঁতে অনিলৰ মুখলৈ চাই ৰ'ল—অকল এইখিনিয়েই নহয় পৰাণদা আৰু আছে। চাউলখোৱা চাপৰি অঞ্চললৈ যেতিয়া গৈছিলোঁ তেতিয়া তাত দেখিছিলোঁ মানুহৰ যেন প্ৰত্যেকৰে আত্মবিশ্বাস হেৰাই গৈছে। প্ৰত্যেকে প্ৰত্যেকৰ শত্ৰু হৈ পৰিছে, আকাশে-বতাহে ভাঁহি উঠিছে,—এক সকৰুণ সুৰ। তাত ৰাইজৰ মুখে শুনিবলৈ পালোঁ,—১৪ফেব্ৰুৱাৰীত চৰ অঞ্চলত সন্দেহযুক্ত বাংলাদেশীয়ে চাউলখোৱা অঞ্চলৰ পমুৱা অসমীয়া ৰাইজৰ ঘৰত যিখিনি

সময়ত অগ্নিসংযোগ কৰে, সেইখিনি সময়ত ঘৰত মানুহ নাছিল। অজান আশংকাত অসমীয়া মানুহখিনি আগদিনাই পামৰ ঘৰ এৰি গাৱঁৰ ঘৰলৈ গুছি গৈছিল।

সেইদিনা নিশাৰ আন্ধাৰত সংঘৰ্ষৰ সূত্ৰপাত হয় আৰু এই আক্ৰমণ কেইবা-ঘণ্টাও ধৰি চলি থাকে বুলি বাইজে আমাক জনাইছিল। অসমীয়া মানুহ-খিনিয়েও তাৰ প্ৰত্যুত্তৰ দিয়ে যদিও অসমীয়া মানুহখিনি দিশহাৰা হৈ পৰে। কোন কেনি গ'ল, কোনেও উৱাদিহ নাপালে। পিছদিনা, ১৫তাৰিখে পুনৰ সংঘৰ্ষ হয়। গাৱঁৰ হাজাৰ হাজাৰ বাইজে এই আক্ৰমণৰ প্ৰত্যুত্তৰ দিবৰ কাৰণে চাপৰিলৈ ধাপলি মেলে কিন্তু বাংলাদেশী বিদেশীকে ধৰি দুষ্কৃতিকাৰীসকলে হাতত দীঘল নলীয়া দা, যাঠি, যোং, ধনু-কাঁড়েৰে সজ্জিত হৈ অসমীয়া মানুহক নৃশংসভাৱে হত্যা কৰে।

দয়া শৰ্মাক এবিধ বিশেষ ধৰণৰ জালেৰে ধৰা হৈছিল আৰু ডিঙিটো মাত্ৰ মাখিছালতহে লাগি আছিল। গোটেই দেহটো ক্ষত-বিক্ষত হৈছিল বুলি প্ৰত্যক্ষদৰ্শীয়ে কয়। তাৰোপৰি, অৰুণ বৰাৰ চকু দুটা উলিয়াই পেলোৱা হৈছিল আৰু গোটেই শৰীৰটো যাঠিৰে খুচি থকা-সৰকা কৰিছিল বুলি বাইজে কয়।

—বাৰু, শ্বহীদসকলৰ তালিকাখন আছে নেকি ?

—আছে।

অনিলে শ্বহীদৰ তালিকাখন আনি পৰাগৰ হাতত দিলে। পৰাগে তালিকা-পঢ়ি গ'ল—ৰজনীকান্ত নাথ, অতুল চহৰীয়া, ধনবৰ নাথ, থানেশ্বৰ শৰ্মা, খিতেই ডেকা, বিশ্বেশ্বৰ ডেকা, পৰেশ বৰা, ভোগেশ্বৰ নাথ, উমাৰাম নাথ, শিবু দাস, বাপন হাজৰিকা, ভবানী গোস্বামী, হৰগোবিন্দ গোস্বামী, মুক্তাৰাম বৰা, উমা শইকীয়া, দয়া (দ্বীপেন) শৰ্মা। দুৰ্বৃত্তৰ হাতত মৃত্যু হোৱাৰ উপৰিও যাদৱ নাথৰ চি আৰু পিৰ গুলিত মৃত্যু হৈছে।

তালিকাখন পৰাগে জাপি থৈ অনিললৈ চাই সুধিলে—দক্ষিণ গোৱালপাৰা, দৰং জিলাৰ বাহিৰে নগাঁও জিলা, ডিব্ৰুগড়, শিৱসাগৰ জিলাত কিমান নিহত হৈছে ?

কেশৱ মহন্তই ক'লে—নগাৱঁত নৰকান্ত পাটৰ, পুন্নাৰাম বৰদলৈ এই দুজন চি আৰু পিৰ গুলিত নিহত হৈছে, দুৰ্বৃত্তৰ আক্ৰমণত নিহত হৈছে খগেন ডেকা, পূৰ্ণেশ্বৰ ডেকা, লোহিত দাস, নকুৰাম বৰদলৈ, ফণীধৰ পাটৰ,

ত্বুলিৰাম পাটৰ, নেৰিষা নাথ, প্ৰসন্ন নাথ, থহুৰা ডেকা, ৰামপদ ডেকা, প্ৰথমী ডেকা, পাহাৰাম বৰদলৈ, হলণ্ডা কোৰ'ৰ, আনন্দ দাস, হেমেন্দ্ৰ বৰদলৈ আৰু ডিব্ৰুগড় জিলাৰ গহীন চুতীয়া, নিবাৰণ গোঁহাই, গোপেন বৰুৱা আৰু শিৱসাগৰ জিলাৰ ভোগেশ্বৰ বৰা আৰু বিমল গগৈ পুলিচৰ গুলিত নিহত হৈছে।

কেশৱৰ কথাৰ উত্তৰ দি শৰতে ক'লে—বৰ আচৰিত কথা যে ইমানখিনি মানুহৰ মৃত্যু হৈছে যদিও দায়িত্বত থকা বিষয়-ববীয়া সকলে এই জঘণ্য পৰিস্থিতিৰ অকোণো গুৰুত্ব উপলব্ধি কৰা নাই।

শৰৎ খাউণ্ডে এইবাৰ গহীণাই সিহঁতলৈ চাই ক'লে—কৰ্তৃপক্ষই যদি বিদেশীৰ আক্ৰমণ প্ৰতিহত কৰিবৰ কাৰণে শীঘ্ৰে ব্যৱস্থা নলয় তেনেহ'লে অসমৰ ৰাইজে আত্মৰক্ষাৰ বাবে বিকল্প ব্যৱস্থা লবৰ বাবে ছাত্ৰসস্থাই আহ্বান জনাবলৈ বাধ্য হ'ব।

অনিলে চিঞৰি উঠিল—জোৰ পুৰি হাত পালেহি খাউণ্ডদা, আমাৰ মানুহে নিজকে নবচালে সকলো শেষ হ'ব, কিন্তু কিহেৰে বচাব ? কিহেৰে প্ৰত্যাহ্বান জনাব ? আজি নগাঁও জিলাত ব্যাপক হত্যাকাণ্ড, লুটপাত চলিব লাগিছে। লাহৰীঘাট অঞ্চলত চি আৰ পি বাহিনী নিমাতে থকাত আৰু অসম পুলিচ বেটেলিয়ানৰ লোক যথেষ্ট নথকাত জনজাতীয় লোকক ধৰিব থলুৱা ৰাইজ ভীতিগ্ৰস্ত হৈছে। পৰিস্থিতিৰ প্ৰতি জিলা প্ৰশাসনে এতিয়াও কাণসাৰ দিয়া নাই।

—তুমি এতিয়াই উপায়ুক্তলৈ ফোন কৰা অনিল, লাহৰিঘাট সমষ্টিৰ পৰিস্থিতিৰ বুজ লৈ ব্যৱস্থা হাতত লব লাগে।

কেশৱ মহন্তই গিৰীণলৈ চাই ক'লে—এই ষড়যন্ত্ৰৰ বিৰুদ্ধে অঞ্চলে অঞ্চলে ভদাৰক কমিটি ৰাইজে নিজেই গঠন কৰি লৈছে। তাৰোপৰি, আমালৈ আজি খবৰ আহিছে—সমন্বয় ৰক্ষী কমিটিৰ অন্যতম সদস্য মতিউৰ ৰহমানে ১৬ফেব্ৰুৱাৰী তাৰিখে বকোৰ পৰা তিনি মাইল নিলগৰ এখন গাৱঁৰ নিবাসী ধনবাহাদুৰ বাভাৰ পত্নী পূৰ্ণিমা বাভাক লগ ধৰে আৰু তৎকালীন সাহায্য-ৰূপে এশ টকা দিয়ে। বাভাক ১৩ফেব্ৰুৱাৰী তাৰিখে দুৰ্বৃত্তই হত্যা কৰিছিল।

হঠাতে স্বেচ্ছাসেৱক বাহিনীৰ সভ্য এজন আহি খবৰ দিলেহি—এছ. পিৰ গাড়ী আৰু দুই ট্ৰাক চি. আৰ পি সেইফালে আহিছে। অনিলহঁতে

কাগজবোৰ হাতে হাতে সামৰি ললে আৰু ঘৰটোৰ পিচফালৰ দুৱাৰেদি পলাই গ'ল। কোন কেনি পলাল, পুলিচ বাহিনীয়ে ততকে ধৰিব নোৱাৰিলে।

পৰাণ, শৰৎ আৰু গিৰীণক স্বেচ্ছাসেৱক বাহিনীয়ে অনা গাড়ীখনত উঠাই ললে। গাড়ী তীব্ৰ গতিত চলিবলৈ ধৰিলে। পিছৰ চিতত বহি গিৰীণে ভাবিলে—

ভাষাত শত্ৰু
দেশত শত্ৰু
শিল্প-সাহিত্যত
সংগীত-শিল্পত
সোমাল শত্ৰু
তোৰ ভিতৰত
শত্ৰু আহিছে
বেয়া বতৰত
শিকুট পোৱাৰ আগতে
সমূলে নিপাত কৰ।

॥ ৭০ ॥

হঠাতে মনোৰমাই ইন্দ্ৰনীলক দেখি জাপমাৰি উঠিল,—ইন্দু! তুমি?

—মনো! মই,—তোমাৰ ভালনে? শুনিছো, কামত লাগি আছা।

মনোৰমাই একো নামাতিলে। ওচৰতে থকা চকিখনত বহিবলৈ দি মনোৰমাই ইন্দ্ৰলৈ চালে—ৰুক্ষ চুলি, চকু গাঁতলৈ সোমোৱা। চোলা-পেন্টৰ অৱস্থা নাই। মুখৰ বৰণ চাব নোৱাৰা হৈছে।

—কি চাই আছা মনোৰমা?

—নাই, একো চোৱা নাই, পিছে খবৰ কোৱাচোন?

—কিনো খবৰ কম? প্ৰধান মন্ত্ৰীয়ে ভোট চিকাৰ কৰিবলৈ আহি যি সুৰত প্ৰচাৰ চলাই গ'ল,—সেয়ে আমাক জ্বলাই থৈ গ'ল।

—কি কৰিবা ইন্দু, সম্প্ৰীতিৰ বাণী প্ৰচাৰ কৰি ভণ্ডামি কৰা এই জাত

নেতাই আজি অসমক ধ্বংসৰ পথলৈ ঠেলি দিলে আৰু যি চাম নেতাই সোণৰ কাবেং স'জাৰ সপোন দেখিলে, এই চাম নেতাৰ পৰা ৰক্ষা পাবলৈ আমি তৎপৰ হ'ব লাগিব ইন্দু, প্ৰাণ যায় যাব তথাপি আমি মহিলা সকলে ইয়াৰ প্ৰতিবাদ কৰিম। দুষ্ট, দগাবাজ, বিৰাল তপস্বী এই মুখাপিন্ধা নেতা সকলৰ ওপৰত আমি প্ৰতিশোধ লম—প্ৰতিশোধ !!—মনোৰমাই ক'ব নোৱাৰাকৈয়ে চিঞৰি দিলে।

ইন্দ্ৰই মনোৰমাক সাৱটি ধৰি ক'লে,—ধৈৰ্য্য ধৰা মনোৰমা।

—ধৈৰ্য্য ? নধৰো ধৈৰ্য্য—আমাক অস্ত্ৰ দিয়া—অস্ত্ৰ।—মনোৰমাই কান্দিবলৈ ধৰে।

—তুমি কান্দিছা মনো, বীৰাঙ্গণাৰ চকুত চকুপানী শোভা নাপায়।

—মই কিয় কান্দিছো জানা ইন্দু। আজি হাজাৰ হাজাৰ মানুহে পুলিচ আৰু চি আৰ পিৰ গুলিত প্ৰাণ দিছে। আজি গহপুৰত জনজাতীয় আৰু অ-জনজাতীয় লোকৰ মাজত সংঘৰ্ষৰ সৃষ্টি হ'ল। তাৰ ফলত ১১হাজাৰৰো অধিক লোক গৃহহীন হৈছে, ৫০খন গাঁও ধূলিসাৎ হৈছে। পুলিচৰ গুলিত ডেৰশৰো অধিক লোকে মৃত্যুবৰণ কৰিব লগা হৈছে। এতিয়ালৈকে অধিক লোকে যন্ত্ৰণাকাতৰ হৈ মৃত্যুৰ ক্ষণ গণিছে, অবলা স্ত্ৰীজাতিৰ ওপৰত নৃশংস ধৰ্ষণ চলিছে। আমি কেনেকৈ সহ্য কৰিম ইন্দু। এই বৰ্বৰতাৰ পোতক আমি তুলিবই লাগিব।

—ঠিক কৈছা মনোৰমা। তোমালোকৰ নিচিনা ছোৱালীয়েই আজি অসমক ৰক্ষা কৰিব লাগিব। এই নিৰ্বাচনৰ কাৰণে যি সাম্প্ৰদায়িক সংঘাট হ'ল তাত শ শ নিৰীহ লোকৰ মূল্যবান প্ৰাণে কাঢ়িয়াই আনিছে আন্দোলনৰ বিপৰ্য্যয়। বাৰু, সেইবোৰ কথা আমি পিছতো পাতিম, যাৰ খবৰ তুমি কিবা পাইছানে ?

—কেনেকৈ পাবা, চাৰিওফালে আন্দোলনৰ কাৰ্য্যসূচী চলি আছে। তাৰোপৰি, ময়োতো যাওঁ বুলি তেজপুৰলৈ যাব নোৱাৰো—নালাগে দিয়া ইন্দু, মই এজনী মা আৰু মোৰ এটা ভাইৰ কাৰণে নাভাবো। আজি শত-সহস্ৰ মাতৃ নিঠৰুৱা হৈছে, শত শত মাতৃয়ে পুলিচৰ গুলিত মৃত্যু বৰণ কৰিছে !

ইন্দ্ৰই ভাবিলে,—মনোৰমাৰ মন বিদ্ৰোহী হৈ পৰিছে। জাতিৰ উৎপীড়ন দেখি নাৰী জাতি বিদ্ৰোহী হৈ পৰাটো স্বাভাৱিক।

—মনো, মই আজি মৰিগাঁও মহকুমা ভ্ৰমণ কৰি আহিলো।

—তুমি দেখোন কোৱাই নাই ?

—তুমি ক'বলৈ [illegible] দিছা জানো ?

—কি দেখি[illegible]

—মনোৰমাই [illegible]টৰে ইন্দ্ৰলৈ চালে।

—কি ক'ম মনো, ১৮তাৰিখে মৰিগাঁও, মিকিৰভেঁটা আৰু মৈৰাবাৰীত পৰিকল্পিতভাৱে বিদেশীয়ে আক্ৰমণ চলায়, ফলত তাত ৩০খনৰো অধিক গাঁও অগ্নিসংযোগৰ ফলত ধ্বংস হৈছে। ৩০জন লোক সিহঁতৰ আক্ৰমণত নিহত হৈছে। মৈৰাবাৰী আৰু মিকিৰভেঁটা মৌজাত তিনি দিন ধৰি ব্যাপক অগ্নি-সংযোগ আৰু লুটপাত আৰম্ভ কৰে আৰু ঘৰত জুই লগাই দিয়ে। আমি চাই আহিছোঁ—চৰাইবাহী, বৰ্বচিলা, কত্তহগুৰি আদি অঞ্চলবোৰ ধ্বংসস্তূপলৈ পৰিৱৰ্ত্তিত হৈছে। আমি ধ্বংসস্তূপৰ মাজত ভঁৰালৰ ধানবোৰত জুই জ্বলি থকা দেখিবলৈ পাইছিলোঁ।

কিছু সময় মনে মনে থকাৰ পিছত ইন্দ্ৰই পুনৰ ক'লে,—মনো, মোৰ হাতত সময় বৰ কম। জানিছাই নহয়, পুলিচৰ অতপালি চলিছে। তোমাৰ ঘৰতো পুলিচে তালাচি চলাবলৈ আহেহে লাগে।

—আৰে পুলিচ,চি আৰ পিহতঁক মই সুদায়ে এৰিম বুলি ভাবিছা নেকি ? সিহঁতে নাৰী ধৰ্ষণ কৰিছে, মোৰ ভাতৃৰ ভৰি কাটি পেলাইছে, মোৰ মাক পাগলী কৰিছে, মই এতিয়া সিহঁতৰ ওপৰত প্ৰতিশোধ নল'লে হ'বনে ?

ইন্দ্ৰই মনোৰমাক বুকুৰ ওচৰলৈ টানি আনিলে আৰু মৰম কৰি কলে—মনো, ধৈৰ্য্য ধৰা, সকলো ঠিক হৈ যাব। অহিংসাই আমাৰ পৰম ধৰ্ম্ম। সংগ্ৰামৰ পিছত শান্তি আহিব। এই দমন নীতি বিভেদ চক্ৰান্তৰ বিৰুদ্ধে। অহিংস আন্দোলন চলোৱাৰ ওপৰতে আজি অসমৰ ভৱিষ্যত তথা অসমীয়াৰ ভাষা-সংস্কৃতি নিৰ্ভ'ৰ কৰিছে।

—ইন্দু, এই নিৰ্য্যাতনৰ কথা অসমীয়াই পাহৰিব জানো ?—মনোৰমাই ইন্দ্ৰৰ বাহুবন্ধনৰ পৰা ওলাই আহি আৰ চকুলৈ স্থিৰ হৈ চালে।

—নাপাহৰে মনোৰমা, পাহৰিব নোৱাৰে। যদি কোনোবাই পাহৰে তেনেহ'লে সেই সকল অসমৰ [illegible] মনোৰমা, ধৈৰ্য্য ধৰা। শ্বহীদৰ কেঁচা তেজৰ কথা অসমৰ অসমী[illegible] মনত ৰাখিব।

—কিন্তু অসমৰ জনগণে আজি [illegible] বিদেশীক প্ৰত্যাহ্বান জনাব ?

—অহিংসাৰে প্ৰত্যাহ্বান [illegible] লাগিব। মানব দিনলৈ মনত পেলোৱা-

চোন—[illegible] সময়ত অসমত কি হৈছিল, সেই সময়ত অসমৰ হাতত হেংদান আছিল যদিও অসমৰ অসমীয়াই মানৰ বিৰুদ্ধে সম্বৰণ [illegible] দিব নোৱাৰি-ছিল—তাৰ কাৰণ কি জানা মনো? তাৰ কাৰণ [illegible] একতাৰ অভাৱ। সম্বৰণভাৱে অসমে মানৰ বিৰুদ্ধে ঠিয় দিব নোৱাৰাৰ কাৰণে মানে অসমদেশ লুটি নিছিল। কিন্তু আজি আমাৰ হাতত একতাৰ শক্তি আছে। সেই শক্তি ঠান-বান কৰিবৰ কাৰণে এচাম সুবিধাবাদীয়ে সংকট নীতি চলাই নিছে যাতে আমাৰ বাইজে প্ৰতিহিংসাৰ জুইত জ্বলি হিংসাৰ আশ্ৰয় লয় আৰু আন্দোলনৰ উদ্দেশ্য ঠান-বান হৈ পৰে। কিন্তু আমি অহিংসা আন্দোলন কৰিবই লাগিব। তাত নিহিত হৈ আছে আধ্যাত্মিক আৰু নৈতিক তত্ত্ব।

—তুমি নেলীলৈ গৈছিলা?

—অঁ মনো, মই নেলীলৈকো গৈছিলোঁ। তাত ১৮তাৰিখৰ দিনা যি মৰ্ম্মান্তিক ঘটনা সংঘটিত হ'ল, তাক বৰ্ণনা কৰিব নোৱাৰি মনোৰমা। অলেখ মাতৃ, শিশু, নাবালকক হত্যা কৰা হ'ল। চৰকাৰে উচতাই দিয়া সাম্প্ৰদায়িক সংঘাট আৰু হিংসাত্মক কাৰ্য্যত লিপ্ত কৰাবলৈ এচাম দুষ্কৃতিকাৰীয়ে যি চেষ্টা চলালে, সেই চেষ্টা সফল হ'ল। চৰকাৰে এই ভয়াবহ পৰিস্থিতি হ'ব বুলি জানিও একো ব্যৱস্থা হাতত নললে। গৃহপুৰৰ শোকাবহ পৰিস্থিতিত নিৰ্লিপ্ত হৈ থকাৰ পিছত নেলীত ভয়াবহ ঘটনা ঘটিবলৈ পালে। মানুহৰ তেজেৰে কপিলীৰ পানী ৰাঙলি হ'ল। তাত অসমীয়া গাভৰুৱে ৰণচণ্ডী মূৰ্ত্তি ধাৰণ কৰিলে আৰু মানুহৰ তেজেৰে শীতল হাতত জেতুকা বোলালে। মঙ্গলদৈ চহৰৰ পৰা ছয় কিলোমিটাৰ দূৰৰ ধুলা, হীৰাপাৰা, থেকেৰাবাৰীত চলোৱা সশস্ত্ৰ আক্ৰমণত শ শ ঘৰ ভস্মিভূত হৈছে আৰু হাজাৰ হাজাৰ লোক গৃহহীন হৈছে। অসমৰ জন-সাধাৰণৰ ওপৰত চৰকাৰে অবৈধ নিৰ্ব্বাচন জাপি দি প্ৰসাশনীয় আইন-শৃংখলাৰ নামত যি নৰহত্যা চলালে, এই অন্যায় কাৰ্য্যৰ বিৰুদ্ধে উচ্চ পৰ্য্যায়ৰ নিৰপেক্ষ তদন্ত আয়োগ গঠন কৰিবলৈ কৰ্ম্মচাৰী পৰিষদৰ সাধাৰণ সম্পাদক [illegible] দাবী জনাইছে। মই আৰু দেৰি নকৰো মনোৰমা, মইযে [illegible] যাব লাগিব। মোক বিদায় দিয়া।

মনোৰমা একে ঠাইতে ঠিয় [illegible]থাকিল। ইন্দ্ৰই মনোৰমাৰ ওচৰ চাপি গ'ল আৰু তাইৰ কপালত এটা চুমা খাই ক'লে—"মৰিবতে চাহিনা আমি সুন্দৰ ভূৱনে মানৱেৰ মাঝে আমি [illegible]"

যদি এই সূৰ্য্য কৰে
পুষ্পিত কাননে
জীৱন্ত হৃদয় মাঝে
যদি স্থান পায়।

এইবাৰ মনোৰমাই হাঁহিলে। তাইৰ দুচকুত ভাঁহি উঠিল ঃ এটুপি অশ্রুজল—শুভ্ৰ সমুজ্জল।

॥ ৭১ ॥

নগাঁও জেলত পুতুলে নিজৰ খাটিয়াখনৰ ওপৰতে বহি ধ্যানমগ্ন হৈ চকু দুটা মুদি দিলে আৰু প্ৰাইমাৰী বিদ্যালয়ত কৰা প্ৰাৰ্থনা এটি মনতে গুণ-গুণালে—

ওঁম্ অসতো মা সৎ গময
তমসো মা জ্যোতিৰ্গময
মৃত্যু মা অমৃতম্ গময
ওঁম্ শান্তি শান্তি শান্তি ॥

অকণমান সময় ধ্যানমগ্ন হৈ থকাৰ পিছত পুতুলে চকু মেলিলে। সৰু অকণমান কোঠালিটো যেন পোহৰেৰে জাতিস্কাৰ হৈ পৰিল। পুতুলৰ মনটো শান্তিৰে ভৰি পৰিল।

সেই মুহূৰ্ততে তেওঁৰ ওচৰলৈ সোমাই আহিল ভৃগুকুমাৰ ফুকন।

—মহন্ত! চাৰিওফালে হিংসাত্মক ঘটনা ঘটিছে, ব্যাপক অগ্নিকাণ্ড সংঘটিত হৈছে। বিক্ষুব্ধ জনতাই পুলিচথানা আক্ৰমণ কৰিছে। নিহত সকলৰ সংখ্যা দ্ৰুতগতিৰে বাঢ়িবলৈ ধৰিছে। এইমাত্ৰ ১৬, ১৭ আৰু ১৮তাৰিখৰ শ্বহীদসকলৰ তালিকাখন মোৰ হাতত পৰিছেহি। ১৬তাৰিখে শিৱসাগৰ জিলাত মৃত্যুবৰণ কৰিছে—সত্যজিৎ হাজৰিকা, আতাউৰ ৰহমান, অৰুণ গগৈ, বাজীৱ হাজৰিকাই। ১৭তাৰিখৰ শ্বহীদ—কামৰূপ জিলাৰ অমিয় নাথ, হৰপতি তালুকদাৰ, শিৱসাগৰ জিলাৰ হিতেশ ভূঞা, গোৱালপাৰা জিলাৰ

ক্ষীৰোদ বাহাদুৰ তামং, ৰুদ্ৰমোহন ৰায়, জলেশ্বৰ সূত্ৰধাৰ, কালিয়া সূত্ৰধাৰ, বেদেকা ৰাভা, লতুৰাম ৰায়। ১৮তাৰিখৰ শ্বহীদ—বাহোতীয়াৰাম ৰায়, ধৰণী ৰায়, নবকুমাৰ ৰায়, ভগৰু সূত্ৰধাৰ, বীৰেন্দ্ৰ নমশূদ্ৰ, বিপুলচন্দ্ৰ ৰায়, চেপাতু বৰ্ম্মণ, গকলং ৰাভা, বিকাৰু নাথ, থামছাবেং ৰাভা, উমাচৰণ ৰাভা, নবীন বৰুৱা। দৰং জিলাৰ প্ৰফুল্ল শইকীয়া, দিলীপ ভূঞা, ত্ৰৈলোক্য ভূঞা, ফুলেশ্বৰী দেৱী, নকুলচন্দ্ৰ নাথ, ৰবিৰাম নাথ, জিনাৰাম নাথ, জয়ৰাম নাথ, দিলীপ বৰুৱা, খৰ্গেশ্বৰ বৰুৱা, নাউমাই দেৱী, গুলিয়া নাথ, পুৱাৰাম নাথ, শান্তিৰাম নাথ, লোকনাথ বৰুৱা, কান্তিৰাম নাথ, লীলাকান্ত নাথ, কপাহী নাথ, ৰমণী নাথ, হৰি নাথ, বোঁচিকা নাথ, দময়ন্তী নাথ, কান্ত নাথ, ৰবি ৰায়, পমধৰ চহৰীয়া। নগাঁও জিলাৰ আহাৰাম পাটৰ, নেফৰ বৰদলৈ, সুকোমল বৰা, শম্ভুৰাম বৰা, খহুলা ডেকা, সুৰী (চবিন) পাটৰ, ভগীৰথ ডেকা, লক্ষপতি দাস, বাবুলাল ডেকা, চেনীৰাম কাকতি, নীলকান্ত বৰা, চন্দ্ৰ বৰা, নন্দেশ্বৰ ডেকা, নগেন ডেকা, লক্ষীনন্দন মহন্ত, প্ৰভাত পাটৰ, সাদিৰাম দাস, জলেশ্বৰ দাস, কুলসিং দাস, গণেশ দাস, বাবুল পাটৰ, আঘোণা পাটৰ, জৱাহৰলাল পাটৰ, তাৰাসিং পাটৰ, তুলাৰাম পাটৰ, মুদ্ৰা পাটৰ, কিৰণ নাথ, হেমকান্ত তেৰং, অৰুণ বৰা, ভৱ ডেকা। ডিব্ৰুগড় জিলাৰ কুলেনচন্দ্ৰ মৰাণ, হৰেশ্বৰ ফুকন।

—ফুকন। অসমত গণহত্যা চলিছে। এই স্বেচ্ছাচাৰী শাসন আৰু অবিচাৰৰ বিৰুদ্ধে থিয় দিবলৈ সাহস লাগিব আৰু সেই সাহসেই হ'ব— অহিংসাৰ মূল ভেঁটি। কিন্তু এই অহিংসা নীতিৰ মাজত থাকিও জনতাই কিয় হিংসাৰ আশ্ৰয় ল'বলৈ গৈছে?

—মহন্ত। আপোনাৰ মনত আছে চাগৈ গান্ধীজীৰ অসহযোগ আন্দোলনৰ সময়তো হিংসাত্মক ঘটনা ঘটিছিল। তাৰোপৰি, চৌৰাচৌৰি নামৰ সৰু গাঁও এখনৰ থানা উন্মত্ত জনতাই জ্বলাই দিছিল, যাৰ ফলত বহু চিপাহীৰ মৃত্যু হৈছিল।

পুতুলে ভুগুদলৈ চাই মিঠা হাঁহি মাৰি ক'লে—সেই ঘটনাই গান্ধীজীক মৰ্ম্মাহত কৰিছিল আৰু অসহযোগ বন্ধ কৰি দিছিল। তেওঁ ভাবিছিল,— জনতাই হিংসাৰ পথ লোৱাৰ কাৰণে তেৱেঁই দায়ী।

—মই সেইটো নাভাবো মহন্ত। আমি কেতিয়াও জনতাক হিংসাৰ পথ ল'বলৈ কোৱা নাই। এয়া হৈছে—জনতাৰ মুক্ত আৰু জাগ্ৰত বিদ্ৰোহ। চকুৰ

আগত দেখা স্বেচ্ছাচাৰীতা, অন্যায় আৰু হত্যাকাণ্ড দেখি জনতা উন্মত্ত নহ'বনে? আমি অহিংসাৰে আগবাঢ়িছোঁ, আমাৰ নীতি অহিংস, তথাপিও আমি দুটা-এটা অপ্ৰীতিকৰ ঘটনা নঘটিব বুলি নিশ্চয়কৈ ক'ব পাৰিমনে? অপ্ৰীতিকৰ পৰিৱেশ নঘটিবৰ কাৰণে পৰিৱেশ-পৰিস্থিতি দুযোটাৰেই দৰকাৰ। চৰকাৰে আজি জনতাক বাকৰুদ্ধ কৰিছে, ফুৰা-চকাৰ স্বাধীনতা বিলুপ্ত কৰিছে। মহিলাৰ ওপৰত নিৰ্ম্মম অত্যাচাৰ চলাইছে। ৰাজহুৱা সা-সম্পত্তি ধ্বংস হৈছে, সংবাদ-পত্ৰৰ ওপৰত নিষেধাজ্ঞা জাঁপি দিয়া হৈছে। ৰাজ্যখনত সামৰিক শাসন চলিছে। ইফালে ৰাজ্য চৰকাৰ তৃতীয় পৰ্য্যায়ৰ ভোট গ্ৰহণতো কৃতকাৰ্য্য হ'ব নোৱাৰিলে। সেইটো চৰকাৰ এখনৰ ক্ষেত্ৰত ভয়ানক পৰাজয়।

—ফুকন। এই পৰিস্থিতিত আমি শান্তিপূৰ্ণ অসহযোগ কৰাৰ বাহিৰে আমাৰ গত্যন্তৰ নাই। ভাৰতৰ কোটি কোটি শোষিত আৰু নিৰ্য্যাতিত জনতাই যাতে কোনো প্ৰকাৰে হিংসাত্মক পথেৰে শোষণৰ বিৰুদ্ধে সংগ্ৰাম কৰি নাযায়, সেই উদ্দেশ্যেই এসময়ত গান্ধীজীয়ে ধৰ্ম্মীয় আৰু নৈতিক কাৰ্য্যপন্থা জনসমাজত প্ৰচাৰ কৰিছিল। সেয়েহে হয়তো বৃটিছ চৰকাৰৰ দৌৰাত্ম্যৰ ফলতো ভাৰতবাসী সাৰি যাব পাৰিছিল।

ভৃগুৱে পুতুলৰ চকুলৈ চালে। চাৰি চকুৰ গভীৰ আত্মীয়তাৰ উপলব্ধিয়ে কোঠালিটোলৈ কঢ়িয়াই আনিলে: চিৰদিনৰ কাৰণে নিবিড় সম্বন্ধ।—শান্তি আৰু ঐক্যৰ সমন্বয়।

—জধে-মধে আৰু অ-পৰিকল্পিতভাৱে হিংসাৰ প্ৰয়োগ কৰিবলৈ গ'লে পৰাজয় অনিবাৰ্য্য। হিংসাৰ আশ্ৰয় লবলৈ বাধ্য কৰি শোষক শ্ৰেণীৰ সা-সুবিধা আৰু চৰকাৰৰ ক্ষমতা ৰক্ষা কৰিবলৈ গৈ নৃশংস প্ৰতিহিংসা প্ৰয়োগ কৰিবলৈও যে কেন্দ্ৰই কুণ্ঠাবোধ নকৰে, তাৰে প্ৰমাণ আজিৰ অসমৰ হত্যাকাণ্ড। আমি অসহযোগ কৰিব লাগিব। গাৱেঁ-ভূঁয়ে দুখীয়া কৃষক সকলক লৈ সংগঠন গঢ়ি তুলিব লাগিব। ব্যৱসায়ীসকলৰ লুণ্ঠনৰ বিৰুদ্ধে আৰু বস্তুৰ চৰাদাম কমাবলৈ প্ৰতিৰোধ চলাই যাব লাগিব। নিৰস্ত্ৰ আৰু অহিংস স্বেচ্ছা-সেৱক সকলৰ ওপৰত পুলিচৰ নিৰ্দ্দয় আৰু অ-মানুসিক অত্যাচাৰে জানো অসমক পথভ্ৰষ্ট কৰিব পাৰিব ফুকন?

—নোৱাৰে, কেতিয়াও নোৱাৰে।—ভৃগুৱে কিছুসময় নিৰৱে বৈ থকাৰ পিচত তেওঁ নিজৰ চেলত সোমালগৈ। তেওঁ অকলে অকলে নিজৰ সৰু কোঠালিটোৰ ভিতৰত ইফাল-সিফাল কৰি ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁৰ

অশান্ত মন আৰু আত্মাই কাৰাগাৰৰ বেৰ ফালি মুক্ত আকাশৰ তললৈ যাব খুজিলে। তেওঁৰ আত্মাই যেন চিঞৰি চিঞৰি ক'বলৈ বিচাৰিলে—হে মোৰ বাইজ, সকলো হিংসাৰ পৰা আঁতৰি থাকিবা। অসংযমী নহ'বা। উন্মত্ত হৈ আসুৰিক কাম নকৰিবা।

ৰাতিপুৱাৰ সেন্দুৰীয়া পোহৰ, বতাহৰ হেন্দোলনী ভৃগুৱে দেখা পোৱা নাছিল। মাত্র উপলব্ধি কৰিছিল: শৰীৰৰ প্ৰতি ৰন্ধ্রে ৰন্ধ্রে অশান্ত অসমৰ জনগণৰ হৃদয়ৰ গভীৰ বেদনা।

ভৃগুৱে নিজৰ বিছনাখনত দীঘল দি ভাবিবলৈ ধৰিলে—আজি গোটেই অসমখন এখন কছাইখানাত পৰিণত হৈছে। সি বাৰু হতাশ হৈছে নেকি? নাই, নাই,—কিয় হতাশ হ'ব? জীৱনৰ যুদ্ধ আজি তাৰ আৰম্ভ হৈছেহে মাত্র।"

—Lead Kindly light

Lead thou me on

॥ ৭২ ॥

ইন্দু।

—মনোৰমা যেন হঠাতে বোবা হৈ গ'ল। শৰীৰৰ সমস্ত তেজ যেন তাইৰ মুখ মণ্ডলত গৈ গোট খালেগৈ।

—মনো, আচৰিত হৈছা? জানিছাই নহয়,—চাৰিওফালে আক্ৰমণ হৈছে। থলুৱা লোকৰ ওপৰত অবৰ্ণনীয়ভাৱে অত্যাচাৰ আৰম্ভ হৈছে। শুনিছোঁ, বাজিয়া গাঁৱত বহুতো লোক হতাহত হৈ পৰিছে। বীণা বাইদেউ ইতিমধ্যে গৈ বাজিয়া গাঁও পাইছেগৈ, কিন্তু প্ৰদীপ শৰ্মা, পুলিন, কন্দৰ্পহ'ত যাব নোৱাৰিলে। সিহঁতক চি আৰ পিয়ে পুৰণিগুদামত ধৰি মাৰপিট কৰিছে। মই যাওঁ মনো, তোমাক চাবলৈ আহিলোঁ।

মনোৰমাই সি যোৱাৰ ফালে সতৃষ্ণ নয়নেৰে চাই থাকিল। আজি ইন্দ্ৰনীলৰ হাতত দিবলৈ তাইৰ হেংদাং নাই, নাই কৰচ কাপোৰ!!

ইন্দ্ৰনীলে পোনে পোনে হস্পিতাললৈ গ'ল আৰু তাৰ পৰা এখন এম্বুলেঞ্চ ল'লে—নহ'লে সি যাব নোৱাৰে। লগত গ'ল মুৰুলী, তছলিমু, বচিদুলে,

মানস আৰু পূৰ্ণানন্দ। ইন্দ্ৰহঁতে এম্বুলেঞ্চ লৈ যোৱা কাৰণে পুলিচ-মিলিটেৰীয়ে গাড়ী ৰখোৱা নাছিল। ইন্দ্ৰনীলহঁতে পকা আলিত গাড়ী উঠি যাওঁতে দেখিছিল—কলং নদীৰ উত্তৰফালে কেৱল জুইৰ ধোঁৱা আৰু ধোঁৱা। মাজে মাজে জুইৰ শিখাবোৰ আকাশ মাৰ্গলৈ চিটিকি গৈছে। বাজিৰা গাঁও, উলুৰনী, গেৰেকী, সাতেভূই, গায়নৰ চুক, ৰাক্ষনী চুক, পানীখোৱা চুক, দৰভেটী, হালোৱা গাঁও, বৰগুৰিতলী, ভকতগাঁও দিন দুপৰতে জ্বলি আছে। কলং নদী পাৰ হৈ হাজাৰ হাজাৰ মানুহ-তিৰোতা প্ৰাণ লৈ পলাই আহিছে। পুৰণিগুদামত এম্বুলেঞ্চ ৰাখি ইন্দ্ৰনীলহঁত নামিল। সিহঁতে মানুহ বিলাকৰ পৰা গম পালে—আক্ৰমণকাৰীহঁতে বন্দুক ব্যৱহাৰ কৰিছে। চাৰিওফালে কান্দোনৰ ধ্বনি উঠিছে। নিজৰ গাৱঁৰ পৰা দিন দুপৰতে জীযাৰি-বোৱাৰীহঁতে আহি আশ্ৰয় শিবিৰত আশ্ৰয় লৈছেহি। ইন্দ্ৰনীল আগবাঢ়িল। সিহঁতে দেখা পালে—জাকে-জাকে মানুহ কলং পাৰ হৈ আহি আছে। পুৰণিগুদামৰ মুছলমান ৰাইজ সকলে আশ্ৰয় শিবিৰ খুলি ভগনীয়া সকলক সহায় কৰিছে।

অতুল শৰ্মা আৰু ছাত্ৰনেতা সকলে অহৰহ কষ্ট কৰিছে। ইন্দ্ৰনীলহঁত আগবাঢ়িল। বাজিৰা গাঁৱত তেজৰ নৈ বোৱাই দুষ্কৃতিকাৰী দল আগবাঢ়ি আহিছে। বীণা বাইদেৱে অকলেই মানুহ খিনিক পকা আলিৰ ওচৰত নামঘৰত গোট খোৱাবলৈ চেষ্টা কৰিছে। ইন্দ্ৰনীল সেইখিনি পালেগৈ। সি চিঞঁৰি দিলে—বীণা বাইদেউ। বীণাই উৎকণ্ঠাৰে চিঞঁৰিলে—নাযাবি ইন্দ্ৰ, নাযাবি। সিহঁতে বন্দুক ব্যৱহাৰ কৰিছে।

ইন্দ্ৰনীলে নামানিলে। সি গাড়ীৰ পৰা নামি কলং পাৰ হৈ আগবাঢি গ'ল। সি অলপ দূৰৰ পৰা দেখিলে—বাজিৰা গাঁৱৰ ঘৰবোৰ পুৰি শেষ হৈছে, তামোল গছৰ পাত, নাৰিকল গছৰ পাতৰ জুইবোৰ নুমাই ছাইবোৰ সৰি পৰিছে। বতাহত ভাঁহি আহিছে ঃ কেঁচাধান পোৰাৰ গোন্ধ। ইন্দ্ৰনীলৰ শৰীৰৰ তেজবোৰ পিৰ্-পিৰাই উঠিল। সি আগবাঢ়ি গৈ দেখিলে—২০জনমান ডেকাই আক্ৰমণ-কাৰীক ভেঁটা দিবলৈ চেষ্টা কৰিছে। কাঁড় মাৰিছে, কিন্তু পৰা নাই, প্ৰাণটাকি যুদ্ধ কৰিছে। সেইবোৰ দেখোন চিনাকি মানুহ। সি আচৰিত হ'ল। সি ভুল দেখা নাই। ঠিকেই দেখিছে। ইন্দ্ৰই আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। সি চিঞঁৰি উঠিল—জুই নজ্বলাবা, বন্দুক নামাৰিবা। তোমালোক আমাৰ শত্ৰু নহয় ভাইহঁত! জুই নজ্বলাবা!

হঠাতে গুৰুম্ গুৰুম্ শব্দ শুনা গ'ল। আক্ৰমণকাৰীয়ে বন্দুক মাৰিলে

আৰু পলাই গ'ল। ইন্দ্ৰনীলে দৌৰি গৈ দেখিলে—জীৱন বন্দুকৰ গুলি লাগি বাগৰি পৰিছে।

—জীৱন! তই এইয়া কি কৰিলি? কি কৰিলি জীৱন?

—ইন্দ্ৰ, তই। মই জানিছিলোঁ,—তোক মই লগ পামেই। মই যুদ্ধ কৰি মৰিছোঁ ইন্দ্ৰ। তই ভনীজনীক চাবি। মোক ক্ষমা কৰিবি।—ইন্দ্ৰনীলে জীৱনক কোলাত তুলি লৈ এম্বুলেন্সলৈ লৈ আহিল। জীৱনক নিবলৈহে যেন সি এম্বুলেন্সখন আনিছিল—তাৰ এনে ভাব হ'ল। সি নিজৰ চোলাটো খুলি জীৱনৰ পেটত বান্ধি দিলে। বান্ধি দিয়া ঠাইৰ পৰা হোলোকা-হোলোকে তেজ ওলাই এম্বুলেন্সৰ মজিয়াখন তিয়াই পেলালে। গাড়ীখন মহিলা-পুৰুষে আগুৰি ধৰিলেহি।

—এইয়া কি কৰিলি জীৱন? কি কৰিলি??

—বীণা বাইদেউৱে জীৱনক সাৱটি ধৰিলে। জীৱনে বীণা বাইদেউলৈ চাই শুকান হাঁহি মাৰি শেহাই-শেহাই ক'লে,—বীণা বাইদেউ, মই যাবলৈ ওলালো।

—উস্, নকবি জীৱন। নকবি। হস্পিতাল পালেগৈ তই ভাল হবি। ইন্দ্ৰ, গাড়ী চলাবলৈ দে।

গাড়ী তীব্ৰ গতিত চলিবলৈ ধৰিলে। বীণা বাইদেৱে জীৱনৰ মূৰটো কোলাত তুলি ললে। মানসে গাড়ী বেগেৰে চলাবলৈ নিৰ্দেশ দিলে। গাড়ী আহি হস্পিতাল সোমালহি। জীৱনৰ গাত গুলি লগা কথাটো বনজুইৰ দৰে বিয়পি পৰিল। দয়ানন্দ বৰা, হৰেন শৰ্মা, চন্দ্ৰ শৰ্মা, হৰেশ্বৰ গোস্বামী, হবিবুৰ ৰহমান, আৰু চামাকে ধৰি গণ্য-মান্য ব্যক্তি সকলৰে হস্পিতাল ভৰি পৰিলহি। জীৱনক হস্পিতালৰ অপাৰেচনৰ কোঠালিটোলৈ লৈ গ'ল। ডাক্তৰ সকলে তৎপৰতাৰে জীৱনৰ দেহৰ পৰা গুলিটো উলিয়াবলৈ চেষ্টা কৰিলে। সময় তীব্ৰগতিৰে আগবাঢ়িল। ডাক্তৰ সকলৰ চেষ্টাৰ ফলত গুলি ওলাল কিন্তু ৰক্তক্ষৰণ বন্ধ নহ'ল। চাৰ্জন দিলীপ বৰুৱাই আহি ক'লে—তেজ লাগিব।

তেজ দিয়া হ'ল, কিন্তু জীৱনৰ অৱস্থা লাহে লাহে বেয়াৰ ফালে ঢাল খালে। অপাৰেচন টেবুলৰ পৰা জীৱনক এক নম্বৰ কোঠালিটোলৈ লৈ অনা হ'ল।

মনোৰমা আৰু পেহীয়ে ভণ্টিক হস্পিতাললৈ আনিলে। ভণ্টিয়ে চিঞৰি চিঞৰি কান্দিলে—দাদা, তই ক'লৈ গলি ঐ! কলৈ গলি ঐ!!—জীৱনে চকু

মেলিব নোৱাৰিলে। হঠাতে এটা সম্ভাৱনাপূৰ্ণ জীৱনে পৃথিৱীৰ পৰা বিদায় মাগিলে। মিনতি পেহীয়ে আঁচলেৰে চকুপানী মচি ভষ্টিক বকুত সাবটি লৈ কোঠালিটোৰ ভিতৰৰ পৰা ওলাই আহি শুনিছিল—মানুহৰ ব্যথা ভৰা হৃদয়ৰ উচুপনি আৰু দূৰ আকাশত দেখিবলৈ পাইছিল ঃ জুইৰ লেলিহান শিখাৰ অস্থিৰ কঁপনি।

॥ ৭৩ ॥

সময় আগবাঢ়িল। কলং পাৰৰ শ্মশানত বহি ইন্দ্ৰনীলে জীৱনৰ সমাধিটোলৈ চাই ভাবিলে—হায়! তই এৰি থৈ গলি। এটা এটাকৈ মোক সকলোৱে এৰি থৈ গ'ল। পৰোজ গ'ল, শংকৰ গ'ল, চন্দন গ'ল আৰু অৱশেষত তযো গলি—দুয়োটা আঠুৰ মাজত মূৰটো গুজি ইন্দ্ৰনীলে কান্দিলে। ক'ব নোৱাৰাকৈ তাৰ দুয়োটা চকুৰেদি চকুপানী বৈ আহিল। সি পুনৰ সমাধিটোলৈ চালে—মাটিৰ মানুহ মাটিতে মিলি গ'ল। মানুহ মৰিলে কি হয়, ক'লৈ যায় সি নাজানে, কিন্তু সি এটা কথা জানে। সেইটো হৈছে,—মানুহ মৰিলেও আত্মা নমৰে, আত্মা অমৰ।

তেনেহ'লে তাৰ প্ৰাণৰ বন্ধু জীৱনৰ আত্মা কেতিয়াও মৰা নাই। সি অনুভৱ কৰিলে—জীৱন যেন তাৰ ওচৰতে থিয় হৈ আছে। সি থিয় হ'ল আৰু চিঞৰি দিলে—জীৱন, তই চিন্তা নকৰিবি, তই যি কাৰণে প্ৰাণ বলি দিলি তাৰ ফল এদিন পাবিয়েই—আমি মানে, এই অসমৰ মানুহবোৰে তহঁতৰ কথা কেতিয়াও নাপাহৰো জীৱন। পাহৰিলে আমাৰ পাপ হ'ব, পাপে আমাৰ জীৱন খুলি খুলি খাব। ইহকাল-পৰকাল আমাৰ মুক্তি নহ'ব। তই চিন্তা নকৰিবি জীৱন। অসমলৈ নতুন দিন আমি আনিম, যি দিনত নাথাকিব জাতি-ধৰ্ম্মৰ কোনো ভেদা-ভেদ, নাথাকিব কোনো দুৰ্নীতি। শাসকসকলৰ অত্যাচাৰ নাথাকিব। নাথাকিব ৰাজ্যৰ প্ৰতি অৱহেলা, থাকিব সকলোৰে প্ৰতি সম্ভাৱ—সম্ভাৱেই মৈত্ৰী—মৈত্ৰীযেই একতা—সকলোৰে বাবে প্ৰতিষ্ঠিত হ'ব ঃ শান্তি আৰু নিৰাপত্তা।

গহীন বনৰ ৰিঙা-ৰিঙা সুৰৰ মাজত সি ব্যাকুল হৈ পৰিল—

অসমৰ সেউজী বনাঞ্চলক

মৰুভূমি সজালে কোনে ?

চাকৰি-পদোন্নতিৰ নামত

লাখ লাখ টকা সৰকালে কোনে ?

প্ৰশাসনক দলীয় স্বাৰ্থত

ব্যৱহাৰ কৰিলে কোনে ?

অসমৰ বুকুত নাৰকীয় অত্যাচাৰেৰে

ইতিহাস কলঙ্কিত কৰিলে কোনে ?

বহুজনক আমাৰ মাজৰ পৰা

চিৰদিনৰ বাবে আঁতৰাই নিলে কোনে ?

হাজাৰ হাজাৰ জনক পঙ্গু কৰিলে কোনে ?

ভাই-ভাইৰ মাজত সংঘৰ্ষ লগালে কোনে ?

জীৱন, তই সকলো জান—তই সকলো জান। ইয়াৰ এদিন বিচাৰ কৰিবই লাগিব বন্ধু। তই চিন্তা নকৰিবি। এটা দিন আহিব যি দিনত মানুহে মুখ খুলি কথা ক'ব পাৰিব, নিজৰ প্ৰাপ্য বস্তু পাবৰ কাৰণে কাকো এপইচাও ভেঁটি দিব নালাগিব। মদ, ভাং, কাণি, আফিং, জুৱা, চুৰি-ডকাইতি নাথাকিব, তেনে এটা দিন আমিয়েই আনিব লাগিব, অসমৰ প্ৰতিজন ব্যক্তি হ'ব লাগিব—নিকা আৰু নিঃস্বাৰ্থ।

ইন্দ্ৰ মাটিতে বহি পৰিল। তাৰ ভাগৰ লাগিছে। আজি দুদিনে সি একো খোৱা নাই। কিবা যে খাব লাগে সি পাহৰি গৈছে, পাহৰি গৈছে তাৰ জীৱনৰ প্ৰথম প্ৰেমিকা মনোৰমাৰ কথা।

সি তললৈ চালে। দেখিলে—মাটিৰ দুৰ্বাৰি বনবোৰ যোৱা ৰাতি মানুহৰ খোজত মৃতপ্ৰায় হৈ পৰিছে। সি দুৰ্বাৰি বনবোৰত হাত বুলাই অনুভৱ কৰিলে,—জীৱন যেন তাৰ ওচৰত বিদ্যমান, সি পুনৰ চিঞৰি দিলে—জীৱন।

তাৰ মাতটো বিজন বনত প্ৰতিধ্বনিত হ'ল। দূৰৰ বকুল গছ জোপাৰ মাজৰ পৰা নাম নজনা পখীহালে আকুল কণ্ঠে বিনালে—সি জীৱনৰ সমাধিৰ ওচৰতে থৰ্ হৈ বৈ থাকিল। কোনোবাই যেন তাৰ কাণৰ কাষত ক'লে—যোৱা বন্ধু, তোমাৰ বহুত কাম আগত পৰি আছে। তুমি আজি অসমক বচোৱা, অসমৰ মানুহখিনিক বচোৱা, নিজৰ দেশ আৰু নিজৰ ভাষা-কৃষ্টিক ৰক্ষা

নকৰিলে মানুহহে জনম ধৰাটো অসাৰ হ'ব বন্ধু।—এবা। তাৰ বহুত কাম আছে। সি খৰখোজেৰে আহি কলেজ হোষ্টেল পালেহি।

সি আহি পোৱাৰ লগে লগে নিৰেন, পৱণ, প্ৰশান্ত, তপন, চহিদুল, ধ্ৰুৱজ্যোতি আহি তাৰ ওচৰ পালেহি। ধ্ৰুৱই ক'লে—ইন্দ্ৰদা, তুমি যদি এনেকুৱা হোৱা আমি কি কৰিম ?

ইন্দ্ৰই একো নামাতি সিহঁতলৈ কাতৰ দৃষ্টিৰে চালে।

—বুজিছে ইন্দ্ৰদা, অসমৰ জনগণৰ বিৰুদ্ধে গৈ বলপূৰ্ব্বকভাৱে পতা নিৰ্ব্বাচনত নিৰ্ব্বাচিত লোকেৰে গঠিত মন্ত্ৰীসভাই শপত গ্ৰহণ কৰাৰ দিনাই আমি কিন্তু অসহযোগ কৰিম।

সিহঁতলৈ উদাস দৃষ্টিৰে চাই ইন্দ্ৰনীলে হোষ্টেলৰ কোঠালিটোলৈ সোমাই গল। ল'ৰাহঁতে ভাবিলে, মানুহটোক আৰু দিগদাৰ দিব নোৱাৰি। সিহঁত তাৰ পৰা লাহেকৈ আঁতৰি গ'ল। ইন্দ্ৰনীলে দুৱাৰখন বন্ধ কৰি লৈ খবৰ কাগজখনত চকু দিলে। লগে লগে তাৰ চকু পৰিল ১৯, ২০, ২১, ২২ আৰু ২৩তাৰিখৰ শ্বহীদ সকলৰ নাম। ১৯তাৰিখৰ শ্বহীদ—পীৰেণ ৰয়, অনিল বৰুৱা, নৰেশ্বৰ দাস, হেমকান্ত দাস, বাপুৰাম দাস, ত্ৰৈলোক্য গগৈ, ধনঞ্জয় লেটুম, পদ্ম বাহাদুৰ ছেত্ৰী, সৰুকণ হাজৰিকা, মুনীন বৰুৱা। ২০তাৰিখৰ শ্বহীদ—ধীৰেণ বড়ো, ললিত ৰয়, ৰেণুবালা নাথ, তাৰিণীবালা নাথ, ৰজনীবালা নাথ, আকাশ বৰুৱা, চন্দ্ৰ বুঢ়াগোঁহাই, নিধিৰাম নাথ, লেবেলী বড়ো, কান্দুৰী বড়ো, কেতেৰা বড়ো, কুল বাহাদুৰ ছেত্ৰী। ২১তাৰিখৰ শ্বহীদ সকল—দীপক কৈৱৰ্ত, শিশু কলিতা, হলেশ্বৰ নাথ, বীৰেণ হাজৰিকা, গোলাপ বৰুৱা, যোগেশ্বৰ বৰা, মঙ্গল চৰণ ৰোহিদাস, থানেশ্বৰ চহৰীয়া, প্ৰদীপ বৰদলৈ, চন্দ্ৰমা চৌহান, সেৱক ডেকা। ২২তাৰিখৰ শ্বহীদ—দেওবৰ বৰা, সুভাষ ডেকা, ৰাজেশ পাটৰ, ২৩ তাৰিখৰ শ্বহীদ—লক্ষীৰাম বৰা, নিমাতী নাথ। —ইন্দ্ৰই কাগজখন ভাঁজ কৰি গাৰুটোৰ ওপৰত পেলাই দি চিন্তা কৰিলে,—ছাত্ৰ-সন্থাই শান্তিপূৰ্ণ পন্থা কেতিয়াও পৰিহাৰ নকৰে। বৰ্ত্তমানেও চৰকাৰে অশান্তিৰ সৃষ্টি কৰিবলৈ অহৰহ চেষ্টা চলাই আছে। যিবোৰ হিংসাত্মক ঘটনা ঘটি গৈছে, সেই ঘটনাৱলীৰ অন্তৰালত থকা প্ৰকৃত কাৰণ সমূহ বিশ্লেষণ কৰিলে দেখা যায় যে, দুষ্কৃতিকাৰীৰ ৰাজনৈতিক উচতনি, বিভেদনীতি আৰু প্ৰতিহিংসাই অসমখনক এনে যুদ্ধক্ষেত্ৰত পৰিণত কৰিলে।

অসমৰ জনসংখ্যা প্ৰতি দশকতে বৃদ্ধি পাই আহিছে। ১৯৮১চনত অসমত

লোক পিষল নহ'ল। ১৯৭১—'৮১চনৰ দশকটোৰ পৰা ১৯৮২চনলৈকে এই সময় চোৰাত সীমান্তইদি অবাধ গতি, ৰাজনৈতিক ব্যক্তি সকলৰ দুনীতি, বাংলাদেশৰ ৰাজনৈতিক, অৰ্থনৈতিক অস্থিৰতাৰ পটভূমিত ৰাজ্যখনত জন-সংখ্যাৰ বৃদ্ধিৰ হাৰ ভাবিব নোৱাৰাকৈ বাঢ়ি গ'ল। স'চাকৈ এই জন-বিস্ফোৰণক পূৰ্ণ সংস্থাপন দিয়া কঠিন কাম, কিন্তু যিখন ভাৰতবৰ্ষই বহু কোটি টকা খৰচ কৰি এচিয়াদ পাতিব পাৰে, গোষ্ঠী নিৰপেক্ষ শীৰ্ষ সম্মিলন পাতিব পাৰে, সেইখন দেশে নিজৰ একশ্ৰেণীৰ নাগৰিকৰ অস্তিত্ব ৰক্ষা কৰিব কিয় নোৱাৰে? দেশৰ এটা অংশৰপৰা সামাজিক অস্থিৰতা দূৰ কৰিবলৈ কিছু ধন খৰচ কৰিব পাৰিলে মানৱ জাতিৰ কল্যাণ হ'ব। কিন্তু তাকে নকৰি কিছুমান স্বাৰ্থপৰ ৰাজনৈতিক নেতাই বিভিন্ন জনগোষ্ঠীৰ মাজত ভুল বুজা-বুজিৰ বীজ সি'চি দি দেশলৈ অশান্তি কঢ়িয়াই আনিলে।

হঠাতে ইন্দ্ৰনীলে কাৰোবাৰ পদধ্বনি শুনি ফিৰি চাই দেখিলে—ৰাণা প্ৰতাপ দুৱাৰ খুলি সোমাই আহিছে।

—কিবা খবৰ আছে নেকি ৰাণা?

—আকৌ কেইজনমান আঘাতপ্ৰাপ্ত ব্যক্তিক হাস্পতাললৈ আনিছে, তোক সেই খবৰ দিবলৈ আহিছোঁ। পিছে, তোৰ গা অসুখ নেকি?

ইন্দ্ৰনীলে হাঁহি ক'লে—মোৰ গা অসুখৰ কথা সুধিছ? এই গাটোৰ কথা কেতিয়াবাই বাদ দিছোঁ। এতিয়া মই কি কৰিব লাগে ক।

—তই হস্পিতাললৈ যাব লাগে।

—হয় নেকি? তই গৈ থাক। মই গৈ আছোঁ।

—মই তেনেহলে যাওঁ।

ৰাণা গুচি যোৱাৰ পাচত ইন্দ্ৰই কোঠালিটোৰ খেলি-মেলি হৈ থকা কাগজ-পত্ৰবোৰ ঠিক কৰিলে। তাৰ চকু দুটা পুৰিছে। তিনি দিন একেবাৰে শোৱা নাই, খোৱা নাই,—পেটত পোৰণি উঠিছে।

ৰক্তাক্ত ফেব্ৰুৱাৰী শেষ হৈ আহিছে। আৰু কেইটামান দিনৰ পিচতে সিহ'তলৈ আহিব ঃ এটা নতুন মাহ।

কোঠালিটোৰ ভিতৰতে অকণমান সময় নিমাতে বৈ থকাৰ পিচত সি দুৱাৰ-খন বন্ধ কৰি হস্পিতাললৈ খোজ দিলে।

পুতুল, ভৃগুহঁতে মুক্তি পালে। পুতুলে মুকলি আকাশৰ তললৈ ওলাই আহি চালে—চাৰিওফালে ধৰণীৰ বুকুত যেন হতাশাৰ বতাহ বলিছে! ফলে-ফুলে জাতিস্কাৰ হৈ থকা পৃথিৱীৰ বুকুত যেন দাইনী-যখিনীয়ে নাচিবলৈ ধৰিছে ॥—তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে—সোনৰ অসম দেশ অগ্নিগৰ্ভা হ'ল। সশস্ত্ৰ আক্ৰমণৰ ব্যাপকতা চাৰিওফালে বিয়পি পৰিছে।

অসমৰ হিন্দু, মুছলমান, নেপালী, বড়ো, কাৰ্বি সকলৰ প্ৰীতিৰ মাৰল ঘৰত বৰগোম ফেঁটি সাপ মেলি দিয়া হ'ল। একমাত্ৰ ৰাজনৈতিক ক্ষমতা লাভৰ আশাৰে এটা চক্ৰই চিৰযুগমীয়া প্ৰীতিৰ মাৰল ঘৰত বৰ বিহ সিঁচি দিলে। বাংলাদেশী অধ্যুষিত বুলি অভিহিত অঞ্চলৰ পৰা সশস্ত্ৰ লোকে থলুৱা লোকৰ গাঁওবোৰ আক্ৰমণ কৰিলে, জুই দিলে আৰু মানুহক হত্যা কৰিলে। চমৰীয়া, গহপুৰ, নেলীৰ হত্যাকাণ্ডই বিভৎসতাৰ বৃহৎ ৰূপ ধাৰণ কৰিলে। অসমৰ ৰাইজ নিৰ্ব্বাচনৰ পৰিপ্ৰেক্ষিতত ৰাজনৈতিক আৰু প্ৰতিহিংসাৰ অগণিত দাহ গল। হাজাৰ হাজাৰ মুনিহ-তিৰোতা আৰু শিশু অত্যাচাৰীৰ বলি হ'ল!

পুতুল গৈ কাৰ্য্যালয়ত বহিলগৈ। অকণমান সময়ৰ পাছতে তালৈ সোমাই আহিল ভৃগুকুমাৰ ফুকন।

কাৰ্য্যালয়ত বহি থকা সময়খিনিতো সিহঁতলৈ খবৰবোৰ আহিয়েই থাকিল—খৈৰাবাৰীত সামৰিক বাহিনী নিয়োগ কৰিছে। নগাঁও জিলাৰ বিভিন্ন অঞ্চল আৰু কামৰূপৰ গোৰেশ্বৰ অঞ্চলত দুষ্কৃতিকাৰী দলৰ আক্ৰমণ চলি আছে। যোৱা ২৩ আৰু ২৪তাৰিখৰ ব্যাপক সংঘৰ্ষ আৰু লুটপাত হোৱাৰ পাছত খৈৰাবাৰীত সামৰিক বাহিনী নিযোগ কৰা হৈছে। তাত ২৯খন গাঁও পুৰি পেলোৱাৰ ফলত সেই অঞ্চলৰ পোন্ধৰ হাজাৰ লোক গৃহহীন হৈছে।

পুতুলে বিষণ্ন মনেৰে ভৃগুলৈ চালে। ভৃগু থিয় হ'ল আৰু অস্থিৰভাৱে ক'লে—যোৱা ২৪ঘণ্টাৰ ভিতৰত ১১জন লোক নিহত হৈছে। বাতৰি অহা মতে ব্ৰহ্মপুত্ৰইদি বহুতো মৃতদেহ উটি গৈছে।—ভৃগুৱে কথা কৈ থাকোতেই হঠাতে ফোনটো বাজি উঠিল। তেওঁ লৰা-লৰিকৈ ফোনটো থৈ পুতুললৈ চালে।

—মঙ্গলদৈৰ বাতৰি!

—কি কৈছে ?

—খৈৰাবাৰী অঞ্চলৰ অন্তৰ্গত জালুকবাৰী, বকুলগুৰি, শুকলাইপাৰা, কাৰৈমাৰী, ঠাকুৰীযাপাৰা, গৰমপাৰা, দুধমুখ, নিচলমাৰী, কুচিগাঁও, নাৰা-পাৰা, মুহিযাঘাট, কাকমাৰি, কছাৰীদাং, শিঙিমাৰি, ঠুংপাৰা, ৰংগাগাঁও, ৰাংগাজুলি, চিলাইমাৰি, গঞ্জাৰচুক, কটামাৰি, দেহানপুখুৰী আদি গাঁও সমূহত অবিৰতভাৱে আক্ৰমণ চলি আছে বুলি খবৰত কৈছে। তাত কিছুমান মুছলমানে হিন্দুসকলক আশ্ৰয় দি ৰাখিছে আৰু হিন্দুৱে মুছলমান ভাইসকলক ৰক্ষণা-বেক্ষণা দি ৰাখিছে বুলিও গম পোৱা গৈছে।

—এইটো বৰ ভাল কথা হৈছে ফুকন।

—জানিব পৰা গৈছে—এনেদৰেই ঠায়ে-ঠায়ে ইজনে সিজনক ৰক্ষণা-বেক্ষণ দি সম্প্ৰীতিৰ এনাজৰিডাল এতিযাও যে কটু-কটীযা কৰি ৰাখিবলৈ চেষ্টা কৰিছে, ই কম সুখৰ কথা নহয।

—পিছে হতাহতৰ কিবা খবৰ দিছেনে ?

—কিমান লোক নিহত হৈছে নিশ্চিত খবৰ দিব নোৱাৰে বোলে।

ইতিমধ্যে আক্ৰমণকাৰীৰ গুলিৰ আঘাতত আহত হোৱা কামাখ্যা বৈশ্যৰ মঙ্গলদৈৰ চিকিৎসালযত মৃত্যু হৈছে। আহত শ্ৰীমতী নীৰ দাসৰ চাবিটা ল'ৰা আৰু তেওঁৰ স্বামীক হত্যা কৰিছে। মহন্ত। সিহঁতে বন্দুক চলাইছে। ৰাজাকাৰ বাহিনী নমাইছে আৰু জুই দিছে। দা, যাঠি, বল্লম ব্যৱহাৰ কৰিছে। আমাৰ ৰাইজেও ধনু-কাঁড়-যাঠি লৈ তাৰ প্ৰত্যুত্তৰ দিবলৈ গৈছে যদিও আগৰ পৰা প্ৰস্তুতি নথকাৰ কাৰণে অসমীয়া ৰাইজ দুষ্কৃতিকাৰীৰ সংঘবদ্ধ আক্ৰমণত চিটিকি পৰিছে আৰু নিচলা ৰাইজে দুষ্কৃতিকাৰীৰ আগত বুকু পাতি দিব লগা হৈছে। বিদেশীৰ শক্তি সমৰ্থন কৰি হাতত বন্দুক লৈ চৰকাৰে আজি যি নিৰ্ব্বাচন পাতিবলৈ ওলাইছে তাৰ বিৰোধীতা কৰিবলৈ গৈ ৰাইজে যি আত্মবলিদান দিলে, তাৰ প্ৰত্যুত্তৰ আমি কিহেৰে দিম ? কি বুলি অভিনন্দন জনাম ?

—ফুকন, এতিয়া ধৈৰ্য্য ধৰাৰ সময়। আমি দৃঢ় প্ৰতিজ্ঞা কৰিছোঁ—শ্বহীদ সকলৰ ত্যাগৰ সম্মান আমি এদিন দিমেই। যি সকল প্ৰতাৰকে সমতাৰ সপোন দেখিছে, সেইসকল প্ৰতাৰকৰ জনবিৰোধী কাৰ্য্যকলাপ ৰাইজে কেতিয়াও সহ্য নকৰে। আজি বিশ্ববাসীয়ে নিন্দা কৰা আৰু হত্যাকাণ্ডৰ বিনিময়ত যি চৰকাৰ গঠন কৰা হ'ব সেই অবৈধ চৰকাৰ আমাৰ ৰাইজে কেতিয়াও গ্ৰহণ

নকৰে। যোৱা ৪বছৰে অসমৰ ৰাইজে অতি ধৈৰ্য্য আৰু সংযমেৰে আন্দোলন কৰি আহিছে। সেই মনোবলেৰে আমি এই অবৈধ চৰকাৰক প্ৰতিৰোধ কৰি আমাৰ কাৰ্য্যসূচী অটুট ৰাখিবই লাগিব।

—হয়, নিশ্চয়কৈ আমি আমাৰ মনোবল অটুট ৰাখিবই লাগিব। কিন্তু আমি পূণৰবাৰ দোহাৰো যে এই ৰাজনৈতিক কুচক্ৰান্তৰ ফলতেই সমগ্ৰ দেশৰ ৰাইজ আজি অৱহেলিত, অপমানিত আৰু নিষ্পেষিত। আমি জানো, স্বাধীনতাৰ পিছৰেপৰা এচাম মানুহে অসম আৰু অসমবাসীৰ বিৰুদ্ধে ষড়যন্ত্ৰ চলাই আহিছে। এইশ্ৰেণী মানুহক অসমৰ ৰাইজে কেতিয়াবা ক্ষমা কৰিব পাৰিবনে? মই আচৰিত হৈছোঁ। কেন্দ্ৰীয় গৃহমন্ত্ৰীয়ে নিহতসকলৰ সংখ্যা কেনেকৈ ভুলকৈ প্ৰচাৰ কৰিছে? মই সেইটো সহ্য নকৰো।

—পুতুলে ফুকনলৈ চালে আৰু মিচিকিয়াই হাঁহি ক'লে—ক্ষান্ত থাকা ফুকন!

—চৰকাৰে সংসদত আত্মপ্ৰৱঞ্চনাৰ চিনাকি নিদিয়ক কিয়, আজি সমগ্ৰ পৃথিৱীয়েই জানিছে যে একমাত্ৰ বিদেশী লোকৰ সমৰ্থনত ক্ষমতালাভ কৰিবলৈ যি নিৰ্ব্বাচন পাতিবলৈ ওলাইছে, তাৰ ফলস্বৰূপে হত্যাকাণ্ড আৰু ধ্বংসলীলা সংঘটিত হৈছে। আমি আজি গৌৰৱ কৰিব লাগিব যে আমাৰ কৰ্ম্মচাৰীসকলে নিজৰ চাকৰি, নিজৰ বংশ-পৰিয়ালক বিপদৰ মুখলৈ ঠেলি দি চৰকাৰৰ লগত যি অসহযোগ কৰিলে,—সি জগতৰ ইতিহাসত চিৰস্মৰণীয় হৈ ৰ'ব।

সেইখিনি সময়তে ধ্ৰুৱ বৈশ্য আৰু ছাত্ৰনেতা অতুল বৰা সোমাই আহি পুতুল আৰু ভৃগুলৈ বৈপ্লৱিক অভিনন্দন জনাই ক'লে—চৰকাৰৰ এইবোৰ পাগলামি হোৱা নাইনে, মুক্তি দি আকৌ গ্ৰেপ্তাৰ কৰিছে। চাওকচোন—কুমুদচন্দ্ৰ নাথ, মণিকান্ত চৌতিয়া, কৃষ্ণকান্ত ডেকা, অশ্বিনীকুমাৰ ৰায়, অৱনী চৌধুৰীক মুকলি কৰি দি পুনৰ গ্ৰেপ্তাৰ কৰাই কি সূচায়? —ইফালে পাবলগীয়া মৰ্য্যাদা নোপোৱাৰ ফলত যতীন মালীয়ে কালি ৩বজাৰ পৰা ৬বজালৈ গুৱাহাটীৰ কাৰাগাৰত অনশন আৰম্ভ কৰিছে বুলি জনাইছে।

ধ্ৰুৱ বৈশ্যই কথাবোৰ কৈ ঘামি গৈছিল। পুতুলে বৈশ্যলৈ চাই গহীনাই ক'লে—মহাত্মা গান্ধীয়ে এসময়ত কি কৈছিল জানে বৈশ্য? কৈছিল,—"সকলো কষ্ট সম্বৰণ কৰিও, সকলো বিপদৰ সন্মুখীন হৈয়ো কৰ্ত্তব্যৰ পৰা বিচলিত নোহোৱাই হ'ল—অহিংসাৰ মূল নীতি। অহিংসাই দুৰ্বলতা প্ৰকাশ নকৰে, কৰে—নৈতিকতাৰ বিকাশ।

ধুৰুই গৰু-গৰাই কৈ উঠিল—নৈতিকতাৰ বিকাশ হয়তো কৰিব পাৰে কিন্তু অসমৰ জনতাক দুৰ্বল কৰিব কোনেও নোৱাৰে। মই ভাবো—অসমে কৰিব নোৱাৰা কাম একো নাই। অসমৰ ডেকা-গাভৰুৱে নাও চলাব পাৰে, হিলৈ-বৰটোপ চলাব পাৰে, অসমীয়া শিপিনীয়ে একে ৰাতিৰ ভিতৰতে কৱচ কাপোৰ ব'ব পাৰে, ছাঁতে শুকোৱা মুঠিতে লুকুৱা বৃন্দাবনী কাপোৰ ব'ব পাৰে, অসমৰ ডেকা ল'ৰাই মোগলক ভেটিব পাৰে, দৰকাৰ হ'লে অসমৰ নাৰীয়ে ৰণচণ্ডী মূৰ্ত্তি ধাৰণ কৰিব পাৰে। গতিকে, আমি হতাশ হ'লে ন'হব। সকলো কষ্ট স্বীকাৰ কৰি হ'লেও আমি আমাৰ কৰ্ত্তব্য কৰি যাব লাগিব। কিয়নো আমি জানো যে,—মানুহৰ প্ৰকৃত বৃত্তি হ'ল অহিংস নীতি।

পুতুলে বুমালেৰে মুখখন মচিলে আৰু চকিখনত হেলান দি বহিল।

সেইখিনি সময়তে গিৰীন্দ্ৰকুমাৰ বৰুৱা কাৰ্য্যালয়লৈ হুৰু-মুৰকৈ সোমাই আহিল।

পুতুলে মূৰ তুলি গিৰীণলৈ চালে।

—অ' গিৰীণ আহিলা, নগাৱঁৰ খবৰ কোৱা।

—চামুগুৰি সান্ধ্য আইনৰ কবলত আছে। পৰিস্থিতিৰ অৱনতি হৈছে। আশ্ৰয় শিবিৰবোৰত চৰকাৰী সাহায্য পোৱা নাই যদিও বাইজৰ সাহায্যেৰে আশ্ৰয় শিবিৰবোৰ চলাই থকা হৈছে।

—হস্পিতালৰ খবৰ কি?

—আহতসকলক স্বইচ্ছাই ডেকা-গাভৰু, মুনিহ-তিৰোতাই তেজ দান কৰিছে। মৃত সকলক ভাগে ভাগে কবৰ দিয়া হৈছে আৰু দাহ কৰা হৈছে।

—গিৰীণ, আজি অসমত জালিয়ানাৱালাগৰ হত্যাকাণ্ড চলিছে।

—ভৃগুৱে গিৰীণলৈ চালে।

—তোমাৰ হাতত শ্বহীদৰ তালিকাখন আছে নেকি?

—আছে।

গিৰীণে পকেটৰ পৰা ২৪ফেব্ৰুৱাৰীত নিহত হোৱা শ্বহীদসকলৰ তালিকা-খন উলিয়াই ভৃগুৰ হাতত দিলে—বিপিন বৰা, উমাৰাম বৰকাকতি, ফুলমাই বৰকাকতি, নিৰ্মলা বৰকাকতি, হলধৰ বৰা, দধিৰাম বৰা, সোণাৰাম বৰা, হুগলা শইকীয়া, ৰামচৰণ কাকতি, কুবেৰশ্বৰ কাকতি আৰু ভবেশ কাকতি।

কাগজখন সামৰি ভৃগুৱে পুনৰ গিৰীণক দি পুতুললৈ চাই ক'লে—এতিয়া আমি কাগজত দিবলৈ এটা বিবৃতি প্ৰস্তুত কৰিব লাগে। যাতে অসমত বাস

কৰা বিভিন্ন ভাষা, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলো খিলঞ্জীয়া বাইজে শান্তি আৰু শৃংখলা ৰক্ষা কৰি চলে। সকলো কাৰ্য্যালয়ৰ পৰা দিহা-দিহি যোৱাৰ পাছত ভূগুৰে লিখিবলৈ বহি কাগজখিলাত দেখা পালে—

মৃত্যুৰ শিখাৰে উজ্জ্বল
স্বদেশৰ নিৰ্ভীক মুখ।

* * *

॥ ৭৫ ॥

জীৱনৰ মৃত্যুৰ পিচৰে পৰা মিনতি পেহীয়ে ভণ্টিৰ ওচৰতে থাকিবলৈ ললে। ভণ্টি কান্দি কান্দি হাযবাণ হ'ল। ককায়েকক অকালতে হেৰুৱাই ভণ্টি নিঠৰুৱা হ'ল। তাই এতিয়া কলৈ যাব, ক'ত থাকিব—এই বেদনাই সকলোকে কষ্ট দিলে।

দিনবোৰ যোৱতী নদীৰ সোঁতৰ দৰে যাবলৈ ধৰিলে। সমূহ বাইজ আৰু ছাত্ৰসংস্থাৰ কৰ্মীসকল লগ লাগি জীৱনৰ আদ্যশ্ৰাদ্ধ পালন কৰিলে। নামঘৰত নাম হ'ল। গীতা-ভাগৱত পাঠ কৰিলে, কোৰাণ-চৰিফ পঢ়িলে।

সেইদিনা সন্ধিয়াতে মিনতি পেহী আহি ভণ্টিক ক'লেহি— ভণ্টি, তোক বোলে ইন্দুই আহি লৈ যাবহি।

—ক'লৈ পেহী ?

—মনোৰমাৰ ঘৰলৈ। তাযো অকলশৰীয়া। দুয়োজনী একেলগে থাকিব পাৰিবি।

—নাই নাই পেহী, মই এইখন ঘৰ এৰি ক'লৈকো নাযাওঁ, এইখন ঘৰত মোৰ পিতাইৰ তেজ আছে, আইৰ চকুপানী আছে আৰু ককাইদেউৰ অন্তৰৰ বেদনা আছে। মই এইখন ঘৰ এৰি কলৈকো নাযাওঁ পেহী। মোক তুমি যাবলৈ নক'বা।—ভণ্টিয়ে কান্দি কান্দি পিৰাত বহি থকা পেহীৰ কোলাত সোমাই পৰিল।

পেহীয়ে তাইৰ মূৰটোত হাত ফুৰাই ক'লে—ইন্দুই ভাল কথাকে কৈছে। এই দুৰ্দিনত তইবা অকলে থাক কেনেকৈ ? মই বাৰু তোক সদায় ৰাখো কেনেকৈ ? পেহাৰ থকাহেঁতেনতো কথাই নাছিল, আজি-কালি মোৰো হাত-ভৰি বন্ধা হ'ল।

ভন্টিয়ে উচুঁপি উচুঁপি কান্দি ক'লে—তুমিও মোক ৰাখিব নালাগে, কোনেও মোক চাব নালাগে, মই অকলে থাকিম।

পেহীয়ে তাইৰ বিদ্ৰোহী মনৰ কথা বুজিব পাৰি ক'লে,—বাৰু, তই এতিয়া এইবোৰ একো চিন্তা কৰিব নালাগে। কিবা এটা কৰিব লাগিব। অতবোৰ মানুহ থাকোতে তই নিৰাশ্ৰয়া হ'বিনে? এতিয়া ব'ল, পলম হৈছে। ইফালে বতৰটোও ভাল নহয়। বতৰটোনো ক'ৰ পৰা ভাল হ'ব? অতবোৰ মানুহৰ তেজ শুহি শুহি আকাশ ওন্দোলাই আনিছে।

ভন্টিয়ে চকুহাল মচিলে আৰু ভিতৰলৈ উঠি গৈ গাত কাপোৰখন লৈ দুৱাৰত দাং ডাল লগাই দিলে। জীৱনৰ মৃত্যুৰ দিন ধৰি ভণ্টি পেহীৰ ঘৰতে শুবলৈ লৈছে। গাৰ্ৰে দুই-চাৰিটা ল'ৰা আহি জীৱনৰ ঘৰখন ৰাতি ৰখেহি।

সিহঁত আহি পেহীৰ ঘৰ পালেহি। পেহীয়ে দিনতে ৰান্ধি থোৱা ভাত দুয়োজনীয়ে ভগাই খাই বিছনাত উঠিলগৈ। ভণ্টিয়ে পেহীক সুধিলে— পেহী, পোনাহঁতে কিবা খালে জানো?

—খালে। মই সন্ধিয়াতে সিহঁতক খুৱাই দিলোঁ।

—পেহী, নিৰ্বাচন হৈ গ'ল, কিন্তু দেশলৈ শান্তি ঘুৰি অহা নাই কিয়?

—ক'ত আৰু দেশলৈ শান্তি আহিব? ৰাতি জিলাখনত সান্ধ্য আইন আছেই। ইফালে ৰাজ্যখনৰ কৰ্মচাৰী সকলক চৰকাৰে অন্যায় নীতিৰে চাকৰিৰ পৰা বৰ্খাস্ত, নিলম্বিত আৰু শাস্তিমূলক বদলিৰ কাৰ্য্য অব্যাহত ৰাখিছে।

—এতিয়া শুই থাকা পেহী। এইবোৰ কথাকে চিন্তা কৰি কৰি একেবাৰে তোমাৰ হাড়-ছাল ওলাই গৈছে। তোমাৰ কিবা এটা হ'ব লাগিলে মই ডিঙিত ফাঁচ লগাই মৰিম।

—ইস্ ৰাম ৰাম, এনেকৈ নকবি আই। মহা পাপ হ'ব। যাৰ যেতিয়া মৃত্যু হ'ব লগা আছে, হ'বই। তোৰ কপালত দুখ আছে, ভোগ কৰিবই লাগিব। এইবোৰ সকলো পূৰ্ব্ব জন্মৰ কৰ্মফল, আইজনী। বাৰু, এতিয়া তই টোপনি যা।

পেহীয়ে ভণ্টিক বুকুৰ মাজলৈ সুমুৱাই ললে আৰু ফঁটা কম্বলখনেৰে দুয়োজনীৰ গা ঢাকিবলৈ চেষ্টা কৰিলে। ভণ্টিয়েও পেহীৰ বুকুৰ মাজত সোমাই লৈ উচুঁপিবলৈ ধৰিলে।

সেহীয়ে তাইৰ পিঠিখনত হাত বুলাই ক'লে—সদায়নো আৰু কিমান কান্দিবি। তোৰ ককায়েৰ দেশৰ কাৰণেহে মৰিছে, ভাবি চাইছনে—কিমান ভাল কথা হৈছে। তোৰ ককায়েৰে তহঁতৰ চৌধ্য পুৰুষ উদ্ধাৰ কৰিলে, বুজিলি।

—সেহী! মই ককাইৰ মাত নাপাওঁ!

—তই হে নেপালিনে? ক'তজনী তিৰোতাই নিজৰ স্বামীৰ মাত হে নেলাগে, দেখাকে নেপালে। কত আমা-তিমা ল'ৰা-ছোৱালী পিতৃহাৰা হ'ল। হায়! বিধাতা!! এনে অত্যাচাৰ মানৱ দিনটো হোৱা নাছিল আই।

—সেহী সেহী!—ভণ্টিয়ে উচুপি উচুপি সুধিলে—চৰকাৰে বাৰু আমাৰ বাইজৰ হাতৰ পৰা লাইসেন্স থকা বন্দুকবোৰ কিয় নিলে?

—অঁ, আমাৰ হাতত থাকিলে কিজানি আমি বন্দুকেৰে গুলি কৰোঁ।

—কিয়? সিহঁতৰ মানুহে দেখোন বন্দুক চলাইছে? নহলে মোৰ ককাইক মাৰিব পাৰিলেহেঁতেন নেকি? চৰকাৰে সিহঁতক নধৰে কিয়?

—কিয় ধৰিব? সিহঁতৰ ভোটেৰে বজা হৈছে। আকৌ সিহঁতক শাস্তি দিব কেনেকৈ? এনে কথা হ'ব পাৰেনে?

—এনেকৈ হ'লে নহ'ব সেহী। আমিতো নিজক ৰক্ষা কৰিব লাগিব। দেশক ৰক্ষা কৰিব লাগিব। ঝাণ্ডীৰ ৰাণীয়ে নিজৰ দেশৰ কাৰণে যুদ্ধ কৰিছিল। আমিও যুদ্ধৰ কাৰণে সাজু হ'বৰ হ'ল সেহী!

—এৰা, সেই কাৰণেই আমাৰ আন্দোলনকাৰীয়ে চৰকাৰক সতৰ্ক কৰি যদি এক পক্ষপাতিত্বমূলক মনোভাৱ সলনি নকৰে, তেনেহ'লে ৰাইজে আত্মৰক্ষাৰ বাবে প্ৰস্তুতি চলাব।

—হয় সেহী। মই কিন্তু তৰোৱাল চলাবলৈ শিকিম, ঘোঁৰা চলাবলৈ শিকিম, কাঁড় মাৰিবলৈ শিকিম। আৰু তাৰ পিচত, ককাইক মৰাৰ প্ৰতিশোধ লম।

—বাৰু লবি দে, এতিয়া শুই থাক। টোপনি যা।

—টোপনি চোন নাহে সেহী। মহন্ত দাদাক লগ পাবলৈ মোৰ বৰ মন গৈছে। আমাক যুদ্ধৰ কাৰণে সাজু হ'বলৈ দিয়ক।

—কিয়, সিদিনা দেখোন তোৰ খবৰ লবলৈ আহিছিল। নকলি কিয়?

—নোৱাৰিলোঁ সেহী, মহন্ত দাদাৰ মুখখনত কিবা এটা আছে।

—আছে দেখিতো নেতা হ'ব পাৰিছে, গুণ নাথাকিলে নেতা হ'ব পাৰেনে? এটা দিন আহিব—তেৱেঁই হয়তো অসমখন শাসন কৰিব লাগিব।

—হয়নে পেহী, তেনেকুৱা দিন এটা আহিবনে ?

—আহিব ভাঁন্টি, আহিব। দুখৰ পিচত সুখ, আন্ধাৰৰ পিচত পোহৰ অহাটো জগতৰ ৰীতি। এটা দিন আহিব, সেইদিনা আমি দুখীয়া, ধনী, পুঁজিপতি—সকলোবোৰ এক হ'ম। জীৱনৰ নিচিনা শতজন শ্বহীদৰ সপোন দিঠকত পৰিণত হ'ব। কৃষকৰ নাঙলৰ আগত সোণগুটি গজি উঠিব, অসম আকৌ সেউজীয়া শস্যৰে নদন-বদন হ'ব।

হঠাতে বেৰত জেঠিয়ে টিক্-টিক্ কৰিলে।

—সেইয়া ভাঁন্টি শুনিছনে, জেঠিয়ে সইত্ সইত্ কৰিছে। এতিয়া টোপনি যা।

ভাঁন্টিয়ে পেহীৰ বুকুত সোমাই চকু দুটা মুদি দিলে।

অকমান সময়ৰ পাচত পেহীয়ে ভাঁন্টিৰ গাত ধৰি জগাই দি ধমকি দিলে—কিয় আটাহ্ পাৰিছ ? সপোন দেখিছিলি নেকি ?

ভাঁন্টি একেচাৰে বিচনাখনত বহি থৰ্-থৰ্কৈ কঁপি কঁপি ক'লে—পেহী, সপোন দেখিছিলোঁ। বৰ ভয়ানক সপোন !

—থ, থ। মাজৰাতিখন নিচিঞৰিবি। শুই থাক।

—নহয় পেহী, কি সপোন জানা ?

—কি ?

—মহন্ত দাদা আৰু ফুকন দাদা বজা হৈছে আৰু হাতীত উঠি আমাৰ গাৱঁৰ মাজেৰে গৈছে। লগত ককাইদেউহঁত।

—তাৰ পিচত ?

—আমি চিঞৰিছোঁ 'জয় আই অসম'।

—তাৰ পিচত ?

—তাৰ পিচত তুমি জগাই দিলা।

—মৰাতি, গছত কঁঠাল ওঁঠত তেল, নো খাওঁতেই ছেল-বেল। হেৰ' শুই থাক। ৰাতি দুপৰ হ'ল। ভগৱানক প্ৰাৰ্থনা কৰ যাতে তেনেকুৱা এটা দিন অসমলৈ সোনকালে আনি দিয়ে।

কথা কৈ কৈ পেহী বেৰৰ ফালে মুখ ঘুৰাই শুই পৰিল।

মাহটোৰ শেষৰ ফালে চিন্তা বৰদলৈ, ৰহি শইকীয়া, বিপিন বৰা, শ্ৰীকান্ত মেধি, ইলাৰাম দাস, নবিনচন্দ্ৰ গগৈ, অৰুণা কলিতাই মাতৃৰ শ্ৰীচৰণত আত্ম-বলিদান দিলে। মানুহৰ তেজেৰে অসমৰ মাটি ৰাঙলি কৰি নিৰ্ব্বাচনৰ সামৰণি পৰিল। আৰু ৰাজ্য বিধান সভাৰ ৯০খন আসন ইন্দিৰা কংগ্ৰেছে, পি টি চিযে ৩খন, কংগ্ৰেছ (এছ) দলে ২খন, চি. পি এমে ২খন, চি পি আয়ে ১খন আৰু নিৰ্দ্দলীযই ১০খন আসন লাভ কৰিলে।

সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ যুটীয়া বৈঠক বহিল। সভাত প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল যে, বিদেশীৰ ভোটেৰে নিৰ্ব্বাচিত তথা-কথিত নতুন মন্ত্ৰীসভাই আনুষ্ঠানিকভাৱে শপত গ্ৰহণ কৰাৰ দিনাই ১৪ঘণ্টীয়া সৰ্ব্বাত্মক অসহযোগ পালন কৰা হ'ব।

সভাত গণ-পৰিষদৰ অন্যতম আহ্বায়ক অতুল বৰাদেৱে গহীনভাৱে প্ৰস্তাৱ আগবঢ়ালে, ক্ষতিগ্ৰস্ত অঞ্চল সমূহত ছাত্ৰসন্থা, গণ-সংগ্ৰাম পৰিষদ আৰু কৰ্ম্মচাৰী পৰিষদৰ স্থানীয় গোটসমূহে ভস্মীভূত হোৱা বাসস্থান সমূহ, নিহত আৰু আহত লোকসকলৰ বিশদ বিৱৰণ, লগতে কি পৰিস্থিতিত পৰি নিহত আৰু আহত হ'ব লগা হ'ল, সেই আটাইকেইটা দিশৰে তথ্য সংগ্ৰহ কৰিবৰ কাৰণে আমি মুখ্য কাৰ্য্যালয়ৰ পৰা প্ৰতিনিধি পঠাব লাগিব। আৰু ৫মাৰ্চ্চৰ ভিতৰত তথ্যসমূহ সংগ্ৰহ কৰি শেষ কৰিব লাগিব। ইতিপূৰ্বে যিবোৰ তালিকা আৰু বিশদ বিৱৰণ আমাৰ হাতলৈ আহিছে, সেই তালিকাবোৰ পুণৰ পুংখানুপুংখৰূপে পৰীক্ষা কৰি চাব লাগিব। তাৰ কাৰণে কমিটি পাতি দিয়া হওক।

ভৃগুৱে সদস্য সকলৈ চাই ক'লে—আশাকৰোঁ উপৰুক্ত প্ৰস্তাৱটোত কাৰো আপত্তি নাই। তাৰোপৰি, আমাৰ কৰ্ম্মচাৰী সকলে ১৮দিনীয়া অসহযোগ কৰি যি অদমনীয় মানৱতাৰ পৰিচয় দিলে, সেই কথা বুৰঞ্জীৰ পাতে পাতে জিলিকি থাকিব। আমি তেওঁলোকলৈ অভিনন্দন জনাইছোঁ।

ভৃগুকুমাৰ ফুকনৰ কথাৰ আঁট ধৰি বিৰাজ শৰ্ম্মাই কৈ উঠিল—কিন্তু কংগ্ৰেছ (আই) দলে প্ৰমাণ কৰিলে যে ৰাজ্যৰ কৰ্ম্মচাৰী বাদ দিয়ো দেশৰ প্ৰশাসন

যন্ত্ৰ চলাই যাব পাৰি আৰু সামৰিক, অৰ্ধ-সামৰিক আৰক্ষী বাহিনী লগাই নৰমেধ যজ্ঞ পাতিব পাৰি।

—সেইকাৰণেই নৰমেধ যজ্ঞ পাতি বিদেশীৰ ভোটেৰে জয়ী হোৱা নতুন মন্ত্ৰীসভাই যি দিনাই কাৰ্য্যভাৰ গ্ৰহণ কৰিব সেইদিনাই ১৪ঘণ্টীয়া অসহযোগ আৰম্ভ কৰা হ'ব।

ভৃগুৰ প্ৰস্তাৱত ধ্ৰুৱ বৈশ্যই ৰগৰ কৰি সুধিলে—একেবাৰে ৰেহাই নিদিলাই নেকি?

—দিছোঁ।—ভৃগুৱে হাঁহি মাৰি ক'লে।

—মই আকৌ ভাবিছিলোঁ, বিদেশী ভোটাৰেৰে চহকী চৰকাৰৰ কাৰণে একেবাৰে জুই-পানী বন্ধ কৰি দিলা!

ভৃগুৱে পুনৰ হাঁহি মাৰি ক'লে—নাই, নাই, আগৰ নিচিনাকৈ চিকিৎসা, পানী, পশু-চিকিৎসা বাহিনী, বাৰ্তাৰ কাকত প্ৰতিষ্ঠান সমূহক ৰেহাই দিয়া হৈছে।

—বাৰু, তাৰ পিচত কি প্ৰস্তাৱ ললে ভাল হয়?

—ধ্ৰুৱই সদস্য সকলৈ চালে।

—১৫আগষ্টৰ দিনটো শোকদিৱস হিচাবে পালন কৰা হওক আৰু সেই দিনাই এসাজ উপবাসে থকাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হওক।

উপদেষ্টা নগেন শইকীয়াদেৱৰ প্ৰস্তাৱটোত সমৰ্থন কৰি ধ্ৰুৱই ক'লে—বৰ সুন্দৰ প্ৰস্তাৱ হৈছে। ইয়াৰ দ্বাৰা ৰাহি হোৱা নিম্নতম পাঁচ টকা নিৰ্য্যাতিত সকলৰ সাহায্যাৰ্থে আগবঢ়াব পাৰিব।

শশধৰ কাকতিয়ে লগে লগে থিয় হৈ ক'লে—তাৰ বাহিৰেও সেইদিনা সমূহীয়া প্ৰাৰ্থনা কৰা হওক।

ভৃগুকুমাৰৰ কথাত সকলো সদস্যই সমূহীয়াভাৱে প্ৰস্তাৱটো গ্ৰহণ কৰিলে।

সভাত কিছু সময় মনে মনে চিন্তা কৰি থকাৰ পিছত অতুল বৰাদেৱে এটা প্ৰস্তাৱ আগবঢ়ালে—আমাৰ শ্বহীদ আৰু নিৰ্য্যাতিত সকলৰ কাৰণে এটা নিৰ্য্যাতিত সাহায্য পুঁজি খুলিব লাগে। আৰু অসম কো-অপাৰেটিভ এপেক্স বেংকত এটা একাউণ্ট খুলিব লাগে।

নগেন শৰ্মা আৰু পবিত্ৰ ডেকাৰ স্বাক্ষৰত এই একাউণ্টটো যুটীয়াভাৱে চলালে ভাল হ'ব।

সকলোৱে প্ৰস্তাবটো সমৰ্থন কৰিলে।

পবিন্দ্ৰ ডেকাই ক'লে—ছাত্ৰসংস্থা, গণ-সংগ্ৰাম পৰিষদ, কৰ্ম্মচাৰী পৰিষদৰ স্থানীয় গোটসমূহে ১মাৰ্চ্চৰ ভিতৰত বৰঙণি সংগ্ৰহ কৰিব লাগিব।

গিৰীন্দ্ৰই ক'লে—২৪ফেব্ৰুৱাৰীৰ পৰা ৩মাৰ্চ্চলৈ ক্ষতিগ্ৰস্ত অঞ্চলত যি শ্ৰমদান আঁচনি হাতত লোৱা হৈছে, সেই আঁচনি সফল কৰি তুলিবলৈ যথোচিতভাৱে চেষ্টা চলোৱা হৈছে। গিৰীণে জেলৰ পৰা মুক্তি পোৱা প্ৰফুল্ল মহন্ত, ভৃগুকুমাৰ ফুকন, সংগ্ৰাম-পৰিষদৰ আহ্বায়ক বিৰাজ শৰ্মা, অতুল বৰাদেৱলৈ বৈপ্লবিক অভিনন্দন জনালে আৰু সভাপতিয়ে সভা ভঙ্গ কৰিলে।

সকলো দিহা-দিহি গ'ল। গিৰীণৰ দুখতে আনন্দ কৰিবলৈ মন গ'ল : যিহেতু নেতাসকল আজি মুক্ত।

সি বিশ্ববিদ্যালয়ৰ কাষৰ কৃষ্ণচূড়া গছবোৰৰ তলে তলে খোজকাঢ়ি গৈছিল। শুকান পাতৰ খৰ্‌খৰণি আৰু কোমল ছাঁই তাৰ দেহ-মন শীতল কৰি তুলিছিল। সি ব্ৰহ্মপুত্ৰলৈ এবাৰ চকু তুলি চাই ভাবিছিল—এই মহাবাহু ব্ৰহ্মপুত্ৰৱে কত মৃতদেহ উটি গ'ল, সেই মৃতদেহৰ হিচাব চৰকাৰে ৰাখিছেনে? সি কালি ব্ৰহ্মপুত্ৰৰে ভ্ৰমণ কৰি দেখিছিল, কিছুমান মৃতদেহ উৰ্ঁলি গৈছে, কিছুমান মৃতদেহৰ ওপৰত শগুণ, কাউৰীয়ে কিৰিলি পাৰি আঁজুৰি খাইছে। সি তললৈ মুৰ কৰি খৰকৈ খোজ দিলে। ভৰ নদী পাৰ হোৱা ভেলৰ বিলৈৰ কথা ভাবি তাৰ গাটো ইচাটি-বিচাটি কৰিলে। তাৰ চকুহাল পুনিবলৈ ধৰিলে। হাঁয়! হাঁয়! অসম দেশ কি হ'ল? মানুহৰ কংকাল, শ্মশানত মানুহ পোৱা গোন্ধ।—চাৰিওফালে তেজ আৰু তেজ, নাই অৱশেষ !!!

## ॥ ৭৭ ॥

মনোৰমা উদাস মনেৰে বাহিৰলৈ ওলাই আহিল। তাই ৰাতিপুৱাৰ ৰ'দ জাকলৈ চাই ভাবিলে—যোৱা কালি অবৈধ মন্ত্ৰী সভাই শপত গ্ৰহণৰ মুহূৰ্ত্তৰে পৰা ১৪ঘণ্টীয়া সৰ্ব্বাত্মক অসম বন্ধ পালন কৰা হ'ল। অসমৰ হিন্দু-মুছলমান সকলৰ ভিতৰত সংঘৰ্ষ লগাবলৈ কিছুমান ৰাজনৈতিক দালালে যি চেষ্টা চলালে তাত কৃতকাৰ্য্যতা লাভ কৰি সিহঁতে আনন্দত অধিৰ হৈ পৰিছে। কিন্তু অসমৰ সংস্কৃতি—সমন্বয়ৰ সংস্কৃতি। শঙ্কৰদেৱে

জাতি-বর্ণ হীন নামধৰ্ম্ম, আজান ফকিৰে জিকিৰ আৰু জাৰি ৰচনা কৰি সোণৰ অসম দেশ ভ্ৰাতৃত্বৰ বান্ধোনেৰে বান্ধি জাতক-জিলিকা কৰি তুলিছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত মোমাই তামুলী বৰবৰুৱাই ৰাজ্যখন সংগঠন কৰোঁতে মুছলমান সকলক খেলত ভাগ কৰি দিয়াত বৰুৱা, শইকীয়া, হাজৰিকা উপাধিৰে বিভূষিত হৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে উত্তৰ ভাৰতৰ পৰা আঠঘৰ মুছলমান অনাই অসমত মাটি-বাৰী দি স্থাপন কৰিছিল।

এইদৰে অতি প্ৰাচীন কালৰে পৰা অসমীয়া মুছলমান সকলে যি জাতিসত্বাৰ ভেঁটিত অসমীয়া জাতিক গঢ় দিছিল, সেই আদৰ্শ পৃথিৱীত বিৰল। অসমৰ অসমীয়া মুছলমান সকল অসমৰ মূল জাতিসত্বাৰ এক অবিচ্ছেদ্য অংগ। এই মুছলমান সকলৰ ইছলাম ধৰ্ম্মই কোনো দিনেই অসমত বাধাগ্ৰস্ত হোৱা নাছিল। তাৰ পৰিৱৰ্তে হিন্দুৰ লগত মিলি গৈ সংস্কৃতিৰ পথাৰখন উজ্জ্বলহে কৰিছিল। কিন্তু আজি সেই ভাতৃ চেনেহৰ মাজৰ সুগভীৰ চেনেহৰ প্ৰীতিৰ বান্ধোন সোলোক-ঢোলোক কৰিব পাৰি এচাম স্বাৰ্থপৰ দালালে ৰজা হোৱাৰ আশাত, আনন্দত মচগুল হৈ পৰিছে।

সেইদৰে জনজাতি, চাহ বনুৱা সকলৰ মাজতো বিভেদৰ সৃষ্টি কৰি অসমৰ কৃষ্টি সংস্কৃতি বিপদাপন্ন কৰিবলৈ চেষ্টা চলাইছে।

তথাপিও অসমৰ ৰাইজ আজি প্ৰতিজ্ঞাবদ্ধ। যেনেকৈ লোকমান্য তিলকৰ আমোঘ বাণী "স্বৰাজ মোৰ, ইযাক মই পাবই লাগিব" ধ্বনিয়ে ভাৰতবৰ্ষৰ আকাশ-বতাহ কঁপাই তুলিছিল। যেনেকৈ জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই ভাৰতৰ জনতাক অসহযোগ কৰিবলৈ বাধ্য কৰাইছিল। ঠিক সেইদৰেই অসমৰ ৰাইজে অসমৰ অস্তিত্ব ৰক্ষা কৰিবলৈ আন্দোলন চলাই যাব।

কালিৰ দিনটোৱেই তাৰ প্ৰমাণ হ'ল। চৰকাৰ গঠনৰ প্ৰতিবাদত সৰ্ব্বাত্মক অসহযোগ কৰি অসমৰ ৰাইজে অবৈধ কংগ্ৰেছ (ই) চৰকাৰক স্বীকৃতি নিদিয়াটোকে প্ৰতিপন্ন কৰি দেখুৱালে। সৰ্ব্বাত্মক অসহযোগৰ কালছোৱাত অসমতেই নহয়, সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্য আৰু কেন্দ্ৰীয় শাসিত অঞ্চল সমূহতো ইয়াৰ প্ৰভাৱ পৰিল। সন্ধিয়া ছয় বজাৰ পৰা সমস্ত ৰাজ্যতে বিদ্যুৎ সৰবৰাহ বন্ধ আছিল।

মনোৰমাই বাহিৰলৈ চাই থাকি কথাবোৰ চিন্তা কৰি আছিল। হঠাতে বীণা বাইদেউক দেখি মনোৰমা আগবাঢ়ি গ'ল—।

—বীণা বাইদেউ, আহক।

—পিছে যোৰা ৰাতিৰ খবৰ পাইছনে নাই ?

—যোৰা ৰাতিৰ খবৰ ?

—অঁ, যোৰাৰাতি কামপুৰ, আমতলা, চেঙাজানত-আমাৰ বহুসংখ্যক ডেকা ল'ৰা নিহত হৈছে। ৰাতিপুৱাই মযো গিৰীশহঁতৰ লগত কামপুৰলৈ গৈছিলোঁ। এতিয়া ডাক্তৰ আৰু এম্বুলেঞ্চ গৈছে। পিতনিত পৰি থকা মৃতদেহবোৰ এতিয়াও কামপুৰলৈ আনিব পৰা নাই।

—ঘটনাটো কেনেকৈ ঘটিবলৈ পালে বাইদেউ ?

—এহ্ নকবি মনোৰমা। প্ৰতিহিংসা। প্ৰতিহিংসাৰ অগণিত জুলি-পুৰি আমাৰ ল'ৰাহঁতে ঢাল-তৰোৱাল নোহোৱাকৈ বোলে যুদ্ধ কৰিবলৈ গৈছিল। আৰু সিহঁত আছিল সঙ্ঘবদ্ধভাৱে প্ৰস্তুত। যাৰ ফলত অসম মাতৃয়ে বহুত বীৰ সন্তানক হেৰুৱাব লগা হ'ল।

—কিন্তু বাইদেউ, এনেকৈ যদি মানুহবোৰ মৰি থাকে, অসম বাচিবনে ?

—অসম নমৰে মনোৰমা, অসম মৰি মৰি জী থাকিব লাগিব। মই যাওঁ দে মনোৰমা, তোক খবৰতো দিবলৈহে আহিলোঁ। হস্পিতেললৈ যাওঁ, হয়তো আৰু কিবা খবৰ আহিব পাৰে।

—ময়ো যাওঁ ৰ'ব বীণা বাইদেউ।

—ৰ'ল—তেনেহ'লে সোনকালে ওলা।

মনোৰমা ভিতৰলৈ সোমাই গ'ল আৰু অকণমান সময়ৰ ভিতৰতে ওলাই আহি ক'লে—ব'লক।

সিহঁত গৈ হস্পিতেল পালেগৈ। বীণা বাইদেউক দেখি ললিত শৰ্ম্মা আহি ক'লে—বাইদেউ, এখন তালিকা আহিছে—বিষন্ন মনেৰে কথাকেইটা কৈ ললিত শৰ্ম্মাই কামপুৰত মৃত লোক সকলৰ নাম থকা তালিকাখন আগবঢ়াই দিলে—মানৰ সিং ক্যাপ, কৰম সিং, হৰিকান্ত হাঁৰা, হৰেশ্বৰ হাঁৰা, মমত হাঁৰা, খগেশ্বৰ কোঁৱৰ, পোনাচিং হাঁৰা, বংশী বাঘন হাঁৰা, বিভূতি ভূষণ নাথ, মহিম নাথ, কুশৰাম হাঁৰা, ডম্বৰু লস্কৰ, দুলাল লস্কৰ, গম্ভীৰ বৰা, ৰাজেন শইকীয়া, দিনেশ মণ্ডল, মনেশ্বৰ বায়ন, মহেন্দ্ৰ দাস, মাধৱ দাস, নোমল চন্দ্ৰ দাস, বিমল চন্দ্ৰ দাস, প্ৰহ্লাদ ডেকা, ধনীৰাম দাস, চন্দ্ৰমোহন দাস, মেলেং পাটৰ, প্ৰভাত কোঁৱৰ, টিকেন নাথ, থানেশ্বৰ দাস, মনেশ্বৰ নাথ, সম্ভুৰাম পাটৰ, হলিৰাম নাথ, ভূপেন্দ্ৰ নাথ, ভিম্বেশ্বৰ কোঁৱৰ, গিৰীশ নাথ, সৰুকণা সেনাপতি, নিৰণ ডেকা, শান্তিৰাম দাস, শশীকান্ত দাস, শুক্ৰেশ্বৰ

কোঁৱৰ, ঘনশ্যাম দাস, উমাকান্ত দাস, ইচ্মাইল কোঁৱৰ, দাৰিকা দাস, দিলীপ দেউৰী, আনন্দ বৰদলৈ, টিমুং গাওঁবুঢ়া, টিনথুং ক্র, মদন মাল্লিক, গাওঁবুঢ়া হাণ্ডে, ডেন টেৰণ, চাওবুঢ়া ক্র, সুনীল বৰ্ম'ণ, প্রদীপ লস্কৰ, নাৰায়ণ ইংতি, মনবৰ পাটৰ, গোপাল বৰা, বিৰেণ হাজৰিকা, ডিম্বেশ্বৰ শৰ্ম্মা, গহণ হীৰা, অতুল বৰদলৈ, হেমকান্ত বৰদলৈ, অতুল নাথ, হৰিৰাম বৰুৱা, প্রদীপ নাথ, ঘন বৰুৱা, ব্রজেন বৰা, হোমেশ্বৰ নাথ।

খৰগতিৰে কাগজখন পঢ়ি বীণা বাইদেৱে ললিত শৰ্ম্মালৈ চাই এটা হুমুনিয়াহ কাঢ়িলে। ললিত শৰ্মাই বীণা বাইদেউলৈ চাই ক'লে—বাইদেউ, এতিয়াও সঠিক সংখ্যা উলিযাব পৰা নাই। ললিত শৰ্মাৰ ওচৰতে নিৰৱে ঠিয় হৈ থকা শৰৎ বৰকটকীয়ে বহি লৈ ক'লে—কাৰ্বি আংলং জিলাতো বোলে এনে ঘটনাৰেই পুনৰাবৃত্তি হৈছে।

—হয় শৰৎ। ৰাতিপুৱা মই কামপুৰলৈ যাওঁতে একে খবৰকে পাইছিলোঁ। চেঙাজানত পৰি থকা যাঠী জনৰো অধিক মৃতদেহ এতিয়াও উদ্ধাৰ কৰিব পৰা নাই। তাৰোপৰি কামপুৰ অঞ্চলৰ পমিলা, লুটুমাৰি, হাতীগাঁও, মাধপাৰা, পশ্চিম গুইমাৰি আদি গাঁওবোৰ পুনৰ দুৰ্বৃত্তৰ দলে জ্বলাই দিয়া বুলি খবৰ পোৱা গৈছে। এতিয়া আমি সাহাৰ্য্য শিবিৰলৈকে যাওঁ।—বীণা বাইদেৱে ললিত শৰ্ম্মা আৰু শৰতৰ পৰা বিদায় লৈ হস্পিতেলৰ পৰা ওলাই আহিল। মনোৰমাই বাটত আহোঁতে ক'লে—নিজৰ চকুৰ আগত যেতিয়া নিজৰ ঘৰ-দুৱাৰ জুইত জাহ যোৱা দেখে, নিজৰ আত্মীয়-স্বজনক অত্যাচাৰ কৰা দেখে, তেতিয়া বাৰু কোনে সহ্য কৰিব পাৰে বাইদেউ?

—তই ঠিকেই কৈছ, মানুহে আৰু কিমান ধৈৰ্য্য ধৰিব? গান্ধীজীৰ অহিংস আন্দোলনৰ সময়তো কিছুমান মানুহে ধৈৰ্য্য ধৰিব নোৱাৰি, হিংসাৰ আশ্রয় লৈছিল, তাৰ বাবে জানো গান্ধীজী দায়ী আছিল মনোৰমা?

মনোৰমাই একো মাতিব নোৱাৰিলে। তাই বীণা বাইদেউৰ ওচৰে ওচৰে খোজ কাঢ়ি আহোঁতে ভাবিলে—ইন্দ্ৰ বাৰু ক'ত আছে?—মনতো তাইৰ বেদনাৰে বিহ্বল হৈ পৰিল। ইন্দু-ইন্দুকৈ তাইৰ প্ৰাণে হাহাকাৰ কৰিলে। একো কথা মনোৰমাৰ মুখৰ পৰা নোলাল। তাই ওপৰলৈ চালে। জুই, ছাই আৰু ধোৱাঁৰে অসমৰ আকাশ যেন ধূৰ'লী-কুৰ'লী হৈ পৰিছে। তথাপিও পুৱফালে এটা নতুন সূৰ্য্য নিশ্চয় ওলাব, আৰু সেই নতুন সূৰ্য্যক কোনেও বাধা দি ৰাখিব নোৱাৰিব।

—কি ভাবি আছিছ মনোৰমা ?

—ভাবিছোঁ, এটা নতুন সূৰ্য্য অসমৰ আকাশত কেতিয়া উদয় হ'ব ?

—অতি সোনকালে মনোৰমা, অতি সোনকালে।

সিহঁতে খবৰকৈ খোজ দিলে।

## ॥ ৭৮ ॥

পুতুলৰ হাতত কামপুৰ-আমতলাত নিহত ল'ৰাহঁতৰ তালিকাখন পৰিলহি। বি টি হোষ্টেলৰ নিজৰ কোঠালিটোত বহি তালিকাখন মনোযোগেৰে পঢ়ি পুতুলৰ মন বিষণ্ণতাৰে ভৰি পৰিল। মহখুলী, বৰকোলা, বগলাজান, কাৰ্কতিগাঁও, বাহাকাবাৰী, নিজ নাৰিকলি, লাওপানী, দেওবালি, কটহগুৰি, বাঁহবাৰী, চেঙাগাঁও, লাওপানী, ডকচন, মিলনপুৰ, দেৱাগুৰি, দ-গাঁও, ডালিমবাৰী, দিঘলদৰী, গবৈমাৰি, জাকৰুৱা, ৰজাগাঁও, জৰাবাৰী, মহগড়, মাজগাঁও, মিদাইবাৰী, ফুলগুৰি আদিৰ বাহিৰেও কাৰ্বি আংলং জিলাৰো দহজন শ্বহীদ হৈছে—ডেন টেৰাং, ছাযুৰা ক্র, বুৰা তিমুং, নাৰায়ণ ৰংহাং, সম্বৰ পাটৰ, ছিনঠং ক্র, মনেশ্বৰ কেয়াপ, ছাম ইংতি ক্র, দুৰ্গেশ্বৰ বৰা, লক্ষীকান্ত পাটৰ।

কাগজখন ফাইলটোৰ ভিতৰত ভৰাই থৈ পুতুল চিন্তাত মগ্ন হ'ল। এটাৰ পিচত এটাকৈ বাতৰিবোৰ আহিবই লাগিছে। যোৰহাটৰ পৰা ১৬কিলোমিটাৰ দূৰত থকা দলৈ গাৱঁত চি আৰ পিৰ এটা দলে ছয়ঘণ্টাৰো অধিক কাল তাণ্ডৱলীলা চলাই ২৭টাতকৈ অধিক ঘৰ পুৰি ভস্মীভূত কৰিছে। জুইৰ ভয়ত পলাই যোৱা দুজন লোকক গুলিয়াই হত্যা কৰা হৈছে। জনগণে হাবিয়ে-জংগলে পলায়ো ৰক্ষা পোৱা নাই।

ইফালে আকৌ অসমৰ নব নিৰ্বাচিত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই আইন-শৃংখলা দৃঢ়তাৰে ৰক্ষা কৰা হ'ব বুলি ঘোষণা কৰিছে। পুতুলৰ মন বিতৃষ্ণাৰে ভৰি গ'ল। আইন-শৃংখলা ৰক্ষা কৰিবলৈ অসমৰ জনগণক তিলু-তিলুকৈ শাস্তি দি মৃত্যুৰ মুখলৈ ঠেলি দিব ? অসমৰ জীয়াৰি-বোৱাৰী নিধন কৰিবলৈ এই মন্ত্ৰী সভায়ে জানো এজাক চি. আৰ. পি. নামৰ দুৰ্দ্ধৰ্ষ অত্যাচাৰী অসমৰ বুকুত নমাই দিয়া নাই ?

যদি দিয়াই নাই, তেনেহ'লে তিনি লক্ষৰো অধিক লোক গৃহহীন হৈ কিয় আশ্ৰয় শিবিৰত আশ্ৰয় ল'ব লগা হৈছে ? দিনে দিনে আশ্ৰয় শিবিৰত আশ্ৰয় লোৱা লোকৰ সংখ্যা বাঢ়ি গৈছে।

গোৰেশ্বৰ, নাওকটা, পাছমাৰী আৰু মুক্তাপুৰৰ প্ৰায় পোন্ধৰশ মানুহ আশ্ৰয় শিবিৰত আশ্ৰয় ল'ব লগা হৈছে। পুতুল থিয় হ'ল আৰু দুৱাৰ মুখলৈ আগুৱাই গৈ দেখিলে বিৰাজ শৰ্ম্মা, অতুল বৰা আৰু ভৃগুকুমাৰ ফুকন তাৰ ওচৰলৈকে আহিছে।

কোঠালিটোত ভৰি দিয়েই ভৃগুৱে কৈ উঠিল—মহন্ত। এইবোৰ যে অশান্তি হ'বলৈ ধৰিছে ইয়াৰ মূলতে কি বুলি ভাবিছে ? মই ভাবো, কেন্দ্ৰৰ বিভাজন নীতিযেই ইয়াব মূল কাৰণ। অসমৰ বাইজক জনজাতীয়, অ-জনজাতীয়, হিন্দু, মুছলমান আদি ভাগ ভাগ কৰি ৰাজনৈতিক স্বাৰ্থ পূৰণ কৰিবলৈ চেষ্টা কৰিছে।

পুতুলে ভৃগুলৈ চালে।

—এৰা। অলপতে সংসদৰ মজিয়াত প্ৰধান মন্ত্ৰীয়ে জনজাতীয় ৰাইজক অ-জনজাতীয় ৰাইজৰ বিপক্ষে উচটনি দিয়াৰ কথা কোনে নাজানে ?

—জনজাতীয় ৰাইজে নিৰ্ব্বাচনটোত অসহযোগ কৰাত কেন্দ্ৰই ভাল পোৱা নাই, সেই কাৰণে বিভেদ নীতিৰ আশ্ৰয় লৈছে। গহপুৰৰ ঘটনাই ইয়াৰ প্ৰমাণ, নহয় জানো ? তাৰোপৰি অসমৰ জনজাতীয় আবেষ্টনীবোৰত লাখ লাখ বিদেশীয়ে অবৈধভাবে বাস কৰি, জনজাতীয় ৰাইজৰ মাটি গ্ৰাস কৰি আহিছে, কিন্তু সেই বিষয়ে ৰাজনৈতিক দলবোৰে নজনাৰ ভাও ধৰি আহিছে। ইফালে চাহবাগানৰ শ্ৰমিক সকলৰ উন্নতিৰ কাৰণে কোনো আঁচনি যুগুত কৰা নাই। সেই প্ৰকৃত সমস্যাবোৰৰ ওপৰত চকু নিদি এতিয়া চৰকাৰে অসমৰ আন্দোলন ওফৰাই পেলাবলৈ চেষ্টা কৰিছে। যাৰ কাৰণে হাজাৰ হাজাৰ লোকৰ কলিজাৰ তেজেৰে অসমৰ মাটি ৰাঙলি হৈছে।

ভৃগুৱে কথাখিনি কৈ ৰুমালেৰে মুখখন মচি লৈ চকি খনত বহিল। অতুল বৰাই পুতুললৈ চাই উপদেশৰ সুৰত গহীন হৈ ক'লে—বৰ্ত্তমান ৰাজ্যখনত শান্তি-সম্প্ৰীতি ৰক্ষা কৰিবলৈ ৰাইজক সজাগ কৰিব লাগিব। তাৰ কাৰণে দৰকাৰ হ'লে গাৱেঁ গাৱেঁ সোমাই প্ৰতিহিংসাৰ ভাব আঁতৰাই পেলাব লাগিব।

প্ৰতিহিংসাৰ অগনিত জ্বলি-পুৰি আজি নগাঁৱৰ কামপুৰত সেই মাৰাত্মক

ঘটনা ঘটিবলৈ পালে। বুজিছা মহন্ত, আমি এইমাত্র নগাৰলৈ যোৱা উচিত। তুমি ওলোৱা। আমি অকমান সময়ৰ পিছতে আহিছোঁ।

পুতুলে তিনিওজন নেতাক বিদায় দি অন্ধকাৰ কোঠালিটোত মমডাল জ্বলাই দিলে। নগাঁও চনগাঁও হৈছেগৈ, কত মাতৃৰ হৃদয়ৰ কান্দোনে আকাশ-বতাহ নিনাদি গৈছে। উস্। আৰু সহ্য নহয়। হঠাতে তাৰ—হেমাৰ শিৱন্ডৰ কথা এষাৰ মনত পৰিল—"নিজৰ ব্যক্তিত্ব সম্পূৰ্ণৰূপে বিকশিত কৰি তুলিবা, কিন্তু তাকে কৰিবা আনৰ মঙ্গলৰ কাৰণে।"

উদং কোঠালিটোত পুতুলৰ প্ৰাণ-পখীয়ে উচ্-পিচ্ কৰি উঠিল। কোনোবাই যেন তেওঁক কৈছে—বিশ্ৰাম নকৰিবা—তোমাৰ বিশ্ৰাম নাই, কাম কৰিবলৈ তোমাৰ জন্ম হৈছে। তুমি জানানে প্ৰকৃত ধৰ্ম্ম কি? কামেই হৈছে প্ৰকৃত ধৰ্ম্ম—সি যেন বেৰখনত দেখা পালে হাজাৰখন মুখ।- মনৰ আধা আলো আধা ছাঁত বেৰখনত উলমি থকা মুখ বিলাকে যেন চিঞৰিবলৈ ধৰিছে—মহন্তদা! সিহঁতে আমাক খেদি খেদি নি চেঙাজানত পেলাই ললে—আৰু আমি বোকাত পোট গলো। কিন্তু ভুল আমাৰ আছিল মহন্তদা, আপুনি আমাক অহিংসা নীতি শিকাইছিল কিন্তু আমি প্ৰতিহিংসাৰ অগনিত জ্বলিছিলো—আমাক ক্ষমা কৰিব মহন্তদা। ক্ষমা কৰিব।

হঠাতে কিছুমান বিকট চিঞৰে পুতুলৰ কাণ তাল মাৰি ধৰিলেহি—সেই চিঞৰবোৰ ল'ৰা-ছোৱালী, কেঁচুৱা আৰু কাৰোবাৰ বিবাহিত পত্নীৰ আছিল।

পুতুলে কাণ দুখনত হেঁচা মাৰি ধৰি চিঞৰি দিলে—নাই-নাই ।

লগে লগে এখন গাড়ী আহি আলিবাটত ৰ'লহি।

পুতুলে ধৈৰ্য্যধৰি গাড়ীখনলৈ আগুৱাই গ'ল। পিচৰ চিতটোত বহি সি মনতে ভাবিলে—

শান দিয়া হেৎদান
যত মহা অস্ত্ৰী
মন্ত্ৰণা দিয়া আজি
যত মহা মন্ত্ৰী
আশীষ দিয়া আই মাতৃ
ওলালো মুক্তিপথ যাত্ৰী ॥

গুৱাহাটীৰ পৰা সদৌ অসম ছাত্ৰ সন্থাৰ প্ৰতিনিধিৰ দলটো গৈ কামপুৰৰ আমতলা পাওঁতে সন্ধিয়া লাগিছিল। তেতিয়াও কপিলী পাৰত সহস্ৰ ৰাইজৰ উদুপনি মাৰ যোৱা নাছিল। কান্দি কান্দি ভাগৰি পৰা মাতৃ-ভগ্নী, ককা-আইতাহঁতৰ চকু চকুৰ পানীৰে কৰাল মাৰিছিল। পুতুল, ভৃগু, অতুল বৰা, বিৰাজ শৰ্ম্মা, চাণক্য দাস, অঞ্জন শৰ্ম্মা, ডাঃ অৰুণ শৰ্ম্মাকে ধৰি প্ৰতিনিধি দলটোৱে ৰাইজক সান্ত্বনা দিবলৈ ভাষা বিচাৰি পোৱা নাছিল। কপিলী পাৰৰ সুশীতল বতাহ সেইদিনা হৈ পৰিছিল অশান্ত আৰু অস্থিৰ। বাঁহ গছৰ ফাঁকে-ফাঁকে ঝিঁলিযে বিনাইছিল। নদীৰ গড়া খহনীযাত পানী মেটেকাবোৰ কুৰুকি-কুৰুকি সোমাই পৰিছিল। তেজ লগা পানীৰ সোঁতত উটি যাবলৈ সিহঁতে যে ইচ্ছা কৰা নাছিল। পশ্চিমৰ বেলিযে সেইদিনা তেজৰ ৰং ধৰিছিল।

কামপুৰৰ ছাত্ৰসংস্থাৰ দলটোৱে প্ৰতিনিধি দলটোক ঘটনাস্থলীলৈ গাৱঁৰ মাজেৰে লৈ গৈছিল। চাৰিওফালে থিয হৈ থকা মানুহবোৰে সিহঁতলৈ অতি আশাৰে যেন বাট চাই আছিল। সহস্ৰজনৰ আত্মাই সিহঁতক যেন প্ৰশ্ন কৰিছিল—

—এনেকৈ আমি আৰু কিমান দিন থাকিব লাগিব?—সিহঁত চিন্তিত হৈছিল। সহস্ৰজনৰ হৃদয়ৰ আৰ্তনাদ প্ৰতিনিধি দলটোৱে বুজিব পাৰিছিল। অতুল বৰা, বিৰাজ শৰ্ম্মাই ৰাইজৰ ওচৰ চাপি ঘটনাৰ বুজ লৈছিল আৰু শান্তি-সম্প্ৰীতি অটুত ৰাখিবলৈ ৰাইজক কাতৰে অনুৰোধ কৰিছিল।

কপিলীৰ পাৰে পাৰে আহোঁতে সিহঁতে বাটত চৰাই-চিৰিকটিৰ মাতো শুনিবলৈ পোৱা নাছিল—চাৰিওফালে কিবা যেন ৰিঙা-ৰিঙা সুৰ।

বহুতদিনৰ মূৰত কামপুৰত ইন্দ্ৰনীলক লগ পাই পুতুলে ওচৰতে বহুৱাই ললে। ইন্দ্ৰৰ ৰুক্ষ চুলি, গাঁতলৈ সোমোৱা চকু, ফঁটা চোলা, আউঠি চিঙা লংপেণ্টটো দেখি পুতুলৰ হিয়াখন ভাঙি যাব খুজিলে। ক'ত সেই গান গোৱা, আবৃত্তি কৰা ইন্দ্ৰনীল? সময়ৰ আঁচোৰত যেন আজিৰ ইন্দ্ৰনীল ক্ষত-বিক্ষত। ইন্দ্ৰনীলৰ গান আজিও পুতুলৰ মনত আছে—

কাল-ৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত বুজিলানে নাই ?
বুদ্ধ দ্বাৰেই মুক্ত বায়ুক
সদা কৰে ভয় বুজিলালে নাই ?

গাড়ী নগাঁও টাউন অভিমুখে চলিল। ভৃগু আৰু পুতুলৰ মাজতে নিৰ্ব্বাক হৈ বহি আছিল ইন্দ্ৰনীল। পুতুলে বুজিব পাৰিলে, জীৱনৰ মৃত্যুৱে তাৰ হৃদয়ত বেয়াকৈ সাঁচ বহুৱাই গ'ল।

আগৰ চিটত অতুল বৰা আৰু বিৰাজ শৰ্ম্মাই ইতিপূৰ্বে বিশেষ কাৰ্য্যসূচী লৈ আলোচনাত ব্যস্ত হৈ পৰিছে।

পুতুলে লাহেকৈ মাতিলে—ইন্দ্ৰ। তোক বৰ ভাগৰি পৰা যেন লাগিছে।

—ক'তা মই ভাগৰি পৰিছোঁ ? নাই, মই অকণো ভাগৰি পৰা নাই। ইন্দ্ৰই গুণ-গুণালে—

কত শত জনে
মৰণক নেওচি
নিতে নৱ কৰিছেহি পণ
পোহৰ সন্ধানি
অগ্নি শিখাত
উজ্বলিছে জনগণ।।

—সঁচা ইন্দ্ৰ, সঁচা। অসমৰ ৰাইজে আজি পোহৰ বিচাৰিছে। সোণ চেকুৰা অসমৰ মাটিত সোণগুটি সিঁচিবলৈ আমি হিংসা ত্যাগ কৰি সাম্যবাদেৰে আগুৱাই যাব লাগিব। এইয়া যে আমাৰ লক্ষ্য ইন্দ্ৰ।—ইন্দ্ৰই পুতুলৰ পিঠিয়েদি হাতখন সুমুৱাই দি নিজৰ গাৰ কাষলৈ চপাই আনিলে।

—পুতুল। মই কেতিয়াও নিৰাশবাদী নহওঁ বা যুদ্ধক্ষেত্ৰৰ পৰাও পলায়ন নকৰোঁ। মই জানো, আজি অসমীয়াৰ শেষ বিন্দু ৰক্ত থকালৈকে জনগণ আগুৱাই যাব। অসমৰ প্ৰতিজন ব্যক্তিৰ অন্তৰত অসমৰ অস্তিত্ব ৰক্ষাৰ জুই উমি-উমি জ্বলি উঠিছে। হয়তো সেই কাৰণেই তেজেৰে পোতাশাল ৰাঙলি কৰি তুলিছে। ভাৰতৰ পূব প্ৰান্তত থকা এই সৰু দেশখনৰ মাজেদিয়েই এসময়ত আৰ্য্য সভ্যতাৰ সোঁত বৈ গৈছিল। কামৰূপ-কামাখ্যাৰ জ্যোতিয়ে ভাৰতবৰ্ষক জ্যোতিৰ্ময় কৰি তুলিছিল।

ইন্দ্ৰৰ কথা শুনি অতুল বৰাই হাঁহি মাৰি পিচফালে চাই ক'লে—

ইন্দ্ৰ। তুমি ঠিক কথাকে কৈছা। অসমীয়া বীৰৰ শৌৰ্য্য-বীৰ্য্য, অসমীয়া বীৰৰ ক্ৰাৰু-কাৰ্য্য কোনো গুণে আনতকৈ কম নাছিল। অসম অসমীয়াৰ। কিন্তু আজি অসমীয়াৰ বিলৈ চাওঁতা কোনো নাই। অসমীয়া আজি ঘৰতে বিদেশী হ'ব লগা হৈছে।

—হয় অতুলদা, যি বিলাক নেতা, পালি নেতাৰ কাৰণে আজি অসমীয়াৰ এই অৱস্থা হ'ল, সেই নেতা বিলাকক ঘাটে-পানীয়ে বৰ্জন কৰিব লাগে।

—নিশ্চয় ইন্দ্ৰ, ইয়াৰ ব্যৱস্থা অতি সোনকালে কৰা হ'ব।

সিহঁত আহি নগাঁও পালেহি। পুতুলক নগাঁও ছাত্ৰসন্থাৰ কাৰ্য্যালয়ত নমাই থৈ ভূগুহঁত গাড়ী লৈ গুৱাহাটীলৈ পুনৰ ৰাওনা হ'ল।

নিশা লাহে লাহে আগবাঢ়িল। কাৰ্য্যালয়ত দুই তাৰিখত মৃত্যু হোৱা শ্বহীদৰ তালিকাখন পুতুলে হাতত ললে—মিলাই বৰদলৈ, মহেন্দ্ৰ গোস্বামী, শুভসিং ডেকা, ধনবৰ তিচ্চ, চান্দবুৰা চেনাৰ, হেলেন টেৰন, তিলমাই, ব্ৰজমোহন, পিলিঙা লস্কৰ, ডিম্বেশ্বৰ বৰদলৈ।

পুতুলে কাগজখন লৈ নিজৰ ডায়েৰিটোৰ মাজত থৈ ইন্দ্ৰলৈ চাই ক'লে—ব'ল এতিয়া, আশ্ৰয় শিবিৰলৈ যাওঁ।

পুতুল আৰু নগাঁও ছাত্ৰসন্থাৰ দলটোৱে আশ্ৰয় শিবিৰ চাৰিটামান চাওঁতেই ৰাতি বহুত হ'ল।

ইন্দ্ৰই পুতুলক নিজৰ লগতে ৰাখিবৰ কাৰণে নগাঁও কলেজলৈ লৈ আহিল আৰু বাকী ছাত্ৰনেতাসকলক ঘৃৰে ঘৰে পথাই দিলে।

পুতুল আহি ইন্দ্ৰৰ কোঠালিটোত সোমাই দেখিছিল এটা বিশৃঙ্খল অৱস্থা। বিচনাখনৰ পৰা বাতৰি কাগজবোৰ আঁতৰাই পুতুলে দীঘল দিলে। তেতিয়া সিহঁতৰ খাবৰ কাৰণে একো নাছিল। টেবুলত থকা জগটোত আনি থোৱা কেতিয়াবাৰে পানী দুগিলাচ খাই সিহঁত শুই পৰিল। নিশাৰ নিৰি-বিলি পৰিৱেশত ইন্দ্ৰই পুতুলক ওচৰতে পাই ভাবিলে—কিমান নিবিড় এই পৰিৱেশ, কিমান নিবিড় এই সান্নিধ্য॥

—পুতুল!

—উঁ

—হয়তো তোক আৰু এইদৰে লগ নেপাবও পাৰো। শুনিলো কুন্দন, আলোকহঁতো, কামপুৰৰ ঘটনাৰ লগতে নিঃশেষ হৈ গ'ল। কণ চিপাহীকো বোলে বিদেশীয়ে কাটিলে।

—খুউব ভাল হৈছে ইন্দ্র। দেশদ্রোহীৰ মৃত্যু এনেকৈয়ে হয়। পিচে আলোকহঁত ?

—সিহঁত একেবাৰে আগত গৈছিল। বাকী মানুহবোৰ গৈ পোৱাৰ আগতে সিহঁতে হুলস্থূল লগাই বিদেশীৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি গৈছিল।

—তাৰ পিচত ?

—তাৰ পিচত ৰাস্তা-ঘাট চিনি নোপোৱা ল'ৰাবোৰক আগৰে পৰা প্ৰস্তুত হৈ থকা দুৰ্বৃত্তৰ দলে আগভেঁটি ধৰিছিল আৰু ল'ৰাবোৰে দৌৰি গৈ ৰাস্তা-ঘাট নাপাই চেঙাজানৰ বোকাত পৰিছিল গৈ।

—উস্! নকবি ইন্দ্ৰ, নকবি।

ইন্দ্ৰ মনে মনে থাকিল। অকমান সময়ৰ পিচত ইন্দ্ৰই আকৌ ক'লে—পুতুল। তই এতিয়া জিৰণি ল। টোপনি যাবলৈ চেষ্টা কৰ।

—টোপনি ? ক'ৰ পৰা আহিব ?

—ধেৎ পুতুল, তই ইমান ভাৱপ্ৰৱণ হ'লে নচলিব। মোলৈ চাচোন, মই কেনেকৈ ধৈৰ্য্য ধৰিছোঁ। ঘৰ এৰিছোঁ, মা দেউতা, ভাই ভনীহঁতক চাবলৈ নাযাওঁ বুলি প্ৰতিজ্ঞা কৰিছোঁ, যোতিয়ালৈকে দেশৰ সমস্যাৰ সমাধান নহয়। ইফালে জীৱনে মোক ঠগি গুচি গ'ল আৰু ভনীয়েকৰ দায়িত্ব মোক দি গ'ল। উস্—!

পুতুলে নিষ্ঠাৰে ক'লে—দায়িত্ব দিছে যেতিয়া পালন কৰিবই লাগিব ইন্দ্ৰ! আমি সকলোৱে শ্বহীদ সকলৰ পৰিয়ালৰ দায়িত্ব ল'ব লাগিব। তাৰ বাবে হয়তো কিছুদিন অপেক্ষা কৰিব লাগিব, কিন্তু আমি জয়ী হমেই।

—কিন্তু হৈ যোৱা প্ৰহসনমূলক নিৰ্ব্বাচনৰ পাছত স্বাৰ্থপৰ ৰাজনৈতিক নেতাই যিবোৰ কৌশল প্ৰযোগ কৰিলে, সেই কৌশলেৰে আমাৰ মাজত থকা সাতাম-পুৰুষীয়া শান্তি-সংহতি বিনাশ কৰিলে। এনেবোৰ কথা সঁচাকৈয়ে বেদনাদায়ক, নহয় জানো পুতুল ? এই কুকাৰ্য্য আৰু কলুষিত শক্তি আমি যি কোনো প্ৰকাৰে ধ্বংস কৰিবই লাগিব।

—সঁচা ইন্দ্ৰ, অসমৰ প্ৰতিজন ব্যক্তিয়ে ইয়াক প্ৰত্যাহ্বান বুলি গ্ৰহণ কৰিব লাগিব।

পুতুলে ইন্দ্ৰৰ বিছনাখনত ভৰি দুটা দীঘলকৈ মেলি দিলে। নিমিষতে গাৰ সমস্ত শক্তিটো যেন বিছনাখনৰ লগত মিলি গ'ল। সি চকু দুটা মুদি দিলে।

অকস্মাৎ সময় চকু দুটা মুদি থকাৰ পিচত সি একেচাৱে উঠি বহিল আৰু চিঞৰি দিলে—ইন্দ্ৰ! ইন্দ্ৰ! শুব নোৱাৰি ইন্দ্ৰ, শুব নোৱাৰি। কত মাতৃয়ে আজি শোৱা নাই, কত পত্নীয়ে আজি কেঁচা মাটিত পৰি উচুপি আছে, আৰু আজি মই শুবলৈ ওলাইছো। নাই—নাই—পুতুলে চিঞৰি উঠিল।

—পুতুল তই পগলা হলি নেকি? তই আজি অসমৰ নেতা, তোৰ জিৰণিৰ প্ৰয়োজন। তই জিৰণি ল'বই লাগিব। গুৰি বঠা তই ধৰি আছ পুতুল। ভাবি চাইছনে, অসমৰ জনগণে তহঁতৰ মুখলৈ কিমান আশাৰে চাই আছে।

—এৰা ইন্দ্ৰ, তই সঁচা কথাকে কৈছ। আমি সমস্যাৰ সমাধান কৰিবই লাগিব। আমিতো কোনো জাতি-ধৰ্ম-ভাষাৰ বিৰুদ্ধে আন্দোলন কৰা নাই, আমি আন্দোলন কৰিছো অসমৰ অস্তিত্ব ৰক্ষাৰ কাৰণে, বিদেশী বহিষ্কাৰৰ কাৰণে। বিদেশী বিদেশীয়েই, কি হিন্দুৱেই হওক, কি মুছলমানেই হওক।

—পুতুল! এতিয়া অকণমান শুই ল। মই বহি আছো।—ইন্দ্ৰই চিগাৰেট এটা জ্বলালে আৰু দীঘলকৈ হোপা এটা মাৰি ধোঁৱাখিনি ওপৰলৈ এৰি দিলে।

পুতুলে কিছুসময় নিতাল মাৰি থাকি লাহেকৈ মাতিলে—ইন্দ্ৰ! তোৰ মনোৰমাৰ খবৰ কি?

—ধেৎ, তযো ভাল মনত পেলাইছ। আজি পোন্ধৰ দিনমান দেখা-দেখিয়েই নাই। মাক পগলা হ'ল, ভায়েকৰ ভৰি কটা গ'ল, এতিয়া মোলৈ বাট চাই আছে।

এইবাৰ পুতুলে মুৰটো গাৰুটোত গুজি লাহেকৈ ক'লে—তোলৈ বাট নাচায় কালৈনো চাব? সমস্যা সমাধান হ'লেই তহঁতৰ বিয়াখন পাতি দিব লাগিব।

—বাৰু, বাৰু, এতিয়া শুই থাক। নিশা বহুত হ'ল।

ইন্দ্ৰই পুতুললৈ চালে। পুতুল বিছনাৰ পৰা পুনৰ উঠি ফাইলৰ পৰা কাগজ কিছুমান উলিয়াই ল'লে।

—আকৌ কি কাগজ-পত্ৰ উলিয়ালি?

—ৰহ। অলপ কাম আছে, কৰি লওঁ।

ইন্দ্ৰই ভাবিলে,—পুতুলে আৰু শুব নোৱাৰে। সিওটো বহুত দিন শুব পৰা নাই। সি বিছনাতে শুই পুণৰ আৰু এটা চিগাৰেট জ্বলাই ললে।

পুতুলে লিখা কামত মন দিলে। ইন্দ্ৰই চিগাৰেট হুপি হুপি তাক ৰখি

থাকিল। নিশা আগবাঢ়িল। কাছাৰীঘৰত এটা, দুটা, তিনিটা তাৰ পিচত চাৰিটা বজাৰ ঘণ্টা পৰিল। সি ভাবিলে—নতুন দিন এটা সিহঁতলৈ পুণৰ আগবাঢ়ি আহিছে। আহি থকা দিনটোৱে সিহঁতলৈ বা কি খবৰ আনিব ? —ইন্দ্ৰ থিয় হ'ল আৰু খিৰিকিখন খুলি দিলে। এজাক চেঁচা বতাহ কোঠালি-টোলৈ সোমাই আহিল। চিগাৰেটৰ আধা খোৱা টুকুৰাটো বাহিৰলৈ দলিয়াই দি সি ভাবিলে—

উদয়েৰ পথে শুনি কাৰ বাণী
ভয় নাই, ওৰে ভয় নাই
নিঃশেষে প্ৰাণ যে কৰিবে দান
ক্ষয় নাই তাৰ ক্ষয় নাই ॥

॥ ৮০ ॥

তেজপুৰত হিংসাত্মক ঘটনা ঘটিছে। পানপুৰৰ লালতাপুৰত ২০মাৰ্চৰ দিনা ফেৰী যাত্ৰীৰ ওপৰত যি ঘটনা ঘটি গ'ল, তাৰ বুজ লবলৈ ইন্দ্ৰনীলহঁত যাবলৈ ওলাল।

তেজপুৰলৈ যোৱাৰ আগতে মনোৰমাৰ ওচৰলৈ যাবলৈ তাৰ মন গ'ল। ক'ত দিন হ'ল, সি মনোৰমাৰ ওচৰলৈ যোৱা নাই। দুৰ্বৃত্তৰ আক্ৰমণত ধ্বংস হোৱা শ-শ গাৱঁৰ ধোঁৱা, ছাঁই আৰু মৰাশবোৰৰ লগত তাৰ আত্মা যেন মিলি গৈছে। মানুহ পোৱা গোন্ধটোৱে তাক আজি আৰু বিব্ৰত কৰি তুলিব পৰা নাই। মানুহ মৰেই আৰু নশ্বৰ দেহা ধুলিৰ লগত মিহলি হৈ যোৱাৰ যি শেষ পৰিণতি সি দেখিবলৈ পাইছে, সেই দৃশ্যই তাৰ মন আৰু আত্মাক যেন নিৰ্ব্বিকাৰ কৰি তুলিছে। এযেই মানুহ, যি মানুহে অসম্ভৱক সম্ভৱ কৰিব পাৰে, নীচতাতকৈ নীচ হ'ব পাৰে আৰু মানুহেইটো এবো একোটা মুহূৰ্ত্তক শ্বাশত কৰি ৰাখিব পাৰে।

সি বেগাই খোজ দিলে। কলং পাৰৰ সৰু আলিটোৰ ধুলি-বালিবোৰ তাৰ যে কিমান আপোন! সি গৈ কাঠৰ দলং খন পালেগৈ। তাৰ মনত পৰিল—সিটো পাৰে থকা ভঙাঘৰ মেছটোৰ কথা। ব'ত—তাৰ আত্মা আৰু

পুতুলৰ আত্মাৰ মিলন হৈছিল, বন্ধুত্বৰ পবিত্ৰ মৰমেৰে সিহঁতৰ হৃদয়ৰ কেঁচা তেজত বিপ্লৱৰ প্লাৱন নামিছিল। বহুত কথা, বহুত স্মৃতি ঃ সেইবোৰ যেন সিহঁতৰ মনৰ মণিকোঠতে সাঁচতীয়া ধন হৈ জিলিকি থাকিব—চিৰদিন ॥

সি পুনৰ খোজ দিলে। নিৰ্বিবিলি সৰু সুৰু-সুৰীয়া আলিটোৰ কাষেদি বৈ যোৱা কলঙৰ কুলু-কুলু শব্দই তাৰ হৃদয়-তন্ত্ৰী কঁপাই তুলিলে। নদীৰ পাৰৰ গছ-গছনিবোৰৰ শুকান পাতবোৰ তাৰ ভৰিৰ গছকত খচ্-খচাই উঠিল। বহুদিন সি এই গছবোৰৰ আঁৰলৈ কলঙৰ গড়াত অতুল, জয়ন্ত, প্ৰবীণ, শৰৎহঁতৰ লগত লুকাই আছিল। চি আৰ পিৰ বুট জোতাৰ শব্দবোৰ সিহঁতৰ ওচৰেদি পাৰ হৈ যাওঁতে সিহঁত কঁপিছিল, চেঁচা পৰিছিল আৰু মাটিৰ লগত লেপেতা খাই মাটিৰ সৈতে মিলি যাবলৈ কি যে আপ্ৰাণ চেষ্টা কৰিছিল ॥

ভাবি ভাবি তাৰ মনটোৱে হাঁহাকাৰ কৰি উঠিল। নিৰ্য্যাতন—নিৰ্য্যাতন—। নগাঁও ছোৱালী কলেজৰ আশ্ৰয় শিবিৰতে এঘাৰজন লোকক গ্ৰেপ্তাৰ কৰিছে। তাৰোপৰি, নগাঁও টাউনৰ তিনি মাইল ব্যাসাৰ্দ্ধৰ ভিতৰত অৱস্থিত ইটাপাৰা, লাও গাঁও আদিত ব্যাপক অগ্নিকাণ্ড আৰু লুট-পাত হোৱাৰ পাচত ছোৱালী কলেজত আশ্ৰয় শিবিৰ খুলিব লগা হৈছে। সি পুনৰ খৰকৈ খোজ দিলে আৰু মনোৰমাৰ ঘৰৰ দুৱাৰ মুখত উপস্থিত হ'লগৈ। সন্ধিয়া বেলিকা হঠাতে ইন্দ্ৰনীলক দেখি মনোৰমা সৰগ পৰা মানুহৰ দৰে হ'ল। সেই সময়ত তাইৰ উদাস দৃষ্টিত ভাঁহি উঠিছিল কেৱল শূন্যতা আৰু শূন্যতা।

বিৰহিনী ও যে
স্তব্ধ প্ৰতীক্ষায়,
দণ্ড-পল গণি গণি
মন্থৰ দিবস তাৰ যায়।

ইন্দ্ৰই মনোৰমালৈ তধা লাগি চাই থাকিল। বহুত পৰ নিমাতে থকাৰ পিচত ইন্দ্ৰই মনোৰমাৰ হাত এখনত ধৰি সুধিলে—তুমি। তুমি চিন্তা কৰি আছা?

মনোৰমাই চকুদুটা বহলকৈ মেলি মুৰটো মাত্ৰ লৰাই দিছিল—নাই কৰা।

—মই জানো, তুমি চিন্তা নকৰা। কিয়নো, তুমি অসমৰ জীয়াৰি। হয়তো

কৌশুৱাৰা তোমাৰ চকু ফাঁটি পানী ওলাই গৈছিল আৰু সেই পানী তুমি নিৰ্ব্বিবাদে শুকাবলৈ দিছিলা আৰু তোমাৰ সাহ আৰু ত্যাগেই মোক নিৰ্দ্দিষ্ট কৰ্ম্মময় পথলৈ ধাৱিত কৰিছিল। তুমি ভাবিছা, মই পলাই গলো, কিন্তু মই নপলাও মনো, পলোৱাৰ পথ সহজ কিন্তু অতি কদৰ্য্য।

মই একশ্ৰেণীৰ মানুহ সৃষ্টি কৰিব বিচাৰো, যি মানুহ মোৰ নিচিনা হ'ব, কান্দিব, যন্ত্ৰণা ভুগিব আৰু কোনো ক্ষেত্ৰতে পৰোৱাই নকৰিব। মই সিহঁতক গীত গাবলৈ শিকাম—মুক্তিকামী, শান্তিকামী, জাগ জনতা জাগ, নতুন দিনৰ নতুন পুৰুষ নতুন কামত লাগ।

মনোৰমাই চিঞৰি দিলে—ইন্দু!

ইন্দুৱে মনোৰমাক বুকুত সাৱটি ধৰিলে। এটা শবাশত মুহূৰ্ত্তৰ মাজত সিহঁতে পাহৰি পেলালে: বৰ্তমানৰ লাঞ্চিত-অপমানিত দাৰুণ যন্ত্ৰণা।।

মনোৰমাক সাৱটি ধৰিষেই ইন্দুৱে ক'লে—মনো। মই তেজপুৰলৈ যাওঁ। তাত কি ঘটনা হৈছে বুজ লব লাগে।

মনোৰমা সচকিত হৈ থিয় হ'ল আৰু তললৈ মুৰ কৰি ক'লে—যোৱা।

তাই এইবাৰ তাৰ চকুত স্থিৰ দৃষ্টি ৰাখি সুধিলে—আৰু কোন কোন যাব?

—আমাৰ ইযাৰে ছাত্ৰসংঘৰ দল এটা যাব। বৰ্তমানে তাত সান্ধ্য আইন চলি আছে। প্ৰথমে গৈ ডি চি.ৰ অনুমতি লৈহে সোমাব লাগিব। মই যাওঁ মনো।

ইন্দু তৎক্ষণাৎ মনোৰমাৰ সান্নিধ্যৰ পৰা আঁতৰি আহিল আৰু আলিবাটৰ ফালে খোজ দিলে।

ইন্দু যোৱাৰ ফালে মনোৰমাই সতৃষ্ণ নয়নেৰে চাই থাকিল। বহুত কথা তাইৰ সুধিব লগা আছিল। তিনি তাৰিখে দুৰ্বৃত্তই হত্যা কৰি বস্তাত ভৰাই পানীত পেলাই থৈ যোৱা জুৰমন লস্কৰ, টংকেশ্বৰী লস্কৰ, গিৰিবালা ডেকা, কুসুমবালা ডেকা, লক্ষীকান্ত ডেকা, ফনীধৰ ডেকা, মনেশ্বৰ বৰদলৈৰ ঘটনাৰ সবিশেষ তাইৰ সুধিবৰ মন আছিল, কিন্তু তাই সুবিধাই নাপালে। ইন্দ্ৰ বতাহৰ দৰে আহিল আৰু বতাহৰ দৰে ওলাই গ'ল।

মনোৰমাই বিচনাখনত দীঘল দি এইমাত্ৰ স্মৃতি হৈ পৰা সময়ৰ মধুৰতা খিনি উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে।

সময় আগবাঢ়িল। প্ৰতিনিধিৰ দলটো গৈ শিলঘাট পালেগৈ। ইন্দ্ৰৰ

লগত গ'ল—দিলীপ বাজখোৱা, দেবানন্দ বৰা, শৰৎ বৰকটকী, পৰাণ গোহাঁই আৰু লুইত বৰা।

সন্মুখত মহাবাহু ব্ৰহ্মপুত্ৰ। পাৰ হোৱাৰ কোনো উপায় নাই। তাৰোপৰি আগদিনা ঘাটি যোৱা ঘটনাই সকলোকে হতাশ কৰি তুলিছে।

একো উপায় নাপায় সিহঁতে নাও ঠিক্ কৰিলে।

সন্ধিয়াৰ আঁৰ লৈ সিহঁতৰ নাৱৰীয়াই নাও মেলি দিলে। ইন্দ্ৰই বহল লুইতৰ বুকুত নাৱঁত বহি গীত জুৰিলে—

ৰাইজ নেকান্দিবা
টঙালী বান্ধিবা
যাত্ৰাৰ অন্ত হয হে হয।
হে হেইয়া কি ৰাম, ৰাম,
দেশৰ হকে আঁহা কি ৰাম ৰাম
দেশৰেই প্ৰজা
অন্যায় যুঁজা
সত্যৰ আজি হ'ব জয় হে জয় হে
হেইয়া কি ৰাম ৰাম ॥

বহল পানীৰ বুকুত ছাত্ৰনেতা সকলে মন-প্ৰাণ খুলি গাই গ'ল—"ডাঁৰ মাৰিবলৈ আঁহা হে ৰাম ৰাম।" মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত বিৰিণা-খাগৰিত ঠেকা খাই চাৰিওফালে প্ৰতিধ্বনিত হ'ল ঃ সিহঁতৰ প্ৰাণৰ কথা।

সিহঁতৰ নাওখন নিশা বুঢ়া লুইতৰ বুকুত উটি গৈছিল। সিহঁত আজি ৰাইজৰ প্ৰতিনিধি, দুৰ্গত সকলৰ প্ৰতি সিহঁতৰ কৰ্ত্তব্য অসীম। সিহঁতে কৰ্ত্তব্যত ফাঁকি দিব নোৱাৰে। সেয়েহে সিহঁত আহিছে লালতাপুৰৰ শ্বহীদ সকলক শেষ শ্ৰদ্ধা নিবেদন কৰিবলৈ।

সিহঁতৰ নাওখন অৱশেষত ঘাটত লাগিছিল গৈ। আন্ধাৰৰ আঁৰ লৈ সিহঁতে যি খিনি ঠাই পাইছিলগৈ সেইখনেই আছিল দৰং কলেজ। তাতে সিহঁতে তেজপুৰৰ ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ কৰ্মকৰ্ত্তা সকলক লগ ধৰি জানিব পাৰিলে যে, পাণপুৰৰ ঘাটৰ্দি নামি অহা যাত্ৰীসকলক দুৰ্বৃত্তই অতৰ্কিতে আক্ৰমণ কৰাৰ বাতৰি পাই ভূপেন ডেকা আৰু সহযাত্ৰী সকলক লৈ তদন্তকাৰী দলটো আগুৱাই গৈছিল, কিন্তু পৰিতাপৰ বিষয় যে কোনো

দুষ্কৃতিকাৰীৰ লালসাত পৰি ভূপেন ডেকাহঁতো হঠাতে দুৰ্যোগৰ সন্মুখীন হ'ব লগা হয়। ফেৰী যাত্ৰীক আক্ৰমণ কৰাৰ দৰেই দুৰ্ধৰ্ষ হত্যাকাৰীদলে ভূপেন ডেকাকে ধৰি বলিন নাথ, পলাশ ৰাজবংশী, বসন্ত বৰুৱা, শ্যাম কুণ্ডু-হঁতক হত্যা কৰে।

ইন্দ্ৰহঁত আচৰিত হৈছিল, এই কাৰণেই যে আগতে তাত মজুত ৰখা আৰক্ষী বাহিনীটো উঠাই আনিছিল আৰু সেই কথা ভূপেন ডেকাহঁতে জনা নাছিল। তাৰ মানে, সু-পৰিকল্পিতভাৱে ভূপেন ডেকাহঁতক হত্যা কৰা হৈছিল।

এই মৃত ব্যক্তি সকলৰ পৰিচয়েই প্ৰমাণ কৰে যে, ছাত্ৰ সকলৰ দ্বাৰা সংগঠিত আক্ৰমণ বুলি যি প্ৰচাৰ কাৰ্য্য চলাইছিল সেই কথাত সত্যতা নাছিল। পিচত তাৰ গাওঁবুঢ়াজনক হত্যা কৰাৰ ঘটনাই ষড়যন্ত্ৰকাৰীৰ সংগঠিত কাৰ্য্যৰ সত্যতা প্ৰতিপন্ন কৰিছিল।

ইন্দ্ৰহঁত মৰ্মাহত হৈছিল আৰু সেইদিনা গোটেই নিশা উজাগৰে থাকি পিছদিনা প্ৰত্যেকজন শ্বহীদৰ ঘৰলৈ গৈ সমবেদনা জ্ঞাপন কৰিছিলগৈ।

সেইদিনাই সিহঁতে খবৰ পাইছিল লক্ষীমপুৰ জিলাৰ ক্ষতিগ্ৰস্ত অঞ্চল ভ্ৰমণ কৰা ভৃগুকুমাৰ ফুকন, বিৰাজ শৰ্ম্মা, সঞ্জীৱ শৰ্ম্মা, ললিত ৰাজখোৱাক উত্তৰ লক্ষীমপুৰৰ এখন গাৱঁত পুনৰ গ্ৰেপ্তাৰ কৰিছে। ললিত ৰাজখোৱাক লক্ষীমপুৰ থানাত মাৰ-পিট কৰিছে।

এই খবৰ পাই সিহঁত পুনৰ উত্তৰ লক্ষীমপুৰলৈ বাওনা হ'ল।

॥ ৮৯ ॥

১৯৮৩চনৰ এক এপ্ৰিলৰ পৰা আন্দোলনৰ মূল কাৰ্য্যসূচী সাময়িকভাৱে স্থগিত ৰাখিলে। আজি চাৰি বছৰে গণতান্ত্ৰিক পদ্ধতিৰে অহিংসভাৱে আন্দোলন চলাই থকাৰ পাচত আন্দোলনটোক হিংসাত্মক ৰূপ দিবৰ কাৰণে বিভেদকামী শক্তি বিলাকে অহৰহ চেষ্টা চলালে আৰু কম-বেছি পৰিমাণে কৃতকাৰ্য্যতা লাভ কৰিলে। এই ধ্বংসাত্মক শক্তিবোৰে যাতে সুবিধা গ্ৰহণ কৰিব নোৱাৰে আৰু সেই শক্তিবোৰক চিনাক্তকৰণ কৰি ৰাজ্যখনত শান্তিপূৰ্ণ

পৰিৱেশ আনিব পাৰে, সেই উদ্দেশ্য আগত ৰাখিয়েই আন্দোলনৰ কাৰ্যসূচী এক এপ্ৰিলৰ পৰা স্থগিত ৰাখিবলৈ আছু আৰু গণ-সংগ্ৰাম পৰিষদে সিদ্ধান্ত গ্ৰহণ কৰিছে।

কেন্দ্ৰীয় চৰকাৰে জনগণৰ আপত্তি নেওচি নিৰ্ব্বাচন পাতিলে, যাৰ কাৰণে হাজাৰ হাজাৰ পুলিচ, চি আৰ পি অসমৰ চুকে-কোণে মেলি দিয়া হ'ল। অসমৰ জনগণৰ ওপৰত তাণ্ডৱ লীলাৰ সৃষ্টি কৰাৰ মূল উদ্দেশ্য হ'ল অসমত এখন নতুন চৰকাৰ গঠন কৰা।

তাৰ পৰিণতি হিচাবে শ শ লোকে পুলিচৰ গুলি আৰু বেয়নেটৰ আঘাটত প্ৰাণ দিলে। ১৯৮০চনৰ পৰা এই মাহলৈকে (৩১ মাৰ্চ) ১৬বাৰ আলোচনা কৰিও কেন্দ্ৰীয় চৰকাৰে একো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে।

মহন্ত ছাৰে বিমৰ্ষ মনেৰে চোতালত থকা চকিখনত বহিবলৈ লওঁতেই দেখা পালে দিলীপ আহিছে। দিলীপক দেখি মহন্ত ছাৰ থিয় হ'ল আৰু পদূলিলৈকে আগবাঢ়ি গৈ দিলীপৰ মুখলৈ চাই মৰমেৰে মাতিলে—দিলীপ আহিলি?

—হয় দেউতা। মই আজি গুৱাহাটীৰ পৰা আহিলো।

কথাষাৰ কৈ দিলীপ ভিতৰলৈ সোমাই গ'ল—আৰু মা—মা কৈ চিঞৰি মাতিলে।

হঠাতে দিলীপৰ মাত শুনি লক্ষ্মীদেৱী ওলাই আহিল আৰু স্বৰগ পৰা মানুহৰ দৰে থৰ্ হৈ কিছুসময়ৰ লাগি দিলীপলৈ চাই থাকি লাহেকৈ ক'লে—অ' তই আহিলি?

—অঁ মা, মই আহিলো। দাদাক আজি বহুত দিন লগেই ধৰিব পৰা নাই।

—ল'ৰাপোনা সকলোটিৰে কুশলনে দিলীপ?

—কুশল মা। আমাৰ আন্দোলন এক তাৰিখৰ পৰা সাময়িকভাৱে স্থগিত কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে, জানিছানে নাই?

—জানিছোঁ, দেউতাৰে কৈছে। ভালেই হৈছে, কিছুদিন স্থগিত ৰাখিব পাৰিলে ভাল। জানিবি, আন্দোলনে হিংস্ৰ পৰ্য্যায় পালে, আমাৰ বল কমি আহিব। অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে কেতিয়াবা জনতাৰ মনৰ প্ৰতিক্ৰিয়া হিংসাত্মক হৈ পৰে।

—মা। তুমি ঠিকেই কৈছা। আন্দোলনৰ গইনা লৈ কিছুমানে হিংসাত্মক কাৰ্য্যত লিপ্ত হৈছে।

দিলীপৰ মাকে একো নামাতিলে। কিছু সময় মনে মনে থাকি হুমুনিয়াহ এটা কাঢ়িলে আৰু দিলীপলৈ চাই ক'লে—হাত-মুখ ধুই ল। বীণা অ' বীণা, দিলীপক পানী দে। —মাকে বীণাক মাতিলে।

—দিছোঁ মা। দিলীপ ককাইদেউ আহ।

—গৈছোঁ বহ।

দিলীপে বিচনাখনত বহি মাকলৈ কিছুসময় চাই থাকিল। তাৰ মাকজনীৰ মুখখন মোলান পৰিছে, চকুৰ চাৱনিত গভীৰ চিন্তাৰ চাপ।

—কি ইমানকৈ চাইছ? যা হাত-মুখ ধুই আহগৈ।

—তোমাৰ মুখখন চাইছোঁ মা। কিবা চিন্তা কৰি আছা?

—কোনে ক'লে মই চিন্তা কৰিছোঁ, কিন্তু অতি সোনকালে দেশৰ ভাল হোৱাটো বিচাৰিছোঁ।

দিলীপে হুমুনিয়াহ এটা কাঢ়ি ক'লে—হ'ব মা। অতি সোনকালে অসমৰ জনগণলৈ ভাল দিন আহিব। পিছে আমাৰ গাৱঁৰ খবৰ কি?

—সকলো ভালেই চলি আছে। আজি শ্বহীদ সকলৰ শোকদিৱস পালন কৰা হৈছে। এতিয়া উঠ।

কথা কৈ কৈ মাক ভিতৰলৈ সোমাই গ'ল। দিলীপে পেণ্টটো খুলি মাকৰ চাদৰ এখন কঁকালত মেৰিয়াই কলৰ পাৰলৈ গ'ল।

মাক লক্ষ্মীদেৱীয়ে জুহালৰ জুইকুৰা জ্বলাই দি পানীৰ কেট্‌লীটো তুলি দিলে। কলহৰ পৰা আথৈ কেইটামান বাতিটোতে থৈ দিলীপ অহালৈ বাট চালে। কলৰ পাৰত বীণাই দিয়া পানীৰে মুখ-হাত ধুই দিলীপ মাকৰ ওচৰতে চাৰি এখনত বহিলহি।

আথৈ আৰু গাখীৰৰ বাতিটো দিলীপলৈ আগবঢ়াই মাকে সুধিলে—কেতিয়ালৈ যাবি?

—কালিলৈ। আজি আমাৰ বাইজক লগ ধৰিব লাগিব।

—কিয় দিলীপ?

—কালিৰ পৰা ১৫এপ্ৰিললৈকে পুনৰ সংস্থাপন, সাহায্য আৰু সমন্বয় পৰ্যেক হিচাবে পালন কৰা হ'ব। এই পৰ্যেকৰ ভিতৰত বাইজ, ছাত্ৰ-ছাত্ৰী ক্ষতিগ্ৰস্ত অঞ্চল সমূহলৈ গৈ শ্ৰমদান কৰিব লাগিব আৰু গৃহহীন সকলক মনৰ সংশয় দূৰ কৰি পুনৰ সংস্থাপন কৰিব লাগিব। সেই কাৰণেই আন্দোলনটো সাময়িকভাৱে স্থগিত ৰখা হৈছে।

দিলীপে মাকৰ লগত কথা পাতি থকাৰ সময়তে মহন্ত ছাৰ বাহ্মনী ঘৰলৈ সোমাই আহি দিলীপলৈ চাই সুধিলে—আন্দোলন সাময়িকভাৱে স্থগিত কৰিছে, নহয় জানো ?

—হয় দেউতা, ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ ষুটীয়া কাৰ্য্য-নিৰ্ব্বাহকে বৰ্তমান পৰিস্থিতিৰ ওপৰত দীঘলীয়া আলোচনা কৰাৰ অন্তত কেইবাটাও সিদ্ধান্ত গ্ৰহণ কৰিছে।

দিলীপে জলপান খিনি খাই শেষ কৰি বাহিৰলৈ আহি চোতালত বহিলহি। নিজৰ ঘৰৰ চোতালত উদং ভৰিৰে মাটিত খোজকাঢ়ি তাৰ মন-গা ভাল লাগি গ'ল। কেচা মাটিৰ স্পৰ্শই তাৰ হিয়াখন পুলকিত কৰি তুলিলে। ফাগুন-চ'ত গৈ বহাগ সোমাও সোমাও। ফাগুনৰ ধুলিৰে পোত খাই থকা গছ-গছনিবোৰত বহাগৰ নতুন বৰষুণজাক পৰি ধুলিবোৰ পুনৰ ধৰণীলৈ উটি আহিব। বসন্তৰ আগমণিত গছে-পাতে নতুন কুঁহিপাত ওলাব, ফুলে-ফলে জাতিস্কাৰ হ'ব, কিন্তু অসমৰ মাটিত লাগি থকা শতজন শহীদৰ কেঁচা তেজৰ দাগবোৰ জানো বৰষুণে উটুৱাই নিব পাৰিব ? এইবেলি বহাগৰ বিহুত গামোছা নাই। হা-হুতাশা, অত্যাচাৰ-উৎপীড়ন হ'ব এইবেলি বিহুৰ বিহুৱান।

—দিলীপ!

দেউতাকৰ মাতত দিলীপ চক্ খাই উঠিল।

—এইফালে আহ!

দিলীপ গৈ বাপেকৰ ওচৰ পালেগৈ। মহন্ত ছাৰে চকীখনত বহি পুতেকলৈ চাই সুধিলে—অ', কচোন কাৰ্য্য-নিৰ্ব্বাহকত কি কি সিদ্ধান্ত ল'লে।

—এক তাৰিখৰ পৰা পোন্ধৰ তাৰিখলৈকে পৰেকটোত আশ্ৰয় শিবিৰত থকা পৰিয়াল সমূহৰ লগত আঞ্চলিক ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ গোটসমূহে আলোচনা কৰি পুনৰ সংস্থাপন, গৃহ নিৰ্ম্মাণ আদিৰ আঁচনি সফল কৰি তুলিব।

স্থানীয় ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ উদ্যোগত স্থানীয়ভাৱে একোখন জন-সমন্বয়ৰক্ষী সমিতি গঠন কৰি জনগণৰ মাজত শান্তি-শৃংখলা অটুট ৰাখিবলৈ চেষ্টা কৰিব। তাৰোপৰি বাইজ, ছাত্ৰ-ছাত্ৰী সকলে গৃহ নিৰ্ম্মাণ আৰু সাহায্যৰ বাবে সামগ্ৰী সংগ্ৰহ কৰিবলৈ বিভিন্ন ঠাইলৈ ৰাওনা হ'ব। শ্ৰমদানৰ লগতে আক্ৰান্ত অঞ্চল সমূহত ছাত্ৰ-ছাত্ৰীয়ে সমাজ সেৱাৰ

কাৰ্য্যসূচী গ্ৰহণ কৰিব। অহা বহাগ বিহুৰ আগে আগে পুনৰ সংস্থাপনৰ কাম সম্পূৰ্ণ কৰি সকলো ছাত্ৰ-ছাত্ৰীয়ে বহাগ বিহুৰ পিছত যাতে স্কুল-কলেজ নিয়মীয়াকৈ কৰিব পাৰে, তাৰে ব্যৱস্থা কৰা হৈছে দেউতা।

—এৰা, বৰ ভাল কথা হৈছে। হৈ যোৱা নিৰ্ব্বাচনৰ পৰিণতি হিচাপে যি বিলাক ঘটনা ঘটি গ'ল, আৰু সেই বিলাকৰে পৰিপ্ৰেক্ষিতত যি বিলাক ঘটনা দুই-এঠাইত ঘটি আছে, সেইবোৰ ঘটনাৰ গতি-বিধিলৈ লক্ষ্য ৰাখি পুণৰ আমি আন্দোলন অতি সাৱধানতাৰে চলাই নিব লাগিব। আৱেগ আৰু উত্তেজনাৰ বশবৰ্ত্তী হৈ কোনেও যাতে কৰো বুলি যি কোনো কাম কৰি নেপেলায, তাৰ বাবে সতৰ্ক দৃষ্টি ৰাখিব লাগিব।

—হয় দেউতা, যি বিলাক লোকে দেশৰ স্বাৰ্থত আঘাট হানি দুঃকাৰ্য্যত লিপ্ত হৈছে সেই সকলক আমি কেতিয়াও প্ৰশ্ৰয় নিদিওঁ, আমি তেওঁলোকক নিন্দা কৰোঁ, কাৰণ সেইবোৰ দুষ্কৃতিকাৰীৰ দ্বাৰা আমাৰ সমাজখন যে দুৰ্ব্বল হৈ পৰিব, সি একেবাৰে সত্য।

—দিল্লীয়ে আমাৰ দাবী মানি লবনে নলয সেই কথা এতিয়াও অনিশ্চিত। তথাপিও অসমীয়াই এটা শক্তিশালী জাতি গঢ়ি তুলিবই লাগিব। ছাত্ৰ, যুৱকসকলৰ সংঘবদ্ধ শক্তিৰে কাম কৰি গলে দিল্লীয়ে নিশ্চয অসমীয়া জাতিক নিঃশেষ কৰিব নোৱাৰে। বুজিছ দিলীপ, আমাৰ পুৰণি সংৰক্ষণশীল সমাজ ব্যৱস্থাৰ পৰিবৰ্ত্তন আনি জাতীয সৰ্ব্বাত্মক বিপ্লৱ গঢ়ি তুলিব লাগিব। যি বিপ্লৱে জগাই তুলিব অসমীয়াৰ আত্মচেতনা। আচলতে মানুহৰ মনলৈ আত্মচেতনা আহিবই লাগিব। শুই থকা অসমীয়া জাতিয়ে যাতে কাহানিও টোপনি যাব নোৱাৰে, তেনে বিপ্লৱ পুনৰ কৰিব লাগিব। আৰ্থিকভাৱে সচেতন নহলে, পৰমুখাপেক্ষী অসমীয়া জাতিয়ে আৰু কোনো দিনে কংকাল পোনাব নোৱাৰিব দিলীপ। দেশৰ প্ৰতি ৰাইজৰ কৰ্ত্তব্য আছে। নিষ্ঠা সহকাৰে সেই কৰ্ত্তব্য আমি পালন কৰি যাব লাগিব। কিন্তু, তাৰ কাৰণে লাগিব ৰাজনৈতিক পৰিবৰ্ত্তন।

কথা কৈ কৈ মহন্ত ছাৰ বহাৰ পৰা উঠি থিয় হ'ল।

দিলীপে বুজিলে—তাৰ দেউতাকৰ অন্তৰাত্মাই কান্দিছে। সঁচাকৈয়ে দেশখনত এটা ৰাজনৈতিক পৰিবৰ্ত্তনৰ দৰকাৰ হৈছে। আজি প্ৰতিজন অসমীয়াৰ মানসিক চেতনাবোধ সজাগ হৈ উঠিছে। এই সচেতনতা যদি যাউতি-যুগীয়া হয়, তেনেহ'লে এই আন্দোলনৰ ফলশ্ৰুতি সঁচা হৈ ৰ'ব। সত্য হৈ ৰ'ব।

মহন্ত ছাৰ চোতালতে কিছুসময় ঘূৰি-পকি থাকি আলিবাটলৈ ওলাই গ'ল । বাপেকলৈ স্থিৰ দৃষ্টিৰে চাই থাকি এটা সময়ত দিলীপ ভিতৰলৈ সোমাই গ'ল।

তেতিয়া সন্ধিয়া নামি আহিছিল। মাধৱীলতাৰ গোন্ধটোৱে পদূলীমুখ আমোল-মোলাই তুলিছিল।

॥ ৮২ ॥

সদৌ অসম ছাত্রসন্থা আৰু গণ-সংগ্রাম পৰিষদে ঘোষণা কৰা কাৰ্য্যসূচী মতে পষেক কাল পুনৰ সংস্থাপনৰ কামত ৰাইজ আৰু ছাত্র-ছাত্রী সকলে আত্ম-নিয়োগ কৰিলে। ঘৰতে ভগনীয়া হোৱা অসমীযা থলুৱা ৰাইজে চকুলো টুকি টুকি পোৱা ঘৰৰ নতুন ভেটিত থিয় হ'ল গৈ। অসমৰ সমূহ মাতৃজাতিয়ে পুনৰ সংস্থাপনৰ কামত আত্মনিয়োগ কৰি সৰ্বশ্রান্ত হোৱা সকলক সহায় কৰিলে।

ইন্দ্রয়ো যোৱা পোন্ধৰটা দিন দিনে-ৰাতিযে বাজিষা গাৱঁৰ পুনৰ সংস্থাপনৰ কামত চামগুৰি ছাত্রসন্থাৰ লগত দেহে-কেহে খাতিলে। দেহে-কেহে খাতিলে অতুলে। চহৰৰ পৰাও নৃপেন বৰুৱা, লুইত, লাচিত, ৰাজ, নীলকান্ত, ভুবন, দীপকহঁত আহি সহায় কৰিলেহি। কাম প্রায় শেষ হ'লহি। কিহুলৈ আৰু মাত্র এটা দিন বাকী।

ইন্দ্রই কলং নদীৰ পাৰত বহি সিপাৰলৈ চাই পঠিয়ালে। দূৰত, বহু দূৰত মিঞা গাঁওবোৰ দেখা পোৱা গৈছে। মাজত এখন বিস্তৃত পথাৰ। এই একেখন পথাৰতে হিন্দু আৰু মিঞা ভাইহঁতে আজি কিছুদিনৰ আগলৈকে একেলগে খেতি কৰিছিল, হাল মেলি দি বাঁহগছৰ তলত জিৰণি লৈছিল, চাহ-জলপান খাইছিল। হায়! আজি কি হ'ল? এইবোৰ কোনে কৰিলে? বাজিয়া গাৱঁৰ মানুহখিনি আহিছে যদিও ভয় আৰু ত্রাসে এৰি দিয়া নাই। নতুনকৈ সাজি উলিওৱা গণেশহঁতৰ ঘৰটোতে পুলিচৰ কেম্প এটা পাতি দিছে। গণেশ পেহায়েকক দুৰ্বৃত্তই কাটিছিল। তিনিটা মানুহ কাটি দুৱাৰ বন্ধ কৰি থৈ যোৱা কাকতিহঁতৰ ঘৰটোলৈ কোনো অহা নাই।

এতিয়া ইয়াত আগৰ বাজিয়া গাৱঁৰ হাঁহি নাই। শস্য-শ্যামলা বাজিয়া গাঁও এতিয়া চনপৰা গাঁও হ'ল। আলু, পিঁয়াজ, বেঙেনা, জলকীয়াই হাঁহি থকা পথাৰত দিনতে শিয়ালে বাও দিলে। তথাপিও পিতৃ ভিঠালৈ মানুহবোৰ উকা মন একোটা লৈ উভতি আহিল। কাকিনী তামোলৰ আগলৈকে জুয়ে দহি নিয়া দৃশ্যবোৰৰ কথা ভাবিলে ইন্দ্ৰ থাকিব নোৱাৰা হয় আৰু এইবোৰ ৰক্ষা কৰিবলৈ আহিযেই জীৱনে প্ৰাণ বিসৰ্জন দিলে। ইন্দ্ৰ কলং নদীৰ পাৰৰ পৰা উঠি আহিল আৰু লাহে লাহে খোজকাঢ় কাঠৰ দলংখন পালেহি। দলংখনৰ সিটো মূৰে থকা মছ্জিদ্টো পুৰিছে, ভাগ্যে যেনিবা দলংখন সুৰক্ষিত হৈ ৰ'ল। চামগুৰি বজাৰ বুলিলে বুলিবৰ নাই, বিলাহীৰ কিলো দহ পইচা, বেঙেনাৰ কিলো আঠ অনা, কেঁচা হালধি, নেমু, জলকীয়াবে উভৈনদী। চামগুৰি হাট আজি শূন্য। বিহুৰ বজাৰৰ উখল-মাখলৰ সলনি তাত যেন শুনিবলৈ পোৱা গৈছে ঃ উচুপনি। হিন্দুৱে ভাবিছে—মুছলমানে কাটিব, মুছলমানে ভাবিছে—হিন্দুৱে কাটিব। হায়! হায়! ইন্দ্ৰই একোকে ঠাৱৰ কৰিব নোৱাৰিলে। সি আহি চাৰিআলি পালেহি। অতুল শৰ্ম্মাকে ধৰি বাজিয়া গাৱঁৰ ৰাইজে ইন্দ্ৰক চুলিৰ সমান আয়ুস হ'বলৈ আশীৰ্ব্বাদ দিলে। ইন্দ্ৰই সকলোৰে পৰা বিদায় লৈ গাড়ীৰ কাষৰ চিট এটাত বহি ললে।

বৰ অসম। গাড়ীৰ ঘৰ্ঘৰনিৰ লগে লগে তাৰ ভাবৰ হেন্দোলনী উঠিল। অতীতৰ সেই বৰ অসম—এসময়ত যাৰ পূবে আছিল পাটকাই পৰ্ব্বত উত্তৰে আছিল বৰফেৰে ঢকা কাঞ্চনজঙ্ঘা। দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু পশ্চিমে কৰতোৱা।

এই অসমৰ বুকুৰেদি যুগে যুগে নতুনৰ আগমন হৈছিল। নতুন পুৰণি হৈছিল। বৰ অসমৰ বৰ পথাৰত বাৰে-বৰণীয়া সংস্কৃতিৰ পোহাৰখনে ভাৰতবৰ্ষ তথা পৃথিৱীক চমক্ খুৱাইছিল। কনৌজ-নবদ্বীপৰ দ্বিজ সকল, ৰাজস্থানৰ ৰাজস্থানীসকল, মোগল-পাঠানৰ মিঞা সকল আহি অসমৰ বুকুত অসমীয়া হৈ চ'ৰা ঘৰৰ মজিয়াত অসমীয়া সংস্কৃতিৰ পোহাৰ মেলিছিল।

কিন্তু এই সকলৰ বহু আগতেই অসমৰ কেঁচা মাটিত ভৰি দিছিলহি অষ্ট্ৰিক-নিষাদ সকলে। অৰুণাচল, নগালেণ্ড, মিজোৰাম আৰু অসমৰ জনজাতীয় সকলৰ মূল-সংস্কৃতি আৰু জীৱন যাপনৰ পদ্ধতি প্ৰাচীন অষ্ট্ৰো-মঙ্গোলয়ড বা নিষাদ-কিৰাট সকলৰ ভেঁটিতে গঢ় লৈ উঠিছিল। আৰু এই প্ৰাচীন সংস্কৃতিৰে অৱদান ঢোল, পেঁপা, গগণা, চিফুং বাঁহীৰ সুৰে

অসমীয়াৰ মন-প্ৰাণ পুলকিত কৰিছিল, কিন্তু আজি সেই সুৰ নাই. আজি অসমৰ বিহুতলীত গগণা, ম'হৰ শিঙৰ পেঁপাৰ সলনি শ্বহীদ তৰ্পণেৰে বিহুতলি মুখৰিত হ'ব।

গাড়ী আহি পুৰণিগুদাম পালেহি। ইন্দ্ৰই মূৰ উলিয়াই দূৰলৈ চালে। জীৱনক সি ইয়াৰ পৰাই তুলি নিছিল। জীৱন গ'ল, একেবাৰে গ'ল, তাক চিৰদিনৰ কাৰণে এৰি থৈ গ'ল—"কোন কাৰ চেনেহৰ, কোন কাৰ মৰমৰ, চকুৰ চিনাকি মাথো দুদিনৰ"। সি চকু হাল মুদি দিলে। গাড়ী আহি নগাঁও চহৰ সোমালহি। কলেজৰ মুখতে সি নামিল আৰু গিৰীণক বিচাৰি হোষ্টেলৰ ফালে খোজ দিলে।

॥ ৮৩ ॥

গিৰীণ ঘৰলৈ যোৱা নাই। নগাঁও কলেজৰ হোষ্টেলৰ নিজৰ কোঠালিটোতে আন আন ছাত্ৰনেতাসকলৰ লগত বিহুৰদিনাৰ কাৰ্য্যসূচী আলোচনা কৰি থাকোতেই ইন্দ্ৰ গৈ সেইখিনি পালেগৈ। দুৱাৰ মুখত ইন্দ্ৰক দেখি গিৰীণে ইন্দ্ৰদা বুলি সাৱটি ধৰিলেহি। দিনে-ৰাতিয়ে অহৰহ কষ্ট কৰি কৰি ইন্দ্ৰৰ স্বাস্থ্য ভাঙি পৰিছিল। গিৰীণৰ কোঠালিটোত থকা দিগেন বৰা, কেশৱ মহন্ত, অতুল শৰ্ম্মা, জীৱন কলিতা, জয়ন্ত বৰা, প্ৰভাত কলিতাহঁতে সিহঁত দুটালৈ চালে।

কান্ধৰ পৰা কাপোৰৰ মোনাটো মাটিতে নমাই থৈ বিষন্ন হাঁহি মাৰি ইন্দ্ৰই ক'লে—গোটেই মথাই দেখোন ভূত দেখা মানুহৰ দৰে ঠৰ্ হলি ? মই ভূত হৈ অহা নাই দে।

দিগেনে হাঁহি মাৰি ক'লে—সেইবুলি চোৱা নাই অ', মানুহটো একেবাৰে নিৰুদ্দেশ হৈ গলি। আমাকতো তই জনাই যাব পাৰ ?

—কি জনাবি, কাম কৰিবলৈ গৈছোঁ, কাক আকৌ চিঞঁৰি চিঞঁৰি জনাই যাম ? তাতে তহঁত ব্যস্ত হৈ আছ।

প্ৰভাতে ইন্দ্ৰক কান্ধত ধৰি গিৰীণৰ বিচনাত বহুৱাই দি সুধিলে—এতিয়া ক চোন, বাজিয়া গাৱঁৰ বাইজ ঘৰলৈ গ'লনে ?

—ওঁ, সকলো বিলাক গ'ল, কিন্তু কাকতি পৰিয়ালটোৰ কোনো যোৱা নাই। এটা কথা প্ৰভাত। মানুহবোৰে কিন্তু সকলো হেৰুৱায়ো হতাশ হোৱা নাই।

—কি জান ইন্দ্র, মানুহে ভাবিছে—সকলো যাওক অসম বাচক।

দিগেনে কথাবোৰ শুনি পিছফালে হাত দুখন মুঠি মাৰি ধৰি ক'বলৈ লাগিল—অসম ৰক্ষা পৰিবনে? এতিয়াও পুলিচ, চি. আৰ. পিয়ে কৰা হত্যাকাণ্ড চলিয়েই আছে। কিমান দিন আৰু সহ্য কৰিবি? আজি অসমৰ বাপতি সাহোন বিহুটিত অসমীয়া ডেকা-গাভৰুৰ মন নাচি উঠা নাই, তাঁতশালত বিহুৱান নাই।

দিগেনৰ কথা শুনি বাকী সকল মনে মনে থাকিল। দিগেনে চিগাৰেট এটা জ্বলালে আৰু দীঘলকৈ হোঁপা এটা মাৰি ধোৱাঁবোৰ ওপৰলৈ এৰি দি আকৌ ক'লে—আজি কোনোবা ল'ৰাই ঘৰলৈ যাব পাৰিছেনে? মই পাৰিছোনে? নে তহঁতে পাৰিছ? এতিয়া ঘৰলৈ গৈ চিৰা-দৈ খোৱাৰ সময় নহয়, এতিয়া সময় আহিছে পুনৰ আন্দোলন চলোৱাৰ। ক্ষিপ্রতাৰে—অতি ক্ষিপ্রতাৰে। —দিগেনে কথাবোৰ কৈ খিৰিকি এখনৰ ওচৰত ৰ'লগৈ। তেতিয়া বাহিৰত পোহৰবোৰ কমি আহিছিল। ধূসৰ সন্ধিয়া নামি আহিছিল।

ইন্দ্রই প্রভাতলৈ চাই সুধিলে—বাৰু এতিয়া কচোন, তহঁতৰ কাম-কাজ কেনে চলিছে?

—আমি যিবোৰ শিবিৰলৈ গলোঁ, তাৰ হিচাপমতে দুই লক্ষ মানুহ বৰ্তমানেও শিবিৰত আছে। তেওঁলোকৰ প্রতি দুৰ্বৃত্তৰ ভাবুকি এতিয়াও আছে বুলি তেওঁলোকে কয়।

—হোঁ। —দিগেনে খিৰিকিখনৰ কাষৰ পৰা ভোৰ্-ভোৰাই উঠিল—ইন্দ্র। চৰকাৰে পুহি ৰখা চি আৰ পি মথাই কি কৰিছে?

প্রভাতে গাৰুটোত আউজি দিগেনৰ কথাত হয়ভৰ দি ক'লে—কি কৰিব আৰু, অসমীয়া মানুহক নিধন কৰিছে।

সেইখিনি সময়তে কন্দৰ্প শইকীয়া সোমাই আহিল।

—কন্দৰ্প, ক'ৰ পৰা আহিলি ভোটাই ডেকাটো হৈ? পিছে নগাৰত বিহুৰ প্রস্তুতি কেনে চলাইছ?

—ইন্দ্র, সকলো ঠিক কৰা হৈছে। সমুহীয়াকৈ কলেজৰ প্রাংগনতে শ্বহীদ তৰ্পণ কৰা হ'ব। তাত গীতা, কোৰাণ আৰু ভাগৱত পাঠৰ ব্যৱস্থা কৰা হৈছে। কিন্তু ইন্দ্র, শিক্ষা অনুষ্ঠানবোৰৰ পৰা সশস্ত্র বাহিনীৰ শিবিৰবোৰ উঠাই নিনিয়াটোহে সমস্যা হৈছে।

—তই ঠিকেই কৈছ কন্দৰ্প। এই ক্ষেত্ৰত চৰকাৰে সহযোগিতা আগবঢ়াব লাগিব।

—ক'ত চৰকাৰে আগভাগ লব ইন্দ্ৰ, প্ৰশাসনৰ নিষ্ক্ৰিয়তাৰ ফলতে আজি বিভিন্ন ঠাইত হিংসাত্মক কাৰ্য্য চলি আছে। হাজোৰ বলুটু বজাৰত সেইযা ৩০মাৰ্চ্চ তাৰিখে বোমা বিস্ফোৰণ হৈ বহুকেইজন মানুহৰ মৃত্যু হ'ল। তাৰোপৰি, চাৰি-পাঁচ এপ্ৰিলৰ ভিতৰত দহজনৰো অধিক মানুহ নিহত হৈছে আৰু এহাজাৰৰো অধিক ঘৰ ভষ্মীভূত হৈছে।

জযন্তই মাজতে মাত লগালে—

—বুজিছা কন্দৰ্প, আমি যদিও সেই কূটাঘাতমূলক কাৰ্য্যক প্ৰথমৰ পৰাই বিৰোধিতা কৰি আহিছোঁ, বৰ্ত্তমান চৰকাৰে কিন্তু সকলো ধ্বংসাত্মক কাৰ্য্যৰ দোষ-ছাত্ৰসন্থাৰ ওপৰতে জাপি দিবলৈ অহৰহ চেষ্টা চলাই আহিছে। আচলতে, চৰকাৰে আমাৰ আন্দোলনটো যি কোনো প্ৰকাৰে হেয় কৰিবলৈ চেষ্টা চলাইছে।

—বাৰু ধৈৰ্য্য ধৰহঁত। চাওঁচোন বাৰু, ক'ৰ পানী ক'লৈ যায়।

ইন্দ্ৰই কথা কৈ কৈ চুলিবোৰৰ মাজত হাত দুখন ভৰাই দি ক'লে— চুলিবোৰ তেনেই আঠা হ'ল।

—ইন্দ্ৰ। তই এতিয়া গাটো ধুই পেলা আৰু অলপ জিৰণি ল। আমি যাওঁ।

দিগেনহঁত যাবলৈ ওলাল,-লগতে গিৰীণো।

—ইন্দ্ৰদা, মোৰ অলপ দেৰি হ'ব দেই,—গিৰীণে ক'লে।

—বাৰু, যোৱা।

সিহঁত গোটেইমখা গুচি যোৱাৰ পিচত গিৰীণৰ বিচনাত ইন্দ্ৰই দীঘল দিলে। গা-ধোৱাৰ কথা সি পাহৰি গ'ল। তাৰ মনোৰমালৈ মনত পৰিল—

কিমান দিনেই যে হ'ল—
তোমাৰ চিঠিৰ ভাষাই কৈফিয়ৎ বিচৰা
প্ৰতিশ্ৰুতি নীল ৰঙীন সপোন
বাস্তৱত ৰূপায়িত কৰা কঠিন বতৰা।

ইন্দ্ৰৰ বুকু ভাঙি হুমুনিয়াহ ওলাই আহিল। সি গাৰুটো বুকুত হেঁচি ধৰিলে।

॥ ৮৪ ॥

বহাগ বিহুৰ কালিলৈ উৰুকা। বিহু বুলি পুতুল, ভৃগু, ললিত, জয়নাথ শৰ্ম্মা কোনো ঘৰলৈ নগ'ল। ভৃগু কুমাৰ ফুকনৰ কোঠালিটোতে আটাই কেইজন বহিল আৰু অসমৰ পৰিস্থিতিৰ বিষয়ে পুণৰ আলোচনা কৰিলে।

বজাবাৰী পংকাৰ ঘটনাটোৰ বিষযে আলোচনা কৰি ভৃগুৱে ক'লে—মই ভাবোঁ, বজাবাৰী পংকাৰ ঘটনাটো অভিসন্ধিমূলক। নহলেনো ৰাতি পহৰা দিবলৈ পংকা তিনিআলিত গোট খাই থকা মানুহক ধৰি নি হত্যা কৰে নে?

—এৰা ফুকন, এনে নৃশংস হত্যাকাণ্ড যে সংঘটিত হ'ল, ভাবিবই নোৱাৰি। —ৰাজখোৱাই কৈ গ'ল—আমি গৈ ঘটনাস্থলীত শুনামতে আঠজন লোকক পিছফালে হাত বান্ধি লৈ বজাবাৰী বাগানৰ ফালে লৈ যায। বাগানৰ কলঘৰটো পোৱাৰ আগতে এটা শুকান জান আছে আৰু সেই জানটোৰ ওপৰতে এখন ভগা দলং আছে। চি আৰ পিবোৰে জানটোৰ দুয়োপাৰে বন্দুক লৈ সাজু হৈ আছিল। তাৰ পিচত আঠজন লোকক গড়াইদি নামিবলৈ নিৰ্দেশ দিযে আৰু গড়াইদি নমাৰ লগে লগেই দুযোপাৰৰ পৰা গুলি বৰ্ষিবলৈ ধৰিলে। তেতিয়াই ভদ্ৰেশ্বৰ শইকীযা, হৰেণ শইকীযা, তীখৰ বৰুৱা, ৰেব শইকীয়া, জিতেন শইকীয়া, তিলেশ্বৰ হাজৰিকা আৰু মণি শইকীযাৰ থিতাতে মৃত্যু হয। আমি ইযাৰ ন্যাযিক তদন্তৰ দাবী কৰিছোঁ।

—সেইটো কৰিবই লাগিব ৰাজখোৱা। ইতিপূৰ্ব্বে দেখোন দেবেশ্বৰ বৰা, প্ৰদীপ গোস্বামী, ৰাণা কলিতা প্ৰমুখ্যে বিভিন্ন স্থানীয ছাত্ৰসন্থাই ন্যায়িক তদন্তৰ দাবী কৰিছেই, আৰু এটা গুৰুত্বপূৰ্ণ কথা যে, এই ঘটনাৰ লগত কেইজনমান পুলিচ বিষয়া জড়িত থকাটো বোলে সঁচা।

জয়নাথ শৰ্ম্মাৰ কথাৰ উত্তৰ দি ললিত ৰাজখোৱাই ক'লে—ৰাজনৈতিক ষড়যন্ত্ৰৰ স্বৰূপ ঢাকি অসত্যৰ আশ্ৰয় লৈছে শৰ্ম্মা।

—সেইটোৱেই নহয় আৰু মাৰাত্মক কথা হৈছে এইটোৱেই যে ৰাজ্যখনৰ সম্প্ৰীতি-সংহতিৰ ঠাইত সৰু সৰু দল-উপদলৰ সৃষ্টি কৰি দেশৰ বৃহত্তম স্বাৰ্থ জলাঞ্জলি দিবলৈকো এইচাম স্বাৰ্থপৰ নেতাই পিচ হোঁহকা নাই।

—ৰাজখোৱা! তেনে চক্ৰান্তৰ বাবে হিংসাৰ মনোভাব জগাবলৈ চেষ্টা চলাই থকাটো দেশৰ কাৰণে কম দুৰ্ভাগ্যৰ কথা নহয়। গুৱাহাটীৰ মাজ মজিয়াতে বোলা বা নগৰৰ বাটে-পথেই বোলা বৰ্ত্তমানেও জনতাক লাঞ্ছিত কৰা কাৰ্যাই আজি সকলোকে চমক খুৱাইছে। ইয়াৰ ন্যায়িক বিচাৰ নকৰাৰ উদ্দেশ্য কি?

—উদ্দেশ্য অতি অশুভ শৰ্ম্মা। তাৰোপৰি, ৰাজ্যৰ চোৰাংচোৱা বিভাগ, গৃহদপ্তৰ বিভাগ বিফল হৈছে, নহ'লে অৱহেলা কৰিছে বা ইচ্ছাকৃতভাৱে এইবোৰ দুস্কাৰ্য্য কৰিবলৈ এৰি দিয়া হৈছে। মুঠতে আমি হাজো, বজাবাৰীৰ হত্যাকাণ্ডৰ ন্যায়িক তদন্ত বিচাৰো। দুৰ্ভগীয়া ৰাজ্যখনক যেন প্ৰশাসনীয় অসমৰ্থতাত ধ্বংস হবলৈ দিয়া নহয়, তাকে আমি আজি কামনা নকৰো জানো?

—কিয় নকৰিম?—জয়নাথ শৰ্ম্মা আৰু ৰাজখোৱাৰ কথাৰ মাজতে ভৃগুৱে ক'লে—ইফালে গৃহমন্ত্ৰী পি, চি, শেঠীয়ে অসমত স্বাভাৱিক অৱস্থা ঘুৰি নহালৈকে তাৰ পৰা অৰ্ধ সামৰিক বাহিনী অপসৰণ কৰাৰ দাবী অগ্ৰাহ্য কৰিছে।

—কিন্তু ফুকন। সামৰিক বাহিনী অপসৰণ নকৰিলে ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ পৰিৱেশ ঘুৰাই আনিব পৰা নহ'ব।

—ললিত ৰাজখোৱাৰ কথা শেষ হোৱাৰ লগে লগে ধ্ৰুৱ বৈশ্য সোমাই আহি ক'লে—মই তোমালোকক বিচাৰি ফুৰিছোঁ।

পুতুলে এইবাৰ ধ্ৰুৱলৈ মুৰ তুলি চাই সুধিলে—কিবা নতুন খবৰ আছে নেকি?

—নতুন খবৰ মানে—এই পুলিচ, চি আৰু পি মথা আঁতৰাই নিনিলে, ছাত্ৰ-ছাত্ৰী সকল শিক্ষানুষ্ঠানলৈ কেনেকৈ ঘুৰি আহিব?

—ব'বা। আমি তাকেহে আলোচনা কৰি আছো। পি, চি, শেঠীয়েটো আঁতৰাই নিনিয়াৰ কথা ঘোষণা কৰিছে।

—মহন্ত। ছাত্ৰ-ছাত্ৰীসকলৰ শিক্ষা জীৱনলৈ অনিশ্চয়তা আহিছে। অসমৰ হিত চিন্তা কৰা প্ৰতিজন ব্যক্তিয়ে চৰকাৰৰ এই শিক্ষা বিৰোধী নীতিৰ

বিৰুদ্ধে ঠিয় দিব লাগিব। তাৰ বাহিৰেও ছাত্ৰাবাসত থকা কালত চি. আৰ পি সকলে যিবোৰ সম্পত্তি নষ্ট কৰিছে, তাৰ ক্ষতিপূৰণ আমাক দিব লাগিব। আৰু অসম বিৰোধী চক্ৰ এটাই অসমৰ ছাত্ৰ সমাজক সৰ্ব্বভাৰতীয় পৰীক্ষা দিয়াৰ পৰা আঁতৰাই ৰাখিবলৈ কুচক্ৰান্ত কৰিছে। তেওঁলোকে ক'ব খোজে যে নিৰ্ব্বাচনৰ আগে-পাচে হোৱা হিংসাত্মক ঘটনাৰ বাবে দায়ী ছাত্ৰ-সমাজ।

ভৃগুৱে হাঁহি মাৰি ক'লে—ক'বলৈ দিয়া বৈশ্য। সোণ পুৰিলেহে উজ্জ্বল হয়। আজি গোটেই পৃথিৱীয়ে গম পাইছে, এটা জাতিৰ ওপৰত চলোৱা নিকৰুণ অত্যাচাৰৰ কথা। কিন্তু সময় বৈ নাথাকে বৈশ্য, সময়ৰ সোঁতত সকলো দুখ-দৈন্যতা আঁতৰাই অসমে এদিন নিজৰ ভৰিৰ ওপৰত ঠিয় দিবলৈ সক্ষম হ'ব। পিছে বিহুৰ দিনাৰ সকলো প্ৰস্তুতি সম্পূৰ্ণ হ'লনে ?

—হৈছে। বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণত সকলো ছাত্ৰনেতা গোটখাই পতাকা উত্তোলন কৰি শ্বহীদ তৰ্পণ কৰা হ'ব। ইতিপূৰ্বে অৰুপকুমাৰ ডেকা, সমুজ্জ্বল ভট্টাচাৰ্য্য, ৰামকুমাৰ দাস, অতুল বৰা (ছাত্ৰনেতা) আৰু দিপক দাসকো লগ পাইছিলো, তেওঁলোকেও বিভিন্ন স্থানত শ্বহীদ বেদী নিৰ্মাণ কৰি কাৰ্য্যসূচী পালন কৰিবলৈ সাজু হৈছে।

—আমি তেনেহ'লে বিহুৰ দিনা সোনকালে ওলাব লাগিব ?

—নিশ্চয়।

সকলোৱে ধ্ৰুবলৈ চালে। ধ্ৰুৱই হাঁহি এটা মাৰি ক'লে—তেনেহ'লে মই এতিয়া আহিলো !

॥ ৮৫ ॥

বিহুৰ দিনা ভণ্টীহ'তৰ ঘৰলৈ ছাত্ৰসন্থা, মহিলাৰ দল, গাৱঁৰ ৰাইজ আহি জীৱনৰ কাৰণে প্ৰাৰ্থনা কৰিলেহি আৰু ভণ্টীক সান্ত্বনা দিলেহি। সন্ধিয়া ভণ্টীয়ে তুলসী তলত চাকি এগছ দিলে আৰু পদুলী মুখত মাটিৰ চাকি দুগছ জ্বলাই দি আকাশলৈ চালে। বহাগ মাহৰ ফৰকাল বতৰত নীলা আকাশখনত টিপ্-টিপ্কৈ তৰাবিলাকে আগৰ দৰে নাচিছে। কোনে জানে অলপ সময়ৰ পাচতে হয়তো বতৰ ওলোলাই আহিব আৰু ধৰদৌচনা মাকৰ

ঘৰলৈ ৰাওণা হ'ব। অহা আহিব, যোৱা যাব—এয়ে সংসাৰৰ ৰীতি। ভণ্টীয়ে তৰা বিলাকলৈ চালে, তাৰ মাজতে কিজানিবা তাইৰ ককায়েক আছে। আগতে তাইৰ আইতাকে কৈছিল—মানুহ মৰিলে বোলে আকাশত তৰা হৈ থাকে। তাই হুমুনিয়াহ কাঢ়িলে। ককায়েকে তাইক যে কিমান কথা শিকাইছিল। গীত গাবলৈ শিকাইছিল—লুইতৰে পানী যাবি ঐ বৈ—চহৰে-নগৰে ফুৰিবি কৈ—। সিহঁতৰ হাজাৰজন শ্বহীদৰ কথা বাৰু বৰ লুইতে চহৰে-নগৰে কৈ ফুৰিছেনে? তাইৰ বুকুখন বিষাই গ'ল। কি যে এক দাৰুণ যন্ত্ৰণা, যাৰ হেৰাইছে সি হে বুজিব পাৰে!

ভণ্টী হঠাতে চক্ খাই উঠিল—অ' ৰাঁচদুল ককাই!

—ভণ্টী!

ৰাছদুলে তাইক মৰমেৰে মাতিলে আৰু ওচৰ চাপি গৈ ক'লে—তহঁতে ছাগৈ অতদিনে মই মৰিলো বুলি ভাবিছিলি।

ভণ্টীযে একো মাতিব নোৱাৰিলে।

—আহ বাৰু, ভিতৰলৈ যাওঁ।

ৰাঁচদুল ভিতৰলৈ গ'ল আৰু পিছে পিছে ভণ্টীযো গ'ল। ভিতৰ সোমাই ভণ্টীয়ে ৰাছদুলক মূঢ়া এটাতে বহিবলৈ দি তাই মাটিতে লেপেতা কাঢ়ি বহিল। ৰাহিদুলে পুনৰ সুধিলে—এতিযা কচোন, তহঁতৰ খবৰ।

—কিনো কম? ককাইদেউ আৰু নাই ককাই।

ভণ্টীয়ে কথাষাৰ কৈ হুক্-হুকাই কান্দি পেলালে।

—মই শিলচৰৰ জেলত থাকোতেই কাগজত পঢ়ি গম পালো জীৱন শ্বহীদ হৈছে। সি আগৰ জনমত কিবা ভাল কাম কৰি আহিছিল কাৰণে শ্বহীদ হ'বলৈ পালে। নহ'লে যেয়ে-সেয়ে শ্বহীদ হ'ব পাৰেনে? তই নাকান্দিবি ভণ্টী, তোৰ এটাহে ককায়েৰ মৰিছে, আমি হাজাৰটা ককায়েৰ আছো নহয়, চিন্তা কিহৰ? পিছে তই অকলে আছনে?

—নাই ৰাঁচদুল ককাই, মিনতি পেহী শুৱেঁহি, নহ'লে ময়ে তালৈ শুবলৈ যাওঁ। আমি নাথাকিলে ল'ৰাবোৰে আমাৰ ঘৰটো ৰখে।

—আমাৰ ইয়াৰ সকলোবে ভালনে?

—ভালনো কি ক'বা ককাই? এতিয়া তোমাৰ কথা কোৱাচোন! অত দিন ক'ত আছিলা, কি কৰিছিলা?

—কি কম ভণ্টী! পুলিচ, চি· আৰ· পিৰ অত্যাচাৰ কিমান সহিবি?

আমি বোলে পাইপ লাইন ভাঙ্গিছোঁ, অফিচাৰৰ গালৈ বোমা দলিয়াইছোঁ, দলঙত জুই দিছোঁ ইত্যাদি এশ-এবুৰি কেছৰ ধাৰাত পেলাই জেলত ভৰাই থৈছে। একেৰাহে ৫৮ঘণ্টা, ৬০ঘণ্টাকৈ লকাপত ৰাখি নানা শাস্তি দিলে। এখন জেলৰ পৰা এখন জেললৈ ঘূৰাই ফুৰালে।

—তোমালোকে জানো এইবোৰ কৰিছিলা ?

—ক'ত কৰিছিলো ? নাই কৰা ভণ্টী, নাই কৰা। আমি বিদ্ৰোহ কৰিছিলো ভণ্টী। বিদ্ৰোহ, সঁচা বিদ্ৰোহ। বিদ্ৰোহ মানে কি তই জাননে ভণ্টী ? বিদ্ৰোহ মানে, দেশক যি জনে বেছিকৈ ভাল পায়, যি অন্যায-অধৰ্ম্ম সহ্য কৰিব নোৱাৰে, যি সাম্যবাদ প্ৰতিষ্ঠা কৰিব খোজে, সিয়েহে আচল বিদ্ৰোহী। আমিয়ো সেযে ভণ্টী। আমি আমাৰ জনমভূমিক বেছিকৈ ভাল পাওঁ, কুকুৰ-মেকুৰীৰ নিচিনাকৈ মৰাতকৈ সিংহৰ নিচিনাকৈ মৰিবলৈ আগবাঢ়ো, নিৰ্গানিৰ নিচিনাকৈ মেকুৰীৰ আগে আগে প্ৰাণ লৈ পলাবলৈ আমাৰ ইচ্ছা নাই। সেইবোৰ কৰিবলৈ আমাব নিজকে ভীৰু যেন লাগে। তই সৰু ছোৱালী, এইবোৰ নুবুজিবি।

—নহয় ৰচিদুল ককাই! এতিযা মই সৰু হৈ থকা নাই। লাচিত দাদা, কমল দাদা, লুইত দাদাক ক'বাচোন, আমাক যুদ্ধৰ প্ৰশিক্ষণ দিবলৈ এটা দল গঠন কৰক।

ৰচিদুলে খুউব জোৰেৰে হাঁহিলে আৰু হাঁহি হাঁহি ক'লে—তই যুদ্ধ কৰিবি ? শোভাযাত্ৰা কৰিলেই মিলিটেৰীযে মাৰে, তাতে আকৌ যুদ্ধৰ প্ৰশিক্ষণ দিব লাগিলে গেছ দি মাৰিব।

—মাৰক ? কিয় মুলো গাভৰুৱে যুদ্ধ কৰা নাছিল ? কণকলতাই পতাকা লৈ মিলিটেৰীৰ আগত বুকু পাতি দিয়া নাছিল ? জয়মতীযে চাউদাঙৰ কোব খাই, গদাপানীক ভৱিষ্যতৰ ৰজা হোৱাত সহায় কৰা নাছিলনে ? ময়ো পাৰিম ককাই, ময়ো পাৰিম।

—অঁ, পাৰিবি দে, মই এতিয়া যাওঁ। মাজানহঁতে মোৰ কাৰণে বৈ থাকিব।

—নহয় ককাই, তুমি এতিয়া যাব নোৱাৰা। মিনতি পেহী আহিব, তুমি বহা, মই চাহ একাপ কৰি আনো।

ৰচিদুল বহিল। ভণ্টীয়ে চাহ কৰিবলৈ গ'ল। ৰচিদুলে ঘৰটোৰ বেৰবোৰ চাবলৈ ধৰিলে। সকলোতে যেন জীৱনৰ উশাহ-নিশাহবোৰ স্তব্ধ হৈ

বৈ আছে! জীৱন যে তাৰ কিমান মৰমৰ আছিল!! সিহঁতৰ দুখন ঘৰ এখন ঘৰৰ নিচিনা আছিল।

—এইয়া চাহ। —ভণ্টীয়ে চাহ কাপ দি ক'লে—গাখীৰ নাই ককাই।

—হ'ব দে, ইমান দিনৰ মূৰত ভনীৰ হাতৰ চাহ কাপ পাই অমৃত যেন লাগিব।

সি চাহত ঢোক এটা মাৰি সুধিলে—ভণ্টী, মনোৰমা বাইদেউ, বীণা বাইদেউৰ ভালনে? আৰু ইন্দ্ৰ ককাইটি কেনে আছে?

—কিনো ক'বা, জীৱন ককাইদেউৰ মৃত্যুৰ পাচৰে পৰা ইন্দ্ৰ ককাইটো পগলা হোৱাদি হ'ল। কেৱল দেশৰ কাম কৰি কৰি ঘূৰি ফুৰিছে।

হঠাতে জপনা খোলাৰ শব্দ হ'ল। ভণ্টীয়ে ক'লে—সেইয়া পেহী আহিছে।

মিনতি পেহীয়ে ৰাচিদুলক দেখি সাৱটি ধৰি কান্দিলে। কান্দি-কান্দিয়েই তাৰ মূৰে-গাযে হাত ফুৰাইদি সুধিলে—অ' বোপাই, ইমান দিন ক'ত আছিলি অ'? তই আহিছ, মোৰ জীৱন অহা যেন লাগিছে। —পেহীয়ে কান্দিলে, ৰাচিদুলেও কান্দিলে।

অকণমান সময়ৰ পাচত পেহীয়ে চকুপানী মচি ক'লে—নাকান্দিবি বোপাই। এতিয়া কান্দিলে শত্ৰুৱে চল পাব। অবৈধ চৰকাৰটো গঠন কৰি লৈ যি মন যায় তাকে কৰিছে, হিন্দু-মুছলমানে কটা-কটি কৰিলে, ভাই-ভাইৰ তেজেৰে মাতৃৰ বুকু ৰাঙলি হ'ল। বোলো, পৃথিৱী ধ্বংস হ'ব। নিজৰ দলক ৰক্ষা কৰিবলৈ গৈ এখন দেশ, এটা জাতি ধ্বংস কৰে, এনে নেতা ক'ৰবাত আছেনে? পিয়লি গ'ল, মণিৰাম গ'ল, কুশল কোঁৱৰ গ'ল, তিলক ডেকা, কণকলতা, ভোগেশ্বৰী, মোজাম্মিল, সূৰ্য্য, অনিল গ'ল আৰু বৰ্তমানৰ আন্দোলনত দুশৰো ওপৰ শ্বহীদ হ'ল, তথাপিও অসমৰ সমস্যাৰ সমাধান নহ'ল। সেইকাৰণে এসযত লাচিতে কামাখ্যা মন্দিৰলৈ চাই শপত খাই কৈছিল—মাতৃ, বঙালখিনি খাই দিয়া। ৰাইজকো ৰক্ষা কৰা, ৰজাকো ৰক্ষা কৰা, দেশকো ৰক্ষা কৰা।

মিনতি পেহীৰ কথা শুনি ৰাচিদুলে হাঁহি হাঁহি ক'লে—কামাখ্যা মা এতিয়াও কিজানি সন্তুষ্ট হোৱা নাই। তেজৰ সোঁত আৰু ব'ব লাগিব। আমাৰ ভণ্টীয়েও বোলে যুদ্ধ বিদ্যা শিকিব।

মিনতি পেহীয়ে ৰঙা চকু হালেৰে ৰচিদ্‌লৈ চাই ক'লে—এইবোৰ বাদ দে ব্‌জিলি, আমি অহিংস যুদ্ধ কৰিছোঁ আৰু অহিংসাৰেই আমি জয়লাভ কৰি যাম। দীঘলীয়া আন্দোলন হ'ল বুলিয়েই আমি নিজৰ পথ পৰিহাৰ কৰিম নে? আমাৰ নেতাসকলৰ যি অপৰাজেয় মনোভাৱ, সেই মনোভাৱক আমি প্ৰাণৱন্ত কৰিব লাগিব। এতিয়া আমি মন ভাঙ্গি দিলে নহ'ব ৰচিদ্‌ল। বৰ্তমানে অসমৰ বুকুতে থাকি এচামে অসূয়া-অপ্ৰীতি বঢ়াবলৈ ধৰিছে। আগৰ দিনত অসূযা-অপ্ৰীতি নাছিল বাবেই লাচিতে জয়লাভ কৰিব পাৰিছিল। ৰামসিংহৰ দৰে বীৰে ফেঁচাটোৰ দৰে উভতি যাব লগাত পৰিছিল। আমি ল'ৰাহঁতক সহায় কৰিব লাগিব। স্বাৰ্থহীনভাৱে সহযোগিতা আগবঢ়াব লাগিব। একতাৰ বল পৰম বল, বুজিলি।

পেহীৰ কথাত ৰচিদ্‌লে তলকা মাৰিলে। পেহীৰ সমান জ্ঞান তাৰ নাই। পেহীয়ে আকৌ ক'লে—জীৱনটো গ'লেই, তহঁত আছ, তাৰ আদৰ্শ লবি। দেশলৈ আকৌ ভাল দিন আহিব। অসমীযাৰ একতা আৰু অবিচলিত দেশ-প্ৰেম থাকিলে কোনেও অসমীযাক পৰাজিত কৰিব নোৱাৰে। মোলৈ চা ৰচিদ্‌ল! ৰাতিপুৱা, আবেলি লোকৰ ঘৰত কাম কৰিছোঁ। দিনতো দেশৰ কাম কৰিছোঁ। মোৰ খাবলৈ নাই, তথাপিও লোকৰ তাত হাত পতা নাই। অসমীয়া জাতি ভিক্ষাৰী নহয়। এমা-ডিমা ল'ৰা-ছোৱালীকিটাই খুটি খাব নোৱাৰালৈকে মই যি পাৰিছোঁ আনিছোঁ। দেশৰ ভাল হ'লে আমাৰ নিচিনা খাবলৈ নোপোৱা শ্ৰেণীটোৰ ভাল হ'ব। দুমুঠি খাবলৈ পাব, নিশ্চিন্তমনে শুব পাৰিব। এথন কাপোৰ পিন্ধিবলৈ পাব।

পেহীয়ে মনৰ দুখ আৰু ক্ষোভত কথাবোৰ কৈ গ'ল—ৰচিদুলে ভবাই নাছিল, পেহীযে যে ইমান কথা ক'ব পাৰে। সি পেহীলৈ চালে আৰু ভক্তিত ধৰি সেৱা কৰিলে আৰু ক'লে—পেহী। তোমাৰ কথাবোৰ শুনি মোৰ মনলৈ নতুন সাহস আহিল। আমাৰ মাতৃ জাতিৰ এনে উদ্‌গণিত নিশ্চয় আমাৰ উঠি অহা নতুন পুৰুষে মনোবল সুদৃঢ় কৰিব পাৰিব। এতিযা মই যাওঁ পেহী। মই আকৌ আহিম, তোমালোক আৰু অকলে থাকিব নালাগে।

—আহিবি বোপাই! আমাৰ আশ্ৰয় তয়ে হ'ব লাগিব।

সি ভণ্টীলৈ চাই ক'লে—ভণ্টী! চিন্তা নকৰিবি। ভগৱানে সকলো ভালৰ কাৰণেই কৰে, বুজিলি? অসমীয়াই ঠেকা নেপালে নিশিকে। এতিয়াও যদি অসমীয়াই নিশিকে, তেনেহ'লে অসম ৰসাতলে যাব। মই এতিয়া আহিলো।

সি আন্ধাৰৰ মাজে মাজে আলিবাটেদি যাওঁতে গাই গ'ল—

উঠাহে ফুলৰা
উঠাহে চতলা
উঠা গিৰিবালা স্বৰূপ ধৰি
পূৰ্ণ হ'ল আজি
শতেক বছৰ
আৰু কত কাল থাকিবা পৰি ॥

॥ ৮৬ ॥

ৰচিদলে অহা কথাতো পিচ দিনাই সৰ্দাৰ হৈ পৰিল। ইন্দ্ৰনীলেও ৰচিদলৰ খবৰ লৈ আহি মনোৰমাহঁতৰ ঘৰলৈ গ'ল।

বাহিৰৰ বাৰান্দাতে মনোৰমাৰ ভাযেক মূঢ়া এটাত বহি আছিল। ইন্দ্ৰক দেখি সি এটা ভৰিৰে পেংবাৰি ডাল লৈ উঠিবলৈ চেষ্টা কৰি মাতিলে—ইন্দ্ৰদা!

—বহা বহা! উঠিব নালাগে।

—কেতিয়া আহিলা?

—উৰুকাৰ দিনা। মোমাইদেৱে থৈ গ'লহি। কিমান দিন আৰু লোকৰ ঘৰত থাকিম?

—ভালেই কৰিলা ভাইটি, পিছে মনোৰমা আছেনে?

—আছে ভিতৰতে।

ইন্দ্ৰ ভিতৰলৈ সোমাই গ'ল আৰু কলৰ পাৰত বহি কাঁহি-বাতি ধুই থকা মনোৰমালৈ একান্তমনে চাই ৰ'ল। চকুৰ আগত ভাঁহি উঠিল—উৰণি-বাৰণি লৈ কাঁহি-বাতি ধুই থকা তাৰ নতুন কইনাজনী। বাহি বিয়াৰ হালধি-মাহেৰে আমোল-মোলাই থকা ন-কন্যাৰ বুকুৰ নিমৰ্জাখিনি চুই চাবলৈ তাৰ বৰ মন গ'ল।

কাঁহি-বাতিখিনি পিতলৰ চৰিয়াটোত লৈ ঘূৰি চাই ইন্দ্ৰনীলক দেখি

মনোৰমা থত্-মত্ খালে। তাই হাঁহি মাৰি সুধিলে—আৰে, কেতিয়া আহিলা ? মনে মনে বৈ থাকি কি কৰিছা ?

—তোমাক চাই আছো। —ইন্দ্ৰই ওচৰ চাপি অহা মনোৰমাৰ গালত চুমা এটা খাই দিলে।

—বৰ দুষ্ট তুমি, ৰ'বা। কাঁহি-বাতিখিনি পৰি যাব।

মনোৰমা লৰা-লৰিকৈ ভিতৰ সোমাল আৰু কাঁহি-বাতিখিনি পাভতিথনৰ ওপৰত থৈ আঁচলৰ আগেৰে মুখখন মচি লৈ ইন্দ্ৰৰ ওচৰলৈ ওলাই আহিল।

—আজি হ'বলা মনত পৰিল ?

—হেঁ, কি ক'লা ?

—আজি হ'বলা মনত পৰিল ?

—হৃদয়ত অত দিনে যি ছবি অঁকা আছে, তাক আকৌ মনত পেলাব লাগেনে ?

—মনোৰমাৰ হাতখনত ধৰি ইন্দ্ৰই তাইৰ চকুলৈ চালে। নিঃসঙ্গ মানুহটোৱে যেন সঞ্জীৱনী সুধা পান কৰিবলৈ আকুল হৈ পৰিছে।

মনোৰমা মনে মনে থাকিল। ইন্দ্ৰ বিছনাখনতে বহিল।

—ভাইটিক থৈ গ'লহি হ'বলা। তোমাৰ ছাগে এতিয়াহে ভাল লাগিছে।

—ওঁ, ভাল লাগিবৰে কথা। ইমানদিন সি দূৰত আছিল। কিন্তু কি জানা ইন্দু, পেং লৈ যেতিয়া সি খোজকাঢ়ে, মোৰ হিয়াখন ভাঙি যাব খোজে।

—কি কৰিবা ? ভগ্নীলৈ ভাবি চাইছানে ? কেনে নিঠৰুৱা হ'ল ছোৱালীজনী। এইবোৰ ভাবিলে ক'ৰবালৈ গুচি যাবৰ মন যায়।

—তুমি আকৌ ক'লৈ যাবা ?

—যত মানুহ-দুনুহ কোনো নাই, তেনে এখন ঠাইলৈ, কিন্তু ভাবিলো এগৰাকী নাৰীৰ আশ্ৰয়ত থাকি পলায়নবাদী হোৱা উচিত নহয়। যিহেতু তোমাৰ প্ৰেৰণাই মোক জীয়াই ৰাখিছে।

—বাৰু, হ'ব হ'ব। বেছি ক'ব নালাগে। এতিয়া বহা, বিহু বুলি চাহ একাপকে খোৱা।

চাহ একাপ আৰু এখন প্লেটত তিলৰ পিঠা দুটা দি মনোৰমাই ক'লে—মালৈ দীপমণিৰ হাততে পিঠা দুটামান দি পঠাইছোঁ। সি কালিয়েই গ'ল, আহি পোৱাহি নাই।

তিলৰ পিঠাটো মুখত ভৰাই ইন্দ্ৰই ক'লে—আহিব, চিন্তাৰ কাৰণ নাই।

—তুমি ঘৰলৈ নগ'লা ?

—কি মুখ দেখুৱাবলৈ ঘৰলৈ যাবা ? আজি চাৰিবছৰে একো এটা কৰিব নোৱাৰিলো। ইফালে, ঘৰত আৰ্থিক অৱস্থা পানীত হাঁহ নচৰা বিধৰ। ঘৰলৈ গৈ আইৰ চকুপানী, ভনীজনীৰ কৰুণ মুখ, ফটা বিহা-মেখেলা দেখি সহ্য নহয় অ' মনো। সেই কাৰণে কিবা এটা কৰিব নোৱাৰালৈকে ঘৰলৈ নাযাওঁ। সমস্যা সমাধান কৰিব পাৰিলেহে তাকে লৈ আমি সকলোবোৰ ঘৰলৈ যাম বুলি ভাবিছোঁ।—পিচলৈ ইন্দ্ৰৰ কথাকিটা থোকা-থুকি হৈছিল। মনোৰমাই বুজিছে, ইন্দ্ৰনীলৰ অন্তৰ্দহন হৈছে। দুখ-বেদনা, অত্যাচাৰত আজি আন্দোলনৰ ডেকা ল'ৰাবোৰ জৰ্জৰিত হৈ পৰিছে। মনোৰমাই ইন্দ্ৰৰ মনৰ কথা জানিব পাৰি উছাহেৰে ক'লে—তুমি হ'বলা আমাৰ তাহানিৰ আলাবৈৰ যুদ্ধৰ কথা পাহৰিলা ? এদিনাখনতে দহ হেজাৰ সৈন্য হানি হোৱাত লাচিতৰ মন মৰি গৈছিল, তেতিয়া বুঢ়াগোহাঁই ডাঙৰীয়াই আত্মবিশ্বাসেৰে কি উপদেশ দিছিল মনত নাই ?

ইন্দ্ৰই মনোৰমাৰ চকুলৈ থৰ্ হৈ চাই থাকি ক'লে—নাই মনোৰমা।

—কৈছিল—"এইদৰে সেনা হানি হোৱাত আমি যুদ্ধৰ আশা এৰিব নালাগে। বাৰীৰ ভিতৰত পুখুৰী সিঁচিলেও আঠোটা-দহোটা মানুহক শিঙিয়ে বিন্ধে। শেষলৈ আমি কিমান ডাঙৰ মাছ ধৰিব পাৰো তালৈহে চকু ৰাখিব লাগে"। গতিকে এইটো ৰণো নহয়, আন্দোলনহে। অন্যায়ভাৱে আমাক চেপি-খুন্দি, গুলিয়াই মাৰিলে বুলি আমি বৈ যাম নে ? আমাৰ উদ্দেশ্য সফল কৰিবই লাগিব।

ইন্দ্ৰই মনোৰমাৰ হাতখন ধৰি ক'লে—ঠিক, উদ্দেশ্য সফল কৰিবই লাগিব মনোৰমা।

—এৰা ! হতাশ কেতিয়াও নহ'বা ইন্দু। ৰামসিংহই এসময়ত অসমীয়াৰ সংগঠন, শক্তি, বহুমুখী প্ৰতিভা আৰু সহযোগিতাত বিস্ময় মানিছিল। এতিয়াও আমাৰ নেতাসকলৰ প্ৰতিভা আৰু দূৰদৰ্শিতা কম নহয়। আজি আমি যদি সকলো মিলি এক হওঁ, তেনেহ'লে আমাক বলে পৰা শক্তি আন কাৰো নহ'ব।

—তুমি ঠিক কৈছা মনোৰমা, আমি হতাশ হোৱা নাই আৰু নহওঁ। কিন্তু এটা কথা তুমি মন কৰিছানে ? আমি আন্দোলন স্থগিত ৰখাৰ পিচতো বহুত ঠাইত হিংসাত্মক ঘটনা ঘটিছে আৰু তাৰ কাৰণে মিছাকৈ ল'ৰাবোৰক ধৰি নিছে। উৎপল দত্ত আৰু দিলীপকুমাৰ শইকীয়াই কালি বিবৃতিবোৰে কৈছে বোলে—উত্তৰ লক্ষীমপুৰৰ কাৰাগাৰত বৰ্তমানে চাৰিশৰো অধিক আন্দোলন-

কাৰী বন্দী হৈ আছে। তাত আন্দোলনকাৰী সকলে বিবিলাক সা-সুবিধা পাব লাগিছিল, পোৱা নাই। তাৰোপৰি, পুলিচৰ অত্যাচাৰ চলিয়েই আছে। তাত বিবিলাক ল'ৰা অসুখত ভুগিছে তাৰো কোনো ঔষধ-পাতিৰ ব্যৱস্থা হোৱা নাই। ইয়াৰ বাহিৰেও কিছুমান উৰা বাতৰিয়ে মানুহক বিভ্ৰান্ত কৰিছে।

—হয় মনোৰমা, উৰা বাতৰিয়ে মানুহক বিপথে পৰিচালিত কৰিছে।

—অ' সেই কাৰণেই হ'বলা সাহিত্য সভাৰ সম্পাদক নগেন শইকীয়াই উৰা বাতৰি আৰু অপপ্ৰচাৰত মন নিদিবলৈ অনুৰোধ কৰিছে আৰু সকলো ৰাইজ মিলি ঐক্যবদ্ধ হৈ কাম কৰিবলৈ লিখিছে।

—পিছে কি জানা মনো, পৰিস্থিতি স্বাভাৱিক কৰিবৰ কাৰণে নিৰপেক্ষ প্ৰশাসন লাগিব। দুৰ্গত সকলৰ পুনৰ সংস্থাপন, শৈক্ষিক পৰিৱেশ ঘুৰাই অনা, শান্তি-সম্প্ৰীতিৰ কাৰণে আন্দোলনৰ কাৰ্য্যসূচী স্থগিত ৰখাত বৰ্তমান চৰকাৰ বিমোৰত পৰিছে। আজি ৰাইজে বুজি পাইছে। ৰাইজে সদায় বিচাৰে শান্তিৰ পৰিৱেশ। কিন্তু, অশান্তিৰ পৰিস্থিতি ধুৰন্ধৰ ৰাজনীতিবিদে সততে বিচাৰে কাৰণ তেতিয়াহে সিহঁতৰ অভিষ্ট সিদ্ধি হ'ব। এতিয়াও গোৱালপাৰাত সৈন্যবাহিনী নিয়োগ কৰিছে কাৰণ তাত চাৰি, পাঁচ আৰু ছয় এপ্ৰিল তাৰিখে গণ্ডগোল হৈছে। এই গণ্ডগোলত ভোলা ৰায নামৰ ৬০বছৰীয়া লোক এজনে আৰু হেমন্ত ৰায নামৰ এজন লোকে মৃত্যুবৰণ কৰিবলগা হয়।

মনোৰমাই তলমুৰ কৰি কথাবোৰ শুনিলে।

—বাইদেউ। —ভাইটি সোমাই আহি মনোৰমালৈ চাই সুধিলে—মই অকণমান বাটলৈ যাওঁনে ?

—যা। কিন্তু দূৰলৈ নাযাবি।

ভাইটি ওলাই গ'ল। ইন্দ্ৰই পুনৰ মনোৰমালৈ চাই ক'লে—স্কুলবোৰ এক মে'ৰ পৰা খুলিবলৈ চেষ্টা কৰা হৈছে।

—এৰা, ইন্দু খুলিলে ভালেই হয, নহ'লে ল'ৰা-ছোৱালী বিলাকৰ যে কি হ'বগৈ, ক'বই পৰা নাই।

—চাওঁ, কি হয়। পঢ়া-শুনাৰ পৰিৱেশ ঘুৰাই আনিবলৈ আমি যথেষ্ট চেষ্টা কৰিছোঁ। বাৰু, মই এতিয়া যাওঁ মনোৰমা। কালিলৈ গুৱাহাটীলৈ যাম বুলি ভাবিছোঁ।

একেথৰে চাই থকা মনোৰমালৈ চাই থাকি ইন্দ্ৰই ক'লে—ওচৰলৈ আহাচোন!

—এইয়া দেখোন ওচৰতে আছোঁ।

—নহয় আৰু ওচৰলৈ।

মনোৰমা ইন্দ্ৰৰ গাৰ কাষলৈ চাপি গ'ল। মনোৰমাৰ মূৰটো বুকুত হেঁচি ধৰি ইন্দ্ৰ কিছু সময় বৈ থাকিল। ইন্দ্ৰই মনোৰমাৰ মূৰৰ চুলিত হাত ফুৰাই দি মনে মনে ক'লে—এইমাত্ৰ যেন মোৰ বুকুৰ মাজত সমস্ত বিফল বাসনাৰ মৃত্যু হৈছে প্ৰিয়া। মোৰ মাজত মাত্ৰ জীয়াই আছে ঃ তোমাৰ অনাবিল প্ৰেম।

মনোৰমাই ইন্দ্ৰলৈ বহল চকুহাল মেলি চালে। তাই একো মাতিব নোৱাৰিলে। ইন্দ্ৰই মনোৰমাৰ পৰা বিদায় ল'লে—

প্ৰেমৰ সপোন মোৰ
দুখনি হিয়াৰ একোটি কঁপনি
নপৰে সুখৰ ওৰ
প্ৰেমৰ সপোন মোৰ।

ইন্দ্ৰই হাঁহি এটা মাৰিলে আৰু মনোৰমাৰ কপালত চুমা এটা খাই খৰ-খৰকৈ বাহিৰলৈ ওলাই গ'ল।

মনোৰমাই ইন্দ্ৰ যোৱাৰ ফালে চাই থাকি ভাবিলে—ইন্দুৱে যেন তাইৰ ওচৰত ইমানপৰে এখন বীণহে বজাই আছিল। তেওঁ গুচি যোৱাৰ পাচত বীণাৰ সুৰবোৰ সিঁচৰিত হৈ পৰিছে তাইৰ অন্তৰে-বাহিৰে॥

॥ ৮৭ ॥

সদৌ অসম ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ যুটীয়া কাৰ্য্য নিৰ্ব্বাহিক সভাত এপ্ৰিল মাহৰ শ্বহীদ সকলৰ নামৰ তালিকা প্ৰস্তুত কৰিলে। কামৰূপৰ চৰাইবাৰী গাৱঁৰ সত্যাগ্ৰহ কৰিবলৈ যাওঁতে প্ৰবীণ দাস পুলিচৰ গুলীত নিহত হয়। তাৰ পিচত গোৱালপাৰা জিলাৰ বেনাবাৰী গাৱঁৰ কুলেন ৰায়, পঞ্চাবিল গাৱঁৰ প্ৰভাত বৰ্ম্মণ বি. এচ্ এৰুৰ গুলিত নিহত হয়। তাৰ বাহিৰেও ভবানী সূত্ৰধাৰ, উমেশ দাস, পূৰ্ণ বিশ্বাস, যুগসু ৰায়, কৰিন্দ্ৰ বৰ্ম্মণ, অনুকূল

গোস্বামীয়ে দুৰ্বৃত্তৰ হাতত প্ৰাণ দিব লগা হয়। তাৰোপৰি, কতজন আহত হৈছে, তাৰ লেখ নাই।

পুতুল, ভৃগু, অতুল বৰা, বিৰাজ শৰ্ম্মা, বৃন্দাবন গোস্বামীয়ে পোন্ধৰ আগষ্টৰ পৰা নিৰ্দ্ধাৰিণ কৰা কাৰ্য্যসূচী পুণৰ আলোচনা কৰিলে। ১৫আগষ্ট তাৰিখে আছুৰ উদ্যোগত ৰাজ্যৰ ১৮খন ঠাইত কেন্দ্ৰীয়ভাৱে স্বাধীনতা দিবস পালন কৰা হ'ব আৰু চৰকাৰী কাৰ্য্যসূচী বৰ্জ্জন কৰা হ'ব। ১৭আগষ্ট তাৰিখে ছাত্ৰ-ছাত্ৰীসকলে বান-পীড়িত অঞ্চললৈ গৈ সাহায্য আগবঢ়াব লাগিব, ২২আগষ্ট তাৰিখে সমগ্ৰ অসমত এঘণ্টা নিষ্প্ৰদীপ পালন কৰিব আৰু ২০আগষ্টৰ পৰা ৩০আগষ্টলৈ ৰাইজক পৰিস্থিতি অৱগত কৰাৰ বাবে সমগ্ৰ অসমৰ ঠায়ে ঠায়ে সভা-সমিতি পাতিব। ২৯ আৰু ৩০আগষ্টত ২৬ঘণ্টীয়া অসমবন্ধ পালন কৰা হ'ব।

১৫আগষ্ট তাৰিখে পালন কৰা মঞ্চত ৰাষ্ট্ৰীয় পতাকাৰ লগত ছাত্ৰসন্থাৰ পতাকা এফুট তলত উত্তোলন কৰা হ'ব। তাৰোপৰি, ১৯৮০চনৰ ১০জুনত লোৱাৰ দৰে কৰিম বা মৰিম প্ৰতিজ্ঞা লৈ পুণৰ আন্দোলন দৃঢ়তাৰে কৰি যাবলৈ ৰাইজক আবেদন জনাব।

বিভিন্ন ঠাইত নাগৰিক বা মুক্তি যুঁজাৰু বা দুই সংগঠনৰ কাৰ্য্য নিৰ্ব্বাহকৰ সদস্য সকলে পতাকা উত্তোলন কৰিব। সকলো কথা থৰচি মাৰি আলোচনা কৰাৰ পাচত শ্ৰীঅতুল বৰাই পুতুললৈ চাই ক'লে—ফুকনে ডিব্ৰুগড়ত আৰু তুমি লক্ষীমপুৰত পতাকা উত্তোলন কৰিব লাগিব।

পুতুলে নম্ৰভাৱে হাঁহি মাৰি ক'লে—হ'ব বাৰু।

বৃন্দাবন গোস্বামীযে কিছুসময় মনে মনে চিন্তা কৰি থকাৰ পিচত অতুল বৰালৈ চাই ক'লে—আমি বিদেশী সমস্যাৰ সমাধান কৰিবলৈ যাওঁতেই এক-এবুৰি সমস্যাৰ সন্মুখীন হ'ব লগা হৈছে।

—এৰা, সেইবোৰ সমস্যাৰ এটা সৃষ্টিশীল উদ্যমেৰে আশু সমাধান কৰিব পাৰিলেহে আচল বিদেশীৰ সমস্যা সমাধান হ'ব।

—ঠিক কথা কৈছে ববাদেউ। আমি স্বাধীনতাৰ পিচৰ কালছোৱাত এটা উচ্চস্তৰৰ সাংস্কৃতিক চেতনাৰ অধিকাৰী হ'ব নোৱাৰিলো। অসম দেশ অপ-সংস্কৃতিয়ে বুৰাই পেলাইছে। সমাজৰ বিবেক আৰু সাংস্কৃতিক মূল্যবোধ আজি ধ্বংসৰ ফালে গতি কৰিছে, ঐক্য-সংহতিৰ ভাঙোন ধৰিছে। অসমত বাস কৰা অসমৰ ভূমিপুত্ৰসকল আমি হতাশাত ভুগি থকা দেখিবলৈ পাইছো।

সন্দেহ, অবিশ্বাস আৰু অনাস্থাৰে অসমৰ প্ৰতিটো জনগোষ্ঠী, বাইজৰ মন যেন আজি ভাৰাক্ৰান্ত হৈ পৰিছে। আনহাতে বাইজৰ মাজত বিভাজনৰ সুবিধা লৈ এচাম স্বাৰ্থান্বেষী ব্যক্তিয়ে নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ অসমৰ ঘৰ ঘৰৰ পিৰালিৰ চুকত জোপ্ লৈ অসমক খণ্ড খণ্ড কৰিবলৈ বাট চাই আছে। আটাইতকৈ ডাঙৰ কথা হৈছে যে, অসমৰে এচাম ৰাজনৈতিক দালালে অসমৰ স্বাৰ্থৰ বিপৰীতে তেওঁলোকক উচতাই দি শান্তি-সম্প্ৰীতি ভঙ্গ কৰিবলৈ অহৰহ চেষ্টা চলাই আহিছে।

—সেই কাৰণেই আমি নতুন পথৰ দিক্ নিৰ্ণয় কৰিবৰ হ'ল। অসমীয়া জাতি গঢ়িবৰ হ'লে বিভেদমূলক চিন্তাধাৰা পৰিহাৰ কৰিব লাগিব আৰু যিবিলাক লোক বৰ্তমানেও অৰ্থনীতি, শিক্ষা আৰু সামাজিক মৰ্য্যাদা পোৱাত পৰা পিছ পৰি আছে, সেই শ্ৰেণীৰ লোকক আত্মপ্ৰতিষ্ঠা কৰিবলৈ সুবিধা দিব লাগিব। অসমৰ বৰ্তমান পুঁজিবাদী আমোলাতান্ত্ৰিক চৰকাৰে অসমৰ এনে সুস্থ আৰু কাৰ্য্যকৰী নীতি গ্ৰহণ কৰিবলৈ নিদিয়ে। অসমৰ জাতীয় সম্পত্তি নষ্ট কৰাৰ কাৰ্য্যপন্থা হাতত লোৱা এচাম ৰজাই ৰাজনৈতিক পুথুৰীত জাকৈ-খালৈ মাৰি অসমৰ ঐক্যৰ বোৱঁতী সোঁতত বাধা দি মাজ বাটতে শিখণ্ডিস্বৰূপ হৈ থিয় হৈ আছে। যাৰ ফলস্বৰূপে অসম অৰ্থনৈতিক দুৰ্বলতাৰ ৰোগত ভুগিব লাগিছে। বিদেশী প্ৰব্ৰজনকাৰীৰ অবাধ জনস্ৰোত দেখি অসমত বাস কৰা বিভিন্ন জনগোষ্ঠী আজি উদ্‌বিগ্ন আৰু আতংকিত হৈছে। বৃটিছ চৰকাৰৰ দিনতো এই কথা বিধানসভাৰ মজিয়াত উত্থাপিত হৈছিল, কিন্তু সেই সময়ত বৃটিছ চৰকাৰ আছিল নিৰ্বিকাৰ। তেতিয়া চাদুল্লা চাহাবে নিজৰ ৰাজনৈতিক ভৱিষ্যত সুৰক্ষিত কৰিবলৈ মুছলিম লীগৰ ওচৰত অসমক সমৰ্পণ কৰিছিল আৰু লক্ষ লক্ষ মমুৱাক অসমলৈ আনিবলৈ বৃটিছ চৰকাৰক সহায় কৰিছিল। উদ্দেশ্য আছিল, অসমৰ বকুত সাম্প্ৰদায়িক ভেদ নীতি শক্তিশালী কৰি গঢ়ি তুলি ৰাজশোষণৰ ক্ষেত্ৰ বহল কৰা।

—আৰু এই জনসংখ্যাৰ বৃদ্ধিৰ পৰিণাম স্বৰূপে ১৯৪৬চনত অসমক পূৰ্ববঙ্গৰ লগত চামিল কৰি দিয়াৰ প্ৰস্তাৱ কেবিনেট মিছনে আগবঢ়াইছিল।

সেইখিনি সময়তে ইন্দ্ৰ আহি উপস্থিত হ'লহি। সকলোৱে ইন্দ্ৰলৈ চালে। বৃন্দাবন গোস্বামীয়ে ক'লে—ইন্দ্ৰ! তোমাৰ ভালনে?

—হয়। আপোনালোকৰ?

—দেখিছাই নহয়।

—অতুলদাদা কেনে আছে ?

—কুশলে বোপা ! এতিয়া তোমালোকে কথা পাতা, আমি যাওঁ।' গোস্বামী, বলক।

তেওঁলোক যোৱাৰ পাচত পুতুলে ইন্দ্ৰলৈ চালে আৰু ক'লে—তই আহিলি বৰ ভাল কৰিলি। এই বাচিদুলটো আহিছে বোলে ?

—অঁ, আহিছে। কোনোমতে জেলৰ পৰা মুক্তি পালে। পিছে সি এদিনহে আছিল, এতিয়া নাই।

—ক'লৈ গ'ল ?

—কোনেও ক'ব নোৱাৰে।

পুতুল চিন্তিত হ'ল—ল'ৰাবিলাকৰ কি হৈছে।

—বুজিছ পুতুল, মোৰো মনৰ স্থিৰতা হেৰাই গৈছে। ভাল লগা নাই। আচল কথা কি জান। আন্দোলনটো স্থগিত ৰখাৰ কাৰণে গা-মনবোৰ ভাল লগা নাই। আকৌ আন্দোলন কেতিয়া চলাবি ? মনত ৰাখিবি, দীঘলীয়া ছুটীয়ে স্থবিৰতা আনে।

—এৰা ইন্দ্ৰ, তই ঠিকেই কৈছ। আমি নতুন কাৰ্য্যসূচী তৈয়াৰ কৰিছোঁ। বুজিছ ইন্দ্ৰ। অসমৰ ৰাইজ বৰ্ত্তমানে আন্দোলনৰ নামত বলিযা হৈ পৰিছে। তেওঁলোকক সু-সংগঠিত কৰি সুপথে পৰিচালিত কৰি আগবঢ়াই নিয়াতো আমাৰ কৰ্ত্তব্য।

—পুতুল, ৰাইজক পৰিচালিত কৰা বৰ ডাঙৰ কথা। তেওঁলোকক সৎপথে আগবঢ়াই নিব নোৱাৰিলে ফল ভয়াবহ হোৱাৰ সম্ভাৱনা বেছি। আজি অসমৰ ৰাইজ হতাশাত ভুগি ভুগি অস্থিৰ হৈ পৰিছে। তেওঁলোকক এটা নতুন পথৰ সন্ধান লাগে। অসমৰ জীয়াতু ভোগা মানুহখিনিয়ে কিবা পৰিৱৰ্ত্তন বিচাৰিছে। চাকৰি, ঠিকা-ঠুকলী, উদ্যোগ, কাঠৰ ব্যৱসায় আদি সকলো ক্ষেত্ৰতে অসমৰ ডেকা ল'ৰাবোৰে আজি বিমুখ হৈ হতাশাত ভুগিছে। বৰ্ত্তমান উত্তৰ-পূব ৰেলৰ বিবোৰ চাকৰি ওলাইছে, অসমৰ থলুৱা লোকৰ তাত স্থান নাই। তাৰোপৰি, কেতিয়াবা ৰেল বিভাগৰ পৰা অসমৰ নিবনুৱা ডেকালৈ নিযুক্তি পত্ৰ পঠিয়াই অৱশেষত চাকৰি নাই বুলি কোৱাৰো উদাহৰণ আছে। তাৰোপৰি শতকৰা ১৫ভাগ জনজাতিৰ বাবে চাকৰি সংৰক্ষিত নীতিকো ৰেল বিভাগে উলংঘা কৰিছে।

—বুজিছ ইন্দ্ৰ ! অসমৰ অস্থিৰ অৱস্থাৰ সুযোগ লৈ ন্যস্ত স্বাৰ্থচক্ৰই থলুৱা

সকলক বঞ্চিত তথা লাঞ্চিত কৰা ব্যৱস্থা গ্ৰহণ কৰিছে যেন লাগে। আজি পিয়ল আয়ুক্ত আৰু ভাৰতৰ ৰেজিষ্ট্ৰাৰ জেনেৰেলৰ প্ৰতিবেদন মতে, দেশৰ জনসংখ্যা বৃদ্ধি অত্যাধিক। ১৯৭১-৮১চনত দেশৰ জনসংখ্যা বৃদ্ধিৰ হাৰ শতকৰা ২৪৭ আৰু তাৰ বিপৰীতে অসমত জনসংখ্যা বৃদ্ধিৰ হাৰ শতকৰা ৩৬.৩। এনে বৃদ্ধিৰ বিপৰীতে চাকৰি-বাকৰিৰ ক্ষেত্ৰত থলুৱাসকলক পৰিকল্পিতভাৱে বঞ্চিত কৰা হৈছে। তেনেহ'লে, তাতোকৈ পৰিতাপৰ কথা কি হ'ব পাৰে?

—পুতুল। আৰু এটা আচৰিত কথা হৈছে যে—ৰেল লাইন আৰু ৰেল ষ্টেচনক কেন্দ্ৰ কৰি অবাধ বেদখল চলাই থকা হৈছে।

কথা কৈ কৈ ইন্দ্ৰই চিগাৰেট এটা জ্বলালে আৰু ক'লে—ব'ল, অলপ ওলাই যাওঁ।

পুতুলে কাগজ-পত্ৰবোৰ সামৰিলে আৰু ইন্দ্ৰৰ লগত ওলাই গ'ল।

তেতিয়া সন্ধিয়া নামি আহিছিল। সন্ধিয়াৰ কাজলসনা চুলিখিনিযে আকাশৰ নীলা ৰংখিনিত কিবা এটা মাদকতাৰ সৃষ্টি কৰিছিল। সিহঁত গৈ লুইতৰ পাৰ পাইছিলগৈ। লুইতৰ পাৰ মনিব নোৱাৰা হৈ আছে। লুইতৰ বুকুত কেতিয়া যৌৱন-প্লাৱন নামি আহিছিল?

সিহঁতে লুইতৰ পাৰত থিয় হৈ শুনিবলৈ চেষ্টা কৰিছিল ঃ লুইতৰ বুকুৰ কথা।

॥ ৮৮ ॥

সময় বাগৰিল। অসমৰ বক্ষাক্ত মজিয়াত '৮৩চনৰ ১৫আগষ্টৰ পিচৰ আন্দোলনৰ কাৰ্য্যসূচীবোৰ এটা এটাকৈ ৰাইজে আন্তৰিকতাৰে পালন কৰি গ'ল। পোষ্টাৰিং, পথবন্ধ, আলোচনাচক্ৰ, শ্বহীদ দিৱস পালন, নিষ্প্ৰদীপ, গণ অনশন, কৰ্ম্মচাৰীৰ গণ-স্মাৰক পত্ৰ দাখিল, নগাঁও জিলাৰ পথবন্ধ আৰু বিশ্ববিদ্যালয় চৌহদত আছুৰ উদ্যোগত সৰ্বভাৰতীয় বিৰোধী দলৰ অভিবৰ্ত্তন অনুষ্ঠিত হৈ গ'ল।

তাৰ পিচত অসমলৈ আহিল ১৯৮৪চন। জানুৱাৰী মাহৰ দহ আৰু

এখাৰ তাৰিখে সদৌ অসম ছাত্ৰসন্থাৰ সৌজন্যত অসম কৃষি বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণত প্ৰথম জাতীয় অভিবৰ্তন হৈ গ'ল।

ইন্দ্ৰই সকলো সময়তে প্ৰতুলৰ লগত সাৰথি হিচাবে থাকি এদিন নগাৱঁলৈ যাবলৈ ওলাল। ইন্দ্ৰ যাবলৈ ওলোৱা দেখি প্ৰতুলৰ বেয়া লাগিল।

—তই তেনেহ'লে যাবলৈ ওলালি ইন্দ্ৰ?

—এৰা, বহুত দিন হ'ল নহয়?

—তই তেনেহলে ২৬জানুৱাৰীৰ দিনা নগাৱঁত থাকিবি?

—থাকিম! এতিয়া আমাৰ কাম আৰু গুৰুতৰ হৈ আহিছে প্ৰতুল। এইবাৰ আমি সুনিশ্চিত সমাধান সূত্ৰ উলিয়াবই লাগিব। —তাৰ কাপোৰবোৰ বেগটোত ভৰাই লৈ ইন্দ্ৰ পোন হৈ থিয় হ'ল আৰু প্ৰতুললৈ চাই ক'লে—মই যাওঁ প্ৰতুল! দেৰি হ'লে বাছ নাপামগৈ। —কথা কৈ কৈ সি প্ৰতুলৰ কোঠালিটোৰ পৰা ওলাই গ'ল। সি আৰু পিচলৈ ঘূৰি নাচালে।

বিশ্ববিদ্যালয়ৰ মাজৰ সৰু আলিটোৱেদি খৰকৈ খোজকাঢ়ি যাওঁতে ইন্দ্ৰই মনতে ভাবিলে—সি এটা অহিংস সৈনিক। এৰা, অহিংস সৈনিকে কোনো সময়তে পলায়ন নকৰে, কিয়নো অহিংস হ'ল এটা প্ৰচণ্ড সক্ৰিয় শক্তি। সেই কাৰণেই হয়তো দুৰ্ব্বল মনৰ লোকে অহিংসাৰ আশ্ৰয় লব নোৱাৰে। সি আগবাঢ়িল। মাঘ মাহৰ সেমেকা বতাহজাকে তাক কঁপাই তুলিলে।

সি গৈ বিশ্ববিদ্যালয়ৰ সন্মুখতে বাছত উঠিলগৈ আৰু প্ৰায় আধা ঘণ্টাৰ পাচত পাণ বজাৰত নামি চৰকাৰী বাছষ্টেণ্ড পালেগৈ। পাঁচ বজাৰ নগাৱঁলৈ যোৱা বাছখনত টিকেট এটা কাটি সি বহি ললে। অলপ সময়ৰ পাচতে গাড়ী নগাঁও অভিমুখে ৰাওণা হ'ল। গাড়ীৰ ঘৰ্-ঘৰণিৰ শব্দত ইন্দ্ৰৰ মনত ভাৱৰ হেন্দোলনি উঠিল। হৈ যোৱা জাতীয় অভিবৰ্ত্তনৰ কথাবোৰ তাৰ মানস পটত ছাঁয়াচিত্ৰৰ নিচিনাকৈ এটা এটাকৈ পাৰ হ'বলৈ ধৰিলে।

সদৌ অসম ছাত্ৰসন্থাই আয়োজন কৰা জাতীয় অভিবৰ্তনে অহিংস, গণতান্ত্ৰিক আৰু ধৰ্মনিৰপেক্ষ পদ্ধতিৰে বিদেশী নাগৰিক বহিস্কাৰৰ বাবে চলোৱা আন্দোলনৰ মূল নীতিৰ প্ৰতি সমৰ্থন আগবঢ়াইছে। ভৱিষ্যতেও এই নীতিকেই অব্যাহত ৰাখিবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰিছে। তাৰোপৰি জাতীয় অভিবৰ্তনে অনুভৱ কৰিছে যে বৃহত্তৰ অসমীয়া সমাজখনৰ পুনৰ নিৰ্ম্মাণৰ কাৰণে সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, সাংস্কৃতিক দিশত সকলো জনগোষ্ঠীৰ আশা-আকাঙ্ক্ষা পূৰ্ণ কৰিব পৰাকৈ এখন কাৰ্য্যসূচী প্ৰণয়ন

কৰা জৰুৰীভাৱে প্ৰয়োজন হৈছে। কিন্তু, অসমত বাস কৰা এই বিভিন্ন জনগোষ্ঠীৰ লগত জনসংযোগ স্থাপন নকৰিলে তেওঁলোকৰ মনৰ কথা, প্ৰাণৰ কথা বুজিব পৰা নহ'ব। জনজাতীয় ৰাইজৰ বুকুৰ বেদনা বুজিব পাৰিব লাগিব, বিভিন্ন জনগোষ্ঠীক বুজাব পাৰিব লাগিব ঃ অসমৰ অখণ্ডতা ৰক্ষা কৰাৰ কথা। অসমৰ ৰাইজৰ ভুল বুজা-বুজি হৈছে, আত্মীয়তা-বিশ্বাস হেৰাই গৈছে, আমি ৰাইজৰ মাজত এই অবিশ্বাসৰ ভাব আঁতৰাবলৈ হ'লে অসমৰ নিতান্ত পিচপৰা অঞ্চলবোৰত সভা-সমিতি পাতিব লাগিব। আৰু জনসংযোগৰ মাধ্যমেৰে জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্ব্বিশেষে সকলো শ্ৰেণীৰ মাজত প্ৰীতিৰ বান্ধোন কট্-কটীয়া কৰিব লাগিব।

গাড়ীখন আগবাঢ়িছে। পাৰ হৈ গৈছে আলিবাটৰ দুয়োকাষৰ বন-বননি, গছ-গছনিবোৰ। সি পুনৰ ভাব সাগৰত ডুব গ'ল। হৈ যোৱা জাতীয় অভিবৰ্তনে দৃঢ়মত পোষণ কৰিছে যে—সদৌ অসম ছাত্ৰসন্থাই দলগত ৰাজনীতিৰ পৰা আঁতৰি থাকি সন্থাৰ চৰিত্ৰ অটুট ৰাখিও আন্দোলনৰ অভিজ্ঞতা আৰু অভিবৰ্তনৰ উত্থাপিত অভিমতৰ প্ৰতি সঁহাৰি জনাই অসমৰৰ জনসাধাৰণক ৰাজনৈতিকভাৱে সংগঠিত কৰাৰ পৰিৱেশ সৃষ্টি কৰিব পাৰিব। ইন্দ্ৰই চকু দুটা মুদি দিলে। অভিবৰ্তনত অধিক সংখ্যক বক্তাই ৰাজ্যখনত ক্ষমতা লাভ কৰিবৰ কাৰণে এটা শক্তিশালী আঞ্চলিক দল গঠন কৰিবলৈ পৰামৰ্শ দিয়ে। —ইন্দ্ৰৰ গাটো হঠাতে ৰোমাঞ্চিত হ'ল। আঞ্চলিক দল। আঞ্চলিক দলটো বাৰু কেনেকুৱা হ'ব লাগিব ?

ৰাইজৰ স্বাৰ্থৰ প্ৰতি সঁহাৰি জনাই আঞ্চলিক দলটোৱে কাম-কাজ কৰিব লাগিব। শ্বহীদ সকলৰ আত্মাৰ শান্তিৰ কাৰণে সৎ আৰু ন্যায়ৰ পথ গ্ৰহণ কৰিব লাগিব। দলটোৰ মাজত কোনো ধৰণৰ দুৰ্নীতি নাথাকিব। ভোগবিলাসৰ পৰা আঁতৰি অসমৰ মাটি-পানীৰ লগত নিমজ্জিত হৈ থকা জনসাধাৰণৰ হাতত হাত মিলাই খোজ দিব পাৰিব লাগিব। কৃষক, মজদুৰ, শ্ৰমিক, দুখীয়া-নিচলাৰ স্বাৰ্থৰ প্ৰতি চকু ৰাখি এখন নতুন সমাজ প্ৰতিষ্ঠা কৰিব পাৰিব লাগিব।

কিন্তু মানুহৰ জীৱন আৰু তাৰ সমস্যাৱলী অধ্যয়ন কৰাটো সহজ কথা নহয়। প্ৰকৃত সেৱাৰেহে এই কাম কৰা সহজ হয়। কিয়নো, জীৱন্ত সত্যক বাদ দিলে ভগৱানক যে ক'তো বিচাৰি পাব নোৱাৰি। "Without living truth God is nowhere"। সেই কাৰণে প্ৰকৃত ৰাজনৈতিক কৰ্ম্মী তৈয়াৰ

কৰিব লাগিব। লগতে ৰাইজৰ কৰ্ত্তব্য হ'ব লাগিব নিঃস্বাৰ্থভাৱে সহযোগিতা কৰি আঞ্চলিক দলটোক আগবঢ়াই নিয়া।

গাড়ী আগবাঢ়িল, আগবাঢ়িল তাৰ মনৰ চিন্তা,—অভিবৰ্ত্তনখনে আৰু কেইটামান গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰিছে। যেনে ঃ—অবৈধ বিধানসভা ভঙ্গ কৰি দিব লাগে। কেন্দ্ৰীয চৰকাৰে বিদেশী নাগৰিক চিনাক্তকৰণৰ কাৰণে ১৯৭১চনক ভিত্তি বছৰ হিচাবে লৈ একপক্ষীয়ভাৱে ঘোষণা কৰা অ-সাংবিধানিক আৰু ৰাজনৈতিক উদ্দেশ্য প্ৰণোদিতভাৱে প্ৰণয়ন কৰা অবৈধ প্ৰব্ৰজনকাৰীৰ ন্যায়াধিকৰণৰ দ্বাৰা চিনাক্তকৰণ আইনৰ বিৰোধীতা কৰি ইয়াৰ প্ৰতিবাদ জনাব লাগে।

অসমৰ স্বাৰ্থ বিৰোধী শক্তি সমূহৰ অপপ্ৰচাৰ, বিশেষকৈ ইচলাম ধৰ্মাৱলম্বী ভাৰতীয় সকলৰ মাজত অবিশ্বাস আৰু আশংকাৰ ভাৱৰ সৃষ্টি কৰিবলৈ চেষ্টা চলাইছে, এনে পটভূমিত ধ্বংসকাৰী সাম্প্ৰদায়িকতা শক্তি সমূহক বাধা প্ৰদান কৰিবলৈ অসমৰ সকলো শ্ৰেণীৰ লোকসকল সতৰ্ক হ'ব লাগিব। বিদেশী নাগৰিকৰ বহিস্কাৰ আন্দোলনত যি সকল শ্বহীদ হ'ল, ঘূণীয়া হ'ল আৰু নিৰ্য্যাতিত হ'ল, সেই সকলৰ প্ৰতি জাতীয দায়িত্ব আছে বুলি অভিবৰ্তনত ঘোষণা কৰা হ'ল আৰু সেই সকলৰ কাৰণে স্থাযী ব্যৱস্থাও লব লাগিব বুলি অভিবৰ্ত্তনে প্ৰস্তাৱ গ্ৰহণ কৰিলে।

ইন্দ্ৰনীলে কাষৰ খিৰিকিখন খুলি দিলে। চেঁচা বতাহ এজাক বাছখনৰ ভিতৰলৈ সোমাই আহিল। তাৰ ভাল লাগি গ'ল। চিন্তাই তাৰ মুৰটো গৰম কৰি তুলিছে। সি খিৰিকিৰে দেখিলে ঃ দূৰৰ বিস্তূৰ্ণ পথাৰ, শস্যবোৰ পথাৰত নাই। আছে ঃ শুকান নবাবোৰ। এদিন এই শুকান পথাৰখন বাৰিষাৰ বৰষুণত প্ৰাণ পাই উঠিব আৰু শস্য-শ্যামলা হৈ পৰিব। পথাৰভৰা পকা ধানেৰে পথাৰ সোণোৱালী হ'ব। সি মনতে হাঁহিলে—দিন সদায় একেদৰে নাথাকে, পৰিৱৰ্তন হয। সেইদৰে অসমত আঞ্চলিক দল গঠন কৰি এটা ৰাজনৈতিক পৰিৱৰ্তন আনিব লাগিব। দলটো যদি শাসনত অধিষ্ঠিত হ'ব পাৰে, তেনেহ'লে সমস্যাৰাজি সমাধান কৰাত সুবিধা হ'ব। কিন্তু এইখিনি কৰিবলৈ যাওঁতে ৰাইজৰ দৃঢ়তা লাগিব, ধৈৰ্য্য লাগিব।

ধৈৰ্য্য ৰাইজৰ আছে, কিয়নো সকলোৰে আত্মাৰ নিৰ্ম্মল গভীৰতাত জাগি উঠিছে ঃ একেটাই বাসনা। —যি বাসনাই অসমৰ জনতাক উদ্বুদ্ধ কৰিছে, কিয়নো এটা উচ্চ, পবিত্ৰ, সৎ আৰু ন্যায় শক্তিৰ ওচৰত অসমৰ ৰাইজে নিজকে

মৃত্তভাৱে এৰি দিবলৈ বিচাৰিছে। আজি অসমৰ বাইজৰ শক্তি সূৰ্য্যৰ প্ৰতাপৰ দৰে। আজি ৰাইজৰ দৃষ্টিত জাগি উঠিছে ঃ বসন্তৰ তপ্ত সমীৰণ, যাৰ প্ৰশ্বাসত কোনো অহংভাৱ, স্বাৰ্থ, বুদ্ধি টিকি থাকিব নোৱাৰে।

ইন্দ্ৰই মনত, প্ৰাণত কিবা এটা শিহৰণ অনুভৱ কৰিলে। তাৰ মনটোৱে যেন বাৰে বাৰে বাহিৰলৈ দৌৰ মাৰিবলৈ চেষ্টা চলালে। এইয়া যেন তাৰ কাৰণে ভৱিষ্যতৰ নিমন্ত্ৰণ। এই নিমন্ত্ৰণ সি ৰক্ষা কৰিবই লাগিব। আনন্দ আৰু আগ্ৰহেৰে সেই মুহুৰ্ত্তটোৰ লগত মুখা-মুখি হ'বলৈ তাৰ প্ৰাণ পখীটোৱে হাঁহাকাৰ কৰি উঠিল।

সেই সময়ত গাড়ীৰ ঘৰ্-ঘৰণিত পিঞ্জৰাবদ্ধ পখীটোৰ প্ৰাণৰ হাঁহাকাৰ কোনেও নুশুনিলে।

॥ ৮৯ ॥

গাড়ীৰ পৰা নামিয়েই ইন্দ্ৰ আহি জীৱনহ'তৰ ঘৰ পালেহি। ভণ্টীৰ খবৰ ললে। বহুত দিনৰ পিচত ভণ্টীয়ে ইন্দ্ৰক দেখি কান্দি পেলালে। ইন্দ্ৰই ভণ্টীক ওচৰলৈ চপাই আনি মৰমেৰে ক'লে—নাকান্দিবি ভণ্টী। তই কান্দিলে মই বৰ দুখ পাওঁ। ভাল কাম কৰিলে সদায় ভাল স্থান পায়। জীৱনে দেশৰ কাৰণে প্ৰাণ দিলে গতিকে তাৰ স্থান সদায় ওপৰত থাকিব ভণ্টী। আমাৰ নিচিনা হতভগাৰ স্থান হে ক'ত হয়, ক'ব নোৱাৰোঁ। বাৰু এতিয়া যা, মোক একাপ চাহ কৰি দে। মই গুৱাহাটীৰ পৰা তোৰ খবৰ লবলৈ পোনে পোনে আহিছোঁ, তই আকৌ কান্দিছ।

ইন্দ্ৰ ৰহিল। ভণ্টীয়ে লবালৰিকৈ চাহ একাপ কৰি আনি তাৰ হাতত দিলেহি।

চাহ কাপত ঢোক মাৰি ইন্দ্ৰই আমেজত গা এৰি দি সুধিলে—ৰঙ্গিদল আকৌ আহিল নে?

—আহিল। কিবা এখন দোকান দিবলৈ যোগাৰ কৰিছে।

—ভালেই হৈছে দে, কামত লাগিলে তাৰ মনটো ভাল হ'ব।

—বুজিছে ককাইদেউ, লাচিতদা আৰু কমলদাহঁতে এতিয়াও মুক্তি নাপালে কাৰণে তাৰ মনটো বেয়া।

—এৰা, সিহঁতক মুক্তি দিয়াৰ পৰা নাই। নতুন ধাৰাত পেলাই সিহঁতক বন্দী কৰি ৰাখিছে। কন্দৰ্প, অতুল মেধিকো কম মৰিওৱা নাই, সিহঁতো জেলত আছে। ইফালে মামণিজনীক বুট জোতাৰে গছকাৰ কোবত কংকালৰ বিষত বোলে শয্যাশায়ী হৈছে, হয়নে?

—অঁ ককাইদেউ, মামণি বাইদেউৰ বোলে টানেই।

—তই গৈছিলি নেকি?

—নাই যোৱা, সৰস্বতী বাইদেউহঁতে কৈছে।

—হয় নেকি? পিছে দীপিকা, স্বৰস্বতী সিংহা, মণিৰুণহঁতৰ ভালনে?

—ভালেই। বৰ্তমানে আকৌ কামত লাগি গৈছে। হয়নে ককাইদেউ, তোমালোকে বোলে এটা আঞ্চলিক দল গঠন কৰিবা?

—তই ক'ত শুনিলি?

—ইয়াতে শুনিলো, মানুহৰ মুখে মুখে। আঞ্চলিক দল গঠন কৰিলে তোমালোক বোলে এম্, এল, এ, মিনিষ্টাৰ হ'ব পাৰিবা।

—ধেৎ পাগলী, এইবোৰ কথা তোক কোনে কৈছে? পিছে প্ৰথম জাতীয় অভিবৰ্তনত এনে এটা কথা চিন্তা কৰা হৈছে। এটা নিজৰ দল হ'লে, ৰাজনৈতিকভাৱে ৰাইজক সচেতন কৰি এখন নতুন সমাজ গঢ়াৰ আঁচনি যুগুতাব পৰা যাব।

—তাৰ মানে ককাইদেউ?

—তাৰ মানে, আমি বৰ্তমানে অৰ্থনৈতিক দিশত বহুত পিচ পৰি আছো। এই দিশটো টেনকিয়াল কৰিব নোৱাৰিলে আমি একো কৰিব নোৱাৰিম। আমি প্ৰথমেই আত্মনিৰ্ভৰশীল হ'ব লাগিব। যিখন আঁচনিৰ দ্বাৰা দুখীয়া-সুখীয়া সকলো ৰাইজ উপকৃত হ'ব, তেনে আঁচনি ভণ্টী।

ভণ্টিয়ে হাঁহিলে।

—হাঁহিলি কিয়?

—ইন্দ্ৰ ককাইদেউ, সিদিনা ভৰত নৰহ আহিছিল নহয়। জুবিলি পথাৰত সিহে বক্তৃতা দিলে। ৰাইজে খুউব ভাল পাইছে।

—কি ক'লে?

—বক্তৃতাত ক'লে বোলে—ৰাইজ, আমি আত্মনিৰ্ভৰশীল হ'ব লাগিব।

পিচে ঠেলা-ৰিক্সা চলালে আপোনালোকে জানো আমালৈ ছোৱালী বিয়া দিব? আপোনালোকে ইঞ্জিনীয়াৰ, ডাক্তৰ হে বিচাৰিব?

ইন্দ্ৰই হাঁহি হাঁহি ক'লে—ভৰতে আচল কথাকে কৈছে। অসমীয়া সমাজখনে তেনে গতিত উধাও হোৱা মিছা নহয়। আমি সৰু-সুৰা কাম কৰিলে লোকে হাঁহিব, ইতিকিং কৰিব এনে ভাব আমাৰ আছে আৰু সেই ভাব আমাৰ মনলৈ আহিবলৈ সমাজে বাধ্য কৰিছে। কাৰণ আমি নিজেও একো নকৰো। লোকে কৰিলেও হাঁহো, ইয়াৰ ফলত আমাৰ ডেকাচাম এলেহুৱা হৈছে, চাকৰিমুখী হৈ ঘূৰি ফুৰিছে।

সেইখিনি সময়তে মিনতি পেহী আহি ইন্দ্ৰক দেখি সুধিলে—বোপাই, কেতিয়া আহিলি?

—এইমাত্ৰ পেহী।

পেহীক দেখি ভণ্টীয়ে উছাহেৰে ক'লে—পেহী, পেহী। মই যে সপোন দেখিছিলোঁ ফলিযাইছে, বুজিলা।

ইন্দ্ৰই মিনতি পেহীলৈ চাই সুধিলে,—কি সপোন পেহী?

—ইস্ নকবি দে, এইজনীয়ে মাজৰাতিখন সেইদিনা যিহে আটাহ পৰিলে—

—কিয়?

—কি হ'ব আৰু? সপোন দেখিছিল—প্ৰফুল্ল, ভৃগু বোলে হাতীত উঠি গৈছে।

—অ' সেইটো কথা। —ইন্দ্ৰই ৰবকৈ হাঁহিলে। হাহি হাঁহি ক'লে—অৱশ্যে সিহঁত ৰজা হ'লে হাতীতেই যাব।

—হেৰ' বোপাই, থ। আজি ছয় বছৰে সমস্যাটোকে সমাধান কৰিব নোৱাৰিলিহঁক। এতিয়া আকৌ ৰজা? ইফালে সমস্যাই পোৱালী পাৰিব লাগিছে। এনে কথা নকবি বোপাই। ইফালে চাকৰিয়ালবোৰে হোলোবে-হোলোকে পানী খাইছে। জীৱেশ্বৰ আৰু স্বৰ্ণক হাফলঙলৈ বদলি কৰিলে, ক'তা একোৱেই নহ'লগৈ। অবৈধ নিৰ্ব্বাচন পাতিলৈ গোজেই গ'জালি হ'ল। আজি-কালি পাপবহে দিন, বুজিলি। পিছে, ইমান দিননো ক'ত আছিলি? সেইজনী মনোৰমা শুকাই-খীণাই একেবাৰে অতচলা দিলে। —ইন্দ্ৰই এইবাৰ তললৈ মুৰ কৰি লাজ কৰি ক'লে—পেহী। দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিলোঁ।

—ঘূৰি ফুৰিলি বুলি ছোৱালীজনীকটো খবৰ এটা দিব পাৰ।

ইন্দ্ৰই লাজ কৰিলে।

পেহীয়ে ইন্দ্ৰলৈ চাই ক'লে—থ, থ। হেৰৌ, লাজ কৰিব নালাগে। ডেকা কালত পিৰিতি হয়েই। বাৰু, সেইবোৰ থ। ২৬জানুৱাৰী পালেহি নহয়?

—এৰা পেহী! আমি চৰকাৰী কাৰ্য্যসূচী বৰ্জ্জন কৰিম।

—শুনিছোঁ বোলে চৰকাৰী কৰ্ম্মচাৰী সকলক একেবাৰে কাঢা নিৰ্দ্দেশ দিছে? সিহঁতে বোলে চৰকাৰী অনুষ্ঠানলৈ যাবই লাগিব। পিছে ইন্দ্ৰ। চৰকাৰী চাকৰিয়ালবোৰ কাৰোবাৰ গোলাম নেকি? নিৰ্দ্দেশ দিলেই যাব লাগিব। আগৰ বগা বঙালৰ দিন গ'ল, বুজিলি? যি ত্যাগেৰে কৰ্ম্মচাৰী সকলে আন্দোলনটো আগবঢাই নিলে, এতিয়া আকৌ সেই ত্যাগৰ অগত নিৰ্দ্দেশ?

—কি কৰিবা পেহী, এইটো চৰকাৰৰ ওচৰত আমিবোৰ শত্ৰুহৈ পৰিছোঁ।

—ধৈৰ্য্য ধৰ, বোপাই। বিপদত ধৈৰ্য্যই পৰম বল।

—এৰা পেহী, ধৈৰ্য্যৰ বাহিৰে আন উপায় নাই। মই এতিয়া যাওঁ পেহী! তুমি ভণ্টীক চাবা।

—কি কৰিবি, তায়ো যেতিয়া অন্য ঠাইলৈ নাযায়, মই চাবই লাগিব। মই খালে, তায়ো এমুঠি খাবলৈ পাব। বোলো—অথিৰ ধন-জন জীৱন-যৌৱন। দুদিনৰ কাৰণে আহিছোঁ, যাবৰ সময় হৈ আহিছে। চিন্তা নকৰিবি বোপাই। যেনে-তেনে দিনকেইটা চলি যাব দে।

ইন্দ্ৰনীলে কিছু সময় মনে মনে থাকি ক'লে—মই যাওঁ পেহী, ভণ্টী মই আহিলো। তই পেহীৰ লগতে ভালেৰে থাকিবি।

সি ওলাই গৈ পদুলীমুখ পালেগৈ। পেহীয়ে সি যোৱাৰ ফালে চাই থাকি হুমুনিয়াহ এটা কাঢিলে আৰু ভিতৰলৈ সোমাই গ'ল।

॥ ৯০ ॥

সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ যুটীয়া আহ্বানত ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, চৰকাৰী কৰ্মচাৰী আৰু সৰ্বসাধাৰণ ৰাইজে আগৰদৰেই '৮৪চনৰ গণৰাজ্য দিৱসৰ কাৰ্য্যসূচী সম্পূৰ্ণৰূপে বৰ্জন কৰিলে।

সেইদিনা পুৱা ৭বজাৰ পৰা আবেলি ৫বজালৈ নিজ নিজ প্ৰতিষ্ঠানৰ সম্মুখত হোৱা গণ অনশনত সকলো শ্ৰেণীৰ লোকে যোগদান কৰিলে।

অসমৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ ক্ষেত্ৰত কেন্দ্ৰই কোনো সমস্যাৰ সমাধান নকৰাত ৰাইজে গণৰাজ্য দিৱস বৰ্জন কৰি পুনৰ ক্ষোভ প্ৰকাশ কৰিলে আৰু আন্দোলনৰ কাৰ্য্যসূচী আৰম্ভ কৰিলে। নগাৱঁৰ ছাত্ৰনেতা শৰৎ খাউণ্ড, অনিল লহকৰ, অমূল্য নাথ, প্ৰেমধৰ কাকতি, জ্যোতি গায়ন, মৃদুল হাজৰিকা, প্ৰদীপ বৰ্ম্মণ, শৰৎ বৰকটকী, খগেশ্বৰ শইকীয়া, কেশৱ মহন্ত, কেশৱ হাজৰিকা, সুৰেণ মহন্তৰ লগতে ৰছিদুল, ইটুমাদুলহঁতেও হাতত অগ্নিশিখা লৈ কাৰ্য্যসূচী পালন কৰিবলৈ ৰাজপথলৈ ওলাই আহিল, লগতে অসমৰ শ-শ ডেকা ল'ৰা, গাভৰু ছোৱালীয়ে—"দেশ বুলিলে শ্বহীদৰ বেশ ললোঁ আজুৰি আই" বুলি পুলিচৰ গুলি বুকু পাতি লবলৈ পুনৰ সচেষ্ট হ'ল। "জয় আই অসম" ধ্বনিৰে আকৌ অসমৰ আকাশ-বতাহ মুখৰিত হ'ল। ৩০জানুৱাৰী তাৰিখে বিদেশী প্ৰবজন আইনৰ প্ৰতিলিপি দাহ, ৩-৪ফেব্ৰুৱাৰীত ইন্দিৰা গান্ধীৰ অসম ভ্ৰমণৰ প্ৰতিবাদত ৩৬ঘণ্টা পথবন্ধৰ কাৰ্য্যসূচী পালন কৰা হ'ল।

পুনৰ আৰম্ভ কৰা হ'ল ঃ সত্যাগ্ৰহ। ১৩, ১৪, ১৫ফেব্ৰুৱাৰীৰ পৰা অসম বিধানসভা ভঙ্গ কৰাৰ দাবীত ঘোষণা কৰা সত্যাগ্ৰহৰ দিন কেইটাত পুলিচৰ অত্যাচাৰ অব্যাহত থকাৰ ফলতো প্ৰতি জিলাৰ পৰা চাৰিজনীয়া দল একোটা হৈ উপায়ুক্তৰ হাতত স্মাৰক-পত্ৰ প্ৰদান কৰিলে।

দিনবোৰ অস্থিৰভাৱে পাৰ হৈ গ'ল। সত্যাগ্ৰহৰ সফল সামৰণিৰ পাচত ১৪ফেব্ৰুৱাৰীত ক'লা দিবস, ১৫মাৰ্চত ৰাজ্যজুৰি গণ-সত্যাগ্ৰহ, তাৰ পিচত ১০জুনত সংহতি দিৱস, ১৫জুনত অসমবন্ধ আৰু ১০, ১১, ১২, ১৩জুলাই তাৰিখে দিল্লীত অসম আন্দোলনৰ নেতৃবৰ্গই বাৰঘণ্টীয়া অনশন কৰিবলৈ পুনৰ দিল্লীলৈ যাওণা হ'ল।

এসময়ত বৃটিছ চৰকাৰৰ তল খুচৰীয়া নীতিত আৰু উচতনিত দেশৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি হৈছিল আৰু সেযে ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহনৰ নিচিনাকৈ সমগ্ৰ ভাৰতবৰ্ষত বিয়পি পৰিছিল। সেইখিনি সময়ত, মহাত্মা গান্ধীয়ে জাতীয় শান্তি, ঐক্য আৰু সংগঠনৰ বাবে অহৰহ চেষ্টা চলাইছিল। গান্ধীজীয়ে কৈছিল—"হিন্দু-মুছলমানৰ ভিতৰত কোনো পাৰ্থক্য বিচাৰি নাপাওঁ। যিহেতু, এই দুয়ো জাতি ভাৰতবাসীৰে সন্তান।" সেয়েহে হয়তো

গান্ধীজীয়ে এই আত্ম-কলহৰ বিপৰীতে অনশন কৰিবলৈ যাওঁতে ভাৰতবাসীৰ অন্তৰাত্মা কঁপি উঠিছিল—A single man had by his own voluntary action caused anxiety to a whole nation.

তেওঁৰ অনশনত দেশবাসীৰ চেতনা ঘূৰি আহিছিল আৰু ঐক্য স্থাপনৰ কাৰণে কৰ্ম্মীসকলে দেহে-কেহে লাগিছিল।

এইবোৰ কথাকে চিন্তা কৰি কৰি ৰছিদুলে খৰকৈ খোজ দিলে। ইমানবোৰ কথাই তাৰ মগজটো একেবাৰে ঘোলা কৰি পেলাইছে। সি গৈ মিৰ্নতি পেহীৰ ঘৰৰ ওচৰ পালেগৈ। সি আজি সোনকালে দোকান বন্ধ কৰিলে। বাহিৰত বৰ ঠাণ্ডা পৰিছে। গাত তাৰ সুদা চোলাটোৰ বাহিৰে একো নাই। মিৰ্নতি পেহীৰ বাটৰ জপনাখন খুলি ৰছিদুলে মাত দিলে—পেহী আছেনে?

—আছো আহ।

পেহীয়ে বাহিৰৰ বাৰান্দাতে জুইকুৰা জ্বলাই পীৰা এখনত বহি আছিল। সি গৈ সেইখিনি পালেগৈ।

—বহ।

পেহীয়ে তালৈ মুঢা এটা আগবঢাই দি ক'লে—আজি সোনকালে দোকান বন্ধ কৰিলি নেকি?

—এৰা পেহী, মনটো ভাল লগা নাই।

জেং খৰি ডালেৰে জুইকুৰা খুচৰি দি পেহীয়ে খন্তেক বৈ সুধিলে—কিয়?

—ল'ৰাবোৰ আকৌ দিল্লীলৈ গৈছে।

—হয় দে ৰছিদুল, আমাৰ ল'ৰা মখাই দিল্লীলৈ তাঁত-বাতি কৰি থাকোতেই গৈছে। কিন্তু তাৰ ফল একো হোৱা নাই যেন পাইছোঁ। ইফালে, গ্ৰেপ্তাৰী অভিযান চলিযেই আছে।

—পেহী, কালি নিশা সদৌ অসম কৰ্ম্মচাৰী পৰিষদৰ সাধাৰণ সম্পাদক দীনবন্ধু চৌধুৰীক আৰু সচিবালয়ৰ সেৱা সন্থাৰ সভাপতি আৰু দিচপুৰৰ আঞ্চলিক কৰ্ম্মচাৰী পৰিষদৰ সম্পাদকক বোলে পুলিচে গ্ৰেপ্তাৰ কৰিছে। তাৰ প্ৰতিবাদত কালিলৈ কৰ্ম্মচাৰী সকলে দুঘণ্টাৰ কাৰণে কৰ্ম্ম বিৰতি ঘোষণা কৰিছে।

কথা পাতি থাকোঁতেই পবিত্ৰ আৰু অচিন্ত্য আহি পেহীৰ ঘৰ পালেহি।

—অ' ৰছিদুল বহি আছ। তোৰ দোকান বন্ধ কৰিলি নেকি?

—বন্ধ কৰি আহিছোঁ অ'। ভাল লগা নাই।

—বাকীবোৰ স্বাৱলম্বীৰ দোকান কি হ'ল ?

—কি হ'ব আৰু ? দুদিনমান বহিল, তাৰ পিছত নাই। আগৰ দোকানী-বোৰ পুনৰ আহি খোপানি পাতি বহি ললেহি।

—নবহিবনো কিয় ? সুবিধা কোনোবাই এৰিবনে ? চৌতিয়া চাৰে আমাক কম সহায় কৰিলেনে ? পিছে কি হ'ব ? আমাৰ এইমখাই সুবিধা গ্ৰহণ কৰিব নোৱাৰিলে। আমাৰ সেই কাৰণেই ধ্বংস হৈছে, বুজিলি ৰাছিদুল ?

পবিত্ৰৰ কথাত ৰাছিদুলে ক'লে—সেইটো ঠিকেই। এখন দেশৰ মানুহ-খিনি যদি কৰ্ম্মমুখৰ নহয়, তেনেহ'লে দেশ কেনেকৈ ৰ'ব ? সেই কাৰণেই হ'বলা আহোমৰ দিনত খোদৰ হতুৱাই আলি বন্ধাইছিল।

—অ', আহোমৰ দিনৰ কথা কৈছ ? বোলো এনেয়ে কবিয়ে কৈ গৈছেনে—গড়গাঁওৰ কটাৰীৰ ডাবেও কাটে বুলি। সেই দিন আছিল অসম বুৰঞ্জীৰ সোণালী দিন। সেই দিনতেই কছাৰী, চুতীযা, মৰাণ, বৰাহী আদি বিভিন্ন জনগোষ্ঠীৰ হাতত খণ্ড-বিখণ্ড হৈ পৰা অসমভূমি পুনৰ একত্ৰিকৰণ হৈ বৰ অসমত পৰিণত হৈছিল। সেই কাৰণে আহোমৰ যুগটোক সমন্বয়ৰ যুগ বুলি কয়। আজি সেই প্ৰীতিৰ মাৰল ঘৰত কোনোবা ৰাজনৈতিক দালালে গোম-ফেঁটি মেলি দিছে। বিহ হলাহল পান কৰি অসমীয়া জাতি জ্বলা-কলা হৈ পৰিছে, বিভিন্ন জাতি-সম্মিলনৰ নামত অসমীযা নামৰ বৃহত্তম জাতিটো ভাগ ভাগ হৈ অৱশেষত নিঃশেষ হৈ যাব খুজিছে। এজনৰ পৰা সিজন আঁতৰি পৰিছে। আজি আন্দোলনৰ নামত সকলো ৰাইজ একগোট হৈ ওলাই আহিছে হয়, কিন্তু কালিলৈ যদি আন্দোলন শেষ হয়, ৰাইজ কোন বাটে যাব ?

অচিন্ত্যই এইবাৰ মাত লগালে—ৰাইজক এই পথ নিৰ্দ্দেশ কৰি দিয়াৰ দায়িত্ব আমাৰ।

পবিত্ৰই অচিন্ত্যলৈ চাই ক'লে—তই ঠিকেই কৈছ, দাযিত্ব আমাৰ। অসমীয়া জাতিক একগোট কৰিবলৈ জানো পুনৰ আমি আন্দোলন কৰিব লাগিব ? এনে এটা জাতীয় আন্দোলনৰ পিচত মানুহৰ সততা, ন্যায় আৰু নিঃস্বাৰ্থ মনোবৃত্তি নিজেই গঢ়ি উঠিব লাগে, কিন্তু সেয়ে যদি নহয় অসম যে ধ্বংস হ'ব সেইয়া অনিবাৰ্য্য কথা। স্বাধীনতাৰ পিচৰ দিনবোৰত যি দুৰ্নীতিয়ে শিপা মেলিলে, সেই শিপাই ঘাই শিপাহৈ পৃথিৱীক খামুচি

খৰিছে। সেই দুৰ্নীতি নিৰ্মূল কৰিবলৈ মানুহ নিজেই সচেতন আৰু সৎ নহ'লে নহ'ব।

পেহীয়ে এইবাৰ মাত লগালে—আমাৰ অসমীয়া মানুহখিনিৰ কিবা স্থিৰতা আছে নে? ধৰ্মত ভাগ, ভাষা-সাহিত্যত ভাগ, জাতিত ভাগ আৰু যে কিমানত ভাগ। আজি আন্দোলন কৰি একত্ৰিত হৈছে, কালিলৈ পাহৰিব। সুবিধা পালেই সুবিধা লবলৈ দৌৰ মাৰিব। আৰু যদি আন্দোলনত জয়ী হয়, তেনেহ'লে দেখিবি, এবাতিৰ ভিতৰতে দেশপ্ৰেমীকটো হৈ তলে পুতল দি থকা সকল একেবাৰে আগত গৈ লাইন লাগিবগৈ।

—পিছে পেহী, এই আন্দোলনত ভাগ লোৱা মানুহখিনিৰ মুখবোৰ জানো ছাত্ৰসংস্থাই পাহৰিব?

—পাহৰিবটো নালাগে। ৰাইজে বুকুৰ তেজ দিলে, তাতোকৈ আৰু দিবলৈ কি বাকী আছে পবিত্ৰ?

ৰছিদুলে পেহীলৈ চালে আৰু ক'লে—পেহী। আমাৰ পিছফালে পাহৰণি বোলা এজনী ভয়ংকৰ ৰাক্ষসিনী আছে, সুবিধা পালেই তাই অতীতটোক গিলি থৈ দিয়ে।

সিহঁতে হাঁহিলে। পেহীয়েও হাঁহি মাৰি ক'লে—হয় দে, তই ঠিকেই কৈছ। পাহৰণি নামৰ ৰাক্ষসিনী আছে, পিচে ল'ৰাহঁতে বোলে কিবা আঞ্চলিক দল খুলিব? তেতিয়া বোলে ল'ৰাহঁতৰ ৰাজ্য শাসন কৰিবলৈ সুবিধা হ'ব?

—তেনেকুৱা কথা এটা চিন্তা কৰা হৈছে পেহী।

পবিত্ৰৰ কথা শেষ হোৱাৰ লগতে অচিন্ত্যই হাঁহি মাৰি সুধিলে—পেহী, ল'ৰাহঁতে ৰাজ্য শাসন কৰিলে তুমি বেয়া পাবা নেকি?

—ঐ আই! কি কথা কৈছ? ভালহে হ'ব। দেশৰ দুৰ্গতি নিবাৰণ হ'ব। বিদেশী বহিষ্কাৰ হ'ব আৰু যে ক'ত কি নহ'ব? —তাৰ পিছত, আঁচলেৰে চকুপানী মচি ক'লে—বুজিছ বোপাইহঁত, দেশ এখন চলোৱা কম ডাঙৰ কথা নহয়। ধৈৰ্য্য লাগিব আৰু লাগিব বুদ্ধি আৰু সাহস। এতিয়াৰ নিৰ্চিনাকৈ অগ্নি বৰষা ভাষণ ৰজা হ'লে দিব নোৱাৰিবি বোপাই। কাৰণ, ৰজাৰ কথা শিলৰ ৰেখা। ৰাজনীতি বৰ ভয়ানক বস্তু। ৰাইজৰ স্বাৰ্থৰ হকে কাম কৰিব লাগিব। সেইদৰে ৰাইজেও ৰজাৰ হকে কাম কৰিব লাগিব। মোৰ মতে, দেশত ৰজাৰ দায়িত্ব আৰু প্ৰজাৰ দায়িত্ব সমান।

—তুমি ঠিকেই কৈছা পেহী। ৰজাৰ দায়িত্ব প্ৰজাৰ দায়িত্ব সমান।

—এৰা দে বোপাইহঁত। মইনো কি জানো? মুখত যি আহিছে তাকেই কৈছোঁ। পিছে আন্দোলনে আমাক বহুত শিকালে। ৰাইজে নখ জোকাৰিলে নৈ বৈ যায় বুলি কথা এষাৰ আছে। চেষ্টা কৰিলে সকলো হ'ব। আমাৰনো আৰু কেইটা দিন আছে? তহঁতৰ ভাল হওক, দেশৰ ভাল হওক।

মিনতি পেহীয়ে পুনৰ চকুপানী মচিলে। পবিত্ৰহঁতে বুজিলে—পেহীৰ অন্তৰৰ বেদনা। এইবোৰ মানুহে নিঃস্বাৰ্থভাৱে দেশৰ সেৱা কৰিছে। এইখিনি মানুহক মনত নাৰাখিলে হ'বনে?

হঠাতে পৰিৱেশটো গহীন হৈ পৰিল। বাহিৰত চেঁচা বতাহ, সন্মুখত জুইকুৰাৰ ঢিমিক-ঢামাক পোহৰ।

সেই পোহৰ কণৰ মাজেৰে সিহঁতে দেখা পালে: এটা যেন ডাঙৰ পোহৰ সিহঁতলৈ আহি আছে। সেই পোহৰ হ'ল—

পুৰণি অসমক নকৈ চাই লওঁ
দিপলীতি ঢালি দে তাত ॥

পেহীয়ে একোচা শুকান খৰি জুইকুৰাত সুমুৱাই দিলে। মুহূৰ্ততে জুইকুৰা দপ্-দপাই জ্বলি উঠিল।

॥ ৯৯ ॥

'৮৪চনৰ নৱেম্বৰ মাহৰ ২১, ২২ আৰু ২৩তাৰিখত যোৰহাট কৃষি বিশ্ব-বিদ্যালয়ৰ চৌহদত দ্বিতীয় জাতীয় অভিবৰ্তন সমাপ্ত হ'ল। সদৌ অসম ছাত্ৰসন্থা, সংগ্ৰামী যুৱক-যুৱতীকে ধৰি কৃষি বিশ্ববিদ্যালয় প্ৰাঙ্গণত নতুন অসম গঢ়াৰ মনোবৃত্তিৰে ৰাইজৰ মন উদুলি-মুদুলি হ'ল। অসমলৈ নতুন ৰাজনৈতিক তথা সাংস্কৃতিক দিশ এটা উন্মোচন কৰিবলৈ সমূহ ৰাইজ প্ৰতিজ্ঞাবদ্ধ হ'ল। অসমৰ যুৱ ছাত্ৰসকলৰ সচেতন শক্তি সংঘবদ্ধ হৈ এটা নতুন দায়িত্ব সাহসেৰে গ্ৰহণ কৰিবলৈ সময় আহি পৰিল বুলি ৰাইজে উপলব্ধি কৰিলে। দেশৰ নতুন পুৰুষৰ বাবে এক নতুন সাহসী বৈপ্লৱিক পৰিৱৰ্তনৰ প্ৰয়োজন হৈছে। যি পৰিৱৰ্তনে পঙ্গু অসমীয়া জাতিক উদ্ধাৰ কৰিব পাৰিব বুলি ৰাইজে ধাৰণা কৰিছে।

ইন্দ্ৰনীল আজি মনোৰমাৰ তালৈ যাব। বহুতদিন হ'ল—ইন্দ্ৰনীলে মনোৰমাক দেখাই নাই। দিল্লীত অনশন কৰিবলৈ যোৱাৰ পৰা যোৰহাটৰ অভিবৰ্ত্তনলৈকে ইন্দ্ৰ ঘূৰিয়েই ফুৰিছে। সি নিজে নিজে ভাবিলে—'৮৪ চনটোত পুলিচ, চি. আৰ পিৰ অত্যাচাৰত মৃত্যুবৰণ কৰিলে—সুভাষ শৰ্ম্মা, গৰ্গেশ্বৰ পাঠক, মুকুলীবালা ৰয়ে আৰু দুবৃত্তৰ হাতত মৃত্যুবৰণ কৰিলে—দিজেন ভূঞাই।

বাটৰ শিলগুটি এটা ভৰি খনেৰে ঠেলি দি সি গালে—

মোৰ তুমুৰলি দিয়া তেজত

দগ্-মগাই উঠে

এহেজাৰ এটা বণুৰা ঘোঁৰা।

সঁচাকৈয়ে, তাৰ মনটোৱে এহেজাৰ ৰণুৱা ঘোঁৰাৰ দৰে দৌৰিবলৈ ধৰিলে, —আগলৈ আৰু আগলৈ। জাতীয় অভিবৰ্তনৰ পাছৰ পৰা সি যেন কিবা এটা বল পাইছে,—তাৰ এনে লাগিল। সি ক'ব নোৱাৰাকৈ মনোৰমাৰ চোতাল পালেগৈ। মনোৰমা ওলাই আহিল। ইন্দ্ৰই তাইলৈ থৰ্ লাগি চাই সুধিলে—কেনে আছা মনোৰমা?

—ভালেই, কেতিয়া আহিলা?

—এইয়া, আহি আছোঁ। বহিবলৈ নিদিয়া নেকি?

—অ' বহা!—মনোৰমাই বিষাদেৰে হাঁহিলে।

ইন্দ্ৰ বহিল আৰু মনোৰমাৰ হাত এখন তাৰ হাতৰ মুঠিত লৈ ক'লে—জানা মনোৰমা। সঁচা প্ৰেমে সদায় লগত লৈ আহে যন্ত্ৰণা, তুমি যে কিমান কষ্ট কৰিব লগা হৈছে? তোমাক সান্ত্বনা দিবলৈ মোৰ ভাষা নাই মনোৰমা।

তাই একো নামাতিলে।

—বাৰু কোৱাচোন, ভণ্টীৰ ভালনে? পেহীৰ ভালনে? বীণা বাইদেউৰ কিবা খবৰ পাইছানে?

—সকলোৰে ভাল, স্বৰ্ণ বাইদেৱে চিঠি দিছে—ভালেই আছে। হাফলঙতো খগেন শৰ্ম্মা, দীনেশ শৰ্ম্মা, দুৰ্গেশ্বৰ দত্ত, নীলিমা পোদ্দাৰ, ধনজিৎ বৈশ্যহঁতে আন্দোলনৰ কাৰ্য্যসূচী পালন কৰিছে।

—তুমি এনেকৈ কথা কৈছা, যেন সেই মানুহখিনি তুমি দেখিছাহে।

—নহয় অ', বাইদেৱে এনেকৈ লিখিছে যে, আমি মানুহখিনিক দেখা যেনেই লাগিছে।

—এৰা, বিশ্বস্ত সঙ্গী সকলক অন্তৰেৰে লগ পোৱা যায়।

—ইন্দ্ৰ, জাতীয় অভিবৰ্ত্তনৰ কথা কোৱাচোন।

—অভিবৰ্ত্তনত কেইটামান গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰিছে—অসমৰ ভোটাৰ তালিকাৰ ব্যাপক সংশোধনৰ বাবে নিৰ্ব্বাচনী আয়োগে গ্ৰহণ কৰা সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত আমাৰ ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদে প্ৰথমে ঘৰে ঘৰে গৈ ভাৰতীয় নাগৰিকৰ নাম সংগ্ৰহ কৰাত সহযোগিতা কৰিব। শুদ্ধ ভোটাৰ তালিকা যাতে প্ৰস্তুত হয়, তাৰ বাবে ৰাইজ সতৰ্ক থাকিব। তাৰোপৰি অবৈধ বিধানসভা ভঙ্গ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছে। আচল কথা হ'ল—দ্বিতীয় অভিবৰ্ত্তনৰ মতামতৰ পৰিপ্ৰেক্ষিতত অসমৰ ৰাইজক ৰাজনৈতিকভাৱে সংগঠিত কৰিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰিছে আৰু ৰাজনৈতিক মঞ্চ গঠন কৰিবলৈ ১১জনীয়া প্ৰস্তুতি সমিতি গঠন কৰি দিছে। তাত ছাত্ৰসন্থাৰ ৫জন পৰ্য্যবেক্ষক প্ৰতিনিধি থাকিব। ৩১ডিচেম্বৰৰ ভিতৰত অসমৰ জনসাধাৰণক ৰাজনৈতিকভাৱে সচেতন কৰি সংগঠিত কৰাৰ কাম সম্পূৰ্ণ কৰিব আৰু ১৯৮৫চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত এখন ৰাজনৈতিক অভিবৰ্ত্তন পাতিবলৈ সমিতিখনক দায়িত্ব অৰ্পণ কৰিছে।

—প্ৰস্তুতি সমিতিখনত কোন কোন আছে ?

ইন্দ্ৰই পকেটৰ পৰা কাগজ এখন উলিয়াই দিলে। মনোৰমাই মনোযোগেৰে কাগজখন পঢ়ি গ'ল। প্ৰস্তুতি সমিতিত শ্ৰীদিনেশ্বৰ তাচা, প্ৰাক্তন সভাপতি, অসম চাহ-মজদুৰ জন-জাতীয় ছাত্ৰসন্থা, বৃন্দাবন গোস্বামী, প্ৰাক্তন সভাপতি, সদৌ অসম ছাত্ৰসন্থা, বীৰেণচন্দ্ৰ বড়ো, শ্ৰীমায়াৰাম কছাৰী, শ্ৰীঅজিত শৰ্ম্মা আৰু শ্ৰীগুণীন হাজৰিকা, শ্ৰীআনোৱাৰ মনচুৰ, কামাখ্যাচৰণ চৌধুৰী, শ্ৰীঅতুল বৰা, শ্ৰীনগেন গগৈ, শ্ৰীফণি টায়েং, সভাপতি, জন-জাতীয় ছাত্ৰসন্থা।

কাগজখন পুণৰ ইন্দ্ৰলৈ আগবঢ়াই দি মনোৰমাই ক'লে—তেনেহ'লে প্ৰস্তুতি আৰম্ভ হৈছেই।

—এৰা মনোৰমা ! দেশৰ সকলো গণতান্ত্ৰিক মূল্যাঙ্কন অগ্ৰাহ্য কৰি যিটো চৰকাৰ অসমত গঠন হৈছে, সেই চৰকাৰেই অসমৰ প্ৰশাসন যন্ত্ৰটো দখল কৰি লৈছে। এতিয়া দল আৰু প্ৰশাসন যন্ত্ৰটো একাকাৰ হৈ পৰিছে, আনহাতে অসমৰ ৰাইজে নিৰ্বিচৰা এই লোক সকলে ইচ্ছাকৃতভাৱে চৰকাৰী কাম-কাজত নানা বাধ্য-বাধকতাৰ সৃষ্টি কৰিছে।

সেই কাৰণে জাতীয় অভিবৰ্তনে এই অবৈধ চৰকাৰটোৰ ৰাজনৈতিক চক্ৰান্ত-বোৰ নিঃশেষ কৰিবলৈ অসমবাসীক আহ্বান জনাইছে।

মনোৰমা মনে মনে থাকিল। তাই কি ক'ব, একো ঠাৱৰ কৰিব নোৱাৰিলে।

অকণমান সময়ৰ পাচত ইন্দ্ৰই ক'লে—নামাতা হ'লা দেখোন?

মনোৰমাই ক'লে—কিনো মাতিম? ৰাজনীতিৰ বিষয়ে মোৰ জ্ঞান নাই।

—জ্ঞান হ'ব লাগিব মনোৰমা। সকলো নাৰী জাতি ৰাজনৈতিক হিচাবে সচেতন হ'ব লাগিব।

মনোৰমা নিমাতে ৰ'ল।

—মই আৰু দেৰি নকৰোঁ মনোৰমা।

—কিয়, একো নোখোৱা?

—নালাগে মনোৰমা, দেৰি হ'ব।—কথা কৈ কৈ ইন্দ্ৰ হুৰ্-মুৰকৈ ওলাই গ'ল। সি বাটে বাটে গাই গ'ল—

আজি বুৰঞ্জী লেখিম শোণিতেৰে<br>ঐক্যৰ কাবেং ভাঙি দিয়া জাকক<br>নিপাত কৰিম একতাৰে॥

॥ ৯২ ॥

সূৰ্য্যৰ ৰূপালী কিৰণৰ পাখিত উঠি সময়ৰ ঘোঁৰাটো দৌৰ মাৰিলে। দিন গৈ মাহ পালে, মাহ গৈ বছৰ পালে. ৰাঙলি মদাৰ, সোণোৱালী কণক-চম্পাই হাঁহিলে. গোলাপ আৰু কবৰীয়ে বন-উপবন উপচি পৰি ১৯৮৫চনটোক আদৰি আনিলে। পুণৰ আন্দোলনৰ কাৰ্য্যসূচী আৰম্ভ হ'ল। ১৬জানুৱাৰী তাৰিখে সদৌ অসম ছাত্ৰসন্থাৰ প্ৰতিনিধি দলে ৰাজ্যপালৰ লগত সাক্ষাৎ কৰি পুলিচৰ অত্যাচাৰ বন্ধ কৰাৰ দাবীত স্মাৰক-পত্ৰ প্ৰদান কৰিলে। ১৭জানুৱাৰী তাৰিখে শিল্পী দিৱস। ২৬জানুৱাৰী তাৰিখে চৰকাৰী কাৰ্য্যসূচী বৰ্জ্জন কৰা হ'ল। ২৮জানুৱাৰীৰ দিনা কেন্দ্ৰৰ আমন্ত্ৰণ পাই চৰকাৰী পৰ্য্যায়ত আলোচনা চলাবলৈ সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ চাৰিজনীয়া দল হিচাবে পুতুল, ভৃগু, বিৰাজ শৰ্ম্মা আৰু প্ৰবীণ গগৈয়ে যাত্ৰা কৰিলে। ১ফেব্ৰুৱাৰীৰ পৰা পুণৰ আলোচনা আৰম্ভ হ'ল। আগৰ

আলোচনা বিলাকত ১৯৬১চন আৰু ১৯৭১চনৰ মাজৰ বিদেশীসকলক কি কৰা হ'ব, সেইটোৱেই বিবাদৰ বিষয় হৈ আছিল। ১৯৬১চনৰ আগেযে অহা বিদেশীসকলক নাগৰিকত্ব দিযা হ'ব আৰু ১৯৭১চনৰ পিচৰ বিদেশীসকলক চিনাক্ত কৰি বহিষ্কাৰ কৰা হ'ব আৰু এই বিদেশীসকলক বহিষ্কাৰ কৰিবলৈ কুৰিখন ন্যাযাধিকৰণ গঠন কৰা হ'ব বুলি কেন্দ্ৰীয চৰকাৰৰ ফালৰ পৰা আলোচনাত মত পোষণ কৰিলে। প্ৰধানমন্ত্ৰী হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ পিচত ৰাজীৱ গান্ধীয়ে অসম আৰু পাঞ্জাৱৰ সমস্যা সমাধানৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিয়া হ'ব বুলি ঘোষণা কৰিলে। আন্দোলনৰ নেতাসকলে '৬১ আৰু '৭১চনৰ মাজত অহা প্ৰায দহ লক্ষ বিদেশীক বহিষ্কাৰ কৰিব লাগে বুলি দাবী জনালে। কিন্তু কেন্দ্ৰীয চৰকাৰে নেতা সকলৰ লগত আলোচনাত বহে যদিও কোনো এটা স্থিৰ সিন্ধান্তত উপনীত হ'ব নোৱাৰাত অসমৰ দলটো ১১ফেব্ৰুৱাৰী অৰিযে গুৱাহাটীলৈ উভতি আহে।

পুতুল আৰু ভৃগুৰ মন অস্থিৰ হৈ পৰে। বাৰে বাৰে দিল্লীলৈ আমন্ত্ৰণ কৰে যদিও একো সমাধানৰ সূত্ৰ উলিয়াব নোৱাৰি উভতি আহিবলগা হয। পুতুলে নবীন বৰদলৈ হলত অনুষ্ঠিত হোৱা সদৌ গুৱাহাটী ছাত্ৰসন্থাৰ অধিবেশনত মনৰ ক্ষোভ প্ৰকাশ কৰি কয—বিদেশী সমস্যাৰ সমাধানৰ সূত্ৰ চৰকাৰে নিদিলে পুণৰ আন্দোলন কৰা হ'ব। সভাত ভৃগুকুমাৰ ফুকনে ক'লে—বৰ্ত্তমান দিল্লীত যি আলোচনা হৈ গ'ল, তাৰ ভিত্তিত এটা নতুন প্ৰস্তাৱ পাবলৈ আমি আশা কৰি আছোঁ আৰু যদি সেই আশা ভঙ্গ হয, তেনেহ'লে পুণৰ আন্দোলন আৰম্ভ কৰিম। তেওঁ আৰু কয যে, ছাত্ৰসন্হা কোনো ৰাজনৈতিক দলৰ বহতীয়া অনুষ্ঠান নহয়। অসমৰ স্বাৰ্থৰ লক্ষ্যত উপনীত নোহোৱালৈকে আছুৱে সংগ্ৰাম চলাই যাব। কোনো মূল্যৰ বিনিময়ত অসমৰ স্বাৰ্থ বিসৰ্জন দিয়া নহ'ব। অসমৰ অবৈধ চৰকাৰখন ভঙ্গ কৰিবলৈ আমি কেন্দ্ৰত দাবী জনাইছোঁ। কিয়নো, অসমৰ চৰকাৰ হ'ব লাগিব ঃ অসমৰ স্বাৰ্থ বহন কৰা চৰকাৰ। তেনে চৰকাৰ স্থাপন হ'লেহে অসমলৈ ভাল দিন আহিব। তাৰ পিচত তেওঁ আকৌ ক'লে—দুৰ্নীতিত লিপ্ত থকা চৰকাৰখনে যোগীঘোপাৰ কাগজ কলৰ দায়িত্ব বিৰলা গোষ্ঠীৰ ওপৰত অৰ্পণ কৰিবলৈ স্থিৰ কৰিছে। শিল-ঘাটৰ মৰাপাটৰ কল পুঁজিপতিক বেচিব খুজিছে, তাৰোপৰি এনে কিছুমান কাম আছে, যিবোৰ কাম অসম চৰকাৰে নিজেই কৰিব পাৰে। তেনে কাম আনৰ হাতত অৰ্পণ কৰি অসমে হাঁহিছে বোলা কথাষাৰৰ মূল্য দিব পাৰিবনে? আৰু

অবৈধ ভোটাৰ তালিকাৰ খচৰা প্ৰস্তুত হোৱালৈ আমি অপেক্ষা কৰি আছোঁ। তাৰ পিছত আমি আন্দোলন চলাই যাম। জ্যোৎস্না সোণোৱালে উত্তেজিত হৈ ক'বলৈ ধৰিলে—আজি আমাৰ ৰ'বলৈ সময় নাই, আমি আগবাঢ়ি যাবই লাগিব। মুকালমুৱাত হোৱা নাৰী ধৰ্ষণ কাৰ্য্যৰ কথা আমি পাহৰিব নোৱাৰো। পাহৰিব নোৱাৰো ঃ শ্বহীদ সকলে দি যোৱা তেজৰ কথা, নিজকে স্ব-ইচ্ছাই বলিশালত উচৰ্গা কৰা অসমৰ শ্বহীদৰ হৈ আমি শেষ বিন্দু ৰক্ত থকালৈকে সমস্যা সমাধান কৰিবলৈ আগুৱাই যাম। নাৰী শক্তিক জাগ্ৰত কৰিম। আমাক কোনেও বাধা দিব নোৱাৰে।

সভাত ললিত ৰাজখোৱা, নগেন শৰ্ম্মা, ভৰত নৰহ, হৰিবুৰ ৰহমান, কুন্তল ডেকা, যতীন মালী, ভদ্ৰেশ্বৰ তাঁতীকে ধৰি নেতাসকলে এজন এজনকৈ ভাষণ দিলে।

এটা সময়ত সভা ভঙ্গ হ'ল। পুতুল, ভৃগু বাহিৰলৈ ওলাই আহিল। সিহঁতে ওপৰলৈ চালে—আন্ধাৰ কৌতিয়া হ'ল, সিহঁতে গমকে নাপালে। আকাশত তোঁতৰা তৰাবোৰ উজ্বলি উঠিছে। পুতুলে গুণ-গুণালে—

জিল্-মিল্ জোন ৰলে আকাশত
তিৰ্-বিৰ্ তৰা ৰলে নয়নত,
মোৰো যে হৃদয় ৰলে তোমাৰে
নিবিড় মৰমত।

## ॥ ৯৩ ॥

সদৌ অসম ছাত্ৰসংস্থাই দিল্লীত আলোচনা কৰি উভতি অহাৰ পিছতো কোনো সমাধানৰ সূত্ৰ দিল্লীয়ে দিব নোৱাৰাত অসমৰ বাইজে আন্দোলন চলাই গ'ল। ১৪জুন তাৰিখে পুৱা ৫বজাৰ পৰা আবেলি ৫বজালৈ ১২ঘণ্টীয়া অসমবন্ধ পালন কৰা হ'ল। তাৰ পিছত ১১জুলাই তাৰিখে নেতৃবৰ্গৰ লগত গৃহ-সচিবৰ আলোচনা হ'ল। ২৪জুলাইত কৰ্ম্মচাৰী নিৰ্য্যাতন বিৰোধী দিৱস পালন কৰা হ'ল।

মনোৰমাৰ ভায়েকে হাতত পেং ডাল লৈ বাহিৰলৈ ওলাই আহিল।

আগফালৰ প্লেটোৰ ওপৰত বহি আকাশলৈ চালে। আকাশখন ওন্দোলাই আনিছে—হয়তো বৰষুণ হ'ব। তাৰ হাতখন আপোনা-আপুনি কাটি পেলোৱা ভৰিখনলৈ গ'ল। কাটি পেলোৱা অংশত তাৰ সোঁহাতখন লাগি গাটো শিয়ঁৰি উঠিল—উস্! কেনেকৈযে মিলিটেৰীটোৱে তাৰ ভৰিখনত উঠি বুট জোতাৰে গছকি দি তাণ্ডৱ নৃত্য কৰিছিল আৰু সি সহ্য কৰিব নোৱাৰি জ্ঞান হেৰুৱাইছিল। তাৰ পিছত? তাৰ পিছত ডাক্তৰে তাৰ ভৰিখন আঠুৰ ওচৰতে কাটি পেলাইছিল। সি ক'ব নোৱাৰাকৈ দুয়োটা চকুৰেদি চকুপানী বৈ গ'ল। সি বাষেকৰ এটা বোজা হ'ল। সি বাৰু কি কৰি খাব? কোনে তাক সংস্থাপন দিব? বহুতপৰ নীৰৱে থকাৰ পাচত সি প্ৰকৃতিস্থ হৈ ভাবিলে,—ছিঃ, সি এইবোৰ কি ভাবিছে? দেশৰ কাৰণেহে তাৰ এনে হ'ল আৰু কতৰ হৈছে, তেনেহ'লে এই বেদনা কিহৰ? কিন্তু সি মানুহ, শোক কৰিব পৰা তাৰ এটা মন আছে, অনুভূতি আছে। তেনেহ'লে তাৰ ভুল হোৱা নাই।—এচাতি চেঁচা বতাহ আহি তাৰ গাত লাগিলহি। তাৰ দেউতাক বাপীৰাম শইকীয়া নিৰুদ্দেশ হৈয়ে ৰ'ল। দেৰিকৈ হ'লেও, ছাত্ৰসংস্থাই তাৰ দেউতাকক শ্বহীদ ঘোষণা কৰিলে, কিন্তু তাৰ মাকে এইবোৰ খবৰ নাপায়। তাৰ পাগলী মাকে আজিও পগলা ফাটেকৰ বেৰ-ঘৰ বোৰলৈ চাই চাই—"দেউতাৰ আহিছে" বুলি চিঞঁৰি থাকে, কিন্তু তাৰ দেউতাক আৰু নাহে।

বতাহজাক জোৰকৈ আহিছে। হয়তো, অলপ পাচতে বৰষুণ আহিব।

হঠাতে এটা ঢেৰেকণিয়ে পৃথিৱী কঁপাই গ'ল। ভাইটিযে বহা ঠাইতে চক্ খাই উঠিল। এইমাত্ৰ বৰষুণ আহিব। সি পেংবাৰি ডাল লৈ উঠিবলৈ চেষ্টা কৰিলে। সি উঠিল আৰু পেংডাল লৈ লাহে লাহে আগবাঢ়িল। বৰষুণজাক অহা দেখি মনোৰমা লৰালৰিকৈ আহি তাক ভিতৰলৈ লৈ গ'লহি।

ধুমুহা আহিছে। তাই ঘৰটোৰ খিৰিকি দুখন মাৰি দিলে। ৰাতিপুৱাতে ধুমুহা অহা দেখি তাইৰ মনটো বেয়া লাগিল। বাৰিষা আহিল, হয়তো আকৌ বানপানী হ'ব। অসমৰ ৰাইজে জীযাতু ভুগিব। তাই বিছনাখনত বহিল। সদায় আহি ইন্দ্ৰ বহা ঠাইখিনিতে তাইৰ কোমল হাতখনেৰে মোহাৰি দিলে। তাই ভগৱানক প্ৰাণেৰে সুধিলে—হে ভগৱান। আমাৰ প্ৰত্যেকটো মিলন, প্ৰত্যেকটো দৃষ্টি বিনিময়, আমাৰ কল্পনা আৰু স্বপ্ন সত্যত পৰিণত হ'বনে? আমাৰ দুয়োৰে মাজত থকা পবিত্ৰ আৰু সুদৃঢ় প্ৰেম বাস্তৱত

পৰিণত হ'বনে ?   হে ভগৱান ! তুমি মোৰ প্ৰাণৰ কথা শুনা—মোৰ প্ৰতিটো উদ্‌ভ্ৰান্ত পদক্ষেপকেই তেওঁ নিয়ন্ত্ৰণ কৰিছিল আৰু তেওঁৰ প্ৰেম আলিঙ্গনত মই বিশ্ৰাম লাভ কৰিছিলোঁ। মোৰ ক্ষত-বিক্ষত আত্মাক তেওঁৰ সান্নিধ্যই পুনৰ সঞ্জীৱিত কৰি তুলিছিল। হে সৃষ্টিকাৰী সত্য সুন্দৰ প্ৰভু! তুমি আমাক সহায় কৰা !

—বাইদেউ !

ভায়েকৰ মাতত মনোৰমাই সম্বিত ঘূৰাই পালে।

—কিয় মাতিছ ?

—দুৱাৰখন মাৰি দে ! বতাহ বৰ জোৰেৰে আহিছে।

মনোৰমাই আহি দুৱাৰখন মাৰি দিলে। ভিতৰখন দিনতে আন্ধাৰ হৈ পৰিল।

ভাইটিয়ে আকৌ মাতিলে—বাইদেউ !

—কি ?

—হয়নে, গৃহ-সচিব আহিছে বোলে ?

—অঁ, বিদেশী সমস্যাটোকলৈ এটা সন্তোষজনক সমাধান উলিয়াবলৈ নেতৃবৰ্গৰ লগত আলোচনা কৰিবলৈ গৃহ-সচিব শ্ৰী আৰ, ডি, প্ৰধান দুদিন ধৰি চিলঙত আছেহি। শুনিছোঁ, আলোচনা সমাপ্ত হৈছে।

—কিবা হ'লনে ?

—দুয়ো পক্ষই ইঙ্গিত দিয়া মতে সমাধানৰ সূত্ৰ ওলোৱা যেন লাগিছে। নতুন দিল্লীত পুনৰ আলোচনা হ'ব আৰু সমস্যাৰ সমাধান হ'ব বুলি সকলোৱে আশাৰে বাট চাই আছে। আমি আজি অগ্নি পৰীক্ষাৰ সম্মুখীন হৈছোঁ ভাইটি। ৰাজ্যত ভোটাৰ তালিকাৰ যি সংশোধনী হৈছে তাত থলুৱা লোকৰ নাম নাই বুলি অভিযোগ উঠিছে। এই ক্ষেত্ৰত প্ৰতিজন নাগৰিকেই সচেতন নহলে নহ'ব। আজি আমাৰ খিলঞ্জীয়া লোক সকলে নিজৰ প্ৰাপ্য অধিকাৰ খিনিও হেৰুৱাব লগা হৈছে। আৱশ্যক হ'লে ভোটাৰ তালিকা সম্পূৰ্ণভাৱে শুদ্ধ কৰিবলৈ নিৰ্ব্বাচনী আয়োগৰ ওচৰত দাবী জনাব লাগিব। —মনোৰমাই কথাখিনি কৈ বান্ধনি-শাললৈ উঠি গ'ল। বাহিৰত মুষলধাৰে বৰষুণ পৰিছে।

ভাইটিয়ে মনোৰমা উঠি যোৱাৰ পিচত নিজৰ ভৰিটোলৈ চালে—এতিয়া সি একো কৰিব নোৱাৰা হ'ল। সি পৰা হ'লে গাঁৱে গাঁৱে গৈ ভোটাৰ তালিকাৰ শুধৰণীৰ কামত আত্ম-নিয়োগ কৰিলেহেঁতেন।

আজি কিছুদিনৰ পৰা কিছুমান স্বাৰ্থপৰ মানুহে বিভেদৰ জাল তৰি ৰাইজৰ মন ভাঙি পেলাবৰ কাৰণে চেষ্টা কৰিছে। ফলত ঘুসুৱা লোকৰ নিৰ্ম্বকাৰৰ সুবিধা লৈ স্বাৰ্থ জড়িত মহলে সন্দেহজনক বিদেশীসকলৰ নাম ভোটাৰ তালিকাত অন্তৰ্ভুক্ত কৰাৰ চেষ্টা চলাইছে।

জোৰ পুৰি হাত পালেহি। যি প্ৰচণ্ড উদ্যমেৰে আন্দোলন চলোৱা হৈছে, সেই প্ৰচণ্ড উদ্যমেৰে ভোটাৰ তালিকাৰ সংশোধনৰ কাম কৰিব লাগিব। যদি ভোটাৰ তালিকাত বিদেশীৰ নাম সোমাই তেনেহ'লে অসমৰ অস্তিত্ব বিপন্ন হ'ব। আমাৰ কথা আৰু কাম একে নহ'লে বিপদ অনিবাৰ্য। ইফালে সময় বৰ তাকৰ। নিৰ্বাচনী আয়োগে ঘোষণা কৰা মতে তিনি আগষ্টৰ ভিতৰত সকলো ওজৰ-আপত্তি দিব লাগিব।

ভাইটিৰ মনতো অস্থিৰ হ'ল। সি যাব, সি দেশৰ কাম কৰিব। সি আৰু ৰৈহ নাথাকে। তাৰ ভৰি-হাত কঁপিবলৈ ধৰিলে আৰু চিঞৰ এটা মাৰি মাটিত বাগৰি পৰিল।

কিছুসময়ৰ পাছত যেতিয়া সি চকু মেলিলে সি ওচৰত দেখিবলৈ পালে— মিনতি পেহী, ভন্টী আৰু ক্ৰন্দনৰতা তাৰ মৰমৰ বায়েকজনীক।

তেতিয়া বৰষুণ এৰিছিল, চালৰ পৰা পানীৰ টোপালবোৰ মাটিত পৰি টপ্-টপ্ শব্দ হৈছিল। সেই শব্দবোৰে ভাইটিলৈ কাঢ়িয়াই আনিছিল: এখন অজ্ঞাত, নামহীন নদীৰ বোকা পানীৰ মৰ্মৰিত ধুৰি ফুৰা কিছুমান অদেহী আত্মাৰ কণ্ঠস্বৰ॥

॥ ৯৪ ॥

১১আগষ্ট। নিশা ইন্দ্ৰৰ মুঠেও টোপনি নাহিল। কথাবোৰ ভাবি ভাবি গোটেই নিশা সি বিছনাত চট্-ফটাই কটালে। ৪আগষ্ট তাৰিখেই সদৌ অসম ছাত্ৰসন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ প্ৰতিনিধি দলটো পুনৰ দিল্লীলৈ গ'ল। ছাত্ৰসন্থাই আগতে সতৰ্ক কৰি দিছিল যে, যদি কোনো সমাধানৰ সূত্ৰ নোলায়, তেনেহ'লে ১৫আগষ্টৰ পৰা পুনৰ আন্দোলন চলোৱা হ'ব। প্ৰতিনিধি দলটোৱে শ্ৰী এছ্, বি, চৱনক লগ ধৰি এই সকলো

বিষয়ে আলোচনা কৰিব। কিন্তু অসম বিধানসভা ভঙ্গ কৰাৰ দাবী তেওঁলোকে কেতিয়াও নেৰে। সেই সময়ত অসমৰ ৰাজ্যপাল ভীষ্মনাৰায়ণ সিংহও দিল্লীতে আছিল। কেন্দ্ৰীয় চৰকাৰ আৰু আন্দোলনৰ নেতা সকলক ওচৰ চপাই অনাত তেওঁ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। ৭আগষ্ট তাৰিখে আন্দোলনৰ নেতৃবৰ্গৰ গৃহমন্ত্ৰীৰ সৈতে আলোচনা হ'ল। তেওঁলোকে ১৯৭১ চনৰ ভোটাৰ তালিকাক ভিত্তি তথ্য বছৰ হিচাবে লৈ ৰাজ্যখনত লোকসভা আৰু বিধানসভাৰ নিৰ্ব্বাচন পাতিবলৈ সম্মত হয় যদিও সেইটো চন বিদেশী লোকৰ চিনাক্তকৰণৰ ভিত্তিবছৰ হিচাবে নেতৃবৰ্গই গ্ৰহণ নকৰে বুলিও কেন্দ্ৰক স্পষ্ট কৰি দিলে।

আলোচনাত কেন্দ্ৰীয সচিব আৰ, ডি, প্ৰধানো উপস্থিত আছিল। আলোচনা ফলপ্ৰসু হৈছিল আৰু ছাত্ৰসন্থাৰ অসম বিধানসভা ভঙ্গৰ দাবীৰ প্ৰতি কেন্দ্ৰই বিবেচনা কৰাৰ আগ্ৰহ প্ৰকাশ কৰিছিল।

কালিলৈ দিল্লীত নেতৃবৰ্গই চৰনক লগ ধৰিব আৰু ৰাজ্যিক বিধানসভা ভঙ্গ কৰা আৰু নিৰ্ব্বাচন পতা সম্পৰ্কে আলোচনা কৰিব।

সময় খৰগতিত আগবাঢ়িল। চকুদুটা জোৰেৰে মুদি দি সি স্থিৰ হৈ বিচনাত পৰি থাকিল। কিছুসময় চকু মুদি পৰি থকাৰ পাচত সি চকু মেলি দেখিলে—বাহিৰৰ জিলি-মিলি পোহৰৰ ৰেঙণি ভিতৰলৈ সোমাই আহিছে। ৰাতিপুৱাল। তাৰ আগত যেন ১২তাৰিখটোৱে নতুন সম্ভৱনা লৈ থিয হ'লহি। সি বিছনাৰ পৰা উঠি ঠিয হোৱাৰ লগে লগে তাৰ মনতো আনন্দ, উৎসাহ আৰু কিবা এটা বেদনাই হেঁচি ধৰিলেহি। তাৰ চিঞৰি দিবৰ মন গ'ল—

কাণত বাজিল, প্ৰাণত বাজিল প্ৰভাতৰ ফেঁহুজালি,
হিয়াত কোনেনো ইমান পোহৰ, ইমান শকতি দিলি?

সি খৰ-খৰকৈ কাৰ্য্যালযলৈ আহিল আৰু নতুন বাতৰি পাবলৈ অপেক্ষা কৰি থাকিল। অকমাণ সময় অপেক্ষা কৰাৰ পিচত হঠাৎ ফোনটো বাজি উঠিল। ফোনত পুতুলে ক'লে,—১৯৬১চনৰ ২৪মাৰ্চৰ পিচত অসমত প্ৰৱেশ কৰা বিদেশী সকলক চিনাক্তকৰণ কৰি ভোটাৰ তালিকাৰ পৰা নাম বাদ দিয়া আৰু বহিস্কাৰ কৰাৰ সম্পৰ্কে কালি আলোচনা কৰা হৈছে।

ইন্দ্ৰই উত্তেজিত হৈ সুধিলে,—বিধানসভা ভঙ্গৰ প্ৰস্তাৱটো কি কৰা হ'ব?

—সেই বিষয়ে আলোচনা কৰা হ'ব আৰু আমি সেই দাবী কোনোমতেই নেৰোঁ ইন্দ্ৰ।

ফোনটো কাটা গ'ল। কাৰ্য্যালয়ত হাঁহাকাৰ লাগিল। কিছুসময়ৰ পাছত পুনৰ ফোনটো বাজি উঠিল। পুতুলে ক'লে,—আলোচনাত চূড়ান্ত অংশগ্ৰহণ কৰিবলৈ ছাত্ৰসন্থাৰ ৩০জন আৰু গণ-সংগ্ৰাম পৰিষদৰ ২০জন সদস্য কালিলৈ দিল্লীলৈ পঠাবি। কাক কাক পঠাবি সেই বিষয়ে কেন্দ্ৰীয় কৰ্ম্মকৰ্ত্তা সকলৰ লগত আলোচনা কৰি লবি। প্ৰতিনিধি দলটো আনিবলৈ কেন্দ্ৰই নিৰাপত্তা বাহিনীৰ বিমান পঠাব।

কাৰ্য্যালয়ত উপস্থিত থকা সদস্য সকল তৎপৰ হ'ল আৰু মুঠ ৫০জন সদস্যৰ নাম-ঠিকনা প্ৰস্তুত কৰি ঘৰে ঘৰে বাৰ্তাৰ পঠোৱা হ'ল। ৰাতি বিছনাৰ পৰা সদস্য সকলক জগাই হ'লেও আলোচনাত ভাগ লবলৈ ইন্দ্ৰই প্ৰতিনিধি দলটো প্ৰস্তুত কৰিবলগা হ'ল। গোটেই দিনে-নিশাই কৰ্মকৰ্তা-সকলে অকণো বিশ্ৰাম নোলোৱাকৈ কাম কৰিলে আৰু প্ৰতিনিধিৰ দলটোক বৰঝাৰ বিমান কোঠত বিদায় দি ইন্দ্ৰ ফিৰি আহিল।

বিশ্ববিদ্যালয়ৰ অভিমুখে আহি থকা গাড়ীখনত বহি অহা বন্ধু কেইজনৰ লগত কোনো কথা নাপাতি পিছৰ চিটত গা এৰি দি সি চকু দুটা মুদি দিলে। এখন হৃদয়ক ভালপোৱাৰ যি শক্তি আছিল আৰু যি প্ৰয়োজন আছিল, সময়ৰ নিৰ্ম্মম সংঘাটত সেইবোৰ যেন নিঃশেষ হৈ গৈছিল। আজি এই মুহূৰ্ত্তত পুনৰ নতুনকৈ আশা কৰিবলৈ, দ্ৰুত গতিৰে কাম কৰিবলৈ প্ৰেৰণা ঘূৰাই পালো। মনোৰমা! শুনিছানে মোৰ প্ৰাণৰ স্পন্দন, তুমি শুনিছানে আমাৰ বাৰ্তাৰ? যদি শুনা নাই, শুনা! আমাৰ সমস্যাৰ সমাধান হ'বলৈ বেছি সময় নাই। শেষ সিদ্ধান্তত উপনীত হ'বৰ কাৰণে বন্ধুবৰ্গ দিল্লীলৈ গৈছে।—ইন্দ্ৰ ভাৱ সাগৰত বুৰ গ'ল।—সদৌ অসম ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদৰ লগত কেন্দ্ৰীয় চৰকাৰে এখন চুক্তি সম্পাদনা কৰিছে, যদি সেই চুক্তিত আজি প্ৰধান-মন্ত্ৰীয়ে চহী কৰে, তেনেহ'লে আনন্দৰ কথা নহ'বনে? সেই খবৰ পালে তুমি নিশ্চয় কান্দিবা। মই জানো—চকুৰ পানীৰে তিয়াই যোৱা তোমাৰ গাল দুখন তেতিয়া নদীয়ে পলশ পেলাই থৈ যোৱা পাৰৰ কোমল মাটিৰ কোমল পৰশৰ দৰে লাগিব চাগৈ। মই যেতিয়া তাত স্পৰ্শ কৰিম, তেতিয়া তাত মই দেখিবলৈ পাম পৃথিৱীৰ অপৰূপ ৰূপ।

গাড়ী আহি বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসৰ সন্মুখত ৰ'লহি। ইন্দ্ৰ গাড়ীৰ

পৰা নামি পোণে পোণে কাৰ্য্যালয়ত বহিলগৈ। উৎকণ্ঠা, অস্থিৰতাই তাৰ মন ভাৰাক্ৰান্ত কৰি তুলিলে। সময়বোৰ পাৰ হোৱাৰ লগে লগে কেন্দ্ৰীয় কাৰ্য্যালয়ত সদস্য, উপদেষ্টা সকল ঠাহ খালেহি আৰু নতুন খবৰৰ কাৰণে বাট চালে। ১৩তাৰিখৰ নিশা ভৃগুৱে ফোনত ক'লে—দুয়োটা দলৰ সংগঠনৰ সমন্বয়ৰক্ষী কমিটিৰ বৈঠক দ্বিতীয়বাৰৰ কাৰণে অনুষ্ঠিত হৈছে আৰু আলোচনাত মতানৈক্য আঁতৰ কৰিবলৈ চেষ্টা চলাই থকা হৈছে।

ফোনত ভাঁহি অহা ভৃগুৰ কথাখিনি উপস্থিত সদস্য সকলক কৈ ইন্দ্ৰই হুমুনিয়াহ কাঢ়িলে। খবৰ পায়েই কাৰ্য্যালয়ৰ পৰা সদস্যসকল আলোচনাৰ অগ্ৰগতিৰ কথা ৰাইজক জনাবলৈ দিহা-দিহি গ'ল। কাৰ্য্যালয়ত ইন্দ্ৰ অকল-শৰীয়া হ'ল। তাৰ মনত ভাব হ'ল—চুক্তিপত্ৰখন বাৰু কেনেকুৱা হৈছে? তাত কিবা ফাঁক ৰৈ গৈছে নেকি? চুক্তিপত্ৰখন পঢ়ি চাবলৈ ইন্দ্ৰৰ বৰ মন গ'ল। কিন্তু দিল্লীলৈ সি এতিয়া যাব নোৱাৰে। বৰ্তমানে তাৰ দায়িত্ব গধুৰ। তাৰ মনত এটা ভাবৰ উদয় হ'ল—নিশ্চয় চুক্তিপত্ৰত প্ৰথম স্থান পাব বিদেশী নাগৰিকক বহিষ্কাৰ কৰা কথাটোৱে। কিন্তু এই বিদেশী বুলি ভবা মানুহখিনি ক'লৈ যাব? সঁচাকৈয়ে যি দেশৰ পৰা আহিছে, সেই দেশলৈ ঘূৰি যাবনে? যদি নাযায় বা এই দেশে মানুহখিনিক গ্ৰহণ নকৰে, তেনেহ'লে সেই মানুহখিনিক বিভিন্ন ৰাজ্যত ভগাই দি কিবা এটা স্থায়ী সমাধানৰ চিন্তা কেন্দ্ৰীয় চৰকাৰে কৰিব নোৱাৰেনে? যদি ই এটা আন্তঃৰাষ্ট্ৰীয় সমস্যা হয়, তেনেহ'লে এই মানুহখিনিক পুনৰ সংস্থাপন দিবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে নিশ্চয় বিবেচনা কৰিব পাৰে। অকল বিদেশী বহিষ্কাৰৰ চুক্তি কৰিলেই সমস্যাৰ সমাধান হ'বনে?—ইন্দ্ৰৰ নিজৰ মনতে প্ৰশ্ন হ'ল—এখন দেশৰ পৰা আন এখন দেশলৈ প্ৰব্ৰজন হয় কিয়? নিশ্চয় আনন্দ আৰু সুখৰ কাৰণে নহয়? প্ৰাকৃতিক দুৰ্য্যোগ, পুঁজিবাদীৰ অত্যাচাৰ, জমিদাৰী সকলৰ গোৰামী ব্যৱস্থা, গাভৰু ছোৱালীৰ সতীত্বৰ ৰক্ষণা-বেক্ষণ আদিৰ কাৰণে এখন দেশৰ পৰা আন এখন দেশলৈ মানুহৰ প্ৰব্ৰজন হয়। যদি এই প্ৰব্ৰজন অবাধ গতিৰে চলি থাকে, তেনেহ'লে খিলঞ্জীয়া গোষ্ঠীৰ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক অস্তিত্ব বিপদাপন্ন হয়। কাৰণ বিদেশীসকলে খিলঞ্জীয়া সকলৰ ঘাই সুঁতিৰ লগত মিলি যাবলৈ ইচ্ছা নকৰে, বৰঞ্চ গোজেই গঁজালি হ'বলৈ চেষ্টা কৰে। যাৰ ফলত আজি ত্ৰিপুৰী, নেপালী বিলাকে আন্দোলন

কৰিবলগা হৈছে। বৰ্তমানে পৃথিৱীৰ উন্নত দেশ সমূহো এই সমস্যাৰ পৰা মুক্ত হ'ব পৰা নাই। গতিকেই বিদেশী সকলৰ কাৰণে এটা স্থায়ী সমাধানৰ দৰকাৰ। বহিষ্কাৰ কৰাতো এটা স্থায়ী সমাধান নহয় কাৰণ বহিষ্কাৰ হোৱা সকল অবৈধভাৱে পুনৰ অসমত সোমাব। গতিকে বহিষ্কাৰ কৰাৰ পিছত সিহঁত ক'ত স্থায়ীভাৱে থাকিব, সেইটোৱে স্থায়ী সমাধানৰ সূত্ৰ হ'ব লাগিব নহ'লে সমস্যা সমস্যা হৈয়ে থাকিব। গতিকে চুক্তি ৰূপায়ণ কৰিবলৈ ভৱিষ্যতৰ পথ মুকলি কৰি শক্তিশালী আইন-কানুন প্ৰস্তুত কৰিব লাগিব। ইন্দ্ৰই মনক বুজনি দিলে—অনাহকত চিন্তা কৰা বেয়া। চুক্তিপত্ৰ নিশ্চয় কাট্-কটীয়া হৈছে, নহ'লে নেতাসকলে কিয় চহী কৰিব?

সি মনক বুজনি দিলে: আমি সংযমী, নিষ্ঠা আৰু গম্ভীৰ মনোভাৱেৰে চুক্তি পত্ৰখন গ্ৰহণ কৰিব লাগিব। বিশ্বাস ঘাটকতাকাৰী সকলৰ পৰা সাৱধান হ'ব লাগিব। ভ্ৰষ্টাচাৰত লিপ্ত থকা দুষ্ট ৰাজনীতিবিদক কেতিয়াও বিশ্বাস কৰিব নোৱাৰি। চুক্তিপত্ৰত চহী কৰিলেও সিহঁতৰ হৃদয় পৰিৱৰ্তন হৈছে বুলি ভবাটো ভুল হ'ব। "শক্তি নহ'লে সমতা নাহে" বুলি ভাৰতবৰ্ষৰ মহান সাংস্কৃতিক পণ্ডিত কবিগুৰু ৰবীন্দ্ৰনাথে কৈ গৈছে। অসমক কোনো গুণে দেশৰ অঙ্গ বুলি নভবা এচাম ৰাজনৈতিক, সুবিধাবাদী, ক্ষমতা পিপাসু শাসক-প্ৰশাসকৰ লগত হে আমি এতিয়া চুক্তিপত্ৰখন কৰিম, যি সকলৰ ভেৰোণীয়া সৈন্যৰ হাতত অসমৰ আগণন বাইজে জীৱন পাত কৰি নিৰ্য্যাতিন মূৰ পাতি ল'ব লগা হৈছিল। তেতিয়া সেই ক্ষমতালোভী সকলৰ চকুত আইন, সংবিধান, ঐক্য-সংহতি, মানৱতাবোধ একো নাছিল।

সেই সুবিধাবাদী চৰকাৰটোৱেই আজি আন্দোলনৰ নেতৃবৰ্গৰ চুক্তিপত্ৰ চহী কৰিবলৈ মত পোষণ কৰিছে।

ইন্দ্ৰই দুয়োহাতেৰে মূৰৰ চুলিবোৰ আঁজুৰি দিলে। সি আনন্দ কৰিবনে বেজাৰ কৰিব,—একো ঠাৱৰ কৰিব নোৱাৰিলে। সি ভাবিলে—এনে সময়ত এইবোৰ চিন্তাই তাক ভাৱপ্ৰৱণ কৰি তুলিছে নেকি? নাই-নাই—এনে সময়ত ভাৱপ্ৰৱণতাই কাম নিদিয়ে। কিন্তু এই মুমূৰ্ষু সময়ত অকলে কাৰ্য্যালয়তে বহি থাকি তাৰ মনলৈ নানান চিন্তা অহাতো স্বাভাৱিক। সি চিগাৰেট এটা জ্বলাই ললে আৰু একাগ্ৰমনে চিগাৰেটটোকে নিতান্ত আপোন বুলি বিশ্বস্ত সঙ্গী কৰি ললে।

১৪আগষ্ট। সূৰ্য্যৰ প্ৰচণ্ড শিখাই যেন সিহঁতলৈ কাঢ়িয়াই আনিলে:

স্বদেশৰ বাবে জগত জগাই তোলা মাতৃ-প্ৰেমৰ চিৰন্তন প্ৰবাহ। কাৰ্য্যালয়ত ইন্দ্ৰৰ সন্মুখত থকা ছাত্ৰ নেতাসকল অস্থিৰ হ'ল! বাৰে বাৰে ফোনটোলৈ চালে, হয়তো আকৌ কিবা কাৰণত আলোচনা নিষ্ফল হ'লেই বা? ১৪তাৰিখৰ দিনটোৱেও বিদায় মাগিলে। সন্ধিয়া লাগিল, তথাপিও দিল্লীৰ পৰা একো খবৰ সিহঁতে নাপালে। সন্ধিয়াৰ কাণি-মুনি বেলিকা পাৰ হৈ আন্ধাৰ গভীৰ হ'ল। ক'ৰবাত ঝিলিয়ে বিনালে। ওচৰৰ আম গছজোপাত মাজনিশা ফেঁচাজনীযে উৰুলি দিলে। প্ৰহৰবোৰ আগবাঢ়িল। কাৰ্য্যালয়ৰ বেৰত ওলমি থকা ঘড়ীটোৱে এক বজাৰ সংকেত দিলে।

তাত উপস্থিত থকা এজন ছাত্ৰ নেতাই চিঞৰি উঠিল—১৫আগষ্টত সোমাল। আন্দোলন পূৰ্ণগতিৰে পুনৰ চলাব লাগিব। বোধহয, এইবাৰো মীমাংসা নহ'ল।—উপস্থিত থকা কৰ্ম্মকৰ্ত্তা সকল হতাশ হ'ল।

এটা অস্বস্তিকৰ পৰিৱেশত থাকিব নোৱাৰি ইন্দ্ৰই বাহিৰলৈ ওলাই আহি দেখিছিল—চতুৰ্দশীৰ জোনটোৱে হাঁহি হাঁহি কোনোবা অজান মুলুকলৈ গতি কৰিছে।

সি উৎকণ্ঠাৰে ভিতৰলৈ সোমাই গ'ল।

আজি তাৰ জোনাক চাবলৈ সময নাই। কাৰ্য্যালয়ত ঠাহ খাই থকা মানুহ খিনিয়ে অস্থিৰতাৰে সময কটালে। সিহঁত যেন ব্যাকুলতাৰ দুৰ্ব্বহ বোজা এটা বহন কৰি ক্ষণে ক্ষণে শ্বাসৰুদ্ধ হৈ পৰিছে। কিন্তু সেই নিষ্পাপ সময় খিনিৰ ভিতৰতে সিহঁতে উপলব্ধি কৰিবলৈ বিচাৰিছে ঃ সত্যৰ সাম্যৰূপ। কোঠালিটোৰ মাজতে সিহঁতে যেন চাবলৈ চেষ্টা কৰিছে ঃ চিনাকী বাটৰ নতুন আশাৰ জিলিঙণি।

এই অপেক্ষা বৰ নিদাৰুণ, এই অপেক্ষাৰ পীড়া বৰ ভয়াবহ। ইন্দ্ৰই ভাব সাগৰত বুৰ গৈ থাকোতেই সময়ে কৌতিযা মূৰ পুলুকা দিলে, সি গমকে নাপালে। উৎকণ্ঠাৰ যেন শেষ নাই। হঠাতে ফোনটো বাজি উঠিল। ভূগুৰে ক'লে,—আজি ১৪তাৰিখ, শেষনিশা ২-৪৫ মিনিটত চুক্তিপত্ৰত চহী হ'ল।

ইন্দ্ৰই ফোনটো ধৰি উৎফুল্লিত হৈ চিঞৰি উঠিল—অভিনন্দন! অভিনন্দন!!

ইন্দ্ৰই ফোনটো থৈ দুইধাৰে বৈ অহা চকুপানীখিনি হাতখনেৰে মচি আৱেগত বিহ্বল হৈ পৰিল।

কাৰ্য্যালয়ত হুলস্থূল লাগিল। মাঙ্গলিকা ফটকাৰ ধ্বনিয়ে অসমৰ আকাশ-বতাহ মুখৰিত কৰি তুলিলে। ফটকাৰ শব্দবোৰ শুনি ইন্দ্ৰ বাহিৰলৈ ওলাই আহিল আৰু বুকুখন হেঁচি ধৰি সি গালে—

বাজক হৃদয় বীণা
আজিযে জগৎ জীনা
হিয়া মোৰ হওক উদ্ভাসিত ॥

॥ ৯৫ ॥

আন্দোলনৰ নেতৃবৰ্গই পঠোৱা চুক্তিপত্ৰৰ কপিটো ইন্দ্ৰই অফিচতে বহি মন দি পঢ়িবলৈ ধৰিলে—

## বিদেশী নাগৰিক বহিষ্কাৰ কৰা সম্পৰ্কত সদৌ অসম ছাত্ৰসন্থা, গণ-সংগ্ৰাম পৰিষদ আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত হোৱা চুক্তিপত্ৰ

### সমাধানৰ স্মাৰকপত্ৰ

অসমৰ বিদেশী সমস্যাৰ সন্তোষজনক সমাধান এটা বিচাৰি চৰকাৰ অনবৰত অতিশয় উদ্বিগ্ন হৈ আছিল। সদৌ অসম ছাত্ৰসন্থা (সঃ অঃ ছাঃ সঃ) আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদে এনে এটা সমাধানৰ বাবে ব্যগ্ৰতা প্ৰকাশ কৰিছে।

২। স্বৰ্গীয়া প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীক ১৯৮০ৰ ২ফেব্ৰুৱাৰীত দিয়া স্মাৰকপত্ৰৰ যোগেদি সঃ অঃ ছাঃ সঃই অসমত হৈ থকা বিদেশী নাগৰিক-সকলৰ প্ৰব্ৰজনৰ বিষয়ে গভীৰ সংশয় কৰি ৰাজ্যখনৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক জীৱনত কু-প্ৰভাৱ পেলাব বুলি ভয় প্ৰকাশ কৰিছিল।

৩। অসমৰ জনসাধাৰণৰ প্ৰকৃত সংশয়ৰ প্ৰতি সজাগ হৈ তেতিয়াৰ প্ৰধান-মন্ত্ৰীয়ে সঃ অঃ ছাঃ সঃ/সঃ অঃ গঃ সঃ পঃৰ সৈতে আলোচনা আৰম্ভ কৰে। পৰৱৰ্তী কালত ১৯৮০-৮৩ৰ কালছোৱাত প্ৰধানমন্ত্ৰী আৰু গৃহমন্ত্ৰীৰ (মন্ত্ৰণালয়) পৰ্য্যায়ত আলোচনা চলে। ১৯৮৪ত কেইবাটানি অনানুষ্ঠানিক

আলোচনা চলে। ১৯৮৫ৰ মাৰ্চত আনুষ্ঠানিক আলোচনা পুনৰানুষ্ঠিত হয়।

৪। সাংবিধানিক আৰু আইনগত ব্যৱস্থা, আন্তঃৰাষ্ট্ৰীয় চুক্তি, ৰাষ্ট্ৰীয় প্ৰতিশ্ৰুতি আৰু মানৱীয় বিবেচনাকে ধৰি আটাইবোৰ দিশ সামৰি কামত তলত দিয়া ধৰণে আগবাঢ়িবলৈ সিদ্ধান্ত কৰা হৈছে—

**বিদেশীৰ সমস্যা ঃ**

৫ঃ ১। বিদেশীসকলৰ চিনাক্তকৰণ আৰু নাম বাতিলৰ বাবে ভিত্তি তাৰিখ আৰু চন হ'ব ১।১।১৯৬৬।

৫ঃ ২। ১৯৬৭ৰ নিৰ্ব্বাচনত ব্যৱহৃত ভোটাৰ তালিকাত থকা নামকে ধৰি ১।১।১৯৬৬ৰ আগতে অসমলৈ অহা লোকৰ নাম নিয়মিতকৰণ হ'ব।

৫ঃ ৩। ১।১।১৯৬৬ৰ পৰা ১৯৭১ৰ ২৪মাৰ্চলৈকে (অন্তৰ্ভুক্ত কৰি) অসমলৈ অহা বিদেশীসকলক ১৯৪৬ৰ বিদেশীসকল আইন আৰু ১৯৬৪ৰ বিদেশীসকল (ন্যায়াধিকৰণ) আদেশৰ ব্যৱস্থা অনুসৰি চিনাক্ত কৰা হ'ব।

৫ঃ ৪। চিনাক্ত হোৱা বিদেশীসকলৰ নাম চলিত ভোটাৰ তালিকাৰ পৰা বাতিল কৰা হ'ব। চিনাক্ত হোৱা লোকসকলে ১৯৩৯ৰ বিদেশীসকলৰ পঞ্জীবন্ধন আইনৰ আৰু ১৯৩৯ৰ বিদেশীসকলৰ পঞ্জীবন্ধন নিয়মৰ ব্যৱস্থা অনুসৰি সংশ্লিষ্ট জিলাৰ পঞ্জীবন্ধন বিষয়াৰ ওচৰত পঞ্জীবদ্ধ হোৱাৰ আৱশ্যক হ'ব।

৫ঃ ৫। ভাৰত চৰকাৰে এই উদ্দেশ্যে চৰকাৰী যন্ত্ৰৰ যথোচিত শক্তি-শালীকৰণৰ ব্যৱস্থা ল'ব।

৫ঃ ৬। চিনাক্ত হোৱাৰ পৰা দহ বছৰ পাৰ হোৱাৰ পাচত ভোটাৰ তালিকাৰ পৰা বাতিল হোৱা এনে লোকৰ নাম পুনৰ্লিখন কৰা হ'ব।

৫ঃ ৭। আগতে বহিষ্কৃত হোৱা যি সকল লোক অসমত অবৈধভাৱে সোমাইছে তেওঁলোকক বহিষ্কাৰ কৰা হ'ব।

৫ঃ ৮। ১৯৭১ৰ ২৫মাৰ্চৰ পাচত অসম সোমোৱা বিদেশীসকলক আইন অনুসৰি চিনাক্ত কৰা হ'ব, (ভোটাৰ তালিকাৰ পৰা) নাম বাতিল কৰা হ'ব, আৰু বহিষ্কৃত কৰা হ'ব। এনে বিদেশীসকলক বহিষ্কাৰ কৰিবলৈ ততাতৈয়া আৰু কাৰ্য্যকৰী ব্যৱস্থা লোৱা হ'ব।

৫ঃ ৯। ১৯৮৩ৰ অবৈধ প্ৰব্ৰজনকাৰী (ন্যায়াধিকৰণৰ দ্বাৰা নিৰ্ণয়)

আইন প্ৰয়োগৰ ক্ষেত্ৰত সঃ অঃ ছাঃ সঃ/সঃ অঃ গঃ সঃ পঃএ প্ৰকাশ কৰা কিছুমান অসুবিধাৰ প্ৰতি চৰকাৰে যথোপযুক্ত বিবেচনা কৰিব।

## ৰক্ষাকৱচ আৰু অৰ্থনৈতিক বিকাশ

৬। অসমীয়া মানুহৰ সাংস্কৃতিক, সামাজিক আৰু ভাষিক পৰিচয় আৰু ঐতিহ্য ৰক্ষা, সংৰক্ষণ আৰু বিকাশৰ বাবে যথোচিত সাংবিধানিক, আইন-গত আৰু প্ৰশাসনীয় ৰক্ষাকৱচ দিয়া হ'ব।

৭। জনসাধাৰণৰ জীৱন ধাৰণৰ মানৰ উৎকৰ্ষ সাধনৰ বাবে, অসমৰ তৎকালীন সামগ্ৰিক অৰ্থনৈতিক উন্নয়নৰ কাৰণে প্ৰতিশ্ৰুতিৰ নৱীকৰণৰ সুবিধা চৰকাৰে এই সুযোগতে গ্ৰহণ কৰে। ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান স্থাপনৰ যোগেদি শিক্ষা, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাত বিশেষ জোৰ দিয়া হ'ব।

## আন আন বিষয়

৮ঃ ১। কেৱল কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃপক্ষৰ দ্বাৰাইহে নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ দিয়াৰলৈ ভৱিষ্যতে চৰকাৰে ব্যৱস্থা কৰিব।

৮ঃ ২। ভাৰতীয় নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ ( ভাঃ নাঃ প্ৰঃ ) অনিয়ম প্ৰদানৰ সম্পৰ্কে সঃ অঃ ছাঃ সঃ/সঃ অঃ গঃ সঃ পঃএ কৰা বিশেষত্বপূৰ্ণ আপত্তিবোৰ বিবেচনা কৰা হ'ব।

৯ঃ ১। যথাস্থানত দেৱাল, কাঁইটীয়া তাঁৰৰ জেওৰা আৰু এনে ধৰণৰ প্ৰতিবন্ধকতা নিৰ্মাণ কৰি ভৱিষ্যৎ অনুপ্ৰৱেশৰ বিৰুদ্ধে আন্তঃৰাষ্ট্ৰীয় সীমান্ত নিৰাপদ কৰা হ'ব। আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ স্থলপথ আৰু নদীপথেদি সমস্ত সীমান্তত নিৰাপত্তা বাহিনীৰ পহৰাদান যথোচিতভাবে ঘনীভূত কৰা হ'ব। নিৰাপত্তা ব্যৱস্থা শক্তিশালীকৰণ আৰু ভৱিষ্যৎ অনুপ্ৰৱেশত সফল বাধাদানৰ উদ্দেশ্যে যথেষ্ট সংখ্যক তালাচী চকী স্থাপন কৰা হ'ব।

৯ঃ ২। ওপৰত উল্লেখিত ব্যৱস্থাবোৰৰ বাহিৰে আৰু নিৰাপত্তাৰ বিবেচনা আগত ৰাখি নিৰাপত্তা বাহিনীয়ে পহৰাদান কৰিবলৈ সুবিধা হোৱাকৈ আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ কাষে কাষে এটা ৰাস্তা নিৰ্মাণ কৰা হ'ব। সীমান্ত আৰু ৰাস্তাৰ মাজৰ ঠাইখিনি, য'তেই সম্ভৱপৰ, জনবসতি শূন্য কৰি ৰখা হ'ব। আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ নদীপথেদি পহৰাদান ঘনীভূত কৰা হ'ব। অনুপ্ৰৱেশকাৰীয়ে সীমান্ত পাৰ হোৱা বা পাৰ হবলৈ চেষ্টা কৰোঁতে বাধা দিবলৈ সকলো প্ৰকাৰৰ ফলদায়ক ব্যৱস্থা লোৱা হ'ব।

১০। চৰকাৰী মাটি আৰু জনজাতীয় বেষ্টনী আৰু খণ্ডত বেদখল কৰাত বাধা দিবলৈ থকা সংশ্লিষ্ট আইনবোৰ কট্‌-কটীয়াকৈ প্ৰয়োগ কৰা আৰু আইনৰ ব্যৱস্থা অনুযায়ী বেদখলকাৰীক উচ্ছেদ কৰাৰ নিশ্চয়তা দিয়া হ'ব।

১১। অসমত বিদেশীসকলে স্থাৱৰ সম্পত্তি অধিকাৰ কৰাত নিয়ন্ত্ৰণ কৰা সংশ্লিষ্ট আইনবোৰ কট্‌-কটীয়াকৈ কাৰ্য্যকৰী কৰাৰ নিশ্চয়তা দিয়া হ'ব।

১২। জন্ম আৰু মৃত্যুৰ পঞ্জীয়ণ যথাযথভাৱে তৈয়াৰ কৰাৰ নিশ্চয়তা দিয়া হয়।

## স্বাভাৱিক অৱস্থা ঘূৰাই অনা

১৩। সদৌ অসম ছাত্ৰসংস্থা ( সঃ অঃ ছাঃ সঃ ) আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদে ( সঃ অঃ গঃ সঃ পঃ ) আন্দোলন প্ৰত্যাহাৰ কৰিব, সম্পূৰ্ণ সহযোগিতা আগবঢ়াব আৰু দেশৰ উন্নয়নত আত্মনিয়োগ কৰিব।

১৪। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰ সন্মত হয়ঃ—

(ক) আন্দোলনৰ সংক্ৰান্তত কৰ্মচাৰীসকলৰ বিপক্ষে লোৱা আটাইবোৰ শৃঙ্খলামূলক বিধান সহানুভূতিৰে বিবেচনা কৰিবলৈ আৰু গোচৰবোৰ উঠাই লৈ কোনো প্ৰকাৰৰ দণ্ডাৰ্হকৰণ নাথাকিব।

(খ) আন্দোলনত মৃত্যু হোৱা লোকৰ ওচৰ সম্পৰ্কীয় লোকক এককালীন সাহায্য দিবৰ বাবে এখন আঁচনি কৰিব।

(গ) অসম আন্দোলনৰ সংক্ৰান্তত সৃষ্টি হোৱা ব্যতিক্ৰমমূলক পৰিস্থিতিৰ বাবে অসমৰ লোক-সেৱাত নিয়োগৰ কাৰণে শিক্ষামূলক আৰু প্ৰতিযোগিতা-মূলক পৰীক্ষা আদি পাতোতে বয়সৰ উৰ্দ্ধসীমা ৰেহাই দিবৰ কাৰণে আগ-বঢ়োৱা প্ৰস্তাৱৰ প্ৰতি সহানুভূতিসূচক বিবেচনা কৰিব।

(ঘ) আটক বন্দীৰ গোচৰ যদি আছে সেইবোৰৰ তথা জঘন্য অপৰাধত অভিযুক্তসকলৰ বাহিৰে আন্দোলন সংক্ৰান্ত অপৰাধৰ গোচৰবোৰ পুনৰীক্ষণ কৰিবলৈ,

(ঙ) প্ৰতিশোধমূলক নিৰ্দেশ/বলবৎ হৈ জাননী যদি আছে উঠাই লোৱাৰ বাবে বিবেচনা কৰিবলৈ,

১৫। উক্ত সিদ্ধান্তবোৰ কাৰ্য্যকৰী কৰোঁতে গৃহ পৰিক্ৰমাৰ মন্ত্ৰণালয় সন্মতিদায়ক মন্ত্ৰণালয় হ'ব।

স্বাঃ প্ৰফুল্ল কুমাৰ মহন্ত, ১৫।৮।৮৫

সভাপতি

সদৌ অসম ছাত্ৰসন্থা

স্বাঃ ভৃগু কুমাৰ ফুকন, ১৫।৮।৮৫

সাধাৰণ সম্পাদক

সদৌ অসম ছাত্ৰসন্থা

স্বাঃ বিৰাজ শৰ্ম্মা, ১৫।৮।৮৫

আহ্বায়ক

সদৌ অসম গণ-সংগ্ৰাম পৰিষদ

সম্মুখত—

স্বাঃ ৰাজীৱ গান্ধী, ১৫।৮।৮৫

ভাৰতৰ প্ৰধানমন্ত্ৰী

স্বাঃ আৰ ডি প্ৰধান,

গৃহ সচিব, ভাৰত চৰকাৰ

স্বাঃ পি. পি ত্ৰিবেদী,

মুখ্য সচিব, অসম চৰকাৰ

১। শুদ্ধ ভোটাৰ তালিকা প্ৰস্তুতিৰ নিশ্চযতা দিবলৈ নিৰ্বাচন আযোগক অনুৰোধ কৰা হ'ব।

২। নিৰ্বাচনী নিয়মমতে সঙ্গত হলে দাবী আৰু আপত্তি দাখিলৰ সময ৩০দিন বঢ়াই দিয়া হ'ব।

৩। কেন্দ্ৰীয পৰ্য্যবেক্ষক পঠাবলৈ নিৰ্বাচন আযোগক অনুৰোধ কৰা হ'ব।

স্বাঃ আৰ. ডি প্ৰধান,

গৃহ সচিব

১। অসমত তেল শোধনাগাৰ স্থাপন কৰা হ'ব।

২। ৰাজ্য চৰকাৰক কেন্দ্ৰীয় চৰকাৰে ঃ

(০১) অশোক পেপাৰ মিল

(০২) জুটমিল

পুনৰ চালু কৰিবলৈ ৰাজ্য চৰকাৰক পূৰ্ণ সাহায্য দিব।

৩। অসমত আই-আই-টি স্থাপন কৰা হ'ব।

স্বাঃ আৰ ডি. প্ৰধান,

গৃহ সচিব

চুক্তিপত্ৰখন পঢ়ি উঠাৰ পিচত ইন্দ্ৰই হাঁহি এটা মাৰি ক'লে—ছবছৰীয়া ঐতিহাসিক বিদেশী বহিস্কাৰ আন্দোলনত অসমৰ বাইজে যি দুখ-যন্ত্ৰণা ভোগ কৰিলে, সেই দুখ-যন্ত্ৰণাৰ সামৰণি পেলাই এই অসমচুক্তি সম্পাদিত হ'ল। —কাৰ্য্যালয়ত উপস্থিত থকা ছাত্ৰসংস্থাৰ সদস্য সকলক উদ্দেশ্য কৰি ইন্দ্ৰই পুনৰ ক'লে—এই কেইবছৰত ধন-জন, শিক্ষা-দীক্ষা, ব্যৱসায়-বাণিজ্যৰ যি ক্ষতি হ'ল সেই ক্ষতি চুক্তিখনে পূৰাব নোৱাৰিব পাৰে, কিন্তু এই চুক্তিখনে মানুহৰ মনলৈ স্থিৰতা আনি দেশলৈ স্বাভাৱিক পৰিৱেশ এটা ঘূৰাই আনিব পাৰিব। ইমান বছৰে অৱহেলিত হৈ থকা অসমবাসীয়ে অনুষ্ঠানিকভাৱে সম্মানজনক সমাধান এটা যে কৰিবলৈ সক্ষম হৈছে, সেইটোৱেই হৈছে ঃ চুক্তি সম্পাদনাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ দিশ।

ইন্দ্ৰলৈ সকলোৱে চালে। ইন্দ্ৰই পুনৰ ক'লে—প্ৰতিনিধি দলটো ২১তাৰিখে আহি পাবহি। আজি ১৯তাৰিখ হ'লেই, মাজতে মাত্ৰ এটা দিন বাকী আছে। গতিকে তোমালোক সকলো জজ খেল পথাৰলৈকে যোৱা ভাল, কিয়নো তাৰ কামখিনি সম্পূৰ্ণ কৰিব লাগে।—ইন্দ্ৰই কোৱাৰ লগে লগে সকলো জজ খেল পথাৰলৈ বুলি কাৰ্য্যালয়ৰ পৰা ওলাই গ'ল।

সিহঁত ওলাই যোৱালৈ চাই থাকি ইন্দ্ৰই ভাবিলে—জজ খেল পথাৰত প্ৰতিনিধি দলটোক আদৰণি জনোৱা হ'ব। আদৰণি সভাখনৰ আগমুহূৰ্ত্তত শ্বহীদ সকলক শ্ৰদ্ধাঞ্জলী জনাবলৈ তাত এটা শ্বহীদ স্তম্ভ ইতিমধ্যে নিৰ্ম্মাণ কৰা হৈছে।

শ্বহীদ শব্দটো মনত পৰাৰ লগে লগে ইন্দ্ৰৰ জীৱনলৈ মনত পৰি গ'ল আৰু তাৰ মনৰ উৎসাহখিনি নিমিষতে সেমেকি পৰিল। কিন্তু সি জানে আত্মা অজন্মা, নিত্য, শ্বাশ্বত আৰু পুৰাতন। শৰীৰৰ বিনাশ হ'লেও আত্মাৰ বিনাশ নাই।

গীতাত কৈছে—

আজো নিত্যঃ শ্বাশ্বতো হয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰ ॥

ইন্দ্ৰই উপলব্ধি কৰিলে ঃ তাৰ বন্ধু জীৱনৰ শ্বাস-প্ৰশ্বাস যেন তাৰ চাৰিওফালে ঘূৰিব লাগিছে। সি মূৰটো টেবুলত পেলাই দিলে। মুহূৰ্ত্তে নিঃসঙ্গতাই তাক ব্যতিব্যস্ত কৰি তুলিলে। হেৰুৱাৰ বেদনা বৰ ভয়াবহ, তাক

-মানুহে লুকুৱাই ৰাখিব নোৱাৰে, সেই ভয়াবহতাৰ পৰা লুকাই থাকিব পৰা বন-বনানি পৃথিৱীত ক'তো নাই। তাৰ নিচিনাকৈ ছাগৈ আজি ক'ত মাতৃ-ভগ্নীয়ে আনন্দ আৰু বেদনাৰ সন্ধিক্ষণত বিচলিত হৈ পৰিছে, আৰু তাৰ মনোৰমা ?

সি টেবুলৰ ওপৰতে দুয়োখন হাতত মূৰটো দি কিছু সময় নিতাল মাৰি থাকিল। তাৰ পিচত চক্‌খাই উঠি সি চকুদুটা মোহাৰি দিলে। নিমিষতে তাৰ চকুত উদ্ভাষিত হৈ উঠিল—নতুন সূৰ্য্যৰ জ্যোতি। মনটো তাৰ ভৰি গ'ল। স্বাধীনতাৰ আন্দোলনৰ পিচত এনে এক সুদীৰ্ঘ অহিংস আন্দোলন পৰিচালনা কৰি ছাত্ৰসন্থা আৰু গণ-সংগ্ৰাম পৰিষদে চুক্তি এখন সম্পাদনা কৰাটো কম সুখৰ কথা নহয়। ষি চি আৰু পি বাহিনী লগাই আন্দোলনৰ নেতা সকলক অত্যাচাৰ কৰিছিল—সেই নেতা সকলক কেন্দ্ৰীয চৰকাৰেই মাতি নি চুক্তি সম্পন্ন কৰাটো আমাৰ বাইজে কৰা মৃত্যু সংকল্পৰ ফল নহয় জানো ?

সি বহাৰ পৰা ঠিয় হ'ল। আজি তাৰ বহুত কাম। পৰহিলৈ হ'ব লগা আদৰণি সভাখনৰ প্ৰস্তুতি সম্পূৰ্ণ কৰিব লাগিব। সি কাৰ্য্যালয়ৰ দুৱাৰখন বন্ধ কৰিলে আৰু জজ ফেল্ড পথাৰলৈ বুলি ৰাজপথত খোজ দিলে।

॥ ৯৬ ॥

হঠাতে ফটকাৰ শব্দ শুনি মনোৰমা বিচনাৰ পৰা জাপ মাৰি উঠিল। নিশ্চয় চুক্তিপত্ৰত চহী হ'ল। সমস্যাৰ সমাধান হ'ল। তাই উঠি আহি ভাইটিক জগাই দি ক'লে—ভাইটি, উঠ! আমাৰ চুক্তিপত্ৰত চহী হ'ল। সেইয়া শুনিছনে, ফটকাৰ শব্দ।—তাই খৰকৈ আহি দুৱাৰখন মেলি দি বাহিৰলৈ দৌৰ মাৰিলে। বাহিৰত মানুহৰ জুম। সঁচাকৈয়ে চুক্তিপত্ৰত চহী হ'ল। তেতিয়া পূৰ্ব আকাশত বেলিটোৱে ভুমুকি মাৰিছিল আৰু অসমৰ বাইজলৈ কঢ়িয়াই আনিছিল: এটা নতুন পথৰ সন্ধান।

তাই আহি পুণৰ ভাইটিক ক'লে—আমাৰ জয় হ'ল ভাইটি, আমাৰ জয় হ'ল।—কথাষাৰ কওঁতে মনোৰমাই কান্দিলে, ভাইটিয়েও। আজি অসমৰ ক'ত-

জন শ্বহীদৰ মাতৃ-ভগ্নীৰ এইদৰে আনন্দ আৰু বেদনাৰ চকুপানী সৰিছে। সেই দুখৰ চকুপানী মচি হাজাৰ হাজাৰ ৰাইজ "সাহস আৰু মৈত্ৰীৰ সুদৰ্শন চক্ৰই টঙালে জাতিক" বুলি ৰাজপথলৈ ওলাই আহিল। ১৪আগষ্টৰ শেষ নিশা ২৪৫ মিনিটত চুক্তিপত্ৰত চহী হ'ল বুলি জানিব পাৰি সদৌ অসম ছাত্ৰসন্থাই আহ্বান দিয়া ১২ঘণ্টীয়া অসমবন্ধ উঠাই ল'লে।

খোল, তাল, ডবা, শংখ বজাই অসমৰ মঙ্গল কামনা কৰি ৰাইজে ৰাজপথেদি শোভাযাত্ৰা কৰি জয়ধ্বনি দিলে।

শোভাযাত্ৰাৰ লগত পেংবাৰিত ভৰ দি যাবলৈ ধৰা ভাইটিক মনোৰমাই হাতখনত ধৰি ক'লে,—ভাইটি, তই যাব নালাগে ভাইটি, তাই যাব নালাগে।

—মই যামেই বাইদেউ, মই যামেই।

—নহয়, নহয়, তই এখন ভৰিৰে কিমান দূৰ যাব পাৰিবি ভাইটি? সেই কাৰণে তই যাব নালাগে, মইয়ো নাযাওঁ।

তাই ভায়েকক সাৰটি ধৰিলে। লাহে লাহে শোভাযাত্ৰাটো আহি সিহঁতৰ ওচৰ পালেহি। ডবা, শংখ, কাঁহ আৰু উৰুলীৰ ধ্বনিয়ে পৃথিৱী কঁপাই তুলিলে। সিহঁতে দেখিলে: অগনন ৰাইজ পাৰুৱাৰ লানিৰ দৰে সিহঁতৰ আগেদি পাৰ হৈ গৈ আছে—গৈ আছে। শেষ যেন নহ'ব। মনোৰমাই ভাবিলে, আজি নগাৱঁৰ নিচিনাকৈ সমগ্ৰ অসমতে শোভাযাত্ৰা হৈছে। অসমৰ মঙ্গল কামনা কৰি জয়ধ্বনি দিছে।

মনোৰমাই ভাইটিক ভিতৰলৈ আনিলে। ভাইটিক চকী এখনত বহুৱাই মনোৰমা মূঢ়া এটাত বহি ললে। তেতিয়াও মানুহৰ লানি শেষ হোৱা নাই। চাৰিওফালে খোল, তালৰ শব্দ, ফটকাৰ শব্দ।

তাইৰ আজি কেনেকুৱা লাগিছে, ক'বলৈ যেন ভাষা নাই। এসময়ৰ "আলমগীৰ নামাত" গ্ৰন্থকাৰে লিখিছিল—"অসমৰ ৰজা সকলে কেতিয়াও বশ্যতা স্বীকাৰ কৰি আনৰ আগত শিৰ দোওৱা নাই।"

আজি অসমৰ আন্দোলনৰ নেতৃবৃন্দই অতীতৰ গৌৰৱ অক্ষুণ্ণ ৰাখিলে। মনোৰমাৰ মনটো মুকলি লাগিল। তাইৰ হঠাতে ইন্দ্ৰলৈ মনত পৰিল। এতিয়া বা তেওঁ ক'ত আছে? তাই এইবাৰ মনতে হাঁহিলে—এদিন তাই মাকলৈ মনত পৰি কান্দি থাকোতে ইন্দ্ৰই তাইক কৈছিল—দুখ নকৰিবা মনোৰমা, যিজনে দুখ বৰণ কৰিব পাৰে তেওঁহে আচল আনন্দৰ গৰাকী হয়। কিয়নো এই আনন্দ, দুখ বৰণ কৰাৰ বাহিৰে আন কাৰো পৰা পোৱা নাযায়।

তেতিয়া তাই শান্ত হৈছিল। সেইজনেই তাইৰ প্ৰাণৰ প্ৰিয়তম ইন্দ্ৰ। আজি তাই দুখ আৰু সুখৰ দোমোজাত হঠাতে ভাবাক্ৰান্ত হৈ পৰিছে। তাইৰ জেতুকা পাতৰ দৰে হিয়াখনে অতীতৰ স্মৃতিবোৰ ৰোমন্থন কৰি থোকি-বাথো লগাইছে। বিষাদৰ ডাৱৰে ঢকা তাইৰ জীৱন আকাশত তাই যেন হঠাতে দেখিবলৈ পাইছে ঃ ঢিমিক-ঢামাক পোহৰৰ কণিকা।

—বাইদেউ!

ভাইটিৰ মাতত তাই থিয় হ'ল আৰু তাৰ ওচৰলৈ আহি সুধিলে—কি হ'ল ভাইটি?

—মায়ে বাৰু চুক্তিপত্ৰত চহী হ'ল বুলি গম পাইছেনে?

—কেনেকৈ জানিব, মা যে পাগলী ভাইটি!

লগে লগে সিহঁতে শুনিবলৈ পালে ফটকাৰ শব্দ। তাই ভাবিলে—এই আনন্দ-উৎসৱৰ উদ্বাৰল গতিৰ তলেদি যে বেদনাৰ এক ফল্গুধাৰা বৈ গৈছে, সেইকথা এই মুহূৰ্ত্তত চিন্তা কৰিবলৈ কাৰো সময় নাই। কিন্তু তাই জানে—Our sweetest songs are those that tells of Sadest thought

॥ ৯৭ ॥

২১আগষ্ট। নিশাৰ আন্ধাৰ ঠেলি পুৱাৰ বেলিয়ে পুৱে আকাশত ভূমুকি মাৰিলে। দিল্লীৰ পৰা বিমানখন অসম অভিমুখে ৰাওণা হ'ল। পুতুল, ভৃগু, ললিত, গিৰীণ, দিগেন, বিৰাজ শৰ্ম্মাকে ধৰি ৫০জন যাত্ৰী বিমানখনত ধ্যানমগ্ন হৈ বহিল। সেইখিনি সময়ত নিজৰ নিজৰ আসনত বহি প্ৰতিজনৰ মন মাতৃভূমিৰ মাটি চোৱাৰ হেঁপাহেৰে বিচলিত হৈ পৰিছিল।

আগৰ নিচিনাকৈ পুতুলে খিৰিকিখনৰ কাষতে বহিছিল আৰু ওচৰতে বহিছিল ভৃগু। অনতিদূৰত বিৰাজ শৰ্ম্মা বহি চকু দুটা মুদি ভাবিছিল—চুক্তি স্বাক্ষৰিত হোৱাৰ পাছত জনসাধাৰণে কৃতকাৰ্য্যতাৰ আনন্দত বিভোৰ হৈ যাতে কৰ্ম্মপন্থা পাহৰি নাযায় তাৰ বাবে আমি সতৰ্ক হ'ব লাগিব। জনতাৰ এই আন্দোলনৰ কৰ্ম্ম-কুশলতা, আন্তৰিক প্ৰেৰণা জীয়াই ৰাখিবলৈ হ'লে

আমি জনগণৰ লগত গঠনমূলক কামত লিপ্ত থাকিব লাগিব। এই কাম কৰিবলৈ হ'লে আমাৰ প্ৰথম আৰু প্ৰধান কাম হ'ব লাগিব—জনসাধাৰণৰ লগত মিলিত হৈ আন্তৰিকতা আৰু প্ৰীতিৰ ভাব স্থাপন কৰা। জন-সংযোগ অবিহনে কোনো গঠনমূলক কাম কৰিব নোৱাৰি। এসময়ত গান্ধীজীয়ে কৈছিল—A living continuous mass contact is impossible with some constructive programme requising almost daily contact of the workers with masses.

জনসাধাৰণে চকুৰ আগত গঠনমূলক কামৰ যোগেদি নিজৰ আশা-আকাঙ্ক্ষা ফলৱতী হোৱা দেখিবলৈ পাব লাগিব। এটা আন্দোলন শেষ হোৱাৰ পাচত অনেক সমস্যা আৰু অনেক প্ৰতিক্ৰিয়া আহে। কেতিয়াবা জনগণ এলাহ আৰু হতাশাত ভাগি পৰা দেখা যায়। সেই এলাহ আৰু হতাশা দূৰ কৰিবলৈ কিছুমান এনে কাম কৰিব লাগিব, যি কামত জনসাধাৰণে নিজেই আত্মনিয়োগ কৰিবলৈ উঠি-পৰি লাগিবহি। তাৰোপৰি মহিলাসকলক আত্ম নিৰ্ভৰশীল হ'বলৈ বিভিন্ন কুটীৰ শিল্প স্থাপন কৰা, নিবনুৱা যুৱক সকলক কৰ্ম্মত ব্ৰতি হ'বলৈ প্ৰেৰণা যোগোৱা ইত্যাদি কাম কৰিব নোৱাৰিলে আমাৰ সোণৰ অসম গঢ়াৰ স্বপ্ন, স্বপ্ন হৈয়ে ৰ'ব।

তেওঁ চকু দুটা মেলি দি পুতুল, ভূগুলৈ চালে। সিহঁত সেই সময়ত ধ্যান-মগ্ন হৈ আছিল।

দিল্লীৰ পৰা বিমানখন কলিকতা বিমান বন্দৰৰ ফালে শুকুলা ডাৱৰৰ আঁৰে আঁৰে উৰি আহিছিল। সোণোৱালী ৰশ্মি-ৰেখাৰ মাজেৰে বিমানখনে পাখি মেলি উৰি আহোঁতে ভূগুৰ মনত ভাবৰ হেন্দোলনী উঠিছিল। ক্ষণে ক্ষণে অনেক চিন্তা আহি ভূগুৰ মন অস্থিৰ কৰি তুলিছিল। ভূগুৱে ভাবিছিল—দীৰ্ঘকালীন আন্দোলনৰ সামৰণিৰ পিচত সিহঁতে কি কাৰ্য্যপন্থা হাতত ল'ব? সেয়ে হ'ব লাগিব সিহঁতৰ প্ৰথম বিচাৰ্য্য বিষয়।

সাধাৰণতে জনতাই সফলতাৰ উৎসাহত গা এৰি দিব। জনতাৰ এই আনন্দস্ৰোতক এটা কৰ্ম্মকুণ্ডলৈ নিব পাৰিব লাগিব। য'ত গঢ় দি উঠিব জনতাৰ মাজত ঐক্যতা, হিন্দু-মুছলমান সকলৰ মাজত প্ৰীতি, বৰ্ণহিন্দু, হৰিজন আৰু অন্যান্য পিচপৰি থকা জনগোষ্ঠীৰ লগত মিলনৰ সেতু বন্ধন। সেয়ে হ'ব লাগিব আমাৰ মূল লক্ষ্য। আভিজাত্য, অহংকাৰ, অভিমান বিসৰ্জন দি

জনসাধাৰণৰ হাতত হাত ধৰি আমি কাম কৰি যাব লাগিব। এতিয়াৰ পৰা হে আমাৰ কাম আৰম্ভ হ'ব। ভূগৰে ভাব ৰাজ্যৰ পৰা সম্বিৎ ঘূৰাই পালে, কিয়নো বিমান বন্দৰত বিমানখন নামিবৰ হ'ল।

বিমানখনে কিছুসময় ভম্ ভম্ বিমান বন্দৰত জিৰণি লোৱাৰ পাছত পুনৰ অসমলৈ উৰা মাৰিলে। পুতুলে নিজৰ ঠাইতে বহি খিৰিকি খনেৰে দূৰলৈ চাই পঠিয়ালে। অলপ সময়ৰ পাছতে সিহঁতৰ বিমানখনে অসমৰ বায়ু-পানী সেৱন কৰিলে। পুতুলে ভাবিছিল—অসমীয়া জাতিটো কিমান মহান! এই জাতিৰ সহস্ৰ জনতাই পুলিচ, চি. আৰ পিৰ বন্দুক-বেয়নেটলৈ ভয় নকৰি স্ব-ইচ্ছাই নিজৰ প্ৰাণ আই মাতৃৰ ওচৰত অৰ্পণ কৰিব পাৰে। তেওঁৰ চকুদুটা পানীৰে উপচি পৰিল। এই আন্দোলনটোত কত শত জন শ্বহীদ হ'ল, কিমান যে ঘুণীয়া হ'ল তাৰ লেখ নাই। হঠাতে কিবা এটা বেদনাই তেওঁৰ বুকুখনত হেঁচা মাৰি ধৰিলেহি। চকু দুটাৰ পৰা নিগৰি ওলোৱা চকুপানী খিনি ৰুমালেৰে মচি পুতুলে পুনৰ ভাবিলে—ভাৰতৰ স্বাধীনতা আন্দোলনতো লক্ষ লক্ষ মুনিহ-তিৰোতাই নিজৰ জীৱন বলিদান দিবলৈ প্ৰস্তুত হৈছিল, কিয়নো তেওঁলোকে বুজিছিল যে মৃত্যুভয় ত্যাগ কৰিব পাৰিলে সকলো ভয়ৰ পৰা মুক্তি পাব পাৰি। অহিংসাৰ সৈনিক এজনে কেতিয়াও ক'তো ভয় নকৰে। কিয়নো য'ত হিংসাই জাগ্ৰত মূৰ্ত্তি ধাৰণ কৰে, অত্যাচাৰ উৰ্ধত উঠি ত্ৰাসৰ সৃষ্টি কৰে, য'ত কপটতা হীন ষড়যন্ত্ৰ চলে, তাতেই অহিংস সত্যাগ্ৰহীয়ে অৱস্থান কৰে। কাৰণ অহিংস হৈছে সত্য আৰু সত্যই হৈছে ঈশ্বৰ। —পুতুলে এটা হুমুনিয়াহ কাঢ়িলে আৰু দূৰলৈ চালে। তেওঁ নিজকে প্ৰশ্ন কৰিলে—সিহঁতৰ প্ৰথম কাম কি হ'ব? সিহঁতৰ প্ৰথম কাম হ'ব দীৰ্ঘকালীন সংগ্ৰামৰ পাছত জনতাক এক নতুন পথৰ সন্ধান দিয়া, ৰাজনৈতিক চেতনা জাগ্ৰত কৰা, জনতাৰ মাজত সংযোগ স্থাপন কৰি ঐক্য আৰু সম্প্ৰীতি অটুট ৰাখা। কিন্তু এই কামৰ সফলতা লাভ কৰিব প্ৰকৃত কৰ্মীৰ ওপৰতহে। চিন্তা কৰি থাকোঁতেই পুতুলে হঠাতে দেখিবলৈ পালে অসমৰ মৃত্যু সঞ্জীৱনী সুধা লুইতৰ বহল বুকুখনি বিহা এখনিৰ দৰে অসমৰ মাটিত একা-বেঁকা হৈ পৰি বৈছে। সেইয়া পানী, লুইতৰ উজ্বল তৰঙ্গমালা, যি তৰঙ্গমালাই অসমৰ ভাষা-সংস্কৃতি জীপ্ দি জীয়াই ৰাখিছে। হিমালয়ৰ মানস সৰোবৰৰ পৰা ওলাই চেম্পু নাম লৈ অহা জলধাৰাই বুকুত সাৱটি লৈছে সোৱণশিৰি, বৰঙা নদী, ভৰলী, মানাহৰ পানী আৰু পলসুৱা কৰি তুলিছে লুইতৰ দুয়ো

পাৰ। এই সুগভীৰ নীলা জলধাৰা মিলি গৈছে পদ্মা-গঙ্গা আৰু মহাসমুদ্ৰৰ লগত আৰু কাঢ়িয়াই আনিছে ঃ সমন্বয়ৰ ঐক্যতান।

এই মহাবাহুৰ প্ৰতিখন উপনৈৰ সেউজবুলীয়া উপত্যকাই অসমৰ পূৰ দিশৰ অঞ্চল সমূহ বনজ সম্পদেৰে সমৃদ্ধ কৰি তুলিছে। প্ৰতিখন উপনৈৰ দুয়োপাৰ বিভিন্ন জনগোষ্ঠীৰ সোণসেৰীয়া সংস্কৃতিৰে ভৰপূৰ। অসমৰ কৃষক ৰাইজে শ্ৰম আৰু চকুৰ পানীৰে জীয়াই ৰাখিছে ঃ বৰ অসমৰ বৰ সংস্কৃতিৰ ভঁৰাল আৰু অসমীয়াৰ মন-প্ৰাণ আৰু ভৱিষ্যতৰ সোণালী সপোন। বড়ো, কাৰ্বি, চুটীয়া, লালুং, কছাৰী, আহোম, হিন্দু, মুছলমান, সকলোৰে হৃদয়ৰ একেটি সুৰ লুইতৰ দুয়োপাৰে বাজিব লাগিছে ঃ সেই সুৰ—জাতিক জীয়াই ৰখাৰ সুৰ, সেইয়া সমন্বয়ৰ সুৰ। যি সুৰ অনুধাৱন কৰিয়ে অসমীয়াৰ আত্ম-প্ৰতিষ্ঠাৰ সংগ্ৰাম আৰম্ভ হৈছিল। দেশৰ অস্তিত্ব ৰাখিবলৈ প্ৰতিজন অসমীয়াৰ বুকুত যি আশা, সেই আশা জীয়াই ৰাখিবলৈ সিহঁতে অসমবাসীক প্ৰতিনিধিত্ব কৰিছিল।

হঠাতে মাইকত ঘোষণা কৰা শুনা গ'ল—বিমানখন কেই চেকেণ্ড মানৰ পাছতে বিমান বন্দৰত অৱতৰণ কৰিব।

পুতুল সচকিত হৈ উঠিল। বৰঝাৰ বিমান বন্দৰৰ সেউজীয়া ঘাঁহনি তেওঁৰ চকুত পৰিল আৰু উৰাজাহাজখনে জোকাৰণি এটা মাৰি অসমৰ মাটিত অৱতৰণ কৰিলে।

উৰাজাহাজৰ পৰা প্ৰতিনিধিৰ দলটো নামিল। নিমিষতে অসমৰ কেঁচা মাটিৰ গোন্ধে সিহঁতক বলিয়া কৰি তুলিলে। তেতিয়া সিহঁতৰ সমস্ত শৰীৰেৰে গ্ৰহণ কৰিলে ঃ ক্লান্তি লগৰ বুকুৰেদি বৈ অহা বেগৱতী লুইতৰ উত্তাপ আৰু অনুভৱ কৰিলে ঃ অসমৰ নতুন আকাশত উজ্জ্বলি উঠা নতুন সূৰ্য্যৰ কোমল শ্বাস। সন্মুখত উদ্ভাসিত হৈ উঠা চক্-মকীয়া ৰ'দৰ মাজেদি আগবাঢ়ি যাওঁতে সিহঁতে দেখিবলৈ পাইছিল,—আবেগত ভাঙিপৰা তেজৰ সন্তানি তেজ দিয়া অসমৰ অগনন জনতা !!

"বিদেশীৰ চকু স্থিৰ, স্বদেশৰ ওখ শিৰ, দেওলগা মানুহৰ দেশ, এইখনেই। য'ত শত শত ডেকা-গাভৰুৱে কলিজাৰ ৰঙা তেজ দেশমাতৃৰ পূজাত অৰ্পণ কৰে।"

পুতুলে দেখিলে,—সন্মুখত সমুদ্ৰসদৃশ জনতা। প্ৰতিনিধি দলটোৱে হাত-যোৰ কৰিলে আৰু চকুমুদি শ্বহীদ সকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলী জনাই ক'লে,—হে শ্বহীদ। তোমাক নমস্কাৰ।

তাৰ পিছত সিহঁত জনতাৰ মাজেদি আগবাঢ়ি গৈছিল ঃ আগলৈ আৰু আগলৈ।

তেতিয়া সিহঁতৰ হৃদয়ত তেজৰ হেন্দোলনী উঠিছিল, চকুৰ কোণেদি বৈ আহিছিল ঃ আনন্দ আৰু বেদনাৰ চকুপানী।

সহস্ৰ জনতাৰ মাজেৰে খোজকাঢ়ি যাওঁতে সিহঁতে মাত্ৰ শুনিবলৈ পাইছিল,—লুইতৰ দুই পাৰ উজাৰি অহা অসমবাসীৰ উদাত্ত কণ্ঠস্বৰ "জয় আই অসম।"

॥ সমাপ্ত ॥